# সৰিতা সভা ঃ সোণালী জয়ন্তীৰ অৰ্ঘ্য

*সম্পাদনা ঃ*

**কমলেশ্বৰ শৰ্মা, বাণীকান্ত শৰ্মা, কনকচন্দ্ৰ ডেকা**

SAVITA SABHA . SONALI JAYANTIR ARGHYA–A literary collection of articles compiled and edited by Kamaleswar Sarma, Banikanta Sarma and Kanak Chandra Deka on the occasion of the Golden Jubilee of the Savita Sabha, published by the Savita Sabha, Guwahati-781001

---

সবিতা সভা ঃ সোণালী জয়ন্তীৰ অৰ্ঘ্য

প্ৰথম সংস্কৰণ ঃ ১ জানুৱাৰী, ২০০৮

সম্পাদনা ঃ কমলেশ্বৰ শৰ্মা
বাণীকান্ত শৰ্মা
কনকচন্দ্ৰ ডেকা

প্ৰকাশক ঃ কনকচন্দ্ৰ ডেকা, সম্পাদক,
সবিতা সভা, গুৱাহাটী

মূল্য ঃ গ্ৰন্থাগাৰ সংস্কৰণ—৩০০.০০ টকা
সাধাৰণ সংস্কৰণ—২৫০.০০ টকা

বেটুপাত ঃ কালাৰ জেনেৰেট

মুদ্ৰক ঃ পূৰ্বদেশ মুদ্ৰণ,
বিহাবাৰী, গুৱাহাটী - ৭৮১০০৮

## সবিতা সভাৰ
## প্ৰয়াত সভাপতি তিনিগৰাকী

... OF ASSAM ...



বিহগী কবি ৰঘুনাথ চৌধাৰী



সাহিত্যাচাৰ্য্য
অতুলচন্দ্ৰ হাজৰিকা



আচাৰ্য্য
ৰজনীকান্ত দেৱশৰ্মা

## সূচীপত্ৰ

*সম্পাদকীয়*

# সবিতা সভা ঃ সোণালী জয়ন্তীৰ অৰ্ঘ্য

'সবিতা সভাৰ সোণালী জয়ন্তীৰ অৰ্ঘ্য' গ্ৰন্থখন সম্পাদনা কৰাৰ দায়িত্ব গ্ৰহণ কৰি 'সবিতা সভা'ৰ জন্মবৃত্তান্ত সম্পৰ্কে দুযাৰ কথা প্ৰয়োজনীয় বুলি অনুভৱ কৰি পাঠক আৰু সবিতা সভাৰ লগত জড়িত আৰু সবিতা সভাৰ প্ৰতি শ্ৰদ্ধাশীল ব্যক্তিসকলৰ অৱগতিৰ অৰ্থে তলৰ কথাখিনি দাঙি ধৰা হ'ল।

সবিতা সভাৰ জন্মৰ চন তাৰিখ সম্পৰ্কে স্মৃতি ৰোমন্থন কৰি ৯১ বছৰৰ দুবাৰদলি পাৰ হোৱা শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাদেৱে এঠাইত লিখিছে যে সবিতা সভাৰ জন্ম হয় ১৯৫৩ খ্ৰীষ্টাব্দত। কিন্তু তথ্য বিচাৰি চাই পোৱা যায় যে তাৰ পূৰ্বেই ১৯৫০ চনত সবিতা সভা প্ৰতিষ্ঠিত হৈছে। ১৯৫৩ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ অন্তৰ্ভুক্ত হয়। তদুপৰি অধ্যাপক ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যই সম্পাদনা কৰা আৰু ১৯৫৩ খ্ৰীষ্টাব্দত সবিতা সভাৰ দ্বাৰা প্ৰকাশ কৰা বেজবৰুৱাৰ সাহিত্য প্ৰতিভা গ্ৰন্থৰ আগকথাত উল্লেখ কৰিছে যে সবিতা সভাৰ প্ৰতিষ্ঠাপক সভাপতি আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু কাৰ্যকৰী সভাপতি আছিল অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা আৰু সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিছিল তেওঁ নিজেই। এই গ্ৰন্থখন প্ৰকাশ কৰাৰ ক্ষেত্ৰত কোৱা হৈছে ১৯৫২ খ্ৰীষ্টাব্দত সবিতা সভাৰ এটা প্ৰস্তাৱত আছে—"যোৱা বছৰৰ এপ্ৰিল মাহৰ এক অধিৱেশনত এই গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়।" আন এটা তথ্য অনুসৰি ১৯৫০ খ্ৰীষ্টাব্দত আৰম্ভ হোৱা এই সবিতা সভাৰ প্ৰতিষ্ঠাপক সভাপতি আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু সম্পাদক আছিল শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মা। উক্ত তথ্যৰ আধাৰত এটা সিদ্ধান্তত উপনীত হ'ব পাৰি যে ১৯৫০ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠা লাভ কৰা সবিতা সভাই ১৯৫৩ খ্ৰীষ্টাব্দত শাখা সাহিত্য সভাৰূপে স্বীকৃতি লাভ কৰে।

'সবিতা সভা' নামকৰণ প্ৰসঙ্গত শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মাই লিখিছে যে কবি কমলেশ্বৰ চলিহা, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা প্ৰমুখ্যে সভাসকলৰ উপস্থিতিত বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে এটা সুন্দৰ পবিত্ৰ নাম নিৰ্ণয় কৰিবলৈ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাক দায়িত্ব অৰ্পণ কৰে। অধ্যাপক দেৱশৰ্মাই *সবিতা সভা* নামটোৱে উপযুক্ত হ'ব বুলি কৈ সবিতা (সবিতৃ) শব্দৰ ব্যুৎপত্তি আৰু অৰ্থ ঋগবেদৰ চতুৰ্থ, পঞ্চম আৰু দশম মণ্ডলৰপৰা উদ্ধৃতি উপস্থাপিত কৰে আৰু কয় যে সবিতাই অৰ্থাৎ সূৰ্যই ব্ৰহ্ম মুহূৰ্ত্ততে উদিত হৈ জগতক জ্যোতি বিকিৰণ কৰাৰ নিচিনাকৈ আমাৰ এই সবিতা সভাইও জ্ঞানৰ জগতৰ অন্ধকাৰ দূৰ কৰি জ্ঞানৰ জ্যোতি বিকিৰণ কৰি আমাৰ জীৱন ধন্য কৰিব।" দেৱশৰ্মাদেৱৰ এই ব্যাখ্যা শুনি

বিহগী কবি অভিভূত হৈ সৰিতা সভা নামটো যে অতি উপযুক্ত হ'ব তাক দোহাৰিছিল।

সূৰ্য্যৰ চাৰিওফালে গ্ৰহ নক্ষত্ৰ ঘূৰাৰ দৰে বিহগী কবি ৰঘুনাথ চৌধাৰীক প্ৰধান আচাৰ্য্য ৰূপে বৰণ কৰি তেতিয়াৰ গুৱাহাটীৰ কবি, সাহিত্যিক, পণ্ডিত, সমালোচক, লেখক লেখিকাসকলে চৌধাৰীদেৱৰ বাসভৱনত মিলিত হৈ প্ৰাচীন আৰু আধুনিক সাহিত্য চৰ্চা কৰি বিনোদন লাভ কৰিছিল। প্ৰায় চাৰিটা দশক সৰিতা সঘনে মুখৰিত হৈ আছিল। কবি কমলেশ্বৰ চলিহা, কবি সাহিত্যিক ডিম্বেশ্বৰ নেওগ, ড সূৰ্য্যকুমাৰ ভূঞা, অধ্যাপক দিবাকৰ গোস্বামী, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, কবি নলিনীবালা দেৱী, অধ্যাপক উপেন্দ্ৰনাথ লেখাৰু, জিতেন্দ্ৰনাথ বুজৰবৰুৱা, হৰিনাথ শৰ্মা, হৰেন্দ্ৰনাথ কলিতা, গুণমণি বৰা, যোগেন্দ্ৰনাথ বৰকাকতী, পণ্ডিত তীৰ্থনাথ শৰ্মা, পণ্ডিত গিৰিধৰ শৰ্মা, অধ্যাপক ৰজনীকান্তদেব শৰ্মা, সমালোচক অতুলচন্দ্ৰ বৰুৱা, ড পদ্মেশ্বৰ গগৈ, ঔপন্যাসিক দৈৱচন্দ্ৰ তালুকদাৰ, সঙ্গীতজ্ঞ শশীকান্ত গোস্বামী, পণ্ডিত বিপিনচন্দ্ৰ গোস্বামী বেদব্যাকৰণতীৰ্থ, আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী, দীপকৰ সম্পাদক গৌৰীকান্ত তালুকদাৰ, অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি, অধ্যাপক জ্ঞাননাথ বৰা, ড সত্যেন্দ্ৰনাথ শৰ্মা, ড মহেশ্বৰ নেওগ, অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্য, ড হেমন্তকুমাৰ শৰ্মা, নৃত্যবিশাৰদ প্ৰদীপ চলিহা, অধ্যাপক কমলেশ্বৰ শৰ্মা, অধ্যাপক যোগেশ দাস, প্ৰবীণ সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱা, কীৰ্তিনাথ হাজৰিকা, ড প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, ড বিশ্বনাৰায়ণ শাস্ত্ৰী, সাহিত্যিক ফণী তালুকদাৰ, নাৰায়ণ বেজবৰুৱা, পৰেশচন্দ্ৰ শৰ্মা, ড দুৰ্গেশ্বৰ শৰ্মা, অধ্যাপক নন্দ তালুকদাৰ, অধ্যাপক কনকচন্দ্ৰ ডেকা, কবি মেঘৰাম পাঠক আৰু নগেন্দ্ৰনাথ শৰ্মা, দীপেন্দ্ৰ নাথ শৰ্মা, অৰুণ চন্দ্ৰ বৰুৱা, শুভচন্দ্ৰ বৰুৱা, ভুবনেশ্বৰ কটকী, মনোৰমা ভট্টাচাৰ্য্য, বিমলী গোস্বামী, নীলিমা দত্ত, মঞ্জুমালা দাস, নিৰ্মলপ্ৰভা বৰদলৈ, লক্ষহীৰা দাস, হেকিম এ. আহমেদ প্ৰভৃতি বহুতো সাহিত্যপ্ৰেমী ব্যক্তিয়ে বক্তা-শ্ৰোতাৰূপে উপস্থিত থাকি সৰিতা সভাক সাহিত্য সাধনাৰ জাগ্ৰত অনুষ্ঠানৰূপে উজ্জীৱিত কৰি ৰাখিছিল।

সৰিতা সভালৈ মাজে সময়ে বিখ্যাত পণ্ডিত আৰু গুণীজ্ঞানী ব্যক্তিক আমন্ত্ৰণ কৰি বিশেষ বিশেষ বক্তৃতাৰ অনুষ্ঠান পতা হৈছিল। উক্ত অনুষ্ঠানসমূহৰ বিশেষভাৱে উল্লেখযোগ্য অনুষ্ঠান এটা পতা হৈছিল ভগৱতীপ্ৰসাদ বৰুৱা ভৱনত। সভাপতি অতুলচন্দ্ৰ হাজৰিকাৰ পৰামৰ্শক্ৰমে তেতিয়াৰ সৰিতা সভাৰ সম্পাদক শ্ৰীকনকচন্দ্ৰ ডেকাই বাগ্মীবৰ নীলমণি ফুকনদেৱক আমন্ত্ৰণ কৰি "মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ" শীৰ্ষক এটি পাঁচ ঘণ্টাজোৰা বক্তৃতাৰ আয়োজন কৰিছিল। এই পাঁচ ঘণ্টা সময় শ্ৰোতাসকলে অলপো অস্বস্তিবোধ নকৰাকৈ ফুকনদেৱৰ বক্তৃতা শুনি মন্ত্ৰমুগ্ধ হৈ পৰিছিল।

বিশিষ্ট সাহিত্যিক সমালোচক নলবাৰী কলেজৰ অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীক এবাৰ আমন্ত্ৰণ কৰি আনি "আধুনিক কবিতা"ৰ বিষয়ে এটি সমালোচনামূলক সুদীৰ্ঘ বক্তৃতাৰ অনুষ্ঠান পতা হৈছিল।

বিশিষ্ট সাহিত্যিক জ্ঞাননাথ বৰাদেৱে অসমীয়া পৰিভাষাৰ বিষয়ে এটি সুদীৰ্ঘ বক্তৃতা দি এখন পুস্তিকা প্ৰকাশ কৰি উলিয়াইছিল।

পণ্ডিত বিপিনচন্দ্ৰ গোস্বামীদেৱে সৱিতা সভাত সংস্কৃত ভাষাৰে ভাষণ দিছিল। তেখেতেই বিহগী কবিৰ 'নৱমল্লিকা'ৰ সংস্কৃত অনুবাদ কৰি অসমীয়া কবিৰ সৰ্বভাৰতীয় যশস্যা প্ৰচাৰ কৰিছিল।

আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীয়ে সৱিতা সভাত প্ৰায়েই সংস্কৃত সাহিত্য সম্পৰ্কে ভাষণ দিয়াৰ উপৰি বিহগী কবিৰ 'কেতেকী' কাব্যৰ সংস্কৃত অনুবাদ কৰি বিশেষ সমাদৰ লাভ কৰিছিল আৰু গ্ৰন্থখনিক সৰ্বভাৰতীয় স্বীকৃতি প্ৰদান কৰিছে।

ততিয়াৰ অসমৰ লৌহমানৱ, অসমপ্ৰাণ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে 'শ্ৰীকৃষ্ণৰ ৰাসলীলা'ৰ বিষয়ে বুদ্ধিদীপ্ত ভাষণেৰে শ্ৰোতাসকলক মুগ্ধ কৰিছিল।

শিক্ষাবিদ সাহিত্যিক টলষ্টয়ৰ সাধুৰ প্ৰসিদ্ধ লেখক সুৰেন্দ্ৰ মোহন দাসে টলষ্টয়ৰ জীৱন আৰু সাহিত্যৰ বিষয়ে তাৎপৰ্যপূৰ্ণ ভাষণ প্ৰদান কৰিছিল।

উত্তৰ গুৱাহাটীৰ নাৰায়ণ বেজবৰুৱাই প্ৰায়েই কবিতা আবৃত্তি কৰিছিল আৰু কুমুদচন্দ্ৰ বৰদলৈ, ৰমেশচন্দ্ৰ বৰকাকতী, শ্ৰীমতী ভানু গোস্বামী প্ৰভৃতি সৱিতা সভাৰ প্ৰায়বোৰ বৈঠকত উপস্থিত থাকি ৰমেশচন্দ্ৰ বৰকাকতীয়ে উত্তৰ গুৱাহাটী আৰু ৰজাদুৱাৰৰ ঐতিহাসিক প্ৰবন্ধ  কবিতা আদি পাঠ কৰিছিল।

প্ৰখ্যাত মুদ্ৰক সোণাৰাম বেজ আৰু ড  হৰিচন্দ্ৰ ভট্টাচাৰ্যই খুহটীয়া কথাৰে হাঁহিৰ খলকনি তুলিছিল। অধ্যাপিকা নীলিমা দত্ত, মঞ্জুমালা দাস, নিৰ্মলপ্ৰভা বৰদলৈ, লক্ষহীৰা দাস প্ৰভৃতিয়ে কবিতাৰ আবৃত্তি কৰি শ্ৰোতাসকলক আনন্দিত কৰিছিল। মঃ হেকিম আহমদে বেদ আৰু কোৰাণৰ ব্যাখ্যা কৰিছিল।

সৱিতা সভাই প্ৰতিবছৰে বিহগী কবি চৌধাৰীৰ জন্মদিনটো অতি আড়ম্বৰেৰে তেওঁৰ শোৱা কোঠাতে পালন কৰিছিল।

সৱিতা সভাই প্ৰতিবছৰে বৰ্ষা অধিবেশন, মেঘদূত অধিবেশন, শাৰদীয় অধিৱেশন পাতি গুণী-জ্ঞানী পণ্ডিতসকলৰ তাৎপৰ্যপূৰ্ণ বিষয়বিশেষৰ সমালোচনামূলক প্ৰবন্ধ পাঠ বা বক্তৃতা প্ৰদানৰ ব্যৱস্থা কৰিছিল। সৱিতা সভাৰ সম্পাদক শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাই লিখিছে—"সংস্কৃত নাট্য-সাহিত্য'ৰ বিষয়বস্তুৰ আধাৰত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাই এলানি বক্তৃতা প্ৰদান কৰিছিল। তাকে কৰোঁতে তেখেতে কেৱল ৰচয়িতা আৰু ঘটনাৱলীতে নিবিষ্ট নাথাকি ৰচনাশৈলী, শব্দালঙ্কাৰ, অৰ্থালঙ্কাৰ, অভিব্যঞ্জনা আৰু অলঙ্কাৰ শাস্ত্ৰৰ তত্ত্বসমূহ আৰু প্ৰয়োজনবোধে ব্যাকৰণৰ সূত্ৰবোৰৰো সুন্দৰ ব্যাখ্যা কৰিছিল।" সৱিতা সভাৰ বিভিন্ন কাৰ্যাৱলীৰ বিষয়ে শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাই তেওঁৰ "সৱিতা সভাৰ ইতিবৃত্ত" শীৰ্ষক লেখাত উল্লেখ কৰিছে।

এইদৰে সাহিত্যানুৰাগী ব্যক্তিসকলে নিজৰ নিজৰ দখলৰ বিষয়বস্তুৰ আধাৰত বক্তৃতা সমালোচনা আদি উপস্থাপন কৰি সৱিতা সভাৰ গৌৰৱ বৰ্দ্ধন কৰিছিল। বিশেষকৈ অধ্যাপক হাজৰিকা আৰু বিহগী কবিৰ ব্যক্তিত্ব আৰু সাহিত্যনিষ্ঠাই সৱিতা সভাক উজ্জ্বল আলোকেৰে আলোকিত কৰিছিল।

সবিতা সভাই গুণী-জ্ঞানী লোকসকলৰ জীৱন, কৃতিত্ব আৰু কৃতিত আলোকপাত কৰি কেইবাখনো গ্ৰন্থ প্ৰকাশ কৰা কথা অবিদিত নহয়। গ্ৰন্থসমূহ প্ৰকাশ কৰাত কেনেধৰণে আগবাঢ়িছিল তাৰে এটি উদাহৰণ দিলেই যথেষ্ট হ'ব। অধ্যাপক কমলেশ্বৰ শৰ্মাই "ৰঘুনাথ চৌধাৰীৰ সাহিত্য প্ৰতিভা"খন লিখি কলিকতালৈ গৈ বৈঠকখানা ৰডত অৱস্থিত নৱজীৱন প্ৰেছত ছপা কৰি আনি চৌধাৰীদেৱৰ জন্মদিনত উন্মোচন কৰাইছিল। এইদৰে অতি উৎসাহেৰে সবিতা সভাই প্ৰকাশ কৰা গ্ৰন্থসমূহ হ'ল—

(১) বেজবৰুৱাৰ সাহিত্য প্ৰতিভা
(২) গোহাঞিবৰুৱাৰ সাহিত্য প্ৰতিভা
(৩) চৌধাৰীৰ সাহিত্য প্ৰতিভা
(৪) হাজৰিকাৰ সাহিত্য প্ৰতিভা
(৫) জীৱনীমালা (কালিৰাম বৰুৱা আৰু সত্যনাথ বৰাৰ জীৱন আলেখ্য)
(৬) নেওগ তৰ্পণ (ডিম্বেশ্বৰ নেওগৰ স্মৃতিত)
(৭) ৰক্ত জবা (গীতৰ শৰাই)
(৮) বিচিত্ৰনাৰায়ণ দত্তবৰুৱা
(৯) সঙ্গীতাচাৰ্য শশীকান্ত গোস্বামী
(১০) কৰ্মযোগী গিৰিধৰ শৰ্মা
(১১) সবিতা সভা : সোণালী জয়ন্তী অৰ্ঘ্য

এই প্ৰসঙ্গত সবিতা সভাৰ এটি গৌৰৱৰ বিষয় এই যে সবিতা সভাৰ সক্ৰিয় সদস্যসকলৰ কেইবাগৰাকীয়ে অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলঙ্কৃত কৰিছিল। তেওঁলোক হ'ল—(১) বিহগী কবি ৰঘুনাথ চৌধাৰী, (২) অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু, (৩) অধ্যাপক অতুল চন্দ্ৰ হাজৰিকা, (৪) কবি নলিনীবালা দেৱী, (৫) অধ্যাপক জ্ঞাননাথ বৰা, (৬) অধ্যাপক গিৰিধৰ শৰ্মা, (৭) পণ্ডিত তীৰ্থনাথ শৰ্মা, (৮) ড° মহেশ্বৰ নেওগ, (৯) ড° সত্যেন্দ্ৰনাথ শৰ্মা, (১০) অধ্যাপক যোগেশ দাস (১১) সাহিত্যিক অতুল বৰুৱা।

সবিতা সভাৰ সভাপতি পদত অধিষ্ঠিত হোৱা বিশিষ্ট তিনিগৰাকী লোক হ'ল যথাক্ৰমে—(১) বিহগী কবি ৰঘুনাথ চৌধাৰী, (২) অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, (৩) অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মা। এই তিনিগৰাকীক সবিতা সভাৰ 'ত্ৰিমূৰ্তি' আখ্যা দিয়া হৈছিল।

অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মাৰ ১৯৯১ খ্ৰীষ্টাব্দত দেহাবসান হোৱাৰ পিছত মেজৰ সত্যব্ৰত লহকৰে সভাপতিৰ দায়িত্ব ল'লে যদিও তেওঁ বিশেষ তৎপৰতাৰে কাৰ্যভাৰ চলাব পৰা নাছিল।

সবিতা সভাৰ জন্ম লগ্নৰেপৰা প্ৰবীণ সম্পাদকৰ কাৰ্যভাৰ পৰিচালনা কৰা ব্যক্তিসকলৰ নাম ইয়াত উল্লেখ কৰা হ'ল। তেওঁলোক হ'ল—

(১) শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মা
(২) স্বৰ্গীয় হৰিচন্দ্ৰ ভট্টাচাৰ্য
(৩) স্বৰ্গীয় হৰিনাথ শৰ্মা
(৪) স্বৰ্গীয় অতুলচন্দ্ৰ বৰুৱা
(৫) স্বৰ্গীয় ড° হেমন্ত কুমাৰ শৰ্মা
(৬) শ্ৰীকনকচন্দ্ৰ ডেকা (পঞ্চম বাৰৰ বাবে প্ৰধান সম্পাদক নিৰ্বাচিত)
(৭) শ্ৰীৰোহিণী কুমাৰ শৰ্মা
(৮) শ্ৰী অৰুণ বৰুৱা
(৯) স্বৰ্গীয় নগেন্দ্ৰনাথ শৰ্মা
(১০) স্বৰ্গীয় শুভচন্দ্ৰ বৰুৱা
(১১) স্বৰ্গীয় গোবিন্দ মহন্ত
(১২) স্বৰ্গীয় ৰামচৰণ ঠাকুৰীয়া
(১৩) শ্ৰীসুৰেন্দ্ৰ মোহন ঠাকুৰীয়া
(১৪) শ্ৰীকনকচন্দ্ৰ ডেকা (বৰ্তমানৰ প্ৰধান সম্পাদক)

শ্ৰীসুৰেন্দ্ৰ মোহন ঠাকুৰীয়াৰ কাৰ্যকালত সবিতা সভাৰ সকলোবোৰ নথিপত্ৰ বিনষ্ট হোৱা বাবে কোনজন কোন বছৰত আছিল তাক উল্লেখ কৰিব পৰা নহ'ল।

সৌভাগ্যৰ বিষয় এই যে সবিতা সভাৰ প্ৰথমজন সম্পাদক ৯১ বছৰ গৰকা শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাই কিছু তথ্য বিষ্ণুৰ বৰাহ অৱতাৰে মহাপ্লাৱনত পৃথিৱী উদ্ধাৰ কৰাৰ দৰে সবিতা সভাৰ কিছুমান বিশেষ বিশেষ তথ্য স্মৰণ কৰি 'সবিতা সভাৰ ইতিবৃত্ত' নামকৰণেৰে এটি স্মৃতিভিত্তিক প্ৰবন্ধ এই গ্ৰন্থত সংযোজনাৰ কাৰণে আমাৰ হাতত অৰ্পণ কৰিছে। ইয়াৰ বাবে আমি শ্ৰীযুত শৰ্মাৰ ওচৰত ঋণী হৈ থাকিলোঁ।

শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাদেৱে সবিতা সভাক সঞ্জীৱিত কৰাৰ উদ্দেশ্যে "দৈনিক অসম' কাকতত সকলো সাহিত্যপ্ৰেমী ৰাইজলৈ বুলি 'অন্তৰ্গামী সবিতা সভাৰ মৰ্মবেদনা" শীৰ্ষক এটা প্ৰবন্ধেৰে আবেদন জনোৱাৰ পিছত যোৱা বছৰৰ জুন মাহৰ ১২ তাৰিখে শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মাৰ সভাপতিত্বত পণ্ডিত তীৰ্থনাথ শৰ্মা প্ৰেক্ষাগৃহত বহুতো গণ্যমান্য ব্যক্তিৰ উপস্থিতিত অনুষ্ঠিত হোৱা সভাত সবিতা সভাক পুনৰুজ্জীৱিত কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। সেই প্ৰস্তাৱৰ মৰ্মে প্ৰবীণ সাংবাদিক শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীক সভাপতি, ড বাণীকান্ত শৰ্মাক কাৰ্যকৰী সভাপতি, অধ্যাপক ভৱপ্ৰসাদ চলিহাক উপ-সভাপতি, অধ্যাপক কনকচন্দ্ৰ ডেকাক সম্পাদক, শ্ৰীনবদ্বীপৰঞ্জন পাটগিৰিক কোষাধ্যক্ষ ৰূপে নিৰ্বাচন কৰি লগতে কেইবাগৰাকী বিশিষ্ট সাহিত্যিকক সদস্যৰূপে মনোনীত কৰি কাৰ্যনিৰ্বাহক সমিতি গঠন কৰা হয়।

উক্ত কাৰ্যকৰী সমিতিৰ পৰবৰ্তী বৈঠকত দেৰিকৈ হ'লেও সবিতা সভাৰ সোণালী জয়ন্তী উৎসৱ পালন কৰাৰ প্ৰস্তাৱ গৃহীত হয় আৰু জয়ন্তীৰ লগত বজিতা খোৱাকৈ "সবিতা সভা : সোণালী জয়ন্তীৰ অৰ্ঘ্য" নামেৰে এখন গ্ৰন্থ প্ৰকাশ কৰাৰ

প্ৰস্তাৱ গ্ৰহণ কৰি অধ্যাপক কমলেশ্বৰ শৰ্মা, ড বাণীকান্ত শৰ্মা আৰু অধ্যাপক কনকচন্দ্ৰ ডেকাক গ্ৰন্থখন সম্পাদনাৰ দায়িত্ব অৰ্পণ কৰা হয়।

উক্ত গ্ৰন্থখনৰ কাৰণে বিভিন্ন লেখক-সাহিত্যিকক প্ৰবন্ধ, কবিতা আদি লিখিবলৈ অনুৰোধ জনোৱা হয় আৰু বহুতো প্ৰবন্ধ কবিতা আদি পোৱাও হয়।

অসমীয়া সাহিত্যত প্ৰাচীন যুগৰ সভ্যতা-সংস্কৃতিৰ প্ৰভাৱ আৰু সেইবোৰৰ অধ্যয়নৰ প্ৰয়োজন অনুভৱ কৰি কেইবাগৰাকীও পণ্ডিতে ইতিপূৰ্বে প্ৰকাশ কৰা প্ৰবন্ধ এই গ্ৰন্থখনত সন্নিবিষ্ট কৰাৰ অনুমতি গ্ৰহণ কৰি আৰু লগতে বৰ্তমান লেখকসকলে লিখা প্ৰবন্ধ আৰু কবিতা নিৰ্বাচন কৰি এই গ্ৰন্থখনত অন্তৰ্ভুক্ত কৰা হৈছে। গ্ৰন্থখনত প্ৰাচীন কালৰপৰা বৰ্তমানলৈ চলি থকা সাহিত্যৰ ধাৰাটোৰ প্ৰতিনিধিমূলক প্ৰবন্ধকে ধৰি অসমীয়া সাহিত্য জগতলৈ বিশেষ বৰঙণি আগবঢ়োৱা কেইবাগৰাকী ব্যক্তিৰ জীৱনবৃত্তান্ত অন্তৰ্ভুক্ত কৰা হৈছে। তদুপৰি কেইবাটাও সমালোচনামূলক প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে।

প্ৰবন্ধপাতি সংগ্ৰহ কৰি আৰ্থিক অনাটনৰ কাৰণে গ্ৰন্থখন ছপা কৰি উলিওৱা কাৰ্যত যথেষ্ট বিলম্ব ঘটিছে যদিও অসমীয়া সাহিত্যানুৰাগী লোকসকলৰ সমাদৰ লাভ কৰিব বুলি আশা কৰা হৈছে।

এই গ্ৰন্থখনৰ ছপা কাৰ্যৰ বাবে গুৱাহাটীৰ প্ৰয়াত প্ৰখ্যাত বদান্য নাগৰিক হাজী মহম্মদ শ্বাহৰ পৰিয়ালৰ পক্ষৰপৰা সৰিতা সভালৈ দহ হেজাৰ টকাৰ এটি দান লাভ কৰা হৈছে। সৰিতা সভাৰ পক্ষৰপৰা শ্বাহ ডাঙৰীয়াৰ পৰিয়ালবৰ্গলৈ কৃতজ্ঞতা জ্ঞাপন কৰাৰ উপৰি এই পৰিয়ালটিৰ সকলোলোকলৈ ভৱিষ্যতেও যাতে এনে দান-বৰঙণিৰে সৰিতা সভাক সঞ্জীৱিত কৰি ৰাখিবলৈ ভগৱানে তেওঁলোকক শক্তি সামৰ্থ্য দান কৰে তাৰ বাবে প্ৰাৰ্থনা জনোৱা হ'ল। এই পৰিয়ালটোৰ লগত পৰিচয় কৰি যৎপৰোনাস্তি চেষ্টা কৰা বাবে ড সূৰ্যকুমাৰ ভূঞাদেৱৰ সুযোগ্য পুত্ৰ শ্ৰীবিজয় কুমাৰ ভূঞালৈ সৰিতা সভাৰ পক্ষৰপৰা ধন্যবাদৰ শৰাই আগবঢ়োৱা হ'ল।

এই ছপা কাৰ্যৰ বাবে আন এগৰাকী বদান্য ব্যক্তি মেঘালয় চৰকাৰৰ ভূতপূৰ্ব প্ৰধান অভিযন্তা তথা সচিব শ্ৰীৰমণী শৰ্মাই দহ হেজাৰ টকা আগবঢ়াই সৰিতা সভাক কৃতজ্ঞতা পাশত আবদ্ধ কৰিছে। তদুপৰি বিশিষ্ট সমাজকৰ্মী দানবীৰ শ্ৰীৰাধা বৰা আৰু হোটেল অম্বৰিমৰ স্বত্বাধিকাৰীয়ে শকত ধনৰ টোপোলা আগবঢ়াই সৰিতা সভাক ধন্য কৰিছে। তেওঁলোক সকলোলৈ সৰিতা সভাই ধন্যবাদ জ্ঞাপন কৰিছে।

এই গ্ৰন্থখন সংকলন কৰোঁতে নানা অনিচ্ছাকৃত দোষ-ত্ৰুটী ঘটিছে আৰু তাৰ বাবে পাঠকসকলৰ ওচৰত ক্ষমা প্ৰাৰ্থনা কৰা হ'ল।

কমলেশ্বৰ শৰ্মা
বাণীকান্ত শৰ্মা
কনকচন্দ্ৰ ডেকা

# সৰিতা সভাৰ ইতিবৃত্ত

**নৰেন্দ্ৰনাথ শৰ্মা**

কুৰি শতিকাৰ ৫০ চন। আঘোণ মহীয়া শৰতৰ এটা মিঠা আবেলি। আবেলি মানে গধূলি হওঁ হওঁ। মোৰ কৰ্মক্ষেত্ৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ দীঘলী পুখুৰীৰ পাৰত থকা কাৰ্য্যালয়ৰপৰা উভতি আহোঁতে গধূলি নীলা আকাশত দুটি-এটি জ্যোতি বিন্দুৱে ভুমুকি মাৰিছেহিয়েই। ওপৰলৈ চাই পঠিয়াওঁতে মনটো উৰি গৈ চফল ডেকা কাল পালেগৈ। তাৰ অলপ পিছতে গোটেই নীলা আকাশখন সেই জ্যোতিবিন্দু তৰাবিলাকে দখল কৰিব। হৈ উঠিব এখন তৰালি আকাশ। মেঘহীন নিৰ্মল আকাশত তৰা আৰু তৰা। মনত পৰিল মহাকবি কালিদাসে ৰঘুবংশ কাব্যত দিয়া এটা বৰ্ণনালৈ। ৰামচন্দ্ৰই তেওঁৰ প্ৰিয়তমা সীতাক লংকাৰপৰা উদ্ধাৰ কৰি আকাশ মাৰ্গেদি লৈ আহোঁতে কৈছিল—

> বৈদেহি পশ্যামলয়াদ্ বিভক্তম্
> মৎসেতুনা ফেনিলমম্বুৰাশিম্
> ছায়াপথেনেব শৰৎপ্ৰসন্নম্
> আকাশমাবিষ্কৃত চাৰুতাৰম্।

[ চোৱাঁছোন বৈদেহী (তোমাক আনিবলৈ যাওঁতে) মই বন্ধোৱা এই সেতুৱে কেনেকৈ মলয়াবলৰপৰা ইয়ালৈকে (সমুদ্ৰৰ) ফেনিল জলৰাশি দুভাগত ভগাই তুলিছে—ঠিক যেনেকৈ ধুনীয়া তৰুৱে উপচি থকা (সৌ) শৰতৰ নিৰ্মল আকাশখন হাতীপটিয়ে দুভাগ কৰিছে ] সেই মধুৰ, গধুৰ ভাবত নিমগ্ন হৈ গুপুহ গুপুহ খোজেৰে মোৰ যোৰপুখুৰীৰ বাসস্থানৰ ফালে আহি আছিলোঁ। সমূলি ভবা নাছিলোঁ যে সেই প্ৰাচীন মহাকবিজনৰ কল্পিত সান্নিধ্যতকৈও অজানিতে এজন জীৱন্ত চিনাকি কবিৰ বাস্তৱ সান্নিধ্যতে আহি আছোঁ। গম পালোঁ যেতিয়া পাছ ফালৰপৰা মাত দিয়া শুনিলোঁ। ঘূৰি চাই দেখোঁ যে প্ৰথিতযশা চিন্তাশীল কবি কমলেশ্বৰ চলিহা। তাৰ পিছত এখোজ পিছুৱাই তেওঁৰ লগ লৈ নানা কথা পাতি আহি আহি ঐতিহ্যপূৰ্ণ কুমাৰ ভাস্কৰ মন্দিৰ পাই মই মোৰ ঘৰৰ ফালে

ফালৰি কাটিব খোজোঁতে চলিহাদেৱে ক'লে—'শৰ্মা, অহা শনিবাৰে দুইমান বজাত আহিবচোন। আমি আৰু কেইজনমান লগ লাগি অলপ সাহিত্যৰ কথা পাতিম ওপৰৰ সৌ গেলেৰীটোতে — এই বুলি নাট্য মন্দিৰৰ পশ্চাৎ ভাগৰ ওপৰ গেলেৰীলৈ আঙুলিয়ালে। বৰ ভাল লাগিল কথাটো। আগ্ৰহেৰে সন্মতি জনাই তেওঁৰ লগ এৰিলোঁ। তেওঁ পোনে পোনে গ'লগৈ।

ভাল লাগিছিল মনত পৰি কেইবছৰমান আগতে তেতিয়াৰ ৰাজধানী শ্বিলঙৰ সচিবালয়ৰ কাম কৰি থাকোঁতে দেওবৰীয়া দুপৰীয়াৰ এলাহ-নিহালিৰ উম এৰি সাহিত্য-আলোচনাৰ লগ বিচাৰি ওলাই যোৱা হ'ল। তাত আছিল মুকুল সংঘৰ—অতুল বৰুৱা, বুৰঞ্জীবিদ কেশৱনাৰায়ণ দত্ত, পিছলৈ গুৱাহাটী উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ পদত অধিষ্ঠিত হোৱা স্বনামধন্য কথা-সাহিত্যিক হলীৰাম ডেকা, খ্যাতনামা ইঞ্জীনিয়াৰ-সাহিত্যিক হৰিপ্ৰসাদ বৰুৱা আদিয়ে যোগ দি সাহিত্যৰ সৃষ্টি কৰিছিল, আলোচনা কৰিছিল ময়ো তাতে যোগ দি মোৰ সামান্য লেখক জীৱনৰ পাতনি মেলিছিলোঁ। চলিহাদেৱৰ কথা শুনি তেনে এটা সাহিত্যানুষ্ঠানৰ গুৱাহাটীতো জন্ম দিয়াৰ কথা ভাবি ভাল লাগিল।

সি যি কি নহওক, আহিল শনিবাৰ। যথা সময়ত গৈ নাট্য মন্দিৰৰ পাছফালৰ খটখটিয়েদি উঠি ওখ গেলেৰীটো পালোঁগৈ। তাতে সংগীত বিশাৰদ সুন্দৰ বৰদলৈয়ে ছাত্ৰ-ছাত্ৰীক সংগীতৰ সপ্ত সুৰৰ সাধনাত বহুৱাই ভৱিষ্যতৰ গুৱাহাটী সংগীত মহাবিদ্যালয়ৰ পাতনি মেলিছিল গেলেৰীৰ একাংশত।

আৰু দেখোঁ যে কেইবাজনো কবি, সাহিত্যিক-পণ্ডিত বিহগী কবি ৰঘুনাথ চৌধাৰী, কবি-নাট্যকাৰ অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, সংস্কৃত পণ্ডিত অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মা, প্ৰবীণ স্কুল শিক্ষক জিতেন্দ্ৰনাথ বুজৰবৰুৱা, অধ্যাপক ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য, শিক্ষক হৰিনাথ শৰ্মা—এই কেইজন বহি আছে। মই গৈ পোৱালৈকে তেখেতসকল বৈ আছিল নেকি, মই গৈ পোৱাৰ লগে লগেই কবি কমলেশ্বৰচলিহাদেৱে মাত লগালে—চাওক, এই নগৰীতে ১৯১৭ চনত মহৎ অনুষ্ঠান অসম সাহিত্য সভাৰ জন্ম হৈছিল। তেতিয়াৰপৰা এই নগৰীত সাহিত্যানুষ্ঠান এটিও গঢ় লৈ উঠা নাই। গতিকে তেনে এক অনুষ্ঠান গঢ় দিয়াৰ মানসেৰে আপোনালোকক মাতি আনিছোঁ। আপোনালাকে বা কেনে দেখে কথাটো।

সকলোৰে আতা বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে ক'লে, "তাত আৰু আমাৰ কাৰো আপত্তি কৰিব লগা একো নাই। আজিৰ সভাতে এতিয়াই পাতনি মেলিবলৈ কোনোবা এজনক আনুষ্ঠানিকভাৱে সভাপতি পাতি কাম আৰম্ভ কৰাই ভাল।"

চলিহাদেৱে লগে লগেই থিয় হৈ চৌধাৰী ডাঙৰীয়াৰ নাম সভাপতিৰ আসনৰ বাবে প্ৰস্তাৱ কৰিলে। প্ৰস্তাৱটো সকলোৱে সমৰ্থন কৰাত বিহগী কবিয়ে আসন গ্ৰহণ কৰাৰ লগে লগে চলিহাদেৱে আকৌ প্ৰস্তাৱ কৰিলে যে অকল আজিৰ সভাতে নহয়, মই প্ৰস্তাৱ কৰোঁ আজিৰ সভাৰ সভাপতি বিহগী কবি আতা ৰঘুনাথ চৌধাৰী ডাঙৰীয়াই এই অনুষ্ঠানৰ স্থায়ী সভাপতি হওক। আৰু লগতে অধ্যাপক অতুল হাজৰিকাদেৱক কাৰ্যকৰী সভাপতি আৰু অধ্যাপক ৰজনীকান্তদেৱক উপ-সভাপতি পদৰ বাবে মই প্ৰস্তাৱ কৰোঁ। সভাপতি চৌধাৰীয়ে তেতিয়া মোৰ ফালে চাই ক'লে, নৰেন, তুমি সম্পাদক হ'ব লাগিব আৰু বাকী কিজন সদস্য হওক। জিতেন বুজৰবৰুৱাই উঠি লাহেকৈ ক'লে যে এই গোটেই কেইজনৰ গাঁথনি সৰ্বসন্মতিক্ৰমে সম্পন্ন হ'ল বুলিয়েই ধৰিব পাৰি। নহয় জানো ? সকলোৱে চাপৰি বজাই সমৰ্থন জনালে।

অনাগত দিনত গুৱাহাটী নগৰীত মহীৰুহ ৰূপে প্ৰতিষ্ঠা লাভ কৰা, পিছলৈ অসম সাহিত্য সভাৰ মৰ্যাদাপূৰ্ণ শাখা ৰূপে অন্তৰ্ভুক্ত হোৱা শিশু সাহিত্যানুষ্ঠানটিয়ে জন্ম গ্ৰহণ কৰিলে। সভাপতি বিহগী কবিয়ে এই শিশুৰ নামকৰণ কৰাৰ দায়িত্ব দিলে সংস্কৃত পণ্ডিত অধ্যাপক ৰজনীকান্ত ডাঙৰীয়াৰ গাত। এই পৰিচালনা সভাৰ পৰৱৰ্তী বৈঠকত ঋগ্বেদৰ মন্ত্ৰ মাতি 'সবিতা' নামটোৱেই যথাৰ্থ হ'ব বুলি অধ্যাপক শৰ্মাই নামকৰণ কৰিলে আৰু নামটো সৰ্বসন্মতিক্ৰমে গৃহীত হ'ল।

তাৰ পিছত সভাৰ কাৰ্যসূচী স্বৰূপে স্থিৰ হ'ল যে পোন্ধৰ দিনৰ মূৰে মূৰে সভাৰ বৈঠক বহিব আৰু তাত যেয়ে যি পাৰে স্বৰচিত গল্প, প্ৰবন্ধ, কবিতা আদি সভাত পাঠ কৰিব আৰু আলোচনা হ'ব তাৰ ওপৰত।

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাই সভাৰ সভাৰ স্থানৰ বিষয়ে আলোচনা কৰি ক'লে যে এনেকৈ ওপৰ তলালৈ উঠি উঠি সাহিত্যালোচনা কৰাটো বৰ সহজ নহ'ব। আমি বেলেগ স্থানৰহে ব্যৱস্থা কৰিব লাগিব। তেতিয়া মই অলপ ভয়, অলপ সংকোচেৰে পৰামৰ্শ আগবঢ়ালোঁ যে বৰীয়ান সভাপতিজনক টানি আজুৰি লৈ ফুৰোৱাটো ঠিক নহ'ব তাতকৈ যদি তেখেতৰ আপত্তি নাই বা অসুবিধা নহয় তেন্তে আন ঠাই নোপোৱালৈকে তেখেতৰ ঘৰতে বহিব পাৰি নে কি ?

সেই কথাত আতা চৌধাৰীদেৱে তৎক্ষণাত সম্মতি জনাই ক'লে—"নৰেন বাপাই কৰা প্ৰস্তাৱটোত মই বৰ সুখী হৈছোঁ। তেওঁক ধন্যবাদ জনাইছোঁ..... মোৰ ঘৰত বহি সাহিত্য আলোচনাৰ নিচিনা এটা পবিত্ৰ কাম কৰিলে মই বৰ ভাল পাম। তাত আপত্তি বা অসুবিধাৰ কোনো প্ৰশ্ন নুঠে।"

তেতিয়াৰপৰা পোন্ধৰ দিনৰ মূৰে মূৰে প্ৰতি দেওবাৰে সাধাৰণভাৱে গল্প কবিতা আদিৰ পাঠ চলি থাকিল।

সোনকালেই সভাৰ সদস্য সংখ্যা বাঢ়ি আহিল। ড° সূৰ্যকুমাৰ ভূঞা ছাৰ, দিবাকৰ গোস্বামী ছাৰ, মহিলা কবি নলিনীবালা দেৱী, অধ্যাপক উপেন্দ্ৰচন্দ্ৰ লেখাৰু, তীৰ্থনাথ শৰ্মা, গিৰিধৰ শৰ্মা আদিয়ে বিশেষকৈ লব্ধপ্ৰতিষ্ঠ সাহিত্যিক দুজন বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু অতুল হাজৰিকাৰ প্ৰতি আস্থা আৰু শুভেচ্ছাৰে সভাত যোগ দিলেহি। তেখেতসকলে লিখিতভাৱে প্ৰবন্ধাদি পাঠ কৰা নাছিল যদিও সাহিত্যৰ নানা দিশত আলোকপাত কৰি দিহা-পৰামৰ্শ আদি দি সভাক সমৃদ্ধ কৰি তুলিছিল। মই নিজেও এটা এটাকৈ কেইবাটাও গল্প পাঠ কৰিছিলোঁ। তেনেকৈ গল্প লিখিছিল হৰি শৰ্মা, ড° হেমন্ত শৰ্মা, গোবিন্দ মহন্তই। কবি মেঘৰাম পাঠকে প্ৰায় প্ৰত্যেক বৈঠকতে একোটাকৈ কবিতা পাঠ কৰিছিল। ভুবনেশ্বৰ কটকীয়েও কবিতা পাঠ কৰিছিল। জিতেন বুজৰবৰুৱাই কালিৰাম বৰুৱাকে আদি কৰি কেইবাগৰাকী প্ৰয়াত সাহিত্যিকৰ জীৱনী লিখি ছোৱা ছোৱাকৈ পাঠ কৰিছিল। ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যই সংস্কৃত আৰু অসমীয়া নাটকৰ বিষয়ে আলোচনা আগবঢ়াইছিল। মহিলা লেখিকা মনোৰমা ভট্টাচাৰ্য, বিমলী গোস্বামীয়ে ৰচনা লিখি আনি পাঠ কৰিছিল—মনোৰমা ভট্টাচাৰ্যই মেঘদূতৰ অসমীয়া ভাঙনি আৰম্ভ কৰিছিল। (কিন্তু শেষ কৰিলেগৈ নে নাই সেইটোহে ক'ব নোৱাৰিলোঁ)। ভাৰতী বৰুৱাই (পিছলৈ ডক্টৰেট উপাধিধাৰী) বুৰঞ্জী বিষয়ত প্ৰবন্ধ লিখিছিল। পণ্ডিত বিপিনচন্দ্ৰ গোস্বামীয়ে সংস্কৃততে তেখেতৰ ভাষণ দিছিল। আচাৰ্য মনোৰঞ্জন শাস্ত্ৰীয়েও সভাত যোগ দি সংস্কৃত সাহিত্যৰ বিভিন্ন বিষয়ত আলোচনা আগবঢ়াইছিল। বয়োবৃদ্ধ সাহিত্যিক গৌৰীকান্ত তালুকদাৰ আৰু ঔপন্যাসিক দৈৱচন্দ্ৰ তালুকদাৰে সভাত উপস্থিত থাকি পঠিত প্ৰবন্ধাদিৰ ওপৰত সমালোচনা আগবঢ়াইছিল। বুৰঞ্জীৰ বিশিষ্ট অধ্যাপক ড° পদ্মেশ্বৰ গগৈয়ে দক্ষিণ-পূব দেশসমূহৰ সাংস্কৃতিক আৰু আৰ্থ-সামাজিক বিষয়ত ভাষণ দিছিল আৰু লিখিত প্ৰবন্ধও পাঠ কৰিছিল। সভাত পঠিত প্ৰবন্ধাদিৰ আলোচনাৰ ক্ষেত্ৰত বিহগী কবি সভাপতি চৌধাৰী ডাঙৰীয়া, কবি-নাট্যকাৰ কাৰ্যকৰী সভাপতি অধ্যাপক অতুল হাজৰিকা, পণ্ডিত ৰজনীকান্ত দেৱশৰ্মা আৰু বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে আলোচনাৰ পাতনি মেলিছিল। ৰাজমোহন নাথে প্ৰত্নতত্ত্ব বিষয়ক প্ৰবন্ধ পঢ়িছিল।

এনেকৈয়ে অসমৰ সাতামপুৰুষীয়া সাংস্কৃতিক ৰাজধানী আৰু স্বৰাজোত্তৰ কালৰ সৰ্বময় ৰাজধানী গুৱাহাটী নগৰীৰ (বৰ্তমান মহানগৰীৰ) তেতিয়াৰ সাহিত্যিক, সাহিত্য প্ৰেমী, সাহিত্যসেৱীসকলে সৱিতা সভাৰ লগত জড়িত হৈ

সভাৰ কাৰ্যসূচীত যোগ দিছিল। তাৰে মনত পৰাৰ ভিতৰত উল্লিখিতসকলৰ উপৰি ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মা। ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, যোগেশ দাস, ড° হেমন্ত শৰ্মা, মঞ্চ শিল্পী, ভাস্কৰ যুগল দাস, অতুলচন্দ্ৰ বৰুৱা, আইন মহাবিদ্যালয়ৰ প্ৰবক্তা সাহিত্যিক জ্ঞাননাথ বৰা, প্ৰফুল্লচন্দ্ৰ বৰুৱা, শিৱপ্ৰসাদ বৰুৱা, নৃত্য বিশাৰদ প্ৰদীপ চলিহা, অধ্যক্ষ তাৰিণী ভট্টাচাৰ্য, কনকচন্দ্ৰ ডেকা, নন্দ তালুকদাৰ, সোণাৰাম বৰুৱা, হৰেন্দ্ৰচন্দ্ৰ কলিতা, খ্যাতনামা সাংবাদিক হৰেন্দ্ৰ নাথ বৰুৱা, সাংবাদিকতাৰ বঁটাপ্ৰাপ্ত কীৰ্তিনাথ হাজৰিকা, অবনীন্দ্ৰ বৰা, ফণী তালুকদাৰ, হেমৰথ বৰ্মন, উত্তৰ গুৱাহাটীৰ কবি নাৰায়ণ বেজবৰুৱা, অধ্যাপক হিতেন্দ্ৰচন্দ্ৰ ভট্টাচাৰ্য, পৰেশচন্দ্ৰ শৰ্মা, দুৰ্গেশ্বৰ শৰ্মা আৰু ড° খৰ্গেশ্বৰ শৰ্মা আদিয়ে।

এয়া ত্ৰিছ-চল্লিছ বছৰৰ আগৰ কথা। ইয়াৰ ভিতৰত বহুজনে ইতিমধ্যে ইহ সংসাৰ এৰি গৈছে। তেখেতসকলৰ পুণ্য স্মৃতিৰ প্ৰতি শ্ৰদ্ধা জনাইছোঁ। তেনেকুৱা কোনো লোক আৰু জীৱিতসকলৰ ভিতৰতো সৰিতা সভাৰ লগত জড়িত কোনোজনৰ নাম আমাৰ নৱে বছৰীয়া ব্যৱহৃত স্মৃতিৰপৰা বাদ পৰি গৈছে যদি তেখেতসকলৰপৰা ক্ষমা বিচাৰিছোঁ।

এইসকল সাহিত্যানুৰাগী আৰু তাৰ ভিতৰতে সভাপতি স্বৰূপে বিহগী কবি ৰঘুনাথ চৌধাৰী, কবি নাট্যকাৰ অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, অধ্যাপক ৰজনীকান্ত দেব শৰ্মা আৰু সম্পাদক স্বৰূপে নৰেন্দ্ৰনাথ শৰ্মা, ড° হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য, হৰিনাথ শৰ্মা, অতুলচন্দ্ৰ বৰুৱা, ড° হেমন্ত কুমাৰ শৰ্মা, কনকচন্দ্ৰ ডেকা, ৰোহিণী কুমাৰ শৰ্মা, অৰুণ বৰুৱা, নগেন শৰ্মা, শুভচন্দ্ৰ বৰুৱা, গোবিন্দ মহন্ত আৰু শেহৰজন সুৰেন্দ্ৰমোহন ঠাকুৰীয়া আৰু সহকৰ্মীসকলৰ অৱদান-পুষ্ট হৈ থাকি শেহৰজন সভাপতি অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ পৰলোক প্ৰাপ্তি (১৭ জানুৱাৰী, ১৯৯১) পৰ্যন্ত সভাৰ পষেকীয়া কাৰ্যসূচীৰ লগে লগে আন সাহিত্যকৰ্মও চলি আছিল যেনে—

গ্ৰন্থ প্ৰণয়ন—লক্ষ্মীনাথ বেজবৰুৱা, পদ্ম নাথ গোহাঞি বৰুৱা, হেমচন্দ্ৰ বৰুৱা, কালিৰাম বৰুৱা, ৰঘুনাথ চৌধাৰী, অতুলচন্দ্ৰ হাজৰিকা, কালিৰাম মেধি, বিচিত্ৰনাৰায়ণ দত্তবৰুৱা আদিৰ জীৱন আৰু সাহিত্যকৰ্মৰ আলোচনাৰে গ্ৰন্থ প্ৰণয়ন কৰা হৈছিল।

বক্তৃতা প্ৰদান—বৰেণ্য সাহিত্যিক, গৱেষক ড° সূৰ্যকুমাৰ ভুএগ, দিবাকৰ গোস্বামী, নলবাৰী কলেজৰ অধ্যক্ষ ত্ৰৈলোক্য গোস্বামী, বৰপেটা সত্ৰৰ পণ্ডিত নাৰায়ণ দেব মিশ্ৰ, প্ৰাক্তন মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধি, অধ্যাপক ৰজনীকান্ত দেব শৰ্মা, পণ্ডিত মনোৰঞ্জন শাস্ত্ৰী, অধ্যাপক কমলেশ্বৰ শৰ্মা, ড° (পিছত ভাষা-

সাহিত্যাচাৰ্য) গোলোকচন্দ্ৰ গোস্বামী আদিক নিমন্ত্ৰণ কৰি আনি তেখেতসকলৰ তত্ত্বগধূৰ, পাণ্ডিত্যপূৰ্ণ বক্তৃতা প্ৰদানৰ ব্যৱস্থা কৰা হৈছিল।

সম্বৰ্ধনা জ্ঞাপন ঃ গভীৰ চৰ্চা গৱেষণাৰে অসমীয়া সাহিত্য-সংস্কৃতিলৈ প্ৰভূত বৰঙণি যোগোৱা ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য, ড° হেমন্তকুমাৰ শৰ্মা, জনসম্পৰ্ক (Mass communication) বিষয়ে গৱেষণা কৰি আমেৰিকীয় বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট উপাধি লাভ কৰা ড° ভূপেন হাজৰিকা, নাট্যপ্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱাক সম্বৰ্ধনা জ্ঞাপন কৰা হৈছিল।

জন্মদিৱস পালন ঃ হেমচন্দ্ৰ বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা, কালিৰাম মেধি, মফিজুদ্দিন আহমদ হাজৰিকা আদি লব্ধপ্ৰতিষ্ঠ সাহিত্যিকসকলৰ জন্ম শতবাৰ্ষিকী পালন কৰা হৈছিল।

এইখিনিতে একাষাৰ যোগ দিব খুজিছোঁ—সৰিতা সভাৰ মান-যশৰ লগত তাৰ পোনপটীয়া সম্বন্ধ নাথাকিলেও, সৰিতা সভাই যোগোৱা প্ৰেৰণাৰ কথা নিশ্চয় আছে বুলি ভাবিয়েই লিখিছোঁ এই কি আষাৰ।

সৰিতা সভাৰ প্ৰতিনিধি জনো অসম সাহিত্য সভাত যোগ দান কৰি মূল সভাৰ সম্মানীয় সভাপতিৰ পদত অধিষ্ঠিত হৈছিল এইসকলে—অধ্যক্ষ গিৰিধৰ শৰ্মা, অধ্যাপক তীৰ্থনাথ শৰ্মা আৰু অধ্যাপক মহেশ্বৰ নেওগ, অধ্যাপক সত্যেন্দ্ৰনাথ শৰ্মা, অধ্যাপক যোগেশ দাসে।

সক্ৰিয় সদস্য ৰূপে সৰিতা সভাৰ কামত আত্মনিয়োগ কৰাৰ লগতে উচ্চ মান বিশিষ্ট শৈক্ষিক পৰ্যায় লাভ কৰিছিল এই সকলে—ড° মহেশ্বৰ নেওগ, ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য, ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য আদিয়ে ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল আৰু ড° বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে বৰ্ধমান বিশ্ববিদ্যালয়ৰপৰা লাভ কৰিছিল ডি. লিট. আৰু সংস্কৃতৰ অনুষ্ঠানৰপৰা মহামহোপাধ্যায়। প্ৰতিষ্ঠাতা সম্পাদক নৱেন্দ্ৰনাথ শৰ্মাই লাভ কৰিছিল সাহিত্য অকাডেমীয়ে প্ৰবৰ্তন কৰা প্ৰথম বছৰত অনুবাদ বঁটা (পূৰ্ববৰ্তী বিশ বছৰৰ অসমীয়া অনুবাদকৰ ভিতৰত নিৰ্বাচন ক্ৰমে)।

এনেকৈ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি যথাসম্ভৱ সেৱা আগবঢ়াই শেহৰজন সভাপতি অধ্যাপক ৰজনীকান্ত দেৱ শৰ্মাৰ পৰলোকপ্ৰাপ্তিৰ (১৭ জানুৱাৰী, ১৯৯১) দুৰ্দিনটোলৈকে চলি আছিল সৰিতা সভাৰ কাম-কাজ।

কিন্তু দুৰ্ভাগ্যবশতঃ শেহৰজন সম্পাদকো তাৰ পিছতে কঠিন ৰোগত আক্ৰান্ত হৈ শয্যাশায়ী হোৱাত, পাহাৰৰ ওপৰত তেওঁৰ বাসস্থানৰপৰা নামি আহি সভাৰ কাম-কাজ চলাবলৈ অসমৰ্থ হৈ পৰিল। সভাপতি নোহোৱাত উদ্যোগী

সদস্য মেজৰ সত্যব্ৰত লহকৰে সভাপতিৰ হৈ অলপ দিন কাম কৰাৰ পিছত বহুদিনলৈকে সভাৰ প্ৰাণবায়ু যাওঁ যাওঁ অৱস্থাতে আছিল। প্ৰয়াত অতুল বৰুৱা, ড° হেমন্ত শৰ্মা, কনক ডেকা আদিয়ে সভাৰ পুনৰুত্থানৰ বাবে উদ্যোগ ল'বলৈ মোক বৰকৈ কৈছিল। কিন্তু ইতিমধ্যতে মই সৱিতা সভাৰ জন্মস্থান উজান বজাৰৰপৰা স্থানান্তৰিত হ'ব লগা হোৱাৰ লগতে স্বাস্থ্যহীনতাত পতিহত হৈ অকণো কামত লাগিব পৰা নাছিলোঁ। কিন্তু ক্ষয়িষ্ণু সৱিতাৰ মৰ্মবেদনাই অবিৰতভাৱে অন্তৰত খুন্দিয়াই আছিল। লগতে উদ্যোগী অধ্যাপক কনক ডেকাও সমানে উদ্বিগ্ন হৈ যোৱা ব'হাগ বিহুৰ পিছৰেপৰা মোক নিজে আহি টেলিফ'নেৰে বাৰম্বাৰ কৈ থাকিবলৈ ধৰিলে। 'নহয় ছাৰ, আপুনি কিবা এটা কৰক। মই আপোনাৰ লগত আছোঁ। ঘূৰা-পকা যি কৰিব লাগে মই কৰিম।'

ইপিনে বয়সৰ হেঁচাত গতিশীলতাই মোৰ লগ এৰিবলৈ আৰম্ভ কৰিছে। তথাপি 'কিবা এটা' হিচাপে ১৯ মে' তাৰিখৰ 'দৈনিক অসম'ত সকলো সাহিত্যপ্ৰেমী ৰাইজলৈ বুলি 'অন্তৰ্গামী সৱিতাৰ মৰ্মবেদনা' নাম দি এটা প্ৰবন্ধেৰে এক কৰুণ আবেদন জনালোঁ। তাৰেই ফলত ('ফলশ্ৰুতি'ত নহয়) নেকি কেইবাজনো সাহিত্যিকে সঁহাৰি জনালে। ডেকাই বহুজনৰ ঘৰে ঘৰে গৈ সৱিতা সভাৰ পুনৰুজ্জীৱিত কৰি তুলিবলৈ অহোপুৰুষাৰ্থ কৰিলে। অৱশেষত যোৱা ১২ জুন তাৰিখে এই লেখকৰ (নৰেন্দ্ৰনাথ শৰ্মাৰ) সভাপতিত্বত বহা সভাত প্ৰখ্যাত সাংবাদিক ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীক সভাপতি, ড° বাণীকান্ত শৰ্মাক কাৰ্যকৰী সভাপতি, অধ্যাপক ভৱপ্ৰসাদ চলিহাক উপ-সভাপতি, অধ্যাপক কনকচন্দ্ৰ ডেকাক সম্পাদক, নবদীপৰঞ্জন পাটগিৰিক ধন-ভঁড়ালী ৰূপে লৈ এখন কাৰ্যকৰী সমিতি গঠন কৰা হ'ল। এতিয়ালৈকে পুনৰুজ্জীৱিত সৱিতা সভাৰ কেইবাটিও অধিৱেশন হৈ গৈছে। অধিৱেশনসমূহত ৰাইজৰ উপস্থিতিও আশাপ্ৰদ। ভৱিষ্যতেও সাহিত্যানুৰাগীসকলৰ সক্ৰিয়া সহযোগ পাই থাকিলে সৱিতা সভাই তাৰ অতীত গৌৰব ঘূৰাই আনিব পাৰিব বুলি আশা হৈছে। শেহত এটা পৰামৰ্শেৰে সৱিতা সভাৰ কৰ্মকৰ্তাসকললৈ এটা পৰামৰ্শ আগবঢ়াব খুজিছোঁ।

প্ৰথম কথা হৈছে—এটা স্বকীয় অৱস্থিতি। আমাৰ দিনত আমি সভাৰ কাৰণে বহু চেষ্টা কৰিও সফল হ'ব নোৱাৰিলোঁ। এতিয়াও নতুন আশাৰে নতুন উদ্দীপনাৰে আপোনালোক আগবাঢ়ি আহিছে। সভাৰ নিজা ঘৰ মাটিৰ কাৰণে চেষ্টা কৰক।

দ্বিতীয়তে ক'ব খুজিছোঁ—অকল গুৱাহাটীতে বুলিয়েই নহয় অসমৰ ঠায়ে ঠায়ে চানী থকা সাহিত্যানুষ্ঠানসমূহত পতিত, আলোচিত প্ৰবন্ধাদিৰ মান যথেষ্ট

উন্নতমানৰ বুলি আত্মসন্তুষ্টি লাভ কৰা উচিত নহয়, আৰু এই নোহোৱাৰ কাৰণ হৈছে আমাৰ অধ্যয়নৰ পৰিসৰ আৰু গভীৰতা যিমান হ'ব লাগিছিল তাতকৈ বহুত কম। এই অবাঞ্ছিত অৱস্থাৰ উন্নতি সাধনৰ কাৰণে সাহিত্যানুষ্ঠানৰ আনুষ্ঠানিকভাৱে প্ৰয়োজন এটা অধ্যয়ন চক্ৰৰ। তাৰ বাবে লাগিব এটা গ্ৰন্থাগাৰ। সৱিতা সভাই এই বিষয়ত উদ্যোগ ল'ব নোৱাৰেনে ? গ্ৰন্থাগাৰটো অৱশ্যে দীৰ্ঘম্যাদী পৰিকল্পনাৰ কথাহে। সেয়ে হৈ নুঠালৈকে একোজন সদস্যই দুমাহৰ মূৰে মূৰে বহা বৈঠকসমূহক তেওঁ পঢ়া এখন গভীৰ তত্ত্বৰ কিতাপৰ যথাসম্ভৱ মূল্যায়ন কৰি একোটা প্ৰবন্ধ পাঠ কৰিব নোৱাৰিবনে ?* ▢

---

প্ৰবন্ধটো স্মৃতিভিত্তিক হোৱা বাবে ত্ৰুটী বৈ যোৱাটো স্বাভাৱিক—তাৰ বাবে ক্ষমা প্ৰাৰ্থনা কৰা হ'ল।

# উপনিষদৰ শিক্ষা

যোগেশ্বৰ শৰ্মা

মানৱ সভ্যতাৰ শ্ৰেষ্ঠ নিদৰ্শন হিচাপে যদি কোনো গ্ৰন্থৰ নামোল্লেখ কৰিবলগীয়া হয় তেতিয়া উপনিষদেই সিবোৰৰ ভিতৰত প্ৰথম স্থান অধিকাৰ কৰিব। উপনিষদ মানুহৰ চিন্তাধাৰাৰ প্ৰথম প্ৰকাশভূমি। ভাবৰ গভীৰতা, ভাষাৰ সৰলতা আৰু চিন্তাৰ উৎকৰ্ষতাৰ বাবে উপনিষদক মানুহৰ মানসিক চিন্তাধাৰাৰ সৰ্বশ্ৰেষ্ঠ অৱদান বুলিব পাৰি। পৃথিৱীৰ সকলোবোৰ ধৰ্মীয় গ্ৰন্থৰ মূল্য যদি নিৰ্ণয় কৰা হয়, তেতিয়া উপনিষদেই সেই সকলোবোৰৰ ভিতৰত সৰ্বোচ্চ স্থান অধিকাৰ কৰিব।

উপনিষদৰ প্ৰথম চিন্তা-চৰ্চা আৰু শিক্ষা-দীক্ষা সৰ্ব-সাধাৰণ মানুহৰ মাজত প্ৰচাৰিত হোৱা নাছিল। ই কেৱল মুষ্টিমেয় ধৰ্মপ্ৰাণ উচ্চ চিন্তাশীল লোকৰ মাজত আবদ্ধ হৈ আছিল। বেদ আৰু ব্ৰাহ্মণৰ স্বাভাৱিক আৰু সযুক্তিক জাতীয় চিন্তাধাৰাৰ লগে লগে আন এটা চিন্তাৰ স্ৰোত প্ৰবাহিত হৈছিল। এই চিন্তাধাৰাৰ নামকৰণ কৰা হৈছিল ঔপনিষদিক চিন্তাধাৰা। আৰ্যসকলৰ সৰহভাগ লোকেই বৈদিক ধৰ্মত লিপ্ত আৰু ব্ৰাহ্মণ গ্ৰন্থৰ উপাখ্যানসমূহত আবদ্ধ থাকি পৰৱৰ্তী যুগৰ পৌৰাণিক আখ্যান-উপাখ্যানসমূহৰ প্ৰস্তুতিৰ সম্বল যোগাইছিল। উপনিষদৰ মৌলিক চিন্তা হ'ল, এই বিশ্ব-ব্ৰহ্মাণ্ডৰ অন্তৰালত আছে এক আলৌকিক অদৃশ্য আৰু অখণ্ড মৌলিক সত্তা। উপনিষদৰ ঋষিসকলে অনেক যুগ ধৰি সেই মৌলিক সত্তাৰ অনুসন্ধানত আত্মনিয়োগ কৰিছে আৰু সেই চিন্তা ধাৰাৰ মাজেদিয়েই প্ৰবাহিত হৈ আছিল উপনিষদৰ অন্তৰ্নিহিত মৌলিকত্ব, নিভাজ গুণৰাশি আৰু অকৃত্ৰিম চিন্তাশক্তি। পৰৱৰ্তী কালত অনেক গ্ৰন্থ উপনিষদৰ নাম লৈ আবিৰ্ভূতও হৈছিল আৰু এইটো সহজে অনুমান কৰিব পাৰি সেই গ্ৰন্থকাৰসকলে তেওঁলোকে ৰচিত গ্ৰন্থক উপনিষদৰ সমান মৰ্যাদা দিবলৈ যত্ন কৰিছিল। এইদৰে উপনিষদৰ সংখ্যা ১০৮ লৈকে বৃদ্ধি পাইছিল, যদিও প্ৰকৃত পক্ষে মৌলিক উপনিষদৰ সংখ্যা মাত্ৰ তেৰখন।

বৈদিক সংহিতা, ব্ৰাহ্মণ আৰু আৰণ্যক গ্ৰন্থৰ অন্তত উপনিষদৰ আৱিৰ্ভাব আৰু সেইকাৰণে উপনিষদ বেদান্ত নামে পৰিচিত। ব্ৰাহ্মণ গ্ৰন্থৰ চিন্তাধাৰাৰ ক্ৰমোন্নতিৰূপে উপনিষদৰ প্ৰাদুৰ্ভাৱ। বেদ আৰু ব্ৰাহ্মণৰ যুগত যিবোৰ দেৱতাই আৰ্য মনীষীসকলক মন আকৰ্ষণ কৰিছিল উপনিষদৰ যুগত সেইবোৰ দেৱতাই সেইভাৱে ঋষি-মুনিসকলৰ মন আকৰ্ষণ কৰিব নোৱাৰা হ'ল। যদিও সাধাৰণতে উপনিষদ বেদৰ অংশ হিছাপে পৰিগণিত তথাপি উপনিষদৰ ধৰ্ম বৈদিক ধৰ্মৰ বিপৰীতভাৱে প্ৰবৰ্তিত হৈছিল। বৈদিক ঋষিসকলে এই বিশ্বৰ অন্তৰালত বহু দেৱতাৰ দৰ্শন লাভ কৰিছিল আৰু ব্ৰাহ্মণ গ্ৰন্থত সেই দেৱতাসমূহৰ পূজা-অৰ্চনাৰ আয়োজন সংঘটিত হৈছিল। উপনিষদৰ মৌলিক চিন্তাধাৰা হ'ল বহু দেৱতাবাদ বাদ দি এক দেৱতাৰ অনুসন্ধানত আত্মনিয়োগ কৰা। 'ঋগ্বেদৰ' শেষৰ পিনে এক দেৱতাৰ অনুভূতিৰ উল্লেখ পোৱা যায় যদিও উপনিষদত সেই এক দেৱতাৰ চিন্তাধাৰা সুদৃঢ় কৰি তোলা হৈছে। উপনিষদৰ ঋষিসকলে যি এক দেৱতাৰ ধাৰণা কৰিছিল, তেওঁলোকে সেই দেৱতাৰ নামকৰণ কৰিছিল ব্ৰহ্মন্ বা আত্মন্।

প্ৰকৃতিৰ অন্তৰালত যিবোৰ আচৰিত বা অদ্ভুত দৃশ্য দেখা পাইছিল, যিবোৰে তেওঁলোকৰ অন্তৰ চমৎকৃৎ কৰি তুলিছিল আৰু যিবোৰৰ ৰহস্য জনাৰ কাৰণে তেওঁলোকে আগ্ৰহান্বিত হৈ উঠিছিল, সেইবোৰেই হ'ল, সূৰ্য, বায়ু, বৰুণ. পৰ্জন্য আদি।

প্ৰকৃতিৰে সৈতে মানুহৰ যেতিয়া গভীৰ সম্বন্ধ ঘটিল আৰু যেতিয়া মানুহে সেইবোৰৰ সম্বন্ধে গভীৰভাৱে চিন্তা কৰিবলৈ ধৰিলে, তেতিয়া তেওঁলোকে বুজি পালে সেই আটাইবোৰেই ওতপ্ৰোতভাৱে জড়িত। সেই দেৱতাসমূহ ভিন্ ভিন্ দেৱতা নহয়, সেইবোৰ স্বতন্ত্ৰ নহয়, কিন্তু সেইবোৰ এক দেৱতাৰে ভিন্ন ভিন্ন ৰূপ মাথোন। এইদৰে দেখা গ'ল ঋগ্বেদৰ বহু দেৱতাবাদ গৈ উপনিষদত এক দেৱতাবাদত পৰিণত হ'ল। উপনিষদৰ ঋষিসকলে প্ৰত্যয়সহকাৰে ধাৰণা কৰিলে, এক দেৱতাই অগ্নি, জল, তৰু-গুল্ম, পৰ্বত-পাহাৰ আদি সকলোকে ব্যাপি বিৰাজমান হৈ আছে।

'শ্বেতাশ্বতৰোপনিষদ'ত পোৱা যায়ঃ—

যো দেৱো অগ্নৌ যো অপ্সু যো বিশ্বং ভুৱনমাবিবেশ।
য ওষধীষু যো বনস্পতিষু তস্মৈ দেৱায় নমো নমঃ।।[১]

---

১. শ্বেতাশ্বতৰোপনিষদ-২/১৭/

যি স্বয়ম্প্ৰকাশ দেৱ অগ্নিত অৱস্থিত, যি জলত অধিষ্ঠিত, যি ওষধিসমূহ প্ৰতিষ্ঠিত, যি বনস্পতিসমূহত বিৰাজিত, যি নিখিল জগতত অনুপ্ৰৱিষ্ট, সেই স্বয়ম্প্ৰকাশকক বাৰে বাৰে নমস্কাৰ কৰোঁ।

সময়ৰ সোঁতত ভাবৰ পৰিবৰ্তন অনায়াসে উপলব্ধ। 'ঋগ্বেদত' বিশ্ব-প্ৰকৃতিৰ বহিৰ্প্ৰকাশে ঋষিসকলৰ ভাবকল্পনাক জাগৰিত কৰি তুলিছিল। সেই বিশ্বপ্ৰকৃতিৰ সামগ্ৰীসমূহ হ'ল— সূৰ্য, আকাশ, পৰ্জন্য, উষা, অগ্নি আদি। প্ৰকৃতিৰ এই সামগ্ৰীসমূহেই তেওঁলোকৰ অন্তৰত গভীৰ অনুভূতি আৰু আলোড়নৰ সৃষ্টি কৰিছিল আৰু ঋষিসকলে সেইবোৰৰ প্ৰতি সূক্ত প্ৰণয়ন কৰি প্ৰাৰ্থনা জনাইছিল। কিন্তু উপনিষদত দেখিবলৈ পোৱা যায় আৰ্য-মনীষীসকলৰ মন অন্তৰ ৰাজ্যৰ ৰহস্যই আপ্লুত কৰি তুলিছে। এতিয়া বহিৰ্জগতৰ জাকজমকতাই ঋষিৰ মন সিমানখিনি আকৰ্ষণ কৰিব পৰা নাই যিমানখিনি আন্তৰিক ৰহস্যই আবৃত কৰি তুলিছে। এয়া অতি স্বাভাবিক মানসিক ক্ৰমোন্নতিৰ ফল। ভাবৰ শৈশৱ অৱস্থাত আৰ্য ঋষিসকলৰ মন বহিৰ্জগতৰ ৰহস্যই আবৰি ৰাখিছিল। সময়ৰ সোঁতত মনোবিজ্ঞানৰ ৰীতি অনুসৰি চিন্তাৰ স্ৰোত উন্নত হোৱাৰ লগে লগে বহিঃ জগতৰ ৰহস্যৰ ঠাইত অন্তৰ জগতৰ ৰহস্যই মানুহৰ মন বিশেষভাৱে ব্যাকুল কৰি তুলিলে আৰু তেওঁলোকৰ অন্তৰত বহিঃ জগতৰ হেপাহৰ ঠাইত অন্তৰ জগতৰ ৰহস্যই অধিকভাৱে আকৰ্ষিত কৰি তুলিলে। আজি তেওঁলোক বহিঃ জগতৰ চিন্তাতকৈ অন্তৰ জগতৰ চিন্তাত মগ্ন।

বৈদিক যুগৰ আৰ্য মনীষীসকলৰ মনে নক্ষত্ৰখচিত আকাশৰ তলত ঈশ্বৰৰ আৰ্বিভাৱ অনুভৱ কৰিছিল কিন্তু উপনিষদৰ যুগত তেওঁলোকৰ সেই মনেই পুনঃ নিজৰ অন্তৰতে সেই ঈশ্বৰৰ প্ৰকাশ দেখিবলৈ পালে আৰু লগতে তেওঁলোকে সেই ঈশ্বৰৰ সলনি অন্তৰ্নিহিত শক্তিক আত্মা বুলি অভিহিত কৰিব ধৰিলে। চিন্তাৰ ক্ৰমোন্নতিৰ লগে লগে অন্তৰ আত্মাৰ পৰিবৰ্তে জগদাত্মাৰ ধাৰণা কৰিব ল'লে আৰু ক্ৰমে ঈশ্বৰৰ পৰিবৰ্তে আত্মাৰ প্ৰয়োগ প্ৰচলিত হ'ল।

উপনিষদৰ যুগত আমি এটা অত্যধিক মানসিক অস্থিৰতাৰ ৰেখাপাত দেখিবলৈ পাওঁ। এইদৰে আৰ্যসকলৰ একাংশ লোকৰ মন উদ্বিগ্ন আৰু চিন্তান্বিত হৈ পৰিছিল। এই চিন্তাৰ ফলশ্ৰুতি হিচাপে উদ্ভৱ হৈছিল এটি অতি উচ্চ ধৰণৰ সংস্কৃতিৰ স্ৰোত। সেই সময়তে গংগা নদীৰ দাঁতিত অসংখ্য খ্যাতনামা বেদজ্ঞ শিক্ষকৰ আৰিৰ্ভাৱ হৈছিল, যিসকলে সংসাৰৰ সমস্ত লাহ-বিলাহ আৰু ভোগ-তৃষ্ণাৰপৰা আঁতৰি গৈ জীৱনৰ গভীৰতম সমস্যাৰ সমাধানত আত্মনিয়োগ কৰিছিল। জীৱনৰ এই অন্তৰ্নিহিত সমস্যা সমাধানৰ কাৰণে দূৰ-দূৰণিৰপৰা জ্ঞান পিপাসু ব্যক্তিসকল আহি সেই ঋষিসকলৰ ওচৰ চাপিছিল আৰু সমস্যা

সমাধানৰ কাৰণে তেওঁলোকৰ আশ্ৰয়তে নিজ ঘৰৰ পৰিয়ালৰ দৰে বাস কৰিছিল আৰু এইদৰেই গঢ় লৈ উঠিছিল এক প্ৰকাৰ শিক্ষা পদ্ধতি। সেই ঋষিসকলৰ গৃহকেই আশ্ৰম পদত অভিষিক্ত কৰা হৈছিল। সমাজৰ উত্তৰ পুৰুষসকলে এই শিক্ষানুষ্ঠানলৈ আহি জ্ঞানান্বেষণত আত্মনিয়োগ কৰিছিল, আৰু এইদৰেই গঢ়লৈ উঠিছিল সংস্কৃতিৰ এটি অভিনৱ স্তৰ।

'ছান্দোগ্যোপনিষদ'ত আমি দেখিবলৈ পাওঁ, সত্যকাম জাবাল হাৰিদ্ৰুমত গৌতমৰ ওচৰলৈ ব্ৰহ্মচৰ্য অৱলম্বন কৰি বাস কৰিবলৈ আহিছিলঃ—

স হ হাৰিদ্ৰুমতং গৌতমমেত্যোৱাচ ব্ৰহ্মচৰ্যং ভগৱতি ৱৎস্যাম্যুপেয়াং ভগৱন্তমিতি।[1]

সত্যকামে হাৰিদ্ৰুমত গৌতমৰ ওচৰলৈ গৈ ক'লে,— "আপোনাৰ ওচৰত মই ব্ৰহ্মচৰ্য অৱলম্বন কৰি বাস কৰিম; এই কাৰণে আপোনাৰ ওচৰলৈ আহিছোঁ।

সত্যকাম জাবালৰ আখ্যায়িকাৰ মাজেদি আমি এটা উল্লেখনীয় সম্ভেদ পাওঁ যে সেই সময়ত জাতিভেদ প্ৰথা প্ৰচলিত হৈছিল, তথাপি নিম্নস্তৰৰ লোককো ঋষিৰ আশ্ৰমত বিদ্যাৰ্থী হিছাপে স্থান দিয়া হৈছিল। ঋষি গৌতমে সত্যকামৰ গোত্ৰ সম্বন্ধে জানিব খোজাত সত্যকামে মাকৰপৰা যি শুনিছিল তাকেই আচাৰ্যক বিবৰি ক'লে। মাকে কৈছিল— "মই যৌৱন কালত বহুলোকৰ পৰিচৰ্যা কৰি তোমাক লাভ কৰিছোঁ। সেয়েহে মই তোমাৰ গোত্ৰ নাজানোঁ। মই জবালা — তুমি জাবাল সত্যকাম।" গৌতম ঋষিয়ে এই কথা শুনি ক'লে— "অব্ৰাহ্মণে কদাপি এইদৰে ক'বলৈ সমৰ্থ হ'ব নোৱাৰে। তুমি সমিধ আহৰণ কৰা। মই তোমাক উপনীত কৰিম। তুমি সত্যৰপৰা বিচলিত হোৱা নাই।"

এইদৰে আমি 'ছান্দোগ্যোপনিষদ'তে আকৌ দেখিবলৈ পাওঁ যে বিশিষ্ট শিক্ষক উদ্দালক আৰুণিয়ে তেওঁৰ পুত্ৰ শ্বেতকেতুক ব্ৰহ্মচৰ্য অৱলম্বন কৰিবলৈ আন কোনো শিক্ষকৰ ওচৰলৈ যাবলৈ নিৰ্দেশ দিছিল। পিতা আৰুণিয়ে পুত্ৰ শ্বেতকেতুক ক'লে— "হে শ্বেতকেতু, তুমি ব্ৰহ্মচৰ্য অৱলম্বন কৰা। আমাৰ বংশত কোনেও বেদাধ্যয়ন নকৰাকৈ ব্ৰহ্মবন্ধুৰ নিচিনা হোৱা নাই। তুমিও তেনেকুৱা নহ'বা।"[1] পিতৃৰ আজ্ঞামতে শ্বেতকেতু গুৰুগৃহলৈ গ'ল।

ঔপনিষদিক যুগৰ সৰ্বশ্ৰেষ্ঠ বিদগ্ধ শিক্ষক ঋষিপ্ৰৱৰ যাজ্ঞবল্ক্য। 'বৃহদাৰণ্যোপনিষদ'ৰ বৃহৎ অংশ যাজ্ঞবল্ক্যৰ বিবিধ উপদেশেৰে পৰিপূৰ্ণ। বহু জ্ঞান-পিপাসুৰ বহু দাৰ্শনিক সমস্যাৰ সমাধান কৰ্তা ঋষিৰাজ যাজ্ঞবল্ক্য।

---

১. শ্বেতকেতুৰ্হাৰুণেয় আস তং হ পিতোবাচ শ্বেতকেতো বস ব্ৰহ্মচৰ্যং
ন বৈ সোম্যাস্মৎ কুলীনোঽননূচ্য ব্ৰহ্মবন্ধুৰিব ভৱতীতি। (ছা -৬/১/১)

উপনিষদিক যুগৰ সভ্যতা আৰু সংস্কৃতিৰ স্ৰোত কেৱল যে অৰণ্যত আশ্ৰমৰ পৰিবেষ্টনীৰ মাজতে আবদ্ধ হৈ আছিল এনে নহয়, সেই সংস্কৃতিৰ স্ৰোত ৰজা, মহাৰজাৰ ৰাজসভালৈকো বিয়পি পৰিছিল। ৰজাবিলাকেও অৰণ্যত আলোচিত দাৰ্শনিক তথ্য ৰাজ্যতে বহি আলোচনা কৰিছিল। ঋষিসকলে অৰণ্যত বহি যি দাৰ্শনিক তথ্যৰ অনুসন্ধান চলাইছিল, ৰজাবিলাকে ৰাজ্যাশ্ৰমত বহিয়ে তাতোকৈ অধিক তথ্যৰ অনুসন্ধানত আত্মনিয়োগ কৰিছিল। উপনিষদৰ বহু ঠাইত পোৱা যায় যে ব্ৰাহ্মণ ঋষিসকলে ক্ষত্ৰিয় ৰজাসকলৰপৰা গভীৰ দাৰ্শনিক তথ্যৰ অনুসন্ধান লাভ কৰিছিল। প্ৰকৃতপক্ষে ক'বলৈ গ'লে উপনিষদৰ গভীৰ তত্ত্বসমূহ প্ৰথমে ক্ষত্ৰিয়সকলৰ মাজতেই আৰ্বিভূত হৈছিল। ক্ষত্ৰিয়ৰপৰাহে ব্ৰাহ্মণসকলে এই ৰহস্যবিদ্যা আয়ত্ত কৰিবলৈ সমৰ্থ হৈছিল।

'ছান্দোগ্যোপনিষদ'ত পোৱা যায় শ্বেতকেতু আৰু তেওঁৰ পিতৃ উদ্দালক আৰুণি উভয়ে পাঞ্চাল দেশৰ ৰজা প্ৰবাহণ জৈবলিৰপৰা ব্ৰহ্মবিদ্যা লাভ কৰিছিল।

সেই উপনিষদতে আকৌ পোৱা যায় বিদ্যাগৰ্বিত হৈ শ্বেতকেতুৱে প্ৰবাহণ জৈবলিৰ ৰাজ সভাত উপস্থিত হ'ল। ৰজাই তেওঁক কেইটামান প্ৰশ্ন জিজ্ঞাসা কৰিলে। শ্বেতকেতুৱে সেইবোৰৰ কোনোটোৰেই উত্তৰ দিব নোৱাৰি নিজ ঘৰলৈ উভতি আহিল আৰু পিতাকক সমস্ত কথা বিবৰি ক'লে, "সেই ক্ষত্ৰিয় ৰজাই মোক পাঁচটা প্ৰশ্ন সুধিলে মই কিন্তু কোনো এটাৰো উত্তৰ দিব নোৱাৰিলোঁ।" তেতিয়া পিতাকে ক'লে— "হে পুত্ৰ, এই পাঁচোটা প্ৰশ্নৰ কোনোটোৰেই উত্তৰ মই নিজেই নাজানোঁ, জানিলে তোমাক জানো নোকোৱাকৈ থাকিলোহেঁতেন।"[1] তেতিয়া পিতা আৰু পুত্ৰ উভয়ে ক্ষত্ৰিয় ৰজাৰ ওচৰলৈ গ'ল আৰু তেওঁ জিজ্ঞাসা কৰা পাঁচটা প্ৰশ্নৰ যথাযথ সমিধান দিবলৈ অনুৰোধ জনালে। ৰজাই তেওঁলোকৰ অনুৰোধ ৰক্ষা কৰিবলৈ প্ৰস্তুত হ'ল আৰু লগতে এটা অতি তাৎপৰ্যপূৰ্ণ মন্তব্য প্ৰকাশ কৰিলেঃ "এই ৰহস্যবিদ্যা প্ৰথমে ব্ৰাহ্মণসকলৰ অৱগত নাছিল। এয়া অকল ক্ষত্ৰিয়সকলৰ মাজতে আবদ্ধ আছিল আৰু তেওঁলোকেই এই বিদ্যাৰ একচেটিয়া অধিকাৰী, সেই বাবেই তেওঁলোকে এই বিদ্যাত ব্ৰাহ্মণতকৈ শ্ৰেষ্ঠ বুলি দাবী কৰে—"

ন প্ৰাক্ ত্বত্তঃ পুৰা বিদ্যা ব্ৰাহ্মণান্ গচ্ছতি তস্মাদু সৰ্বেষু
লোকেষু ক্ষত্ৰস্যৈৱ প্ৰশাসনমভূদিতি।[1]

তোমাৰ পূৰ্বে অতীতত কোনো ব্ৰাহ্মণেই এই বিদ্যা লাভ কৰা নাই।

---

১. পঞ্চ মা ৰাজন্যবন্ধুঃ প্ৰশ্নানপ্ৰাক্ষীত্তেষাং নৈকঞ্চনাশকং বিবক্তুমিতি। স হোবাচ যথা মা ত্বং তদৈতানবদো যথাহমেষাং নৈকঞ্চন বেদ যদ্যহমিমানবেদিষ্যং তে নাবক্ষ্যমিতি। (ছা -৫/৩/৫)

এই জ্ঞানৰ ক্ষত্রিয়সকলেই একমাত্র অধিকাৰী। সেই কাৰণে সকলো লোকতে ক্ষত্রিয়সকলৰেই এই বিষয়ত উপদেশ দিবৰ ক্ষমতা আছিল।

এইটো বিশেষভাৱে মন কৰিবলগীয়া উক্তি। ইয়াৰ তাৎপৰ্য এই যে যেতিয়া ব্রাহ্মণসকলে একান্তমনে কেৱল যাগ-যজ্ঞ আৰু সেই সম্পৰ্কীয় দেৱ-দেৱতাৰ স্তুতি-বন্দনাত নিজকে নিমগ্ন কৰি ৰাখিছিল তেতিয়া ক্ষত্রিয়সকলে সেইবোৰৰপৰা মুক্ত হৈ স্বাধীনভাৱে আধ্যাত্মিক চিন্তাত মনোনিৱেশ কৰিছিল আৰু পৰমাৰ্থ জ্ঞানলাভত সিদ্ধি লাভ কৰিছিল। এইটো নিঃসন্দেহে ক'ব পৰা যায় যে উপনিষদৰ নিগূঢ় তত্ত্ব প্রথমে ব্রাহ্মণসকলৰ জ্ঞাত নাছিল। এইটো আকৌ সম্যকৰূপে উপলব্ধি কৰিব পৰা যায় 'ছান্দোগ্যোপনিষদ'ৰপৰা, কিয়নো তাত দেখা যায় পাঁচজন প্রসিদ্ধ ব্রাহ্মণ শিক্ষকে ব্রহ্মবিদ্যাৰ জিজ্ঞাসু হৈ ক্ষত্রিয় ৰজাৰ ওচৰ চাপিছিল।[1]

উপমন্যুৰ পুত্র প্রাচীনশাল, পুলুষ পুত্র সত্যযজ্ঞ, ভাল্লবিপুত্র ইন্দ্রদ্যুম্ন, শৰ্কৰাক্ষপুত্র জন আৰু অশ্বতৰাশ্বপুত্র বুড়িল— এইসকল মহা গৃহস্থ আৰু বেদজ্ঞান সম্পন্ন লোক সন্মিলিত হৈ এইদৰে বিচাৰ কৰিছিল— 'কোন আমাৰ আত্মা? ব্রহ্ম কি?" "কো ন আত্মা কিং ব্রহ্মেতি।" তেওঁলোকে চিন্তা কৰিলে যে সেই যুগৰ সৰ্বশ্রেষ্ঠ শিক্ষক উদ্দালক আৰুণিয়েই বৈশ্বানৰ আত্মা সম্বন্ধে বিশেষ অভিজ্ঞ। তেওঁলোকে স্থিৰ কৰিলে যে তেওঁলোকক সমস্যাৰ সবিশেষ সমাধানৰ বাবে তেওঁলোকে উদ্দালক আৰুণিৰ ওচৰ চাপিব।[2] উদ্দালকে মনে মনে স্থিৰ কৰিলে "এই মহাশ্রোত্রিয়সকলৰ প্রশ্নৰ উত্তৰ মই দিব নোৱাৰিম। গতিকে আন এজন উপদেষ্টাৰ বিষয়ে ক'লে যে সম্প্রতি কেকয় পুত্র অশ্বপতি এই বৈশ্বানৰ আত্মাৰ সম্বন্ধে বিশেষভাৱে অৱগত। ব'লক আমি আটায়ে তেওঁৰ ওচৰলৈ যাওঁ।" এইদৰে কৈ তেওঁলোক আটায়ে আশ্বপতিৰ ওচৰ চাপিল।[3] উপনিষদৰ যুগ আছিল উৎকৃষ্ট জ্ঞানান্বেষণৰ যুগ। এজন শিক্ষকৰ ওচৰত জ্ঞানৰ পিপাসা পূৰ্ণ নহ'লে আন এজন শিক্ষকৰ ওচৰলৈ ঢাপলি মেলিছিল। সেই যুগৰ শিক্ষা যে কেৱল মাত্র আধ্যাত্মিক বিষয়তে আবদ্ধ আছিল এনে নহয়, তেওঁলোকৰ শিক্ষা বিভিন্ন বিষয়ত পৰ্যবসিত আছিল। এই সম্বন্ধে 'ছান্দোগ্যোপনিষদ'ৰ সপ্তম অধ্যায়ত এটা বিস্তৃত বিৱৰণ পোৱা যায়। ঋষি সনৎকুমাৰৰ ওচৰত উপস্থিত হ'ল মুনি নাৰদ। নাৰদে ক'লে "ভগৱান্, মোক

১. ছান্দোগ্যোপনিষদ -৫/৩/৭

২. ছান্দোগ্যোপনিষদ -৫/১১/১-৪

৩. ছান্দোগ্যোপনিষদ -৫/১১/১-৪

কিছু শিক্ষা দিয়ক।" ঋষিয়ে ক'লে— "তুমি কি কি জানা সেইবোৰ মোক আগেয়ে কোৱা।" তেতিয়া নাৰদে তেওঁৰ পঠিত শাস্ত্ৰসকলৰ নাম ক'লে— "ঋগ্‌বেদ, যৰ্জুবেদ, সামবেদ, অৰ্থবেদ, ইতিহাস, পুৰাণ, বেদৰ বেদ, পিত্ৰ্য (শ্ৰাদ্ধকল্প), ৰাশি (গণিত শাস্ত্ৰ), দৈৱ (ভৌতিক উৎপাত বিজ্ঞান), নিধি (ভূগৰ্ভস্থৰত্নাদিবিজ্ঞান), বাকোবাক্য (বিতৰ্ক শাস্ত্ৰ), একায়ন (নীতিশাস্ত্ৰ), দেৱবিদ্যা, ব্ৰহ্মবিদ্যা(বেদাংগ ছয়বিধ), ভূতবিত্যা (পদাৰ্থবিজ্ঞান), ক্ষত্ৰবিদ্যা (ৰাজনীতি), নক্ষত্ৰ বিদ্যা, সৰ্পবিদ্যা (বিষবিদ্যা), দেৱজন বিদ্যা (নৃত্য, গীত, বাদ্য, গন্ধদ্ৰব্য প্ৰস্তুতি প্ৰভৃতি)।"[১] এই তালিকাত আধ্যাত্মিক বিষয়ৰ বাহিৰেও এঘাৰটা পাৰ্থিব বিদ্যাৰ নাম পোৱা যায়। ইয়াৰপৰা এইটো সহজে অনুমান কৰিব পাৰি যে শিক্ষকসকলে শিষ্যৰ কেৱল আধ্যাত্মিকভাবৰ সঞ্চাৰ হোৱাৰ ওপৰতে গুৰুত্ব নিদি সমাজৰ আদৰ্শ সদস্যৰূপে গঢ় দিয়াৰ প্ৰতি লক্ষ্য ৰাখিছিল। ইয়াৰপৰা এইটো সহজে অনুমান কৰিব পাৰি যে উপনিষদৰ যুগ আছিল এটি উচ্চ স্তৰৰ সভ্যতাৰ যুগ। বিদ্বানলোক, বিদুষী নাৰী আৰু জ্ঞানপিপাসু ছাত্ৰ এই আটাইবোৰেই জীৱনৰ আধ্যাত্মিক সমস্যা সমাধান কৰিবলৈ প্ৰয়োজন হ'লে এজন শিক্ষকৰপৰা আন এজন শিক্ষকৰ ওচৰলৈ গৈ হ'লেও জ্ঞানৰ পিপাসা পৰিপূৰণ কৰিছিল। প্ৰকৃতপক্ষে ক'বলৈ গ'লে সত্যৰ অনুসন্ধাত তেওঁলোকে আত্মনিয়োগ কৰিছিল। তেওঁলোকৰ আলোচনাৰ প্ৰধান বিষয় আছিল— "পৰম সত্য বস্তু কি?"— "কো নু আত্মা কিং ব্ৰহ্মেতি।"[২] আত্মা কি, ব্ৰহ্ম কি? এয়া আছিল তেওঁলোকৰ অন্বেষণৰ মূল বস্তু।

'কেনোপনিষদ'ৰ ঋষিয়ে প্ৰশ্ন কৰিছে ঃ—

কেনেষিতং পততি প্ৰেষিতং মনঃ কেন প্ৰাণঃ প্ৰথমঃ প্ৰৈতি যুক্তঃ।
কেনেষিতং ৰাচমিমাং ৱদন্তি চক্ষুঃ শ্ৰোত্ৰং ক উ দেৱো যুনক্তি।।[৩]

কাৰ অভিপ্ৰায়ানুসাৰে প্ৰেৰিত হৈ মনে অভিলষিত বিষয়ৰ প্ৰতি গমন কৰে? কাৰদ্বাৰা নিয়োজিত হৈ সৰ্বপ্ৰধান প্ৰাণে নিজ-কাৰ্যৰ প্ৰতি গমন কৰে? লোকসকলে কাৰ ইচ্ছানুসৰি বাক্য উচ্চাৰণ কৰে? কোন জ্যোতিষ্মান পুৰুষেইবা চকু আৰু কাণক নিজ নিজ বিষয়ত নিযুক্ত কৰে?

---

১. ছান্দোগ্যোপনিষদ -৭/১/১
২. ছান্দোগ্যোপনিষদ -৫/১১/১
৩. কেনোপনিষদ -১/১

ইয়াৰপৰা বুজা যায় যে উপনিষদৰ যুগ আছিল ঘাইকৈ অন্বেষণৰ যুগ। এই অন্বেষণৰ মাজেদি তেওঁলোকে আবিষ্কাৰ কৰিছিল বহু দেৱতাৰ ঠাইত এক পৰম দেৱতা যাক তেওঁলোকে ব্ৰহ্ম বুলি আখ্যা দিছিল। এই ব্ৰহ্মৰ জ্ঞান লাভ কৰাই উপনিষদৰ শিক্ষাৰ চৰম উদ্দেশ্য। উপনিষদৰ শিক্ষা ব্ৰহ্মচৰ্য, গৃহস্থ আৰু সন্ন্যাসী এই সকল আশ্ৰমবাসীৰ কাৰণে প্ৰযোজ্য আছিল। ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়সকলৰ কাৰণে ব্ৰহ্মচৰ্যাশ্ৰম বা গুৰুকুলত আবাসিক ছাত্ৰৰূপে বিদ্যাভাস কৰা বাধ্যতামূলক আছিল। উপনয়ন সংস্কাৰৰ পিছত ব্ৰহ্মচাৰীসকলে গুৰুকুললৈ গৈ দ্বাদশ বৰ্ষ পৰ্যন্ত বেদ অধ্যয়ন কৰিছিল। 'ছান্দোগ্যোপনিষদ'ত পোৱা যায় যে শ্বেতকেতুৱে বাৰ বছৰ বয়সত গুৰুগৃহলৈ গৈ সমস্ত বেদ অধ্যায়ন কৰি চৌবিছ বছৰ বয়সত ঘৰলৈ উভতি আহিছিল।

— স হ দ্বাদশবৰ্ষ উপেত্য চতুৰ্বিংশতিবৰ্ষঃ সৰ্বান্ বেদানধীত্য....।[১] এই ব্ৰহ্মচাৰী দুই প্ৰকাৰৰ আছিল, যেনে— উপকুৰ্বাণ আৰু নৈষ্ঠিক। নৈষ্ঠিক ব্ৰহ্মচাৰীসকলে গোটেই জীৱন গুৰুগৃহতে বাস কৰিছিল। তেওঁলোকে বিবাহ কৰোৱা নাছিল আৰু তেওঁলোকেই বিদ্যাবংশ অক্ষুণ্ণ ৰাখিছিল আৰু তেওঁলোকেই আচাৰ্যৰ দেহ ত্যাগৰ অন্তত আচাৰ্য পদত অধিষ্ঠিত হৈছিল। উপৰ্কুবাণ ব্ৰহ্মচাৰীসকলে বিদ্যা সমাপ্ত কৰি পিতৃগৃহলৈ উভতি আহিছিল। তেওঁলোকে গৃহস্থাশ্ৰমত প্ৰৱেশ কৰি বিবাহ আদি কাৰ্য সমাপ্ত কৰিছিল। এই ব্ৰহ্মচাৰীসকলৰ ভিতৰত শতকৰা নৱৈজনেই উপকুৰ্বাণ ব্ৰহ্মচাৰী আছিল। উপকুৰ্বাণ ব্ৰহ্মচাৰীসকলক যাতে আদৰ্শ গৃহী হ'ব পাৰে, যাতে সমাজত আদৰ্শ সভ্য হ'ব পাৰে সেই সকলোবোৰৰে শিক্ষা গুৰুগৃহত সম্পূৰ্ণভাৱে দিয়া হৈছিল। শ্ৰম, সত্যবাদিতা, সেৱা, গুৰুভক্তি, বিদ্যানুৰাগ, বৈৰাগ্য, সকলো প্ৰাণীৰ প্ৰতি সমভাৱ প্ৰভৃতি শিক্ষাৰ অংগ আছিল। অগ্নিচৰ্যা, গো-সেৱা আৰু দৈনন্দিন ভিক্ষা বৃত্তি অৱলম্বন কৰা বাধ্যতামূলক আছিল। গুৰুৰ আশ্ৰমত ধনী-দৰিদ্ৰ, ৰজা-মহাৰজা সকলোৰে পুত্ৰসকলে দ্বাদশবৰ্ষ গুৰুগৃহত থকা সময়ত সকলোৱে প্ৰতিদিনে ভিক্ষা কৰিবলগীয়া হৈছিল। তেওঁলোকৰ ভিতৰত কোনো উচ্চ-নীচ আপোন-পৰ আদি কোনো ধৰণৰ ভেদাভেদ ভাব নাছিল। গো-সেৱা আছিল শিক্ষাৰ অপৰিহাৰ্য অংগ। এই কথা সত্যকামৰ দৃষ্টান্তৰপৰা সুন্দৰভাৱে উপলব্ধি কৰিব পাৰি। সত্যকামৰ গুৰুৱে তেওঁক চাৰিশ গৰু দি দূৰ দেশলৈ পঠিয়াই দিলে আৰু সত্যকামে সেই গৰুবোৰৰ পৰিচৰ্যা কৰি সিহঁতৰ কিমান সংখ্যা

---

১. ছান্দোগ্যোপনিষদ -৬/১/২

বৃদ্ধি কৰিব পাৰে, সেইটো তেওঁক (গুৰুক) দেখুৱাবলৈ ক'লে। কেইবছৰমানৰ অন্তত সত্যকামৰ গৰুৰ সংখ্যা এহাজাৰ হ'ল, তেতিয়া তেওঁ গুৰুগৃহলৈ উভতি আহিল।[১]

ব্ৰহ্মচাৰীসকলে বাৰ বছৰ সময় গুৰুগৃহত থাকি বেদ-বেদাংগাদি বিবিধ শাস্ত্ৰ আয়ত্ত কৰিছিল। ব্ৰহ্মচাৰীসকলে ভৰণ-পোষণৰ ভাৰ গুৰুৰ ওপৰতে ন্যস্ত আছিল। অৱশ্যে ব্ৰহ্মচাৰীসকলে দৈনিক ভিক্ষা বৃত্তি অৱলম্বন কৰিবলগীয়া হৈছিল। ব্ৰহ্মচাৰীসকলক অন্তেবাসী বুলি আখ্যা দিয়া হৈছিল। গুৰুগৃহত বিদ্যা-অধ্যয়ন সমাপ্তি হ'লে তেওঁলোকে নিজ পিতৃগৃহলৈ উভতি আহিছিল। গুৰুগৃহৰপৰা পিতৃগৃহলৈ উভতি অহা দিনটোৰ নাম আছিল সমাবৰ্তন। সমাবৰ্তনৰ উৎসৱৰ দিনা গুৰুৱে শিষ্যক যি ভাষণ দিছিল তাক সমাবৰ্তন ভাষণ বোলা হৈছিল। সমাবৰ্তন ভাষণৰ সাৰমৰ্ম আছিল এনেধৰণৰ— "সত্য কথা ক'বা। ধৰ্ম আচৰণ কৰিবা। বেদ-অধ্যয়নৰপৰা কদাপি বিচ্যুত নহ'বা।"

'উপনিষদৰ নীতি' শীৰ্ষক প্ৰবন্ধত সমাবৰ্তন ভাষণ সম্পৰ্কে বিস্তৃতভাৱে উল্লেখ কৰা হোৱা হেতু ইয়াত সেই সম্বন্ধে পুনৰুক্তি কৰা নহ'ল। লেখকৰ "উপনিষদৰ সৌৰভ" গ্ৰন্থ দ্ৰষ্টব্য।

তপস্যা, সৰলতা, অহিংসা, দান আৰু সত্যভাষণৰ অভ্যাস আদিৰ কাৰণে উপনিষদৰ উপদেশ বিশেষভাৱে মন কৰিবলগীয়া। তপস্যা বুলিলে সাধাৰণতে বাচিক-কায়িক-মানসিক সংযম, বৈৰাগ্য আৰু তিতিক্ষা আদিকে বুজা যায়। সাধনাৰ প্ৰথম পদক্ষেপ সৰলতা। সৰলতা অবিহনে কোনো সাধনাই সিদ্ধ হ'ব নোৱাৰে। 'ছান্দোগ্যোপনিষদ'ত ব্যক্ত কৰা হৈছেঃ 'যত্তপো দানমাৰ্জৱমহিংসা সত্যবচনমিতি তা অস্য দক্ষিণাঃ।'[২] তপস্যা, দান, সৰলতা, হিংসা-হীনতা আৰু সত্য-ভাষণ এই সকলোবোৰ জীৱন-যজ্ঞৰ দক্ষিণা। এইবোৰেই হ'ল দিব্যজীৱন লাভৰ বাবে প্ৰকৃত দক্ষিণা, দ্ৰব্যতাস্বৰূপ দক্ষিণা হ'ল নিম্নস্তৰৰ।

উপনিষদৰ উল্লেখযোগ্য শিক্ষা হ'ল সত্যনিষ্ঠা। সেয়েহে দেখা যায় সমাবৰ্তন ভাষণৰ প্ৰথম উপদেশেই হ'ল 'সত্যং বদ'। 'ছান্দোগ্যোপনিষদ'ত সত্যকামৰ আখ্যায়িকাৰপৰা সত্যনিষ্ঠাৰ এটা উৎকৃষ্ট উদাহৰণ পোৱা যায়। এই আখ্যায়িকা সম্বন্ধে আন ঠাইত বিতংভাৱে উল্লেখ কৰা হৈছে।

---

১. ছান্দোগ্যোপনিষদ -৪/৪/৫

২. ছান্দোগ্যোপনিষদ -৩/১৭/৪

উপনিষদৰ আন এটা উল্লেখনীয় শিক্ষা হ'ল— ইন্দ্ৰিয় আৰু মনৰ সংযম। ইন্দ্ৰিয় সংযম কৰিব নোৱাৰিলে, কদাপি আত্ম-তত্ত্ব লাভ কৰিবপৰা নাযায়। মনক সংযম কৰিব পাৰিলেহে ইন্দ্ৰিয়ক সংযম কৰা সম্ভৱপৰ হ'ব পাৰে। অসংযতচিত্তই আত্মোপলব্ধিৰ প্ৰধান অন্তৰায়। অসংযতচিত্তৰ লোকক ব্ৰহ্মবিদ্যা দান কৰা নিষিদ্ধ। যিসকলৰ চিত্তত কুটিলতা, মিথ্যাত অনুৰাগ, মিথ্যাচৰণত মায়া (অজ্ঞানজনিত মোহ আৰু আসক্তি) আছে তেওঁলোকে সেই বিমল ব্ৰহ্মালোকলৈ গতি কৰিব নোৱাৰে। যিসকলে অসত্যক বাদ দি সত্যত স্থিৰ থাকে তেওঁলোকেই ব্ৰহ্মালোক লাভ কৰে।

'প্ৰশ্নোপনিষদ'ত কৈছে ঃ

তেষামসৌ বিৰজো ব্ৰহ্মালোকঃ। ন যেষু জিহ্মমনৃতং ন মায়া চ, ইতি।[১]

যিসকলৰ ভিতৰত কুটিলতা, অসত্য আৰু মিথ্যাচাৰ নাই, তেওঁলোকৰ পক্ষে বিশুদ্ধ ব্ৰহ্মালোক প্ৰাপ্তি সম্ভৱ।

উপনিষদৰ অন্যতম শিক্ষা হ'ল পাৰ্থিব ঐশ্বৰ্য আৰু ভোগৰ অনিত্যতা প্ৰতিপন্ন কৰা। ভোগৰ পথ ত্যাগ কৰি ত্যাগৰ পথ অৱলম্বন কৰিব পাৰিলেহে মানুহে চৰম শান্তিৰ পথ লাভ কৰিব পাৰে। 'কঠোপনিষদ'ত পোৱা যায় বালক নচিকেতাক যমৰাজে পাৰ্থিব ঐশ্বৰ্য আৰু ভোগৰ নানাবিধ প্ৰলোভন দেখুৱাইও নিজ উদ্দেশ্যৰপৰা বিচলিত কৰিব নোৱাৰিলে। বৰং নাচিকেতাই পাৰ্থিব ভোগৈশ্বৰ্যৰ অসাৰতা আৰু অনিত্যতা প্ৰতিপন্ন কৰিবলৈ ক'লেঃ

শ্বোভাবা মৰ্ত্যস্য যদন্তকৈতৎ সৰ্বেন্দ্ৰিয়াণাং জৰয়ন্তি তেজঃ।

অপি সৰ্বঞ্জীবিতমল্পমেৱ, তৱৈৱ বাহাস্তৱ নৃত্যগীতে।।[২]

হে যমৰাজ "আপুনি যিবোৰ ভোগ্যবস্তু (হিৰণ্য, ৰথ, নাৰী, অশ্ব ইত্যাদি) মোক দিব বিচাৰিছে সেই আটাইবোৰেই ক্ষণস্থায়ী— আজি আছে, কালিলৈ থাকিবনে নাথাকে সন্দেহ। এইবোৰে মানুহৰ সমস্ত শক্তি ক্ষয় কৰে। আৰু আপুনি যি দীৰ্ঘজীৱন মোক দিব বিচাৰিছে, সেয়াও অনন্তকালৰ তুলনাত নিচেই কম। গতিকে এই ৰথ, অশ্ব প্ৰভৃতি বাহন, নৃত্য-গীত এই সমস্ত আপোনাৰেই থাকক (মোক নালাগে), মোক এইবোৰৰ একোকেই নালাগে।

---

১. প্ৰশ্নোপনিষদ -১/১৬
২. কঠোপনিষদ -১/১/২৬

যমৰাজৰ প্ৰতিশ্ৰুত লোভনীয় বস্তুসমূহে নচিকেতাক প্ৰলুব্ধ কৰিব নোৱাৰিলে। মহাসমুদ্ৰৰ দৰে অক্ষুব্ধ হৈ ৰ'ল নচিকেতা আৰু পুনঃ তেওঁ ক'ব ধৰিলে— 'ন বিত্তেন তৰ্পণীয় মনুষ্যঃ'[১] বিত্ত বা ধনৰদ্বাৰা মানুহৰ তৃপ্তি লাভ হ'ব নোৱাৰে। যিমান পায় সিমানে লাগে, গতিকে তাতে অতৃপ্তি, কেৱল বৃদ্ধি পায় কামনা আৰু তৃপ্তি।

এই কামনা, লোভ আৰু মোহেই শ্ৰেয়পথৰ প্ৰধান অন্তৰায়। সেয়েহে উপনিষদে এই ৰিপুবোৰ দমনৰ অনুশাসন বহুবাৰ উল্লেখ কৰিছে। উপনিষদে ইন্দ্ৰিয়সংযমৰ শিক্ষা দিছে কিন্তু ইন্দ্ৰিয়নিগ্ৰহৰ কথা কোৱা নাই। মানুহে হৃদয়ৰপৰা সকলো কামনা-বাসনাৰ উচ্ছেদ সাধন কৰিব পাৰিলে পৰম আনন্দ লাভ কৰিবলৈ সমৰ্থ হয়। বিষয়ৰ প্ৰতি আসক্তি আৰু তাৰপৰা ওপজা কামনা-বাসনাই মানুহৰ আত্মজ্ঞান লাভৰ প্ৰধান প্ৰতিবন্ধক। প্ৰতিবন্ধক আঁতৰ কৰিব নোৱাৰিলে অভীষ্ট বস্তু লাভ কৰা অসম্ভৱ।

'কঠোপনিষদ'ত কৈছে :

যদা সৰ্বে প্ৰমুচ্যন্তে কামা যেইস্য হৃদি শ্ৰিতাঃ।

অথ মৰ্ত্যোইমৃতো ভৱত্যত্ৰ ব্ৰহ্ম সমশ্নুতে।।[২]

মানুহৰ হৃদয়ত যিবোৰ কামনা আশ্ৰিত হৈ আছে, সেইবোৰ কামনা যেতিয়া আঁতৰি যায়, তেতিয়া মৰণশীল মানুহে অমৃতত্ব লাভ কৰে আৰু ইহ জীৱনতেই ব্ৰহ্মাক উপলব্ধি কৰিবলৈ সমৰ্থ হয়। কামনা-বাসনাৰ উচ্ছেদ সাধনেই উপনিষদৰ অন্য এক শিক্ষা।

শ্ৰেয়পথৰ আন এটা অন্তৰায় হ'ল অহংকাৰ বা গৰ্ব। 'কেনোপনিষদ'ত যক্ষৰূপী পৰমাত্মাই দেৱতাসমূহৰ অহংকাৰ চূৰ্ণ কৰি এই শিক্ষাকেই প্ৰতিপন্ন কৰিছে। অগ্নি, বায়ু আৰু ইন্দ্ৰ প্ৰভৃতি দেৱতাসকলে যুদ্ধত অসুৰবিলাকক পৰাজিত কৰি নিজকে গৌৰবান্বিত বুলি ভাবিব ধৰিলে আৰু নিজৰ শক্তিতেই তেওঁলোকৰ জয় হোৱা বুলি গৰ্বত মত্ত হ'ল। পৰম-ব্ৰহ্মাই তেওঁলোকৰ মনৰ ভাব বুজিব পাৰিলে। তেওঁলোকৰ সন্মুখত উপস্থিত হ'ল এক যক্ষৰূপে। সেই যক্ষই এটা সামান্য তৃণখণ্ডৰদ্বাৰা অগ্নি আৰু বায়ুক শক্তি পৰীক্ষা কৰিলে। সমস্ত শক্তি প্ৰয়োগ কৰিও অগ্নিদেৱে তৃণখণ্ডটো দগ্ধ কৰিবলৈ সমৰ্থ নহ'ল আৰু পৱনদেৱেও সেইটো তিলমাত্ৰও লৰাব নোৱাৰিলে। পৰমাত্মাৰ শক্তিতেই দেৱতা, মানুহ আদি সকলোবোৰেই শক্তিমান। পৰমাত্মাৰ শক্তিৰপৰা নিজক বিযুক্ত কৰিলে সকলোবেই হয় শক্তিহীন।

১. কঠোপনিষদ -১/১/২৭
২. কঠোপনিষদ -২/৩/১৪

পাণ্ডিত্যৰ অহংকাৰও ব্ৰহ্মপ্ৰাপ্তিৰ অন্তৰায়। গতিকে পাণ্ডিত্যৰ অভিমান পৰিহাৰ কৰি বালকৰ দৰে নিৰভিমান আৰু সৰল হোৱাৰ শিক্ষা উপনিষদত পোৱা যায়। 'বৃহদাৰণ্যকোপনিষদ'ত ব্যক্ত কৰিছে ঃ

'ব্ৰাহ্মণঃ পাণ্ডিত্যং নিৰ্বিদ্য বাল্যেন তিষ্ঠাসেৎ।'[1]

পাণ্ডিত্য পৰিত্যাগ কৰি বাল্যভাবত অৱস্থান কৰা প্ৰয়োজন। তত্ত্বোপলব্ধিৰ কাৰণে পাণ্ডিত্যৰ অহংকাৰে বিষম বাধাৰ সৃষ্টি কৰে। আত্মজ্ঞান বিনা তত্ত্বোপলব্ধি কদাপি সম্ভৱপৰ হ'ব নোৱাৰে।

উপনিষদৰ এটা বিশেষ শিক্ষা হ'ল জাতি-কুল-বয়স নিৰ্বিশেষে গুণৰ স্বীকৃতি আৰু আদৰ। নচিকেতাক বালক বুলি উপেক্ষা নকৰি ধৰ্মৰাজে তেওঁক ব্ৰহ্মবিদ্যা দান কৰিছিল। ব্ৰহ্মবাদিনী পৰম জ্ঞানী, গাৰ্গীক নাৰী বুলি অৱহেলা নকৰি যতিশ্ৰেষ্ঠ যাজ্ঞবল্ক্যই তেওঁক যোগ্য সন্মান দিছিল আৰু তেওঁৰে সৈতে ব্ৰহ্ম বিচাৰত অংশ গ্ৰহণ কৰিছিল। ব্ৰহ্মদৰ্শী ক্ষত্ৰিয় ৰজাসমূহৰ ওচৰত ব্ৰাহ্মণ ঋষিসকলে ব্ৰহ্মবিদ্যা আৰু আন আন তত্ত্ব সংগ্ৰহৰ বহু উদাহৰণ উপনিষদত পোৱা যায়।

'বৃহদাৰণ্যকোপনিষদ'ত পোৱা যায় গৰ্গবংশীয় বলাক ঋষিৰ পুত্ৰ বালাকি বেদ অধ্যয়ন কৰি বিশেষ পাণ্ডিত্য লাভ কৰিলে। তেওঁৰ পাণ্ডিত্য যিমান আছিল তাতোঁকৈ পাণ্ডিত্যৰ গৰ্ব আছিল অধিক। সেই দৃপ্ত বালাকিয়ে দম্ভসহকাৰে এদিন প্ৰসিদ্ধ ব্ৰহ্মবিদ ক্ষত্ৰিয় ৰজা অজাতশত্ৰুৰে সৈতে ব্ৰহ্ম বিচাৰত প্ৰবৃত্ত হ'ল আৰু প্ৰত্যেকটো বিচাৰতে পৰাজিত হৈ অজাতশত্ৰুক আচাৰ্য পদত বৰণ কৰিলে— "স হোৱাচ গাৰ্গ্য উপত্বায়ানীতি।"[2] মই শিষ্যৰূপে আপোনাৰ ওচৰত উপস্থিত হৈছোঁ। আপুনি মোক ব্ৰহ্মৰ উপদেশ দিয়ক। গাৰ্গ্যই এইদৰে ব্ৰহ্মজ্ঞ অজাতশত্ৰুৰপৰা ব্ৰহ্মতত্ত্ব লাভ কৰিলে। অৱশ্যে প্ৰথমে অজাতশত্ৰুৱে আপত্তি কৰি কৈছিল যে 'প্ৰতিলোমং চৈতদ্যদ্ ব্ৰাহ্মণঃ ক্ষত্ৰিয়মুপেয়াদ্ ব্ৰহ্ম মে ৱক্ষ্যতীতি।'[1] 'ব্ৰাহ্মণেই. ক্ষত্ৰিয়সকলক জ্ঞান দান কৰিব, এইটোৱেই সাধাৰণ নিয়ম। ক্ষত্ৰিয়ই ব্ৰাহ্মণক শিষ্য কৰি বিদ্যাদান কৰিব এইটো প্ৰতিলোম অৰ্থাৎ বিপৰীত বা অস্বাভাৱিক, ব্যৱস্থা। কিন্তু বালাকিৰ সানুনয় অনুৰোধক্ৰমে অজাতশত্ৰুৱে বালাকিক কৌশল কৰি ব্ৰহ্মবিদ্যা দান কৰিলে অৰ্থাৎ গাৰ্গ্যক

---

১. বৃহদাৰণ্যকোপনিষদ -২/১/১-১০
২. বৃহদাৰণ্যকোপনিষদ -২/১/১৪
১. বৃহদাৰণ্যকোপনিষদ -২/১/১৫

আচাৰ্যভাবেই ৰাখি কৌশলেৰে ব্ৰহ্মজ্ঞান দিলে। 'ছান্দোগ্যোপনিষদ'ত[২] দেখিবলৈ পোৱা যায় ব্ৰাহ্মণ ঋষি আচাৰ্য গৌতম ক্ষত্ৰিয় ৰজা প্ৰবাহণ জৈবলিক আচাৰ্যপদত বৰণ কৰি সমিৎপাণি হৈ তেওঁৰ ওচৰত পৰলোক তত্ত্ব সম্বন্ধে জ্ঞান আহৰণ কৰিছিল। 'কৌষীতকি উপনিষদ'ত[৩] ব্ৰাহ্মণ ঋষি আৰুণিৰ ক্ষত্ৰিয় চিত্ৰ গাৰ্গ্যায়ণিৰ ওচৰলৈ গমন আৰু ব্ৰহ্মবিদ্যা গ্ৰহণৰ বৃত্তান্ত পোৱা যায়।

'ছান্দোগ্যোপনিষদ'ত পোৱা যায়, শিলক শালাবত্য আৰু চৈকিতায়ন দাল্‌ভ্য নামৰ দুজন ব্ৰাহ্মণ ঋষিয়ে ক্ষত্ৰিয় ৰজা প্ৰবাহণ জৈবলিৰ শৰণাপন্ন হৈ উদ্‌গীথ বিদ্যা আয়ত্ত কৰিছিল। আকৌ সেই একেখন উপনিষদতে আন এটা তথ্যৰ সন্ভেদ পোৱা যায় যে অকল ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ই যে শিক্ষা প্ৰদান কৰিছিল এনে নহয় নীচ বৰ্ণৰ ব্ৰহ্মজ্ঞ শিক্ষকেও ব্ৰহ্মবিদ্যা দান কৰিছিল। প্ৰখ্যাত ক্ষত্ৰিয় ৰজা জানশ্ৰুতি শাস্ত্ৰজ্ঞ হৈও হীনবৰ্ণজাত শকট চালক ব্ৰহ্মজ্ঞ ৰৈক্কৰ সমীপলৈ আহি ব্ৰহ্মবিদ্যা লাভ কৰিছিল।[৪]

উপনিষদৰ শিক্ষকসকলে এইটো সুন্দৰকৈ উপলব্ধি কৰিছিল যে সকলো ছাত্ৰৰ বুদ্ধিবৃত্তিৰ বিকাশ সমান নহয় আৰু তেওঁলোকৰ গ্ৰহণশক্তিৰো যথেষ্ট তাৰতম্য আছে। গতিকে শিক্ষকসকলে আধিকাৰী বা পাত্ৰ অনুসৰি শিক্ষা দানৰ প্ৰক্ৰিয়া হাতত লৈছিল। সেইদেখি উপনিষদত দেখিবলৈ পোৱা যায় যিসকল যোগ্য অধিকাৰী তেওঁলোকক আচাৰ্যসকলে সাক্ষাৎভাবে ব্ৰহ্মতত্ত্বৰ উপদেশ দিছিল। উদাহৰণ স্বৰূপে উল্লেখ কৰিব পাৰি যে 'ছান্দোগ্য'ত আচাৰ্য আৰুণিয়ে পুত্ৰ আৰু শিষ্য শ্বেতকেতুক, 'মুণ্ডক'ত অংগিৰাই শৌনকক, 'বৃহদাৰণ্যতক'ত যতিশ্ৰেষ্ঠ যাজ্ঞবল্ক্যই মৈত্ৰেয়ীক আৰু সেই উপনিষদতেই সেই একেজন আচাৰ্যই জনকক সাক্ষাৎ আত্মতত্ত্বৰ বিষয় উপদেশ দিছিল; কিয়নো এই শিষ্যবোৰ অছিল উত্তম অধিকাৰী। তেওঁলোকৰ বুদ্ধিবৃত্তি আছিল প্ৰখৰ আৰু ধাৰণা শক্তি আছিল নিৰ্মল। তেওঁলোকে অনায়াসে ব্ৰহ্মতত্ত্বৰ ধাৰণা উপলব্ধি কৰিব পাৰিছিল। যিবোৰ শিষ্যৰ ধাৰণা শক্তি প্ৰখৰ নহয় তেওঁলোকক একেলগে সাক্ষাৎভাবে ব্ৰহ্মজ্ঞান দিয়া সম্ভৱপৰ নহয়। তেওঁলোকক স্তৰে স্তৰে উপদেশ দি বুদ্ধিবৃত্তিৰ বিকাশ সাধন কৰি শেষত ব্ৰহ্মবিদ্যা প্ৰদান কৰিলেহে সি ফলৱতী হয় বুলি বিবেচনা কৰিছিল। 'তৈত্তিৰীয়োপনিষদ'ত দেখা যায় পিতা আৰু শিক্ষক বৰুণে পুত্ৰ আৰু শিষ্য ভৃগুক অন্নময়কোশৰপৰা আৰম্ভ কৰি ক্ৰমে ক্ৰমে

২. বৃহদাৰণ্যকোপনিষদ -৫/৩
৩. কৌষীতকিউপনিষদ -১/১
৪. ছান্দোগ্যোপনিষদ -১/৮/১

আনন্দময়কোশ পৰ্যন্ত স্তৰে স্তৰে স্থূলৰপৰা ক্ৰমশঃ সূক্ষ্ম, সূক্ষ্মতৰ আৰু সূক্ষ্মতম তত্ত্বৰ উপদেশ প্ৰদান কৰিছিল। ভৃগু আছিল মধ্যম শ্ৰেণীৰ অধিকাৰী গতিকে তেওঁৰ বেলিকা এনে ব্যৱস্থা গ্ৰহণ কৰিবলগীয়া হৈছিল।

এইদৰে 'ছান্দোগ্যোপনিষদ'[১]ত পোৱা যায় আচাৰ্য সনৎকুমাৰে শিষ্য নাৰদক ক্ৰমে ক্ৰমে ব্ৰহ্মতত্ত্বৰ উপদেশ প্ৰদান কৰিছিল। 'বৃহদাৰণ্যক'ত দেখা যায় ব্ৰহ্মজ্ঞ ক্ষত্ৰিয় ৰজা অজাতশত্ৰুৱে দৃপ্ত বালাকিক এইদৰে ক্ৰমে ক্ৰমে ব্ৰহ্মবিদ্যা দান কৰিছিল। এইদৰে ক্ৰমিকভাৱে ব্ৰহ্মতত্ত্ব লাভ কৰা শিষ্যসকলেই আছিল মধ্যম শ্ৰেণীৰ অধিকাৰী। আৰু আন এক প্ৰকাৰ শিষ্য আছে যিবিলাকৰ ধাৰণা শক্তি নিচেই কম তেওঁলোকে সূক্ষ্মতত্ত্ব সহজে গ্ৰহণ কৰিবলৈ সম্পূৰ্ণ অপাৰগ। তেওঁলোকে স্থূলতে সন্তুষ্ট থাকিব বিচাৰে, বস্তুৰ সূক্ষ্ম তত্ত্বলৈ যাব নোখোজে। এই জাতীয় শিষ্যবোৰকে কোৱা হৈছিল মন্দ অধিকাৰী। উদাহৰণ স্বৰূপে 'ছান্দোগ্য'ত বৰ্ণিত অসুৰৰাজ বিৰোচনৰ দৃষ্টান্ত উল্লেখ কৰিব পাৰি। এই মন্দ বা অধম অধিকাৰীৰ অন্তৰ তামসিকতাৰে পৰিপূৰ্ণ। সেয়েহে চিত্তৰ তামসিকতাৰ কাৰণে আচাৰ্য প্ৰজাপতিৰ অতি স্থূল তত্ত্বকে চূড়ান্ত সিদ্ধান্ত বুলি সন্তুষ্ট হৈ আচাৰ্যৰপৰা নিজ ঘৰলৈ উভতি আহিছিল আনফালে উত্তম অধিকাৰী দেৱৰাজ ইন্দ্ৰই প্ৰজাপতিৰ আশ্ৰমত অন্তেবাসী হৈ সুদীৰ্ঘ এক শ এবছৰ ব্ৰহ্মচৰ্য ব্ৰত পালন কৰি স্থূল তত্ত্বত সন্তুষ্ট নহৈ বাৰে বাৰে জিজ্ঞাসা কৰি অৱশেষত পৰম তত্ত্বৰ অনুসন্ধান লাভ কৰিছিল। আন কিছুমান ক্ষেত্ৰত দেখা যায়, শিষ্য উত্তম অধিকাৰী হ'লেও শিক্ষকে পোনে পোনে আত্মতত্ত্বৰ উপদেশ দিয়া নাছিল। শিক্ষকে শিষ্যৰ আন্তৰিকতা আৰু আগ্ৰহ সম্বন্ধে অনুসন্ধান কৰিহে প্ৰকৃত বিদ্যাদান কৰিছিল। 'কঠোপনিষদ'ত পোৱা যায় ধৰ্মৰাজ যমে প্ৰথমে উত্তম অধিকাৰী নচিকেতাক অগ্নিবিদ্যাৰ উপদেশ দি পৰীক্ষা কৰি অৱশেষতহে আত্মতত্ত্বৰ উপদেশ প্ৰদান কৰিছিল। উপনিষদৰ শিক্ষাও আৰম্ভ হৈছিল— গুৰু আৰু শিষ্যৰ প্ৰাৰ্থনাৰে— 'তেজস্বিনাৱধীতমস্তু' আমাৰ অধ্যয়ন বীৰ্যশালী হওক। শিক্ষাই যেন আমাক পৰাক্ৰমী অৰ্থাৎ পুৰুষাৰ্থ সাধন কৰিবলৈ শক্তিশালী কৰি তোলে আৰু শিক্ষাৰ অন্ত হৈছিল—

'অসতো মা সদ্গময়, তমসো মা জ্যোতিৰ্গময়, মৃত্যোৰ্মাঽমৃতং গময়।'[১]

— অসতৰপৰা আমাক সতলৈ লৈ যোৱা, অন্ধকাৰৰপৰা পোহৰলৈ লৈ যোৱা, মৃত্যুৰপৰা অমৃতলৈ লৈ যোৱা' এই প্ৰাৰ্থনাৰে। ▢

---

১. ছান্দোগ্যোপনিষদ -৪/২/১-২

১. বৃহদাৰণ্যকোপনিষদ -১/৩/২৮

# সংস্কৃতিৰ অৰ্থ আৰু তাৎপৰ্য ঃ কেইটিমান দিশ

**বীৰেন্দ্ৰনাথ দত্ত**

সংস্কৃতি অভিধাটো আমাৰ ভাষাত বৰ্তমানে যথেষ্ট জনপ্ৰিয়, আৰু ইয়াক ব্যৱহাৰ কৰা হয় ইংৰাজী 'কালচাৰ' (Culture) শব্দৰ সমাৰ্থক ৰূপে। ইংৰাজী 'কালচাৰ' শব্দটোৰ মূলত আছে লেটিন 'কোল্' ধাতু যাৰ অৰ্থ মাটি চহোৱা, কৃষি কৰা। ব্যুৎপত্তিগতভাৱে 'কালচাৰ'ৰ অৰ্থ কৰ্ষণ। কৰ্ষণৰ দ্বাৰা ভূমিৰ মৌলিক গুণৰ উন্নতি সাধন কৰি তাক শস্য উৎপাদনৰ বাবে উপযুক্ত কৰি তোলা হয়। 'কালচাৰৰ' মূল অৰ্থই আদিতে যদিও শস্যভূমি কৰ্ষণকেই বুজাইছিল, পিছলৈ ই সাধাৰণভাৱে সংস্কাৰ বা উন্নতি সাধন আৰু বিশেষকৈ মনোভূমি কৰ্ষণক বুজাবলৈ ধৰে। 'সংস্কৃতি' কথাটোৰ মাজতো এই সকলোখিনি অৰ্থ নিহিত হৈ আছে। সংস্কৃতিৰ লগত মানুহৰ জীৱন যাত্ৰাৰ বস্তুগত আৰু মনোগত সকলো দিশৰ সংস্কাৰ-সাধন বা উত্তৰণৰ ধাৰণাটো জড়িত। জন্মত মানৱ-শিশু পশু-শাবকৰ তুল্য হৈ থাকে। কিন্তু ক্ৰমাগত সংস্কাৰ-সাধনৰ দ্বাৰা তাৰ উত্তৰণ হয় মানৱত্বলৈ ঃ সংস্কৃতিয়ে মানুহক মানুহ কৰে।

আমাৰ ভাষাত কিছুদিন আগলৈকে 'কালচাৰ'ৰ সমাৰ্থক হিচাপে আন এটা শব্দৰ ব্যৱহাৰ যথেষ্ট ব্যাপক আছিল আৰু আজিও তাৰ ব্যৱহাৰ লোপ পোৱা নাই ঃ সেই শব্দটো হ'ল 'কৃষ্টি'। ব্যুৎপত্তিগত দিশৰ পৰা কৃষ্টি শব্দটো কালচাৰৰ লগত অধিক সামঞ্জস্যপূৰ্ণ। কৃষ্টি আহিছে সংস্কৃত কৃষ্ ধাতুৰ পৰা, যাৰ অৰ্থও কৰ্ষণ কৰা, হাল-কোৰ বাই সাৰ-পানী দি উপযুক্ত প্ৰতিপালনেৰে শস্য উৎপাদন কৰা। কালচাৰৰ নিচিনাকৈ কৃষ্টিয়েও শস্যভূমি কৰ্ষণৰ পৰা আৰম্ভ কৰি মনোভূমি কৰ্ষণলৈকে মানৱ জীৱনৰ সকলো দিশৰ উৎকৰ্ষ সাধনৰ অৰ্থ সামৰিব পাৰে। বৈদিক ভাষাত কৃষ্টি শব্দই খেতি-বাতিৰৰ অৰ্থ চেৰাই গৈ ক্ৰমে কৰ্ষিত ভূমিক, তাৰ পৰা আবাস-ভূমি, বা দেশক আৰু শেষত তেনে ক্ষেত্ৰ বা দেশত বাস কৰা জাতি বা জনগোষ্ঠীকো বুজাবলৈ লৈছিল। অনু-দ্ৰুহ্য-তুৰ্বশ-যদু-পুৰু এই পাঁচোটা জাতিক বোলা হৈছিল পঞ্চকৃষ্টয়ঃ। এইকেইটা নিশ্চয় কৃষিনিৰ্ভৰ জাতি আছিল।

সংস্কৃতি শব্দটোও বৈদিক যুগতে ব্যৱহৃত হৈছিল আৰু তাৰ অৰ্থই বিভিন্ন শিল্পকৰ্মকে ধৰি মানৱ জীৱনৰ সকলো ধৰণৰ শ্ৰীবৃদ্ধিক সামৰিছিল। সম্প্ৰতি কৃষ্টি শব্দটো সম্পূৰ্ণ বৰ্জিত নহ'লেও প্ৰায়বোৰ ভাৰতীয় ভাষাতে, সংস্কৃতি শব্দটোহে অধিক মৰ্যাদাৰে প্ৰতিষ্ঠিত হৈছে।

কৃষ্টি আৰু সংস্কৃতি শব্দ দুটাৰ ব্যৱহাৰ অসমীয়া ভাষাত কোনে আৰু কেতিয়া আৰম্ভ কৰিছিল তাৰ সঠিক সম্ভেদ আমাৰ হাতত নাই। খুব সম্ভৱ বাংলা ভাষাত এইবোৰৰ ব্যৱহাৰ জনপ্ৰিয় হোৱাৰ পিছত অসমীয়াত সোমাইছিল। বাংলাত কৃষ্টি গৃহীত হৈছিল সংস্কৃতিৰ আগতে। কোৱা হয় যে বাংলাত ইয়াৰ ব্যৱহাৰৰ প্ৰচলন কৰে যোগেশচন্দ্ৰ ৰায় বিদ্যানিধিয়ে আৰু তেওঁ সম্ভৱতঃ হিন্দী ভাষাত ইতিপূৰ্বে হোৱা ইয়াৰ ব্যৱহাৰৰ দ্বাৰা প্ৰভাৱিত হৈছিল। সংস্কৃতিৰ প্ৰচলন হ'ল পিছত। এবাৰ ১৯২২ চন মানত ড° সুনীতি কুমাৰ চট্টোপাধ্যায় পেৰিচত এগৰাকী মাৰাঠী পণ্ডিতৰ পৰা মাৰাঠী ভাষাত কালচাৰৰ প্ৰতিশব্দ হিচাপে সংস্কৃতি শব্দৰ ব্যৱহাৰ হোৱা বুলি জানি তাৰ প্ৰতি আকৃষ্ট হয়। (জনা যায় যে মাৰাঠী ভাষাত সংস্কৃতিৰ ব্যৱহাৰ পোনতে কৰিছিল ভি. কে. ৰাজৱাড়েই)। দেশলৈ উভতি আহি ড° চট্টোপাধ্যায়ে বাংলাত সংস্কৃতি শব্দৰ গ্ৰহণীয়তাৰ বিষয়ে ৰবীন্দ্ৰনাথৰ লগত আলোচনা কৰাত কবিয়ে অকল যে তাক আগ্ৰহেৰে অনুমোদনেই কৰে এনে নহয়, তেওঁ লগে লগে হৈ পৰে শব্দটোৰ উৎসাহী পৃষ্ঠপোষক। ইয়াৰ পিছত ৰবীন্দ্ৰনাথে দীৰ্ঘদিন ধৰি অবিশ্ৰান্ত আৰু অবিৰতভাৱে সংস্কৃতিৰ সপক্ষে আৰু কৃষ্টিৰ বিপক্ষে যি অভিযান চলায় তাৰেই ফলস্বৰূপে ঘটে কৃষ্টিৰ নেপথ্যলৈ প্ৰস্থান আৰু সংস্কৃতিৰ দ্বাৰা সগৌৰৱ মঞ্চ অধিকাৰ। অসমত জ্যোতিপ্ৰসাদ আৰু বিষ্ণুৰাভাই সম্ভৱতঃ এই দিশত সৰ্বাধিক চিন্তা-চৰ্চাৰ সূত্ৰপাত কৰে আৰু তেওঁলোকে প্ৰথমতে কৃষ্টি আৰু সংস্কৃতিক সমানে ব্যৱহাৰ কৰিলেও পিছলৈ সংস্কৃতিকহে প্ৰাধান্য দিছিল যেন লাগে।

কৃষ্টি শব্দৰ প্ৰতি ৰবীন্দ্ৰনাথৰ অনীহাৰ প্ৰধান কাৰণ আছিল এয়ে যে শব্দটোৱে প্ৰত্যক্ষভাৱে কৃষি কৰ্মলৈ মনত পেলায়। 'কালচাৰ'ক ৰবীন্দ্ৰনাথে সেই বিশেষ অৰ্থত বুজিছিল য'ত ই অকল মনোজগতৰ সূক্ষ্ম সমলকহে সামৰে; খেতি-বাতিৰ দৰে স্থূল কৰ্মক কালচাৰৰ লগত যুক্ত কৰা কথাটোক তেওঁ মানি ল'ব নোৱাৰিছিল। সেয়েহে তেওঁৰ কাৰণে আছিল কৃষ্টি বৰ্জনীয়, সংস্কৃতিহে গ্ৰহণীয়। সংস্কৃতিয়েহে পৰিশীলন বা পৰিমাৰ্জনাৰ ধাৰণা আনি দিয়ে। (কৃষ্টি আৰু সংস্কৃতিৰ গ্ৰহণীয়তা-বৰ্জনীয়তাৰ বিতৰ্কৰ লগত জড়িত নাথাকিলেও বুজা যায় যে জ্যোতিপ্ৰসাদেও সংস্কৃতি বোলোতে বাইকৈ সৌন্দৰ্য্য প্ৰয়োগকেই বুজিছিল আৰু জোৰ দিছিল মনৰ উৎকৰ্ষৰ ওপৰত)।

প্ৰকৃততে কালচাৰৰ প্ৰতিশব্দ হিচাপে কৃষ্টিকেই লোৱা হওক বা সংস্কৃতিকেই লোৱা হওক ইয়াৰ অৰ্থ আৰু তাৎপৰ্যৰ পৰিসৰ যথেষ্ট ব্যাপক আৰু তাৰ বিভিন্ন মাত্ৰা বা আয়তন (Dimension) আছে।

সংস্কৃতিৰ অৰ্থৰ এটা প্ৰধান মাত্ৰা বা আয়তন হ'ল বিদ্যায়তনিক (academic) যি ঘাইকৈ নৃতত্ত্ববিদ আৰু সমাজতত্ত্ববিদসকলৰ মাজত প্ৰচলিত। ইয়াত সংস্কৃতিক গণ্য কৰা হয় সমগ্ৰ মানব প্ৰজাতিৰ বৈশিষ্ট্যপ্ৰদানকাৰী কাৰক ৰূপে। এই বিচাৰত সংস্কৃতি হ'ল "পৰিমণ্ডলৰ মানৱ-নিৰ্মিত অংশ"—the man-made part of the environment. প্ৰকৃতিৰ মাজতেই মানুহৰ জন্ম যদিও মানুহ নামৰ প্ৰাণীটোৰ চৰিত্ৰই এনেকুৱা যে সি নিজৰ প্ৰয়োজনৰ তাগিদাত খাদ্য সংগ্ৰহ কৰে বা উৎপাদন কৰে, বাসস্থান সাজি লয়, আত্মৰক্ষা বা খাদ্য উৎপাদন বা আন আন কামত ব্যৱহাৰৰ বাবে আহিলা আৰু সঁজুলি তৈয়াৰ কৰি লয়, শীত আৰু লজ্জা নিবাৰণৰ বাবে আচ্ছাদন প্ৰস্তুত কৰি লয়, পৰিয়াল গাঁও আদি সংগঠিত কৰি বাস কৰে আৰু নিজৰ পৰিবেশটোত যথাসম্ভৱ সৌন্দৰ্য্যবোধ প্ৰয়োগ কৰে। মানুহৰ দ্বাৰা প্ৰাকৃতিক পৰিমণ্ডলত পৰিবৰ্তন সাধন কৰি তাৰ লগত নিজকে খাপ খুৱাই লোৱাৰ সামগ্ৰিক প্ৰক্ৰিয়াতেই নিহিত আছে সংস্কৃতি।

আকৌ সংস্কৃতি হৈছে—"সামাজিক উত্তৰাধিকাৰ" (social hiritage)। সংস্কৃতিৰ স্বৰূপটোৱেই হ'ল সমাজনিৰ্ভৰ, ব্যক্তিনিৰ্ভৰ নহয়। ই এহাতে মানুহৰ কৰ্মৰ সকলো দিশ সামৰি লয় আৰু আনহাতে সমাজক বা সমূহক আশ্ৰয় কৰি গঢ় লয় আৰু বৰ্তি থাকে। সংস্কৃতি জন্মগত বস্তু নহয়, ই সমাজত আহৰণ কৰা বস্তুহে। সমাজভুক্ত মানুহৰ দ্বাৰা আহৃত দক্ষতা আৰু অভ্যাসৰ জটিল সমষ্টিয়েই হ'ল সংস্কৃতি। E.B. Tylor-এ ১৮৭১ চনতে দিয়া সংস্কৃতিৰ বিখ্যাত সংজ্ঞাটো আজিও প্ৰাসঙ্গিক :

"Culture... is that complex whole which includes knowledge, belief, art. morals, law, costoms and any other capabilities and habits acquined by man as a member of society."

নৃতত্ত্ববিদ-সমাজতত্ত্ববিদসকলৰ মতে মানৱগোষ্ঠী মাত্ৰেই সংস্কৃতি আছে। আমি আৰম্ভণিতে উল্লেখ কৰিছোঁ যে, মানুহ নামৰ জীৱক মানৱ-পদবাচ্য কৰে সংস্কৃতিয়ে—সংস্কৃতিৰ যোগেদিয়েই মানুহে নিজক মানুহ কৰি তোলে, মানব সংস্কৃতিৰ অগ্ৰগতিৰ বিষয়ে V. Gordon-Childe অৰ বিখ্যাত গ্ৰন্থ Man makes Himself-অৰ শিৰোনামাত এই ইঙ্গিত সুস্পষ্ট। সংস্কৃতিত প্ৰযুক্তিগত (technological) আৰু মনোগত (mental) উভয় দিশ জড়িত থাকে। যিহেতু আদিমতমৰপৰা আৰম্ভ কৰি আধুনিকতমলৈকে সকলো সমাজৰ কোনো নহয়

কোনো ধৰণৰ প্ৰযুক্তি আছে আৰু মানসিক অনুশীলনৰো নিদৰ্শন আছে, সেইবাবে "সংস্কৃতি সম্পন্ন প্ৰজাতি" হিচাপে সকলো গোষ্ঠীৰ মানুহেই একে শ্ৰেণীত পৰে আৰু সেই দিশৰপৰা বিভিন্ন গোষ্ঠীৰ সংস্কৃতিৰ উচ্চ-নীচ পৰ্যায়ভেদ কৰাৰ প্ৰয়োজন নাই। এই যুগৰ এজন সৰ্বশ্ৰেষ্ঠ নৃতত্ত্ববিদ ক্লদ অভি-ষ্ট্ৰচৰ এটি উক্তি এই প্ৰসঙ্গত উদ্ধৃত কৰিব পাৰি ঃ

"What makes a steel axe superior to a stone axe is not that the first one is better made than the second. They are equally well made, but steel is quite different from stone."

সংস্কৃতিৰ অৰ্থৰ দ্বিতীয় মাত্ৰাৰ লগত জড়িত আছে refinement-অৰ ধাৰণাটো যাক আমি পৰিশোধন, পৰিশীলন বা পৰিমাৰ্জন বুলি ক'ব পাৰোঁ। (ৰবীন্দ্ৰনাথৰ সংস্কৃতিৰ অৱধাৰণাটো আছিল এই বিশেষ মাত্ৰাটোৰ লগত সঙ্গতিপূৰ্ণ)। এই অৰ্থত সংস্কৃতিৰ সম্পৰ্ক ৰুচি, আচৰণ আৰু সৌন্দৰ্যবোধৰ লগত। ৰুচিবান, সু-আচৰণ সম্পন্ন আৰু সৌন্দৰ্যৰসগ্ৰাহী ব্যক্তিকেই বোলা হয় সংস্কৃতিবান (cultured) । সেইদৰে কোনো গোষ্ঠীৰ সংস্কৃতিৰ মূল্যায়ন কৰা হয় তাৰ লগত যুক্ত সৌন্দৰ্য্য, সৌকৰ্য্য আৰু সৌজন্যৰ দ্বাৰা। সেই দিশৰপৰা চালে সকলো গোষ্ঠীৰ সংস্কৃতি সমানে পৰিশীলিত বা পৰিমাৰ্জিত নহ'ব পাৰে। আকৌ, সংস্কৃতিত যি সৌকৰ্য্য বা সুকুমাৰত্ব বিচৰা হয় তাত বস্তুগত সম্পদতকৈ মনোগত সম্পদৰ ওপৰতহে অধিক গুৰুত্ব দিয়া হয়। আমি আগতে দেখিছোঁ কালচাৰ, কৃষ্টি বা সংস্কৃতিৰ মূল ব্যুৎপত্তিগত অৰ্থ ভূমি কৰ্ষণ আছিল যদিও কালক্ৰমত সি অধিক জড়িত হৈ পৰে মানসিক উৎকৰ্ষৰ লগত। সংস্কৃতিৰ এই বিশেষ অৱধাৰণাৰ পৰাই আৰু এধাপ আগুৱাই গৈ প্ৰায়েই সংস্কৃতিক যুক্ত কৰা হয় সুকুমাৰ কলাৰ লগত—সংস্কৃতিৰ মূল্যায়ন কৰা হয় গীত, বাদ্য, নৃত্য, চিত্ৰ, ভাস্কৰ্য, স্থাপত্য আদিৰ নান্দনিক উৎকৰ্ষৰ মানদণ্ডেৰে। এই কথা ঠিক যে এখন সমাজৰ পৰিশীলনৰ সূক্ষ্মতম নিদৰ্শন ৰক্ষিত হৈ থাকে তাৰ সুকুমাৰ কলাসম্পদত। কিন্তু সুকুমাৰ কলাৰ নান্দনিক উৎকৰ্ষই সংস্কৃতিৰ সামগ্ৰিক শ্ৰেষ্ঠতা প্ৰতিপন্ন নকৰে। জ্যোতিপ্ৰসাদেও সুকুমাৰ কলাক সংস্কৃতিৰ সৰ্বহ বুলি লোৱা নাছিল বৰং তেওঁ কৈছিল ঃ "সুকুমাৰ কলা আমাৰ জীৱনৰ বাহিৰ ভাগৰ শ্ৰেষ্ঠ সম্পদ।"

প্ৰকৃততে সংস্কৃতিয়ে মানুহৰ জৈৱিক প্ৰয়োজনৰ পৰা আৰম্ভ কৰি নান্দনিক আৰু আধ্যাত্মিক তাড়নাৰ লগত জড়িত সকলো সৃষ্টিকৰ্মকেই সামৰে। সেইবাবে আপাতভাৱে স্থূল কৃষিকৰ্মৰ দ্বাৰা শস্য উৎপাদন আৰু সূক্ষ্ম শিল্পকৰ্মৰ দ্বাৰা নান্দনিক মূল্যযুক্ত কলাসম্পদৰ সৃষ্টি একেডাল সূতাৰে গঁথা। ইয়াৰ প্ৰথম বিধ

হ'ল নিম্নবিন্যাস বা sub-structure-অৰ বস্তু আৰু দ্বিতীয় বিধ উপৰি-বিন্যাস বা super-structure-অৰ বস্তু। sub-structure-অক বাদ দি super-structure বৰ্তি থাকিব নোৱাৰে।

এইখিনিতে প্ৰাসঙ্গিকভাৱে সংস্কৃতি আৰু সভ্যতাৰ মাজৰ সম্পৰ্ক বা পাৰ্থক্যৰ কথা ক'ব পাৰি। কালচাৰ বা সংস্কৃতিৰ মূলতে যি দৰে আছে কৰ্ষণ বা পৰিশীলনৰ ধাৰণাটো, চিভিলাইজেশ্যন (civilization)বা সভ্যতাৰ মূলত সেইদৰে আছে নাগৰিকতাৰ ধাৰণাটো। 'চিভিলাইজেশ্যন' শব্দটোৰ গুৰি লেটিন-'চিভিচ' (civis) শব্দ যাৰ অৰ্থ নাগৰিক। সেই কাৰণে চিভিলাইজেশ্যন বা সভ্যতাৰ লগত অধিক ওতপ্ৰোত সম্পৰ্ক নগৰৰ, নগৰীয়া জীৱন-ধাৰাৰ। সভ্যতাত বস্তুগত প্ৰাচুৰ্য আৰু দক্ষতা, সুখ-সম্ভোগৰ সম্পদৰ আড়ম্বৰ, বুদ্ধি আৰু ৰুচিৰ শাণিত ঔজ্জ্বল্য আৰু আচাৰ-আচৰণৰ সচেতন শালীনতাৰ যিমানখিনি স্থান আছে, অন্তৰৰ উৎকৰ্ষৰ সিমানখিনি নাই। সেইদৰে সভ্যতাৰ লগত প্ৰযুক্তি (technology) যিমান ঘনিষ্ঠভাৱে জড়িত সংস্কৃতিৰ লগত সিমান নহয়। সেয়ে সভ্যতা আৰু সংস্কৃতিৰ দ্যোতনাৰ পাৰ্থক্য আছে। বিত্ত আৰু প্ৰযুক্তিগত সমৃদ্ধি আৰু দক্ষতাৰ উচ্চস্তৰত আসীন কোনো গোষ্ঠীৰ সংস্কৃতিতো প্ৰকৃততে পূৰ্ণতাৰ অভাৱ থাকিব পাৰে আৰু জাগতিক সমৃদ্ধি আৰু দক্ষতাত অনগ্ৰসৰ কোনো গোষ্ঠীৰ সংস্কৃতিও পূৰ্ণতৰ হ'ব পাৰে। মানৱ সমাজৰ ইতিহাসত এনে উদাহৰণ প্ৰচুৰ।

প্ৰকৃত সংস্কৃতি হ'ল সেই সংস্কৃতি য'ত নিম্ন-বিন্যাসৰ লগত উপৰিবিন্যাসৰ, জীৱন-ধাৰাৰ এটা দিশৰ লগত অন্যান্য দিশৰ, ব্যক্তিৰ লগত সমষ্টিৰ, প্ৰযুক্তি আৰু দক্ষতাৰ লগত মনন আৰু নন্দনৰ সুসমন্বিত, সুসংহত আৰু সুবিন্যস্ত সংযোগ আছে। এই বিচাৰত সংস্কৃতিৰ প্ৰাণবস্তু হ'ল ভাৰসাম্য বা শৃঙ্খলা। সুকুমাৰ কলাৰ প্ৰসঙ্গত সেয়েই সুষমা বা ছন্দ। প্ৰকৃততে সুকুমাৰ কলাতেই ভাৰসাম্য বা শৃঙ্খলাৰ প্ৰয়োজন আটাইতকৈ বেছি কাৰণ তাৰ লগত জড়িত থাকে কলামাধ্যমৰ প্ৰয়োগৰ এনে অমোঘ নিয়ম যাক অতিক্ৰম কৰি কলা-সৃষ্টি অসম্ভৱ। সেই উপলব্ধি আহিলে কলা বা কলাকাৰ উচ্ছৃঙ্খলতাৰ লগত জড়িত হ'বই নোৱাৰে। উচ্ছৃঙ্খলতাই অমঙ্গল সূচায়। কিন্তু কলাসৃষ্টিৰ উদ্দেশ্য অমঙ্গল সাধন হ'ব নোৱাৰে। বৰং ভাৰতীয় আদৰ্শত সুন্দৰ আৰু মঙ্গলৰ মাজৰ সম্বন্ধ অবিচ্ছেদ্য। য'ত সুন্দৰ থাকে তাত শিৱ অৰ্থাৎ মঙ্গলো থাকে। সেইবাবে কলাসৃষ্টি এহাতে নৈতিকতাৰ আৰু আনহাতে সামূহিক কল্যাণৰ আদৰ্শৰ পৰা বিচ্ছিন্ন হ'ব নোৱাৰে। কলাসৃষ্টিৰ লক্ষ্য হোৱা উচিত কলাকাৰ আৰু কলা-উপভোক্তা উভয়ৰ আত্মিক উত্তৰণ আৰু তাৰ মাজেৰেই সামগ্ৰিক কল্যাণ-বৰ্ধন।

সংস্কৃতিৰ সম্পূৰ্ণতাৰ আদৰ্শৰ অতি উজ্জ্বল প্ৰতিফলন ঘটিছে শংকৰদেৱৰ জীৱন আৰু কৰ্মৰ মাজেদি য'ত আমি পাওঁ জীৱন চৰ্যা আৰু আধ্যাত্মিকতাৰ, ব্যৱহাৰিকতা আৰু নান্দনিকতাৰ, কলা আৰু কল্যাণৰ অপূৰ্ব সমন্বয়।

শেষত সংস্কৃতিৰ অৰ্থৰ লগত জড়িত তৃতীয় ধাৰণাটোৰ কথালৈ অহা যাওক। এই অৰ্থত সংস্কৃতিক কোনো এক বিশেষ জাতি বা গোষ্ঠীৰ জীৱন-ধাৰাৰ বিশিষ্ট ৰূপৰ লগত যুক্ত কৰা হয়, যেনে, অসমীয়া সংস্কৃতি, উৰিয়া সংস্কৃতি, ইউৰোপীয় সংস্কৃতি ইত্যাদি। ইয়াত সংস্কৃতি বোলোঁতে বিশেষ বিশেষ গোষ্ঠী বা সমাজৰ লগত জড়িত সামূহিক ঐতিহ্যৰ কথা যিদৰে বুজোৱা হয়, সেইদৰে গুৰুত্ব দিয়া হয় কিছুমান বিশেষ বিশেষ সাংস্কৃতিক উপাদানৰ ওপৰত যিবোৰ সংশ্লিষ্ট গোষ্ঠী বা সমাজৰ নিজস্বতাক চিহ্নিত কৰে বুলি ধৰি লোৱা হয়। ভবা হয় যে এইবোৰৰ মাজেদিয়েই গোষ্ঠীটোৰ বা সমাজখনৰ প্ৰাণশক্তি (Spirit) বা কালিকা (genius) প্ৰকাশিত হয়। এই ক্ষেত্ৰত সঙ্গীত, নৃত্য, চিত্ৰ, ভাস্কৰ্য আদি সুকুমাৰ কলাৰ নিদৰ্শনসমূহকতো ধৰা হয়েই, লগতে অতি ক্ষুদ্ৰ বা অকিঞ্চিতকৰ এনে বস্তুকো লোৱা হয় যিবোৰক পৰিচয়জ্ঞাপক চিহ্ন বুলি ধৰিব পাৰি। অসমীয়া সংস্কৃতিৰ লেখ লওঁতে আমি যিদৰে বৰগীত, চিত্ৰভাগৱত আৰু বিহু নাচৰ লগতে খাৰ, তামোল, গামোচা আৰু জাপিকো সামৰো সেয়েই সংস্কৃতিৰ অৰ্থৰ এই দিশৰ মাত্ৰাটোৰ দৃষ্টান্ত দাঙি ধৰে। ▢

# মানৱীয় প্ৰেম-দয়াৰ প্ৰতীক ভগৱদ্‌ভক্ত শঙ্কৰদেৱ

হেমভাই

মনোৰমা ইয়েৰ বুক'ত ২০০ জাতিৰ ২০০ ভাষাৰ বিষয়ে ক্ৰমবদ্ধভাৱে উল্লেখ কৰা আছে। ইয়াত অসমীয়া জাতি ভাষাৰ ক্ৰমিক নম্বৰ আছে পঞ্চান্নিছ। এইটোও কম কথা নহয়। প্ৰতিটো জাতি বা ভাষা নিৰ্মাণ কৰোঁতে এক বা একাধিক সাধু-সন্ত-মহাপুৰুষৰ যোগদান থাকিবই লাগিব। তেলেগু জাতিৰ পোতন্না, উৰিয়াৰ জগন্নাথ দাস, বঙালীৰ চৈতন্য মহাপ্ৰভু, হিন্দীৰ গোস্বামী তুলসীদাস - কবীৰ দাস, সুৰ দাস, মীৰাবাঈ, গুজৰাটৰ নৰমী মেহতা, মহাৰাষ্ট্ৰৰ সন্ত জ্ঞানেশ্বৰ, তুকাৰাম, ৰামদাস আদি। এইসকল নোহোৱা হ'লে জাতি নহ'লহেঁতেন। ঠিক তেনেকৈয়ে অসমীয়া জাতি আৰু ভাষা-সংস্কৃতিৰ প্ৰকৃত নিৰ্মাতা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ। এই দুয়োজন ব্যক্তিৰ অৱদানক বাদ দিলে অসমীয়া জাতিৰ কল্পনাই কৰিব নোৱাৰি। আজি যদি বিশ্ব দৰবাৰত বিশ্বৰ মানচিত্ৰত অসমৰ কিবা প্ৰাসঙ্গিকতা আছে তেন্তে শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰো প্ৰাসঙ্গিকতা আছে।

অসমীয়াই শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱক ধন্যবাদ দিব লাগে অসমীয়া জাতিক দুজনা গুৰুৱে ভৰপূৰকৈ ভৰাই ভৰাই দিয়া অৱদানৰ কাৰণে। ভাৰতে তেওঁসৱক ধন্যবাদ দিব লাগে এখন অখণ্ড ভাৰত নিৰ্মাণৰ সৰ্বশ্ৰেষ্ঠ হোতা হোৱাৰ কাৰণে আৰু জগতে ধন্যবাদ দিব লাগে এক অনুপম সাত্ত্বিক মানৱ সভ্যতা সমগ্ৰ মানৱ জাতিৰ কাৰণে উপহাৰ দিয়াৰ কাৰণে। হয়, অসমীয়া সভ্যতা সংস্কৃতিয়ে বিশ্বৰ শ্ৰেষ্ঠ সংস্কৃতিসমূহৰ লগত সমানে ফেৰ মাৰিব পাৰিব।

অৱশ্যে ভুলকৈ হ'লেও পশ্চিমৰ বহু চিন্তাবিদে ভাৰতীয় চিন্তাধাৰাক জীৱন পৰাঙ্মুখ Life negation এক ভাৱধাৰা বুলি দোষাৰোপ কৰে। ভাৰতীয় দৰ্শনে উপৰুৱা অৰ্থৰে জীৱনৰ উপৰিভাগক মহত্ত্ব নিদি জীৱনৰ উদ্দেশ্যক মহত্ত্ব দিয়ে। এই কথা পশ্চিমীয়াসকলে বুজি নাপায় তেওঁলোকে ইন্দ্ৰিয় সুখবাদতহে 'Hedonism' গুৰুত্ব প্ৰদান কৰে।

ইয়াৰ যোগ্য উত্তৰ শ্ৰীকৃষ্ণ আৰু শ্ৰীকৃষ্ণৰ লীলাসমূহ। শ্ৰীকৃষ্ণই জীৱনৰ হাঁহি-কান্দোন, নিঃশ্বাস-প্ৰশ্বাস, আশা-আকাংক্ষা, বিৰহ-মিলন, প্ৰেম-সৌন্দৰ্য এই

সকলোকে মহত্ত্ব দিছিল—দিছিল মহত্ত্ব আনকি ধৰ্মযুদ্ধকো। তেওঁৰ জীৱন দেখা-দেখিকৈও Life Negation নাছিল, আছিল Life Affirmation. তেওঁ য'ত গৈছিল, য'ত বৈছিল, য'ত কৈছিল তাত জীৱনক মহাজীৱন কৰি তুলিছিল। শ্ৰীকৃষ্ণই যি দৰে হাঁহিছিল গোপীৰ লগত, সেই ধৰণেই হাঁহিছিল জৰা ব্যাধিৰো লগত। শ্ৰীকৃষ্ণই ৰথৰ ঘোঁৰাৰ কাৰণে ঘাঁহ কাটিছিল ৰথৰ সাৰথ্য কৰিছিল, ৰাজসূয় যজ্ঞত পাত-পটুৱা পেলাইছিল, লেতেৰা চাফা কৰিছিল আৰু গভীৰ মানসিক সংকটৰ সময়ত মোহগ্ৰস্ত অৰ্জুনক গীতাৰ দিব্য উপদেশো শুনাইছিল। কৃষ্ণ-সংস্কৃতিয়েই শ্ৰীমন্ত শংকৰদেৱৰ সংস্কৃতি। কৃষ্ণ শংকৰৰ জীৱন-দেৱতা সেয়েহে কিঙ্কৰ হৈ পূজিছিল। সেয়েহে শঙ্কৰে জীৱনৰ কাৰণে আৱশ্যকীয় সকলো বিষয়তে হাত দিছিল। হাত দি সুন্দৰ কৰিছিল, জনগণক শিকাইছিল, হাত দিয়া অৱস্থাৰপৰা তাক সম্পূৰ্ণ পৰিৱৰ্তিত কৰি আধ্যাত্মিক ৰূপ দিছিল। বস্তুক কৰি তুলিছিল পৰমাৰ্থ আৰু প্ৰাৰ্থীক কৰি তুলিছিল পাৰমাৰ্থিক। শ্ৰীমন্ত শংকৰদেৱ খেতিয়ক আছিল, বোৱনী আছিল, ৰান্ধনি আছিল, শিল্পী আছিল, সাহিত্যিক আছিল, নাট্যকাৰ আছিল, অভিনেতা আছিল, সংগীতজ্ঞ আছিল, সংগীত সাধক আছিল, যোগী আছিল, খেলুৱৈ আছিল, সাঁতোৰবিদ্ আছিল, জীৱ আৰু প্ৰকৃতিৰ সংৰক্ষক আছিল আৰু আছিল অহিংসা আৰু প্ৰেমৰ প্ৰৱৰ্তক আৰু প্ৰচাৰক। কিন্তু তেৰাৰ বিশেষত্ব এয়ে যে এই বিষয়বিলাক য'ত বস্তু ত'তেই নেৰাখি সকলোতে দিব্যতা প্ৰদান কৰি, কৰি তুলিছিল আধ্যাত্মিক চেতনাৰ অনুভূতি কেন্দ্ৰ। জীৱনক সম্পূৰ্ণৰূপে ভাল পাই ভালপোৱাৰ প্ৰকৃত অৰ্থত Life Affirmation বাস্তৱায়িত কৰি তুলিছিল। ইন্দ্ৰিয় সুখবাদ প্ৰকৃত Life Affirmation হ'ব নোৱাৰে। ই Life Affirmationৰ নামত ভুৱা সন্তুষ্টিবাদ মাত্ৰ। কঠোপনিষদত কোৱাৰ দৰে 'সৰ্বেন্দ্ৰিয়ানি জৰয়ন্তি তেজঃ'—সকলো ইন্দ্ৰিয়ৰ বল শক্তি যেতিয়া ক্ষীণ হৈ যাব তেতিয়া আৰু সুখবাদ থাকিব ক'ত ? এফালে ইন্দ্ৰিয় গ'ল, অন্যফালে আত্মাৰ সন্ধান কৰিবলৈকে নিশিকিলে ! শঙ্কৰদেৱৰ বিশেষত্ব এই যে তেৰাই ইন্দ্ৰিয়সমূহক তিৰস্কাৰ নকৰি সেই সমূহক শ্ৰীকৃষ্ণ প্ৰাপ্তিত লগাই দিছিল। সৰ্বসাধাৰণ জনতাকো এই ৰাজমাৰ্গ দেখুৱাই দিছিল।

নীতিৰ ভিতৰত ৰাজনীতিও এক নীতি। ৰাজনীতি ভালনে? ভাল। কিন্তু যিমান ভাল তাতোকৈ হাজাৰগুণে বেয়া। কাৰণ ৰাজনীতি নীতি হৈ নাথাকে ই পৰ্যৱসিত হয় কূটনীতিলৈ, ভেদনীতিলৈ, শম-দম দণ্ড-ভেদ-দমন নীতিলৈ। ৰাজনীতিয়ে প্ৰথমতে গোট খুৱায় শেষত ফালিবৰ কাৰণে। ৰাজনীতিয়ে ফালে সমাজক, দেশক, পৰিয়ালক, ঘৰক, মনক, হৃদয়ক। কোৰিয়া দুখন হ'ল, জাৰ্মানী

দুখন হ'ল, ভাৰত তিনিখন হ'ল, পাকিস্তান দুখন হ'ল। আৰু কত হওঁ হওঁ কৰি আছে। এই নিষ্ঠুৰ আৰু কটু সত্যক বুজোঁতাই বুজিছে। বুজি পাইছে ১৯৫৭ চনত ইটালীৰ পগৱাছ চহৰত একত্ৰিত হোৱা বিশ্ববিখ্যাত বিজ্ঞানীসকলে। সেই বিজ্ঞানীৰ আন্তৰ্জাতিক সন্মিলনখনৰ আহ্বায়ক আছিল বিশ্ববিখ্যাত গণিতজ্ঞ দাৰ্শনিক আৰু শান্তিবাদী ডঃ বাৰ্টাণ্ড ৰাছেল। ৰাছেলে সভাৰ উদ্দেশ্য ব্যাখ্যাত বৰ দুখেৰে সুধিছিল, "হে বিশ্ববিখ্যাত বিজ্ঞানীসকল, আপোনালোকৰ নিয়োজন আৰু প্ৰতিজ্ঞা আছিল আপোনলোকৰ আৱিষ্কাৰসমূহ প্ৰয়োগ কৰি মানৱ সমাজৰপৰা ভোক, ৰোগ, ভয় আৰু অজ্ঞানতা দূৰ কৰি মানৱৰ চৰম প্ৰমূল্য সত্য-প্ৰেম করুণাৰ উৎকৰ্ষ সাধন কৰিবলৈহে। কিন্তু, কি হ'ল ? তাৰ বিপৰীত হোৱা নাইনে? সুখ-শান্তিতকৈও দুখ আৰু অশান্তিৰহে সৃষ্টি হোৱা নাইনে? হিৰোছিমা আৰু নাগাছাকিত বম্ব কোনে পেলালে? ইয়াৰ কাৰণে জগৰীয়া কোন ? আপোনালোক নহয়নে? এতিয়া বিজ্ঞানীসকলেও প্ৰায়শ্চিত্ত হ'ব নালাগেনে? তেতিয়া এজন এজন বিজ্ঞানী উঠি বৰ দুখেৰে এটা কথাকে ক'বলৈ ধৰিলে যে তেওঁলোকৰ কাৰণে মানৱ জাতিৰ প্ৰতি দায়বদ্ধতা নাই বা দৰদ নাই এই কথা নহয় কিন্তু তেওঁলোক বন্দী হৈ গৈছে এঠাইত। তেওঁলোকৰ স্বাধীনতা বা নিজা ইনিচিয়েটিভ হেৰাই গ'ল। নিজে ভাবি একো কৰিব নোৱৰা হ'ল। সেই ঠাই হ'ল—ৰাজনীতিজ্ঞসকল। ৰাজনৈতিক নেতাই নিজৰ খেয়াল খুচি মতে বিজ্ঞানীসকলক লগায়—বিধ্বংসমূলক অস্ত্ৰ নিৰ্মাণ কৰাই তাৰ দ্বাৰা নিজৰ প্ৰতিপত্তি বিস্তাৰ কৰিবলৈ যত্ন কৰা ৰাজনৈতিক নেতাৰপৰা বিজ্ঞানক মুক্ত কৰিব নোৱৰালৈকে বিজ্ঞানীয়ে একো কৰিব নোৱাৰে আৰু মানৱ জাতিৰ কল্যাণৰ ঠাইত গুৰু, গুৰুতৰ আৰু গুৰুতম বিপদ আহিয়েই থাকিব।

আজিৰপৰা ৫০০ বছৰৰ আগতে শ্ৰীমন্ত শংকৰদেৱে সেই একে কথা কোৱা নাছিল নে? কীৰ্ত্তন আৰু ভাগৱতৰ প্ৰহ্লাদ চৰিত্ৰত? শ্ৰীমন্ত শংকৰদেৱে কৈছিল ৰাজনীতি ৰাক্ষসৰ শাস্ত্ৰ। সেয়েহে তেৰাই ৰজাক শৰণ নিদিয়াটো ঠিক কৰি লৈছিল। সেয়েহে নিজৰ সিদ্ধান্তৰ লগত আপোচ নকৰি দেহত্যাগেই কৰি দিলে নৰনাৰায়ণ ৰজাৰ আদেশ আছিল যে কালিলৈ গুৰুজনাই শৰণ দিবই লাগিব। এতিয়া কৰে কি ? ৰজাৰ গুৰু হ'বলৈ বহুতেই ভাল পালেহেঁতেন, বহুত লালায়িত হৈ থাকেই। গুৰুৱে এই এটাই ৰাস্তা ঠিক কৰি ল'লে দেহত্যাগ। কৰি দিলে স্বেচ্ছাই দেহ ত্যাগ। সিদ্ধান্ত আগ, দেহ পিছ। মানৱ জাতিৰ কাৰণে এইটো বৰ ডাঙৰ সন্দেশ। অদূৰ দূৰ ভৱিষ্যতে বিশ্বৰ জনগণে ৰাজনীতিমুক্ত সমাজ নিৰ্মাণৰ কাৰণে মন তৈয়াৰ কৰিবই লাগিব। পলমকৈ হ'লেও চিন্তাশীল বহু ব্যক্তিয়ে এই কথা এতিয়া বুজিব ধৰিছে।

বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ লোকসকলে ড° অমৰ্ত্য সেন আদিৰ দৰে অৰ্থনীতিবিদসকলে আজি এটা কথা বাৰ বাৰ ক'ব ধৰিছে সেয়া হ'ল Appropriate technology বিজ্ঞানক ব্যৱহাৰ কৰি থলুৱা সামগ্ৰীৰে আৱশ্যকীয় সামগ্ৰী নিৰ্মাণ কৰা। এই বিচাৰ আজি সকলোৰে গ্ৰহণযোগ্য হৈছে। হ'বই লাগিব। এই বিচাৰ কিন্তু শ্ৰীমন্ত শংকৰদেৱে তেতিয়াই দিছিল আৰু নিজৰ জীৱনত কাৰ্যকৰী কৰিছিল। বহিবৰ কাৰণে কলঠৰুবাৰ কঠ, প্ৰসাদৰ কাৰণে থলুৱাভাৱে উৎপাদিত বুট, মগু, নাৰিকল, টেঙা, কুঁহিয়াৰ, বজাবৰ কাৰণে মৃদংগ, খোল-তাল, পিন্ধিবৰ কাৰণে পাটভূণী বস্ত্ৰ, জীৱন নিৰ্বাহৰ কাৰণে বস্ত্ৰ থলুৱা সামগ্ৰীৰে নিজেই উৎপন্ন কৰি লৈছিল আৰু ভক্তসকলৰ দ্বাৰা কৰোৱাইছিল। ছকুৰি হাত দীঘল আৰু চাৰিকুৰি হাত বহল বৃন্দাবনী বস্ত্ৰ ইয়াৰেই এক নমুনা।

এলবাৰ্ট স্বাইংঝাৰে পুৰণি কথা এটাকে নতুন ভাষাত কৈছে Reverence for life. জীৱনৰ প্ৰতি সন্মান। এই সন্মান নিজৰ জীৱনক নিজেটো দিবই লাগিব অন্যাকো দিব লাগিব। কেৱল মানৱকে নহয়, দিব লাগিব সমস্ত জীৱ সমুদায়ক। প্ৰত্যেকৰে আত্মা আছে। প্ৰত্যেকৰে ঈশ্বৰ আছে। গতিকে প্ৰত্যেকেই অহনীয় অথচ পূজাৰ যোগ্য পূজনীয়। তেনেস্থলত পূজাপাতি, দেব-দেৱী, ভূত-পিশাচ, ডাকিনী-যোগিনীৰ নামত নিৰপৰাধ জীৱক নিষ্ঠুৰভাৱে, লোলুপতাৰে বলিদান কৰাটো ভাল কথানে ? নে লাজ আৰু পৰিতাপৰ কথা ? আজি 'Bio-Diversity' জৈব বৈচিত্ৰ্যৰ কথা খুউব কোৱা হৈছে। গড়ক সংৰক্ষণ, বাঘক সংৰক্ষণ, শগুণক সংৰক্ষণ, সাপক সংৰক্ষণ, গছক, নদীক, পাহাৰক, পৃথিৱীক সংৰক্ষণ দিয়াৰ কথা গম্ভীৰতাৰে ভবা হৈছে। তেনে ক্ষেত্ৰত নৰবলি, ম'হ বলি, ছাগ বলি ইটো বলি সিটো বলি কিমান যুক্তিযুক্ত ? মুঠেই নহয়। দেব-দেৱতা নায়েই আৰু যদি আছে বুলি ধৰিও লোৱা যায় তথাপিতো সেইসকল পূজাৰ যোগ্য নহয়। কাৰণ তেওঁলোকে হিংসাধৰ্মত ব্যক্তিক লিপ্ত কৰায়। কিন্তু এক পৰমেশ্বৰ যাৰ নাম কৃষ্ণ, বিষ্ণু, হৰি, নাৰায়ণ তেওঁ কেতিয়াও এই হিংসাযুক্ত বলিবিধান পছন্দ নকৰে, সহ্য নকৰে, গ্ৰহণ নকৰে। তেওঁক লাগে গুণ-নাম-যশ। শুদ্ধ হৃদয়ৰপৰা শুদ্ধ ভাৱনাৰে বলোৱা শুদ্ধ ভক্তি + শুদ্ধ প্ৰেম আৰু সমৰ্পণ।

আৰু শ্ৰীমন্ত শংকৰদেৱে ইয়াকেই শিকাই গ'ল ওৰেটো জীৱন। অন্ধ-বিশ্বাসাৰে অধোগতি কৰা এখন সামাজক ওপৰলৈ উঠাই অনাৰ দায়িত্ব লৈ এটা কঠিন বান্ধনি দিলে—

আন দেৱী-দেৱ নকৰিবা সেৱ
গৃহকো নাযাইবা তাৰ।
মূৰ্ত্তিকো নাচাইবা প্ৰসাদো নাখাইবা
ভক্তি হৈব ব্যভিচাৰ।

আত্ম বিশ্বাসেৰে মানৱ প্ৰেমেৰে, ভূতদায়াৰে, সকৰুণ চিত্তৰে কৃষ্ণৰ ভকতি কৰা। কৃষ্ণ মানে সীমাভঙ্গা, সীমাহীন অনন্ত, সনাতন সত্য, পৰমাত্মা, জীৱৰ নিয়ন্তা সমস্তৰে সদা কল্যাণকাৰী পৰমপুৰুষ নাৰায়ণ। তেওঁক বলিবিধানৰ প্ৰয়োজন নাই। ভক্তৰ নিজৰ আত্ম-শুদ্ধিৰ কাৰণে ভগৱানৰ নাম ল'লেই ভগৱান প্ৰসন্ন হয়। ভক্তিত জাতি অজাতিৰ বিচাৰ নাই। কেৱল এক ঈশ্বৰত একান্তমনে শৰণলৈ পতিত পাৱন নাম চিন্তনৰ দ্বাৰা আগবাঢ়িব লাগে।

সাৰ্বজনীন সাম্যযোগী এখন সমাজ নিৰ্মাণ শ্ৰীমন্ত শংকৰদেৱৰ কাম্য আছিল আৰু সেয়েহে লগত ৰাখিছিল বিভিন্ন গোষ্ঠী, জনগোষ্ঠী আৰু ধৰ্ম সংস্কাৰৰ লোক—

কিৰাত কছাৰী খাচি গাৰো মিৰি
যৱন কঙ্ক গোৱাল
অসম মুলুক ৰজক তুৰুক
কুবাচ ম্লেচ্ছ চাণ্ডাল।।
আনো পাপী নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পবিত্ৰ হয়।
ভকতি লভিয়া সংসাৰ তাৰিয়া
বৈকুণ্ঠে সুখে চলয়।

ভাঃ ২য়, ৪৭৪-৪৭৫

আজিৰ এই সমাজখনত বিজ্ঞানৰ সামগ্ৰীৰে বিপুলতা সম্পন্ন বহুত বস্তু আছে। তথাপিতো যেন কিবা এটা নাই নাই। তথাপিতো আমি সকলোৱেই যেন অপূৰ্ণ অপূৰ্ণ অপূৰ্ণ। এই কিবা এটানো কি ? এই কিবা এটা অন্য একো নহয় এইটো হ'ল প্ৰেমময় আত্মা। আজিৰ মানৱ সমাজে আত্মা হেৰুৱাইছে, গতিকে প্ৰেম হেৰুৱাইছে। গতিকে চাৰিওফালে প্ৰেমৰ অভাৱ ঘটিছে। বাসনাকে প্ৰেম বুলি মানুহে ঠগ খাব লগা হৈছে। মানুহ আৰু মানুহৰ মাজত প্ৰেম তেতিয়া জাগ্ৰত হ'ব যেতিয়া মানুহে মানুহক দিব্যত্ব আৰোপ কৰিব। মানুহে মানুহত ঈশ্বৰ দেখিব। সেয়ে শ্ৰীমন্ত শংকৰদেৱে ঈশ্বৰ প্ৰধান মানৱ ধৰ্ম প্ৰচাৰত লাগিল—

বিশেষত মনুষ্য গণক বিটো নৰে
বিষ্ণুবুদ্ধি সৰ্বদায়ে মোক মান্য কৰে
ঈৰ্ষা অসূয়া ............. কীৰ্ত্তন ঘোষা।

শ্ৰীমন্ত শংকৰদেৱে বিচৰা ঈশ্বৰ, ঈশ্বৰ প্ৰধান মানৱ প্ৰেমৰ, জীৱদয়াৰ এখন সমভাৱ সমাজ আজিৰ যুগৰ আটাইতকৈ ডাঙৰ প্ৰাসংগিকতা। ☐

# পৰিৱৰ্তিত সমাজ জীৱনৰ পৰিপ্ৰেক্ষিতত শংকৰদেৱ

প্ৰদীপজ্যোতি মহন্ত

কোৱা বাহুল্য, শ্ৰীমন্ত শংকৰদেৱৰ আৰু তেওঁৰ অনুগামীসকলৰ দ্বাৰা প্ৰৱৰ্তিত ১৫ শ শতিকাৰ নৱ-বৈষ্ণৱ ধৰ্মই বৃহৎ অসমৰ চতুষ্কোণ সঞ্চাৰি যি নৱজাগৰণৰ সূচনা কৰি গ'ল আজি পাঁচোটাকৈ শতাব্দীৰ পিছতো অসমীয়া জীৱন আৰু সংস্কৃতি তাৰ আৱেষ্টনীৰ পাৰ ভাঙি ওলাই আহিব পৰা নাই। কেৱল শ্ৰীমন্ত শংকৰৰ প্ৰতিভা আৰু প্ৰভাৱেই বিশাল মহীৰূহ হৈ অসমীয়া জাতি আৰু জীৱনৰ চৌপাশ ছানি আছে। সেয়ে যিমানেই নৱ-বৈষ্ণৱ অভ্যুত্থানৰ সামগ্ৰিক পৰ্যালোচনা আৰু তাৰ সাম্প্ৰতিক প্ৰাসঙ্গিকতাৰ মূল্যায়নত প্ৰবৃত্ত হোৱা যায়, অসমীয়া জাতীয় জীৱন আৰু সংস্কৃতি গঠনৰ ঐতিহাসিক প্ৰক্ৰিয়াত শ্ৰীমন্ত শংকৰদেৱৰ প্ৰভাৱৰ পৰিধি সিমানেই ব্যাপকতৰ হোৱা যেন অনুভূত হয়। এই পৰিপ্ৰেক্ষিততে ক'ব পাৰি যে অসমৰ বৈষ্ণৱ পৰম্পৰা কেৱল অসমৰ হিন্দু সমাজৰ এক ধৰ্মীয় উপৰিসৌধ নহয়, বৰং অসমৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ ৰূপান্তৰ সধা এক মহাজাগৰণৰ পৰা উদ্ভূত ই এক চলমান জীৱনধাৰা। অসমৰ সাংস্কৃতিক ঐতিহ্য, সামাজিক মূল্যবোধসহিত অসমীয়া জীৱনৰ গাঁথনিটোৰ মাজেদি যেন বৈষ্ণৱ পৰম্পৰাৰ সুঁতিটি প্ৰবাহিত হৈ আছে। শংকৰদেৱ আৰু তেওঁৰ কৃতিয়ে বৃহৎ অসমীয়া সমাজখনৰ বিভিন্ন জনগোষ্ঠীসমূহৰ মাজত আদৰ্শগত, ঐহিক আৰু আধ্যাত্মিক প্ৰভৃতি সকলো পৰ্যায়তে এনেভাৱে সংযোগৰ সৃষ্টি কৰি গ'ল যাৰ ফলত শংকৰদেৱ প্ৰচাৰিত ভাগৱতী ধৰ্মৰ বৃত্তৰ বাহিৰৰ জনগোষ্ঠী বা ব্যক্তিয়েও অসমীয়া জাতীয় সত্তাৰ ক্ৰমবিকাশত শংকৰদেৱৰ মহতী প্ৰভাৱ অনুভৱ কৰে।

যুগদ্ৰষ্টা মনীষী, সাধক, চিন্তাবিদ, মহাপুৰুষ যেন সদায়েই একো একোটি জ্যোতিষ্ক য'ৰ পৰা নিৰ্গত আলোকৰাশিয়ে সমাজ জীৱন পোহৰাই তোলে। লগতে সেই আলোকৰাজিয়ে বিচ্ছুৰিত হৈ অনাগত দিনৰ সমাজ আৰু

মানৱজাতিৰ বাবেও ভৱিষ্যত পোহৰ পথৰ সন্ধান দিয়ে। শংকৰদেৱো যেন তেনে এক জ্যোতির্ময় মনীষা যাৰ মাজত মানৱ প্ৰতিভাৰ সম্পূৰ্ণ পৰিস্ফুৰণ ঘটিছিল। জ্যোতিপ্ৰসাদেও শংকৰদেৱক প্ৰত্যক্ষ কৰিছে 'মানুহৰ পূৰ্ণ সংস্কৃতিৰ প্ৰতীক' ৰূপে যাৰ মাজত মানুহৰ আধ্যাত্মিক, মানসিক আৰু বাস্তৱিক মহাবিকাশ ঘটিছে (জ্যোতিপ্ৰসাদঃ 'নতুনৰ পূজা')। এটা জাতিৰ ইতিহাসত কেতিয়াবাহে এনে এক ক্ষণজন্মা পুৰুষৰ জন্ম হয়, যাৰ জীৱন, কৃতি আৰু আদৰ্শ সমাজ আৰু সংস্কৃতিৰ সকলো স্তৰতে ভাবীকাললৈ প্ৰেৰণাৰ সুঁতি স্বৰূপ হৈ থাকে। শতাধিক পৰমায়ু, অন্তিমকাললৈকে অক্ষুন্ন থকা সুন্দৰ স্বাস্থ্য, বিচক্ষণ মানসিক আৰু বৌদ্ধিক তীক্ষ্নতা প্ৰভৃতিৰে সৈতে শংকৰদেৱৰ জীৱন আৰু বাণী আজিৰ জীৱনযাত্ৰা আৰু ৰুচিবোধৰ বাবেও প্ৰাসঙ্গিক আৰু প্ৰেৰণাময় আদৰ্শ হৈ আছে। শংকৰদেৱ আৰু তেওঁৰ অনুগামীসকলে জনসাধাৰণক বৈষয়িক সম্ভোগৰ আতিশয্যত ডুব নাযাবলৈ আহ্বান জনাইছিল, কিন্তু সংসাৰী জীৱন পৰিত্যাগ কৰি সন্ন্যাস বা বৈৰাগ্য গ্ৰহণ কৰাটো সিসকলৰ অভিপ্ৰেত আদৰ্শ নাছিল। শিৰোমণি ভূঞাকুলৰ অপাৰ সম্পত্তি আৰু শাসকীয় ক্ষমতা সমাজৰ ঐহিক পাৰত্ৰিক আৰু সাংস্কৃতিক কল্যাণৰ হকে শংকৰদেৱে এহাতে বিসৰ্জন দিছিল, আনহাতে পুত্ৰ-কন্যা-পত্নী সমন্বিতে এক নিটোল গৃহস্থী জীৱনৰ আদৰ্শও তেওঁ ৰাখি থৈ গৈছে। মাধৱদেৱৰ বৈৰাগ্য বৈষ্ণৱ দৰ্শনসম্ভূত এক আদৰ্শ নাছিল যেন বোধহয়, গুৰুৰ সেৱাত উছৰ্গিত প্ৰাণৰ স্বতঃপ্ৰণোদিত এক ব্ৰতহে মাথোন। পিছৰ উদাসীন ভকতসকলকো মাধৱদেৱে এনে ব্ৰতৰপৰা বিৰত হ'বলৈ উপদেশ দিছিল।

**সংহতিৰ সূত্ৰ ঃ**

শংকৰদেৱ আৰু বৈষ্ণৱ পৰম্পৰা অসমৰ বাবে আজিও এক সংহতিৰ সূত্ৰ যাৰ মাজত 'সূত্ৰে মণি গণাইব' হৈ বান্ধ খাই আছে নানান জনগোষ্ঠী, এক কেন্দ্ৰীয় শক্তি যি অসমীয়া সংস্কৃতি জীৱনবৃত্তৰ কেন্দ্ৰ আৰু পৰিধিত থকা এই জনগোষ্ঠীসমূহক মিলাই এক সংহত জাতীয়সত্তা দান কৰিছে। শংকৰদেৱ স্বকীয় সাংস্কৃতিক ঐতিহ্য, ধৰ্মান্ধতা আৰু জাতি বিদ্বেষৰ পৰা মুক্ত গণতান্ত্ৰিক প্ৰমূল্যৰে ধন্য অসমীয়া জাতীয় জীৱনৰ প্ৰাণপুৰুষ। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে নিজৰ জীৱনকালত একশৰণ ধৰ্ম প্ৰচাৰ কৰা কাৰ্যত শংকৰদেৱে প্ৰচুৰ বাধা আৰু দুৰ্দৈৱৰ সন্মুখীন হ'ব লগা হৈছিল। প্ৰতিৰোধ আৰু প্ৰতিবন্ধকেৰে ভৰা এই পথ উত্তৰকালৰ অনুগামীসকলৰ বাবেও প্ৰশস্ত হোৱা নাছিল। তেওঁৰ অপযশ ৰটোঁতা তেওঁৰ জীৱন কালতো আছিলেই, আজিৰ পৰিবৰ্তিত সামাজিক পৰিপ্ৰেক্ষিতত‌ো শংকৰদেৱৰ মহত্ত্ব স্বীকাৰত উদাসীনতা দেখুওৱা ব্যক্তিৰ অভাৱ

নাই। পিছে এই কণ্টকাকীৰ্ণতা অতিক্ৰম কৰি হ'লেও শংকৰদেৱে তেওঁৰ প্ৰতিভোজ্জ্বল সৰ্বগুণসম্পন্ন ব্যক্তিত্ব আৰু জীৱনজোৰা সাধনাৰে কোচবিহাৰ অসম আৰু কামৰূপ এই তিনি ৰাজ্য এক কৰি, বিভিন্ন ভাষিক আৰু জাতিগত গোষ্ঠীক সামৰি আধুনিক অসমীয়া জাতীয়সত্তাৰ ভেটিটি থাপিলে। অৱশ্যে সমন্বয়ৰ মাজেদি এক জাতীয় জীৱন গঢ়া কাম শংকৰদেৱৰ সজাগ পৰিকল্পনাৰ মাজেদি হোৱা নাছিল। অসম কোচবিহাৰ সামৰি ঘটা এই সাংস্কৃতিক বিপ্লৱৰ মাজত অযাচিতভাৱে অঙ্কুৰিত হোৱা এক নতুন চেতনা, এক নতুন কল্পদৃষ্টিহে। সন্দেহ নাই যে, আজিৰ অসমত শংকৰদেৱৰ বৈষ্ণৱ ধৰ্মৰ প্ৰভাৱ আগৰ দৰেই নাই, আজিৰ মানুহৰ ধৰ্মবিশ্বাসো আপেক্ষিকভাৱে পাতলিছে। কিন্তু শংকৰদেৱৰ নামটোৰ মাজত লুকাই থকা গৰিমাময়, প্ৰেৰণাময় এক অনিৰ্বচনীয়ৰূপে ধৰ্মীয় অনুশাসনৰ ঊৰ্ধলৈ গৈ অসমীয়া সমাজখনক যেন কিবা এক নেদেখা এনাজৰীৰে বান্ধি ৰাখিছে আৰু আধুনিক অসমীয়া জীৱনক নিৰবিচ্ছিন্নভাৱে দি আছে এক বিৰল গৌৰৱবোধ। বিগত শতিকাৰ ইতিহাসেও প্ৰমাণ কৰিছে যে যেতিয়াই অসমীয়া জাতীয় জীৱন প্ৰতিকূল সামাজিক, ৰাজনৈতিক পৰিস্থিতিৰ ধামখুমিয়াত বিপৰ্যস্ত হৈছে, অসমীয়া সাংস্কৃতিক সত্তাটো ৰাজনীতিৰ কূটকৌশলেৰে যেতিয়াই ধূসৰিত হৈছে, তেতিয়াই বাৰে বাৰে শংকৰদেৱৰ ব্যক্তিত্ব তথা তেওঁৰ বাৰেবৰ্ণীয়া অৱদানৰ কথা সোঁৱৰা হৈছে, কেৱল আনক দেখুৱাবলৈকে নহয়, আত্মবিশ্বাস, আত্মমৰ্যাদা আৰু প্ৰেৰণাৰে সকলোকে উদ্বেলিত কৰিবলৈকো।

প্ৰায় সকলো দেশতে ধৰ্মীয় বা ধৰ্মসংস্কাৰ আন্দোলনে সমসাময়িক সাহিত্য আৰু কলাকৃষ্টিত এক জাগৰণৰ সৃষ্টি কৰি আহিছে । পৃথিৱীৰ বহু কালজয়ী শিল্পকৃতিৰ জন্ম ধৰ্মীয় অনুপ্ৰেৰণা বা পৃষ্ঠপোষকতাতেই হৈছে। শংকৰদেৱৰ বাবেও সাহিত্য সৃষ্টি বা শিল্পসাধনা ধৰ্মপ্ৰচাৰৰ পৰিপূৰক মাধ্যমহে আছিল। কিন্তু এই ধৰ্মীয় দায়বদ্ধতাৰ মাজতো উদ্ভাসিত হৈছে শিল্পদ্ৰষ্টা আৰু স্ৰষ্টাৰূপে শংকৰদেৱৰ স্বে-মহিম্নি প্ৰতিষ্ঠিতৰূপ লগতে ইয়াত নিহিত আছে আজিৰ সমাজৰ বাবে এক প্ৰাসঙ্গিক শিক্ষা। কিয়নো সাহিত্যক ধৰ্মপ্ৰচাৰৰ এক মাধ্যমৰূপে গ্ৰহণ কৰিও শংকৰদেৱে নিজৰ ৰচনাক কালজয়ী আৰু ৰসোত্তীৰ্ণৰূপ দিয়েই ক্ষান্ত নাছিল, মাধৱদেৱৰ পৰা ভট্টদেৱলৈকে এচাম ধ্ৰুপদী সাহিত্যকাৰ জন্ম হ'ব পৰা এক জাগৰণৰ সৃষ্টি কৰিছিল। পণ্ডিতজনৰো দুৰ্বোধ্য সংস্কৃত সাহিত্যৰ দুৰ্লভ অমৃতধাৰা সৰ্বজনগ্ৰাহ্য কোমল ভাষাৰে উপচাই বোৱাই দিয়াৰ লগতে হালোৱা-চহা নিৰক্ষৰজনকো এই ধ্ৰুপদী সাহিত্যৰ ৰসগ্ৰাহী কৰি ডঃ সূৰ্য কুমাৰ ভূঞাই কোৱাৰ দৰে এক illiterate literacy আন্দোলন গঢ়ি তুলিছিল।

জনসংযোগ মাধ্যমৰ অভাৱনীয় শূন্যতাৰ মাজতো তাহানিৰ দিনত শ শ মাইল পৰিব্যাপ্ত কৰি কেনেধৰণে এক শিল্প সাহিত্যৰ জাগৰণ বোৱাই দিছিল, চুবুৰীয়ে চুবুৰীয়ে শ শ সাঁচীপাতৰ পুথি লিখা হৈছিল। সত্ৰই সত্ৰই, নামঘৰে নামঘৰে একপ্ৰকাৰ গ্ৰন্থগাৰ আন্দোলনেও গঢ় লৈছিল—ভাবি বিস্মিত হ'ব লাগে। সকলো প্ৰতিবন্ধক, প্ৰাকৃতিক, দুযোৰ্গ, দূৰত্ব পথ সংযোগহীনতা নেওচি শংকৰদেৱ আৰু তেওঁৰ অনুগামীসকলে সমসাময়িক কালৰ সকলো ফলিত আৰু দৃশ্য-শ্ৰব্য কলাশৈলীক যি নৈপুণ্যৰে কামত খটুৱাই গ'ল—সিবোৰৰ কলাসুলভ মান আৰু ৰসময়ীৰূপে বিনষ্ট নকৰাকৈ সেয়া আজি বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ নিত্যনতুন সফল প্ৰয়োগৰ মাজেদিও কৰিবপৰা এজন দায়বদ্ধ, শিল্পকাৰ হৈও শিল্পৰ স্ব-মহিমা অক্ষুণ্ণ ৰাখিবলৈ নিজে সমৰ্থ হোৱা আৰু আনকো সমৰ্থ কৰোৱা শিল্পস্ৰষ্টা শিল্পদ্ৰষ্টাৰূপে শংকৰদেৱৰ মহত্ত্ব আজিও অবিসম্বাদী আৰু আদৰ্শনীয় কেৱল অসমৰ পৰিপ্ৰেক্ষিততে নহয়, হয়তো ভাৰতবৰ্ষ তথা বিশ্বৰ যিকোনো দেশ বা প্ৰান্তৰ তুলনাতো।

শংকৰদেৱৰ আধ্যাত্মিক চেতনাৰ লগত শিল্পচেতনাৰ একাত্মবোধ স্থাপিত হৈছে। এইটো তেওঁৰ শিল্পসাধনাৰ অন্য এক চমকপ্ৰদ দিশ। এটাক বাদ দি আনটোৰ চিন্তা কষ্টকল্পিত। 'শংকৰদেৱৰ ক্ষেত্ৰত শিল্পকলা আনুষ্ঠানিক ধৰ্মৰ আজ্ঞাবহ নহয়, বৰং ই আধ্যাত্মিকতাৰ অঙ্গস্বৰূপ। সেই কাৰণেই তেওঁৰ অসাধৰণ শিল্পীসত্তাই ধৰ্মগুৰুসুলভ তেওঁৰ আধ্যাত্মিক সত্তাকো ম্লান বা খৰ্বিত কৰা নায়েই, তাক অধিক উজ্জ্বলতা আৰু পূৰ্ণাবয়বহে প্ৰদান কৰিছে।' (ডঃ বীৰেন্দ্ৰনাথ দত্ত ঃ ব্যক্তি সংস্কৃতি ইত্যাদি)।

শংকৰদেৱৰ শিল্পসাধনাৰ আন এক বৈচিত্ৰ্যপূৰ্ণ দিশ নিহিত আছে ধ্ৰুপদী কলা আৰু লোক কলাৰ মাজত সাধন কৰা অভূতপূৰ্ব সমন্বয়ত। তেওঁ সকলো কলাশৈলীকে জনসংযোগৰ মহত্ত্বৰ উদ্দেশ্যত প্ৰয়োগতো কৰিছিলেই, উচ্চাঙ্গ ধ্ৰুপদীকলাক তেওঁ আত্মস্থ কৰি তাক জনসাধাৰণৰ মাজলৈ সম্প্ৰসাৰিত কৰিছিল আৰু আনহাতেদি জনসাধাৰণৰ ৰুচি তথা ৰসগ্ৰাহিতাক উচ্চস্তৰলৈ নিছিল। একেলগে লোককলাৰ বিভিন্ন সম্পদক পৰিশীলিত কৰি তেওঁৰ ধ্ৰুপদীসৌধৰ গাথনিৰ অঙ্গীভূত কৰিছিল। এনেভাবেই শংকৰদেৱে আধ্যাত্মিক সাধনাৰ সামন্তৰালভাৱে গঢ়ি তুলিছিল অসমীয়া শিল্পমানসত Folk classical continum অৱ এক অভূতপূৰ্ব প্ৰক্ৰিয়া। এনেভাবেই শংকৰদেৱে (লগতে পৰৱৰ্তী অন্যান্য সাধকসকলৰ প্ৰযত্নও বুজোৱা হৈছে।) অসমৰ সমাজখনত এনে এক ভাবনাৰ পৰিমণ্ডল ৰচনা কৰি গ'ল য'ত ধৰ্ম আৰু কলা দুয়ো অঙ্গাঙ্গী সহচৰ, নহ'লে এটি আনটিৰ পৰিপূৰক। ভাওনা এখন একালে মহাপুণ্যৰ কাম, আনফালে ই

বহুকালৰ সমাহৃত ৰূপ। তাকৌ নাম প্ৰসংগ এক ধৰ্মীয় সাধনা, আনহাতেদি ই সঙ্গীতৰো সাধান। এনেভাৱেই শংকৰদেৱে কালান্তৰৰ অসমীয়াৰ বাবে শিল্প আৰু শিল্পসাধনাৰ এনে এক সৌধ নিৰ্মাণ কৰিছিল যাৰ উচ্চতা যিমান আকাশমুখী তাৰ ভেটিৰ জনতামুখী ব্যাপ্তিও সিমানেই বহল।

সৰ্বভাৰতীয় পৰিপ্ৰেক্ষিততো আজি শংকৰদেৱৰ প্ৰাসঙ্গিকতা কেইবাটাও দিশত আছে। পাঁচশ শতিকাৰো আগত শংকৰদেৱে অসমীয়া মনটোত সৰ্বভাৰতীয় সাৰ্বভৌমত্বৰ চেতনাৰ উন্মেষ ঘটাই গৈছে। শংকৰদেৱ তথা অন্যান্য অসমীয়া বৈষ্ণৱ কবিসলকৰ ৰচনাত ভাৰতবৰ্ষৰ সুঘোষ বাৰম্বাৰ স্পন্দিত ধ্বনিত হৈছে। দুবাৰকৈ তীৰ্থভ্ৰমণলৈ গৈ ভাৰতবৰ্ষৰ বিভিন্ন প্ৰান্ত দেখি বা বিভিন্ন প্ৰান্তৰ পৰা অহা পণ্ডিত সাধুজনৰ লগত মিশ্ৰিত হৈ শংকৰদেৱ আৰু তেওঁৰ সহযাত্ৰীসকলৰ দৃষ্টিভংগীত এক ভাৰতীয় চেতনা বা ভাৰতবৰ্ষৰ মহত্ত্বৰ ৰূপ গঢ় লৈ উঠা স্বাভাৱিক। যদি বৈষ্ণৱ কাব্যক কবিসকলৰ চিন্তা, আদৰ্শ আৰু বাণীৰ বাৰ্তাবাহী ৰূপত কল্পনা কৰোঁ, তেন্তে তেওঁলোকৰ ৰচনাসমূহৰ মাজেদি অসমীয়া মানুহৰ মনত ভাৰতবৰ্ষৰ গৌৰৱময় ৰূপ এটিৰ আভাস দিবলৈ প্ৰয়াস কৰা বুলি ক'ব পাৰো। যদি সেয়ে হয়, আজিৰ সকলো ভাৰতীয়ই সংহতি আৰু সাৰ্বভৌমত্বৰ শিক্ষা শংকৰদেৱৰ পৰাও গ্ৰহণ কৰিব পাৰে। আমিও শংকৰদেৱৰ ৰচনালৈ আঙুলিয়াই দেখুৱাব পাৰোঁ অসম আৰু অসমীয়াক ভাৰতীয়ত্ব বোধৰ শিক্ষা দিবলৈ অহাসকলক।

**ধৰ্ম-নিৰপেক্ষ আদৰ্শ :**

ৰাষ্ট্ৰৰ সমসাময়িক পৰিপ্ৰেক্ষিতত শংকৰদেৱৰ সবাতোকৈ তাৎপৰ্যপূৰ্ণ প্ৰাসঙ্গিকতা নিহিত আছে অসমৰ বৈষ্ণৱ ধৰ্মৰ ধৰ্মনিৰপেক্ষ আদৰ্শৰ মাজত। "পৰৰ ধৰ্মক নিহিংসবা কদাচিত।" অসমৰ প্ৰতিজন বৈষ্ণৱৰ এই আপ্তবাক্য যেন প্ৰসাৰিত হৈছে অসমৰ সমাজ জীৱনৰ সকলো দিশলৈ শিৰা-উপশিৰালৈ, অসমত স্থায়ীভাৱে বাস কৰা সকলো ধৰ্মাৱলম্বীলোকৰ জীৱন যাত্ৰালৈ। অসমত জাত প্ৰথাৰ ক্ষেত্ৰত থকা উদাৰনৈতিক ৰূপত মহত্ত্ব দান কৰিছে এই ধৰ্মীয় সহিষ্ণুতাই। এই দুই প্ৰক্ৰিয়াৰ সমন্বিত ফলতেই অসম যুগ যুগ ধৰি সাম্প্ৰদায়িক বিদ্বেষ বা সংঘৰ্ষৰ পৰা মুক্ত হৈ আছে। দেশখনৰ ওপৰেদি পাৰ হৈ যোৱা ক'ত পৰিৱৰ্তন, ৰাজনৈতিক ধুমুহা, সাম্প্ৰদায়িক সংঘৰ্ষৰ বিধ্বংসী প্ৰচ্ছায়াইও অসমৰ এই ধৰ্মীয় সহিষ্ণুতাৰ ভেটি লৰাব পৰা নাই। আজি দেশৰ চাৰিওপিনে ধৰ্মান্ধ, সাম্প্ৰদায়িক বিষবাষ্পই ভয়াৱহ অৱস্থা সৃষ্টি কৰা সময়ত সমগ্ৰ ভাৰতবৰ্ষই অসমৰ ইতিহাসৰ পৰা বিশেষকৈ শংকৰদেৱৰ অমৃতোপম এই কালজয়ী বাণীৰ

পৰা শিক্ষা আৰু আদৰ্শ গ্ৰহণ কৰিব পাৰে। কোনো কোনো চৰিত্ৰত উল্লেখ থকাৰ দৰে শংকৰদেৱে নৰনাৰায়ণ ৰজাক শৰণ নিদিবলৈ কৰা সিদ্ধান্ত আৰু সেই সিদ্ধান্তও অচল-অটল থকাৰ কথা যদি যথাৰ্থতে সঁচা হয়, তেন্তে শংকৰদেৱৰ চিন্তা আৰু আদৰ্শৰ মাজত নিহিত ধৰ্মনিৰপেক্ষতাৰ ভাবমূৰ্তি অধিক প্ৰোজ্জ্বল হৈ উঠে। স্মৰণযোগ্য যে, যি স্থলত শংকৰদেৱৰ জীৱন কালৰ অগাপিছা শতিকাত ইউৰোপৰ খৃষ্টান ধৰ্মাৱলম্বী ৰজাই নিজৰ প্ৰভাৱধীন কৰিব নোৱাৰাৰ অজুহাতত পোপে সমাজচ্যুত কৰিছিল, তাকে লৈ সৃষ্টি হৈছিল থৈয়া নথৈয়া বিসম্বাদ, খৃষ্টান আৰু ইছলামৰ মাজত সুদীৰ্ঘ দিন ধৰি নিজৰ শ্ৰেষ্ঠতা প্ৰতিষ্ঠা কৰিবলৈ চলিছিল থৈয়া নথৈয়া ধৰ্মযুদ্ধ, শংকৰদেৱে ৰজাক নিজে প্ৰচাৰ কৰা ধৰ্মত দীক্ষিত কৰিবলৈ অস্বীকাৰ কৰি প্ৰতিষ্ঠা কৰিছিল ধৰ্মনিৰপেক্ষতা আৰু গণতান্ত্ৰিক চেতনাৰ এক বিৰল আদৰ্শৰ। শংকৰদেৱে হয়তো কল্পনা কৰিছিল, ৰাষ্ট্ৰযন্ত্ৰ পৰিচালনা কৰা ৰজাৰ দৃষ্টিভংগী হ'ব লাগে সৰ্ব ধৰ্মৰ প্ৰতি সমান ভাব বৈষ্ণৱ ধৰ্মত দীক্ষিত ৰজাই হয়তো আন ধৰ্মৰ প্ৰজাৰ প্ৰতি অবিচাৰ কৰিবও পাৰে।

বৃটিছ আৰ্হিৰ সংসদীয় গণতন্ত্ৰ আৰু কাৰ্যপালিকা ন্যায়পালিকা প্ৰভৃতি দেশত প্ৰতিষ্ঠা হোৱাৰ পিছত পশ্চিমীয়া শিক্ষা-সংস্কৃতিৰ প্ৰভাৱ দেশৰ সৰ্বত্ৰ বিয়পি পৰাৰ পিছত ক্ৰমাগতভাৱে জীৱন যাত্ৰাৰ নতুন মান আৰু পদ্ধতিয়ে গঢ় লৈছে। স্বভাৱিকতে শংকৰদেৱ, বৈষ্ণৱধৰ্ম, সত্ৰ, নামঘৰ পৰম্পৰাগত শিল্প কলা, ৰুচি মূল্যবোধৰ এই সকলোৰে ভূমিকা ক্ৰমাৎ শিথিল হৈ আহিছে। সেয়ে মনত ৰখা উচিত হ'ব শংকৰদেৱে বা তেওঁৰ অনুগামীসকলে যিখন সমাজ সৃষ্টি কৰি গ'ল, সেই একেখন সমাজ অবিকল ৰূপত আমি পুনৰ প্ৰতিষ্ঠা কৰিব নোৱাৰোঁ আৰু সেই মূল্যবোধো ঘূৰাই আনিব নোৱাৰোঁ। শংকৰ-মাধৱ কল্পিত সত্ৰানুষ্ঠানে অপৰিৱৰ্তিতৰূপত তাৰ সেই পুৰণি ধৰ্মীয় ভূমিকা পালন কৰি সমাজখনক ধৰি ৰাখিব বা আজি নামঘৰেও সমাজখনৰ সকলো প্ৰয়োজন পূৰণ কৰি তাক একত্ৰে বান্ধি ৰাখিব বুলি বিশ্বাস নহয়। কিন্তু বেজবৰুৱাই যিদৰে শংকৰদেৱৰ সৃষ্টি অমৃতময় নামধৰ্মৰ মাজত "প্ৰেম" আৰু "পৰম ধন"ৰ সন্ধান পাইছিল জ্যোতিপ্ৰসাদে শংকৰদেৱৰ জীৱন আৰু সৃষ্টিৰ মাজত মানৱীয় সংস্কৃতিৰ পূৰ্ণ প্ৰকাশ দেখা পাইছিল, আজি আমিও শংকৰদেৱৰ অমৃতোপম ব্যক্তিত্ব আৰু সাধনা, আদৰ্শ আৰু বাণীৰ পৰা শিক্ষা গ্ৰহণ কৰি নতুন দিনৰ অসমৰ সংহতি আৰু সমন্বয়ৰ ভেটি দৃঢ় কৰিব পাৰোঁ। □

# উৰিষ্যাত বৈষ্ণৱধৰ্মৰ অভ্যুত্থান আৰু শ্ৰীশংকৰদেৱ

নৱদ্বীপ ৰঞ্জন পাটগিৰি

শ্ৰীশংকৰদেৱৰ ৩৯ বছৰ বয়সত তেৰাৰ প্ৰথমা ভাৰ্য্যাৰ মৃত্যুৰ পিছত প্ৰথমবাৰ তীৰ্থ পৰ্য্যটন কৰিবলৈ ওলাই গঙ্গা পাই তাৰে পৰা গয়া দৰ্শন কৰি মহানদী হৈ শ্ৰীক্ষেত্ৰ (পুৰী) পালেগৈ। গঙ্গাৰপৰা একুৰি এদিনৰ মূৰত শ্ৰীশংকৰদেৱে যেতিয়া শ্ৰীক্ষেত্ৰ (পুৰী) পালেগৈ, পুৰীৰ পাণ্ডাবোৰে স্বপ্নাদেশ পোৱাৰ কথা চৰিত পুথিত আছে এইদৰে—

পাণ্ডাগণে বোলে দ্বিতীয় ঠাকুৰ।
জগন্নাথ তুমি সমে নুহিকে বিদুৰ।। ১৯৪৮

— — — — —

শংকৰে প্ৰসাদ খাই অৱেশষ থৈল।
তাক খাইবে প্ৰতি দাৰু ব্ৰহ্মা চলি গৈল।। ১৯৫৮

উৰিষ্যাৰ পুৰীত শ্ৰীশংকৰদেৱ বহুত দিন থাকি, নিয়মিতভাৱে ভাগবত চৰ্চা কৰি উৰিষ্যাৰ বৈষ্ণৱ পণ্ডিতসকলক আকৰ্ষণ কৰি সনাতন ভাগৱতী ধৰ্মৰ বহল চক্ৰ এটাৰ স্মৃতিত ব্ৰহ্মপুৰাণৰপৰা আখ্যান বিচাৰি 'উৰেষা বৰ্ণন' ৰচনা কৰে।

ব্ৰহ্মাপুৰাণক চাই শংকৰে কহন্ত।
যেন মতে জগন্নাথ সাক্ষাত ভৈলন্ত।।
যি সবক বৃত্তান্ত কথা শুনিয়া সমস্ত।
ক্ষণ-প্ৰায় গৈল দিম সবাৰ মনত।। ২১২৭

শ্ৰীশংকৰদেৱৰ ৯০ বছৰ বয়সত দ্বিতীয়বাৰ তীৰ্থপৰ্য্যটন কৰিবলৈ পাটবাউসী সত্ৰৰপৰা যাত্ৰা কৰে। এইবাৰ শ্ৰীমাধৱদেৱকে ধৰি ছকুৰিমান শিষ্য প্ৰ-শিষ্য তেৰাৰ লগত গৈছিল। বৃন্দাবনলৈ গ'লে শ্ৰীশংকৰদেৱ তাৰপৰা উভটি

নাহিব বুলি সন্দেহ কৰি তেৰাৰ ভাৰ্য্যা কালিন্দী আইয়ে শ্ৰীমাধৱদেৱক বৃন্দাবনলৈ নগৈ পোনে পোনে পুৰীলৈ যাত্ৰা কৰিবলৈ মনে মনে পৰামৰ্শ দিলে। এই দ্বিতীয় তীৰ্থ পৰ্য্যটনৰ সময়ত শ্ৰীশংকৰদেৱ পুৰীত বহুদিন আছিল আৰু উৰিষ্যাত এটা বৈষ্ণৱ সম্প্ৰদায়ৰ গঢ়ি তুলিছিল।

উৰিষ্যাত বিষ্ণুৰ উপাসনাৰ প্ৰমাণ খ্ৰীঃ ৪ৰ্থ-৫ম শতিকাৰ ভিতৰত মথৰ বংশৰ ৰাজত্ব কালত পোৱা যায়। কলিঙ্গ (উৰিষ্যা)ত ৰাজত্ব চলাই থকা এই মথৰ বংশৰ ৰজাসকল বিষ্ণুৰ উপাসক আছিল আৰু এওঁলোকে মহেন্দ্ৰ পৰ্বতৰ ওপৰত এটা মন্দিৰ সজাইছিল। সেই মন্দিৰৰ ভগ্নাৱশেষৰপৰা নাৰায়ণৰ চতুৰ্ভুজ মূৰ্ত্তি এটা উদ্ধাৰ কৰা হৈছিল। তাৰ কেই শতিকামান পিছত ভূৱনেশ্বৰৰ অনন্ত বাসুদেৱ মন্দিৰৰ কাষত বিন্দুসৰোবৰ পুখুৰীৰ পাৰৰপৰা মথৰ বংশৰ সময়ত শংখ-চক্ৰ-ধাৰী বিষ্ণুৰ মূৰ্ত্তি এটি পোৱা গৈছিল। উৰিষ্যাৰ পূবে সমুদ্ৰৰ উপকূল অঞ্চলবোৰত মথৰ বংশৰ ৰাজত্ব কালত বিষ্ণুৰ উপাসনা চলিছিল। সমসাময়িকভাৱে উৰিষ্যাৰ উত্তৰ-পশ্চিম ফালে কোৰাপুট আৰু কালাহাণ্ডি অঞ্চলৰ নল বংশৰ ৰজা সকলেও বিষ্ণুৰ উপাসনা কৰিছিল। বৃষধ্বজ, বৰাহৰাজ, স্কণ্ডবৰ্মণ আদি ৰজাসকল এই নল বংশৰ আছিল। মহাভাৰতৰ উপাখ্যানৰ 'নল' ৰজাৰ বংশধৰ বুলি এওঁলোকে পৰিচয় দিছিল।

৬ষ্ঠ শতিকাৰ মাজ ভাগৰপৰা ৮ম শতিকাৰ মাজভাগলৈ উৰিষ্যাৰ দক্ষিণ অংশত শৈলদ্ভৱ বংশৰ ৰজাসকলে ৰাজত্ব চলাইছিল। উত্তৰে মহানদীৰপৰা দক্ষিণে মহেন্দ্ৰ পৰ্বতলৈ, পুৰী আৰু গঞ্জাম জিলাক সামৰি এওঁলোকৰ ৰাজ্য আছিল। এই শৈলদ্ভৱ বংশৰ ৰজাসকল শিৱৰ উপাসক আছিল। গতিকে শৈলদ্ভৱ বংশৰ ৰাজত্ব কালত বিষ্ণুৰ উপাসনা সমান্তৰালভাৱে চলি আছিল।

অসমত শিৱৰ উপাসক আহোম ৰজাসকলে শিৱ দ'ল প্ৰতিষ্ঠা কৰি তাৰ দুই ফালে ক্ৰমে দেৱী দ'ল আৰু বিষ্ণু দ'ল নিৰ্মাণ কৰিছিল। মুখ্যতঃ শিৱৰ উপাসনা চলিলেও সামাজিকভাৱে শক্তি আৰু বিষ্ণুৰ উপাসনাও দেখুৱাইছিল। এইটো ৰজাঘৰৰপৰা এটা প্ৰজাৰঞ্জক বিচাৰ আছিল। শৈলদ্ভৱ বংশৰ ৰজাসকলেও মূলতঃশিৱৰ উপাসনা কৰিলেও যাই মন্দিৰত শিৱৰ বিগ্ৰহ বা শিৱলিঙ্গ থাকিলেও শিৱৰ মন্দিৰৰ গাত বিষ্ণু উপাসনাসূচক ভাস্কৰ্যৰ প্ৰকট-ৰূপে প্ৰকাশ পাইছিল।

খ্ৰীঃ৮ম শতিকাৰ শেষ ভাগত উৰিষ্যাত ভৌমকাৰ বংশৰ ৰাজত্ব আৰম্ভ হৈছিল। নেপালৰ পশুপতি মন্দিৰৰ শিলালিপি এখনৰ ওপৰত ভিত্তি কৰি উৰিষ্যাৰ বিখ্যাত বুৰঞ্জীবিদ ড° কে, চি, পাণিগ্ৰাহীয়ে কয় যে, নেপালৰ ৰজা

জয়দেৱৰ ৰাণী ৰাজ্যমতী, কামৰূপৰ ৰজা হৰ্ষবৰ্মণৰ কন্যা আছিল। হৰ্ষবৰ্মণ কামৰূপৰ ৰজা বীৰ ভগদত্তৰ বংশৰ ৰাজপুৰুষ আছিল। উৰিষ্যাৰ এই ভৌমকাৰ বংশৰ ৰাজপুৰুষ আছিল। উৰিষ্যাৰ এই ভৌমকাৰ বংশৰ ৰজাসকল কামৰূপৰ বীৰ ভগদত্তৰ বংশৰ ৰাজপুৰুষ বুলি পৰিচয় দি ড° পাণিগ্ৰাহীয়ে ক'ব খোজে যে কামৰূপৰ হৰ্ষবৰ্মণে যেতিয়া অদ্ৰা (উৰিষ্যা)ৰ পূব উপকূল অধিকাৰ কৰিছিল, তেতিয়া তাত তেওঁৰ বংশৰ এজন ৰাজপুৰুষক শাসনকৰ্ত্তা পাতি থৈ গৈছিল। এই শাসনকৰ্ত্তা জনৰ পৰাই উৰিয্যাত ভৌমকাৰ বংশৰ ৰাজত্ব আৰম্ভ হৈছিল। ভূমিপুত্ৰ বুলি ধাৰণা কৰি ৰজা নৰকক "ভৌম" বুলিছিল। গতিকে নৰক বা ভৌমৰ পুত্ৰ ভগদত্ত বা তেওঁৰ বংশধৰসকলে ভৌমকাৰ বুলি পৰিচয় দিছিল। উৰিয্যাৰ ভৌমকাৰ বংশৰ ৰজাসকলেও কামৰূপৰ বীৰ ভগদত্তৰ বংশধৰ বুলি পৰিচয় দিছিল। কনকলাল বৰুৱাই তেখেতৰ "Early History of Kamarupa"ত উল্লেখ কৰিছে যে কামৰূপৰ ৰজা হৰ্ষবৰ্মণে অসমৰ বাহিৰেও বংগদেশ, বিহাৰ, উৰিষ্যা আৰু উত্তৰ প্ৰদেশৰ পূব অঞ্চলত ৰাজ্য বিস্তাৰ কৰিছিল। গতিকে বুৰঞ্জীৰ সূত্ৰই প্ৰমাণ কৰে যে উৰিষ্যাত এসময়ত কামৰূপৰ ৰজাৰ ৰাজত্ব চলিছিল।

উৰিষ্যাত এই ভৌমকাৰ বংশৰ ৰাজত্ব কালত অসম আৰু উৰিষ্যাৰ মাজত ভাষা সংস্কৃতিৰ এটা সমন্বয় গঢ়ি উঠিছিল। অসমীয়া আৰু উৰিয়া কথিত ভাষা একে যেন লগা হ'ল; জন জীৱনৰ সংস্কৃতিও অসমীয়া আৰু উৰিয়া একে যেন লগা হ'ল। আনকি শিল্প ভাস্কৰ্যৰ ওপৰতো প্ৰভাৱ নপৰাকৈ থকা নাছিল। ড°পাণিগ্ৰাহিয়ে এটা মন্তব্যতে কৈছে যে তেজপুৰৰ দ পৰ্বতীয়াৰ শিলৰ তোৰণৰ গঙ্গা-যমুনাৰ মূৰ্ত্তিৰ সাদৃশ্যাত কটক জিলাৰ ৰত্নগিৰি পাহাৰৰ মন্দিৰত গঙ্গা-যমুনাৰ মূৰ্ত্তি খোদিত হৈছিল।

ভৌমকাৰ বংশৰ ৰাজত্বকালত শিৱৰ উপাসনাৰ লগে লগে বিষ্ণুৰ উপাসনা চলি আছিল। ভৌমকাৰ ৰাণী ত্ৰিভুবন মহাদেৱী এগৰাকী "পৰমা বৈষ্ণৱী" আছিল।

৯ম শতিকাৰ মাজ ভাগৰপৰা ১২শ শতিকাৰ আগ ভাগলৈ সোম বংশীয় ৰজাসকলে উৰিষ্যাত ৰাজত্ব চলাইছিল। এওঁলোকৰ ৰাজত্বকালৰ পৰাই ভুবনেশ্বৰৰ লিঙ্গৰাজ মন্দিৰত শিৱলিঙ্গ আৰু বিষ্ণুৰ উপাসনা যুগ্মভাৱে অনুষ্ঠিত হৈছিল আৰু শিশু-কৃষ্ণৰ ভাস্কৰ্য খোদিত কৰা হৈছিল।

সোমবংশীয়া ৰাজত্বৰ শেষৰপৰা উৰিষ্যাত বৈষ্ণৱ ধৰ্মৰ অভ্যুত্থান এটাৰ আৰম্ভ হয়। এই বংশৰ শেষত ৰজা চোড়গঙ্গাদেৱে উক্তকালত ৰাজত্ব কৰি

বৈষ্ণৱ ধৰ্মৰ প্ৰত্যক্ষ পৃষ্ঠপোষকতা কৰিছিল। সেই সময়তে ১২শ শতিকাৰ আগভাগত দক্ষিণাত্যৰপৰা পুৰীলৈ ৰামানুচাৰ্য্যৰ আগমনত উৰিষ্যাত বৈষ্ণৱ ধৰ্মৰ এটা নবজাগৰণ আনে। ৰামানুচাৰ্য্য বিশিষ্টাদ্বৈতবাদ (Qualified Non Dualism)ৰ পৃষ্ঠপোষক আছিল; আনকি পুৰুষত্তম নাৰায়ণক কৃষ্ণ, বাসুদেৱ বা বিষ্ণু বুলি উপাসনা কৰিছিল। এই উপাসনাৰ পদ্ধতিত শিশু কৃষ্ণ বা গোপালকৃষ্ণৰ স্থান নাছিল। ৰামানুচাৰ্য্যৰ শিষ্য গোবিন্দই পুৰীত বিষ্ণু উপাসনাৰ 'এমাৰ' আশ্ৰম প্ৰতিষ্ঠা কৰিছিল।

১২শ শতিকাৰ মাজভাগত কবি জয়দেৱে বিষ্ণুৰ মহিমা ৰাধাকৃষ্ণৰ প্ৰেমানুৰাগৰ মাজেৰে প্ৰকাশ কৰিছিল। কবি জয়দেৱে বিষ্ণুৰ দশাৱতাৰৰ কথাও কৈছে। ১৩শ শতিকাৰ শেষাৰ্দ্ধত আনন্দ তীৰ্থৰ পৰম শিষ্য নৰহৰি তীৰ্থই উৰিষ্যাত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰে। আনন্দতীৰ্থ দ্বৈতবাদী বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক আছিল।

১৬শ শতিকাৰ অগভাগত শ্ৰীশংকৰদেৱে দ্বিতীয় বাৰৰ তীৰ্থ পৰ্য্যটন কৰি যেতিয়া উৰিষ্যাৰ পুৰী পায়, তেতিয়া উৰিষ্যাত কেবাজনো বৈষ্ণৱ পুৰুষে ভক্তি ধৰ্মৰ প্ৰচাৰ আৰম্ভ কৰিছিল। শ্ৰীশংকৰদেৱে পুৰীত আহি লগ পোৱা কেইজনৰ ভিতৰত আছিল— জগন্নাথ দাস, বলৰাম, অচ্যুতানন্দ, যশোৱন্ত আৰু অনন্ত। এওঁলোক পাঁচজন উৰিষ্যাত 'ভক্তি ধৰ্মৰ' সমসাময়িক প্ৰচাৰক আৰু শ্ৰীশংকৰদেৱ পুৰীত থকা সময়খিনিৰ ভিতৰত শ্ৰীশংকৰদেৱক কেন্দ্ৰ কৰি এওঁলোকে ভক্তিধৰ্মৰ এটা সম্প্ৰদায় গঢ়ি তুলিছিল। এওঁলোক পাঁচজনক উৰিষ্যাত "পঞ্চসখা" বুলি জনা গৈছিল। এওঁলোকৰ লগত আছিল গজপতি প্ৰতাপ ৰুদ্ৰ— ৰজা ৰায় ৰামানন্দৰ এজন ৰাজ বিষয়া। শ্ৰীশংকৰদেৱ আটাইকেইজনতকৈ জ্যেষ্ঠ আছিল আৰু সেইকাৰণেই শ্ৰীশংকৰক তেওঁলোকে 'শংকৰ গোসাঁই' বুলি অভিহিত কৰি সন্মান প্ৰদৰ্শন কৰিছিল।

এই পঞ্চসখা পাঁচ জনৰ ভিতৰত চাৰিজন, অৰ্থৎ বলৰাম দাস যশোৱন্ত দাস, অচ্যুতানন্দ দাস আৰু অনন্ত দাস শূদ্ৰবংশ জাত। শূদ্ৰলোকৰ ওপৰত ব্ৰাহ্মণ সকলে কৰা শোষণ আৰু উৎপীড়নৰ বিৰুদ্ধে বলৰাম দাসে মুক্ত আন্দোলন কৰিছিল। জগন্নাথ দাস ব্ৰাহ্মণ বংশ জাত, জগন্নাথদেৱ মন্দিৰৰ পাণ্ডাৰ পুত্ৰ। জগন্নাথ দসে 'অতিবড়ী' নামে সম্পদায় এটা সৃষ্টি কৰিছিল। পুৰীৰ 'বড় উৰিয়া মধ' এওঁৰ আবাসস্থান আছিল। এই অতি বড়ী জগন্নাথে ভক্তি ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে মূল সংস্কৃত ভাগৱতৰপৰা উৰিয়া ভাগৱত অনুবাদ কৰিছিল। এই অনুবাদৰ সময়ত অতি বড়ী জগন্নাথ দাসে পুৰীত মহাপুৰুষ শ্ৰীশংকৰদেৱৰপৰা

বহু সহায় আৰু পৰামৰ্শ লৈছিল। গোবিন্দ নায়ক নামে ভক্ত এজনে 'শংকৰ গোসাঁই চৰিত' বুলি উৰিয়া ভাষাত চৰিত পুথি এখন লিখি থৈ গৈছে। তাৰপৰা উৰিষ্যাবাসীয়ে শ্ৰীশংকৰদেৱক কি ধৰণে শ্ৰদ্ধা ভক্তি কৰিছিল, শ্ৰীশংকৰদেৱে উৰিষ্যাত ভক্তিধৰ্ম প্ৰচাৰৰ ক্ষেত্ৰত কি নেতৃত্ব দিছিল, এই সকলোবোৰ কথা এতিয়া উদ্ধাৰ কৰিবলগীয়া হৈ আছে।

যশোৱন্ত দাস, মহানায়ক ক্ষত্ৰিয় বংশৰ আছিল। ৰাধাকৃষ্ণৰ প্ৰেমানুৰাগ ৰঞ্জিত কাব্য কবি জয়দেৱৰ ঠাঁচত এৰোঁ ৰচিছিল। অচ্যুতানন্দ দাস মহান্তী সম্প্ৰদায়ৰ আছিল। তীব্ৰ ব্ৰাহ্মণ বিদ্বেষী ভাবৰ কাৰণে এওঁ ব্ৰাহ্মণৰ হাতত কেবাবাৰো লাঞ্ছিত হ'ব লগীয়া হৈছিল। অচ্যুতানন্দ দাসে শূন্য সংহিতা অনাকাৰ সংহিতা আৰু ব্ৰহ্ম সংকুলি নামৰ তিনিখন ভক্তি ধৰ্মৰ গ্ৰন্থ উৰিয়া ভাষাত লিখিছিল। অনন্ত দাসে কটক জিলাৰ টেণ্টুনিয়াপাড়াত মঠ প্ৰতিষ্ঠা কৰি ভক্তি ধৰ্ম প্ৰচাৰ কৰে। শ্ৰীশংকৰদেৱ পুৰীত থকা সময়খিনিত এই পঞ্চসখাই তেৰাক গুৰু স্থানীয় হিছাপে সন্মান কৰিছিল।

উৰিষ্যাৰ বৈষ্ণৱ ধৰ্মটো পুৰীৰ জগন্নাথ মহাপ্ৰভুক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল। প্ৰভু জগন্নাথৰ উপাসনাৰ মাজেৰে বিষ্ণু বা কৃষ্ণৰ উপাসনা হয়। উৰিষ্যাৰ বৈষ্ণৱ দৰ্শনটো হৈছে শূন্য (Void)ৰ উপাসনা। উৎকল বিশ্ববিদ্যালয়ৰ অধ্যাপক, বুৰঞ্জীবিদ ড°অতুলচন্দ্ৰ প্ৰধানৰ মতে উৰিষ্যাৰ বৈষ্ণৱ ধৰ্মৰ এই 'শূন্যবাদ' বৌদ্ধ দৰ্শনৰ মহাযান পন্থাৰ দ্বাৰা প্ৰভাবান্বিত। মহাযান পন্থা মতে শূন্য (Void) হৈছে—অব্যক্ত, আলৌকিক আৰু সৰ্বব্যাপী। (Nothingness something out of nothing.) কিন্তু ভাৰতীয় আধাত্মিক সাধনাৰ পৰম্পৰা মতে ড°প্ৰধানৰ এই মত গ্ৰহণ যোগ্য নহয়। ভাৰতীয় আধ্যাত্মিক সাধনাৰ যিমানবোৰ গ্ৰন্থ—সাংখ্য, বেদান্ত, শ্ৰীমদ্ভগৱতগীতা সকলোতে এই শূন্যবাদ (অব্যক্ত)ৰ ক্ৰমবিকাশ প্ৰণিধানযোগ্য।

সংখ্য দৰ্শনৰ ২নং কাৰিকাত কৈছে;

দৃষ্টৱদান শ্ৰৱিকঃ স হ্যবিশুদ্ধিক্ষয়াতি শয়যুক্তঃ

তদ্বিপৰীতঃ শ্ৰেয়ান্ ব্যক্তাব্যক্তজ্ঞবিজ্ঞানাৎ।। ২ ।।

অৰ্থাৎ এই জগতত পদাৰ্থ মুঠেই তিনিটা ব্যক্ত, আব্যক্ত আৰু পুৰুষ। পুৰুষ অব্যক্তত বিলীন হৈ থাকে। গতিকে মন পদাৰ্থ দুটা ব্যক্ত আৰু অব্যক্ত। অব্যক্ত (শূন্য)ৰ মাজত সকলো ব্যক্তভাব কাৰণ ৰূপে লীন হৈ থাকে। তিলৰ ভিতৰত তেল অব্যক্তভাৱে কাৰণ ৰূপে লীন হৈ থাকে; তিল পেৰিলে তেল ব্যক্ত হৈ প্ৰকাশ পায়। এই অব্যক্ত ভাৱেই বৌদ্ধৰ মহাযানৰ 'শূন্য' (Void)

বেদান্ত দৰ্শন (ব্ৰহ্মপুত্ৰ)ৰ ২নং সুত্ৰত কৈছে—'জন্মাদ্যঅস্য যতঃ'

অৰ্থাৎ যাৰপৰা এই জগতৰ সৃষ্টি আৰু প্ৰলয় হৈছে। পৰম ব্ৰহ্ম সৃষ্টিৰ

আগেয়ে সৰ্ব কাৰণ ৰূপে পৰম অব্যক্তত বিলীন হৈ আছিল। সৃষ্টি কৰাৰ ইচ্ছা হোৱাত পৰম অব্যক্তৰপৰা ব্যক্ত ভাব ধাৰণ কৰি নিজে জীৱ জগত ৰূপে প্ৰকাশ পাইছে।

শ্ৰীমদ্ভগবদগীতাৰ ২য় অধ্যায়ৰ ২৮শ্লোকত কৈছে—

'অব্যক্তাদীনি ভূতানি ব্যক্তমধ্যানি ভাৰত।'

অৰ্থাৎ এই পৰিদৃশ্যমান স্থাৱৰ জঙ্গমাত্মক ভূতসমূহ নামৰূপ শূন্যবেশত এক অব্যক্ত কাৰণ স্বৰূপে ভগৱত শক্তি মায়াত বিলীন হৈ আছিল, সম্প্ৰতি নাম ৰূপত অভিব্যক্ত হৈ ব্যক্তভাৱে প্ৰতীত হৈছে, পুনৰ কাৰ্যৰ সমাপনত পৰম অব্যক্ত ভাবতেই বিলীন হৈ পৰিব।

উৰিষ্যাৰ বৈষ্ণৱ ধৰ্মৰ মূল তত্ত্ব যেনেকৈ "শূন্যবাদ" অসমৰ বৈষ্ণৱ ধৰ্মৰো মূল তত্ত্ব তেনেকৈ "নিৰাকাৰ" বাদ। পৰম ব্ৰহ্ম বা পৰমেশ্বৰ বা নাৰায়ণ "নিৰাকাৰ, নিৰবয়ৱ, অব্যক্ত, সৰ্বব্যাপী" মহাপুৰুষ মাধৱদেৱে নামঘোষাত সুন্দৰকৈ কৈছে—

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাঙ্ক<br>
ব্যাপকত কিবা বিসৰ্জন<br>
এতাৱন্ত মূৰ্ত্তিশূন্য কেনমতে চিন্তিবাহা<br>
ৰাম বুলি শুদ্ধ কৰা মন।

উৰিষ্যাৰ বৈষ্ণৱ অচ্যুতানন্দ দাসৰ "অনাকাৰ সংহিতা"ত অসমৰ মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ "নিৰাকাৰ বাদৰ" কথা সুন্দৰভাৱে প্ৰতিফলিত হৈছে।

গতিকে, বেদ, বেদান্ত শ্ৰীমদ্ভগৱদগীতা আদি আৰ্য্য ধৰ্মৰ সনাতন গ্ৰন্থবোৰত 'অব্যক্ত' (শূন্যবাদ বা (Void)ৰ উল্লেখ আৰু ব্যাখ্যা আছে। এই সম্পৰ্কত ড°সৰ্বপল্লী ৰাধাকৃষ্ণনৰ এটা মন্তব্য প্ৰণিধানযোগ্য "Budhism is only a later phase of the general movement of thought of which the Upanishads were the earlier." (Indian philosophy vol. T.P. 170) ❐

# মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ
# ধৰ্মীয় সিদ্ধান্ত আৰু ভাগৱত

প্ৰফুল্লচন্দ্ৰ ভুএগ্ৰা

অজ্ঞান তিমিৰান্ধস্য জ্ঞানাঞ্জনশলাকয়া।
চক্ষুৰুন্মীলিতং যেন তস্মৈ শ্ৰীগুৰুৱে নমঃ।।

[যিজন গুৰুৱে অজ্ঞান ৰূপ এন্ধাৰত অন্ধ হৈ থকা মানুহক জ্ঞানৰূপে অঞ্জনৰ শলাকাঠিৰে চকু মেল খুৱাই মুক্তি পথৰ সন্ধান দিয়ে সেইজন মহান গুৰুক শত কোটি প্ৰণাম জনাইছোঁ।]

খৃষ্টীয় চতুৰ্দশ শতিকাৰপৰা যোড়শ শতিকালৈ যি কেইজন বৈষ্ণৱ গুৰুৱে পুণ্যভূমি অসমত জন্ম গ্ৰহণ কৰি ভগৱদ্-ভক্তিৰ সোঁত বোৱাইছিল তেওঁলোকৰ ভিতৰত মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ অন্যতম। তেৰাসৱে ভাগৱত-পুৰাণ, পদ্ম-পুৰাণ, বিষ্ণু-পুৰাণ, বেদান্ত-শ্ৰীমদ্ভগৱদ্গীতা আদিৰ সাৰমৰ্মবোৰ সংগ্ৰহ কৰি আনি স্ত্ৰী-শূদ্ৰ সকলোৱে বোধগম্য হোৱাকৈ সহজ-সৰল অসমীয়া ভাষাত লিখি প্ৰচাৰ কৰিছিল। তেওঁলোকৰদ্বাৰা প্ৰচাৰিত ধৰ্মক ভাগৱতী বৈষ্ণৱ ধৰ্ম বোলা হৈছিল আৰু ইয়াৰ মূল ভেটি আছিল ভক্তিযোগ। ভক্তিযোগ-মাৰ্গীসকলে সগুণ বা সাকাৰ ব্ৰহ্মাৰ উপাসনাতহে শ্ৰেষ্ঠত্ব প্ৰদান কৰে। নিৰ্গুণ বা নিৰাকাৰ ব্ৰহ্মা সাধাৰণ ভক্তৰ উপলব্ধিৰ বস্তু নহয়। নিৰ্গুণ ব্ৰহ্মাৰ উপাসকসকল প্ৰধানতঃ জ্ঞানমাৰ্গী।

বৈষ্ণৱ গুৰুসকলৰ মতে "কৃষ্ণস্তু ভগৱান্ স্বয়ম্।" দেৱকীনন্দন শ্ৰীকৃষ্ণ পূৰ্ণব্ৰহ্মৰূপ পৰম ব্ৰহ্মাৰ অৱতাৰ। ইষ্ট দেৱতাক সাধাৰণ ভক্তই উপাসনা কৰিবলৈ হ'লে তেওঁৰ স্বৰূপ কল্পনা কৰি ল'ব নোৱাৰিলে তেওঁত চিত্ত নিবিষ্ট কৰিব নোৱাৰে। মানুহৰ চিত্তৰ পাঁচটা অৱস্থা আছে। যেনে— মূঢ়, ক্ষিপ্ত, বিক্ষিপ্ত, একাগ্ৰ আৰু নিৰোধ। চিত্তৰ মূঢ় আৱস্থাত তমোগুণৰ প্ৰাবল্য থাকে। ক্ষিপ্ত অৱস্থাত ৰজোগুণৰ প্ৰাধান্য অধিকভাৱে থকা বাবে সংসাৰত সুখ, স্বাচ্ছন্দ্য আৰু ক্ষমতা লাভৰ হাবিয়াস থাকে। বিক্ষিপ্ত চিত্তৰ মানুহৰ মনত সত্ত্বগুণৰ

প্ৰভাৱ বাঢ়ে আৰু আধ্যাত্মিক চিন্তাত মনোনিৱেশ কৰিব পৰা গুণ লাভ কৰে। একাগ্ৰচিত্তাৱস্থাত মানুহ ধীৰ, স্থিৰ আৰু শান্ত প্ৰকৃতিৰ হয় আৰু চিত্তত ভক্তিযোগৰ বীজ ৰোপণ হয়।

ভক্তৰ প্ৰাণত প্ৰেম-ভক্তিৰ ভাব জগাবলৈ যিকোনো অৱস্থাতে সৎ গুৰুৰ আৱশ্যক। শ্ৰেষ্ঠ জ্ঞান-গৰিমাৰ অধিকাৰী গুৰুৰ সান্নিধ্যত অজ্ঞজনৰ মন জ্ঞানৰ পোহৰেৰে আলোকিত হয়। সৎ সঙ্গত থাকি ভগৱানৰ গুণানুকীৰ্তন কৰিলে ক্ৰমে ক্ৰমে ভগৱানৰ প্ৰতি ৰতি আৰু শ্ৰদ্ধাভক্তি জন্মে। গুৰুৰ মহিমাৰ কথা মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ 'শৰণসিদ্ধান্ত'ত এনে ধৰণে প্ৰকাশ কৰা হৈছে—

গুৰু অবিহনে মন্ত্ৰ অধিকাৰ।
কদাপিতেও নজন্মে লোকৰ।।

মোক্ষ প্ৰাপ্তিৰ পথ প্ৰদৰ্শক ধৰ্মগুৰুসকলৰ ভিতৰত শ্ৰীশ্ৰীহৰিদেৱ অন্যতম শ্ৰেষ্ঠ গুৰু। এই যোগসিদ্ধ মহাপুৰুষজনে সেইবাবেহে বাৰজন খটক পৰাভূত কৰি তেৰাৰ একান্ত ভক্ত কৰি লবলৈ সক্ষম হৈছিল।

শ্ৰীমদ্ভাগৱতৰ প্ৰতিপাদ্য বিষয় হ'ল পৰম ব্ৰহ্ম শ্ৰীকৃষ্ণত একান্তভাৱে শৰণ লোৱা। পৰমব্ৰহ্মাৰ পূৰ্ণ অৱতাৰ হিচাপে তেৱেঁ সৃষ্টি-স্থিতি-প্ৰলয়ৰ অধিকাৰী। তেওঁ সগুণ হৈয়ো নিৰ্গুণ। সাকাৰ ব্ৰহ্মাৰ একান্ত সেৱকসকলে তত্ত্বজ্ঞানী গুৰুৰ উপদেশামৃতেৰে ব্ৰহ্মজ্ঞান লাভ কৰি জগতৰ সকলো প্ৰাণীতে একমাত্ৰ পৰম ব্ৰহ্মাকে দেখা পায়। তেতিয়া সগুণ ব্ৰহ্মাৰ উপাসকসকলেও জ্ঞানযোগৰদ্বাৰা নিৰ্গুণ ব্ৰহ্মাক উপলব্ধি কৰে। সেয়েহে কীৰ্তন-ঘোষাৰ বেদ স্তুতিত মহাপুৰুষ শঙ্কৰদেৱে লিখিছে—

তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে
জগত ইটো অসন্ত।
জগততে সদা তুমিও প্ৰকাশা
অন্তৰ্যামী ভগৱন্ত।।

গতিকে অসমৰ বৈষ্ণৱ গুৰুসকলৰ একশৰণ নাম ধৰ্মৰ মূল তত্ত্ব হ'ল 'একমেৱ অদ্বিতীয় ব্ৰহ্ম'ত শৰণাপন্ন হোৱা। এয়ে হ'ল ভাগৱতী বৈষ্ণৱ ধৰ্মৰ নিগূঢ় তত্ত্ব। গুৰু হৰিদেৱেও এনে মতকে পোষণ কৰি তেৰাৰ ভক্তসকলক উপদেশ দিছে—

অন্যদেৱ শৰণ যে সবে পৰিহৰি।
বিশেষত অন্যদেৱৰ ভজন এৰি।।
পৰম হৰিকে মাথো ভজন কৰন্ত।
শ্ৰীচৰণে একশৰণ লইয়া থাকন্ত।।

একে ভাগৱতী বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰক গুৰু হ'লেও মহাপুৰুষ শংকৰদেৱ, তেৰাৰ প্ৰধান অনুগামী শিষ্য মহাপুৰুষ মাধৱদেৱ আৰু ব্ৰহ্মসংহতিৰ অন্তৰ্গত মহাপুৰুষ দামোদৰদেৱ আৰু মহাপুৰুষ হৰিদেৱৰ ধৰ্মীয় বিধি-বিধানত যৎ সামান্য পাৰ্থক্য পৰিলক্ষিত হয়। পিছত উল্লিখিত ধৰ্ম-গুৰু দুজনে বেদোক্ত ৰীতি-নীতি পূজা-অৰ্চনাৰ বিৰুদ্ধাচৰণ কৰা নাই। কিয়নো ভগৱানৰ প্ৰতি অনুৰক্তি জগাবলৈ ভক্তৰ ক্ষিপ্ত আৰু বিক্ষিপ্ত চিত্তক বৈদিক পূজা-অৰ্চনাৰদ্বাৰা নিকা আৰু পবিত্ৰ কৰি লব লাগিব, নহ'লে একাগ্ৰচিত্ত হব নোৱাৰে। একাগ্ৰচিত্ত হব নোৱৰা ভক্তৰ প্ৰতি ভাগৱতত এনেদৰে উপদেশ দিছে—

সদাৰম্ভেষু নিৰ্বিণ্ণো বিৰক্ত সংযতেন্দ্ৰিয়ঃ।
অভ্যাসেনাত্মনো যোগী ধাৰয়েদচলং মনঃ।

ভক্তিযোগীসকলৰ কাৰণে নৱবিধ ভক্তিৰ বিধান আছে। যথা—

শ্ৰৱণং কীৰ্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্।
অৰ্চনং বন্দনং দাস্য সখ্যমাত্মনিৱেদনম্।।

মহাপুৰুষ হৰিদেৱেও ভক্তসকলক এই নৱবিধ ভক্তিকে আচৰণ কৰি মোক্ষ প্ৰাপ্তিৰ পথৰ সন্ধান কৰিবলৈ উপদেশ দিছে—

শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম ভক্তি আচৰণ।
মূল ভাগৱতে পাই কৰয় ধাৰণ।।
নৱবিধ ভক্তিৰ লক্ষণ সমন্বিতে।
প্ৰকাশ কৰে গুৰু ভক্তিৰ নিমিত্তে।।[১]

মহাপুৰুষ হৰিদেৱে বেদ, পুৰাণ, তন্ত্ৰ আৰু মহাকাব্য আদি ধৰ্মগ্ৰন্থৰপৰা প্ৰকৃত ভক্ত আৰু ভক্তি নিৰ্ণায়ক কিছুমান শ্লোক অসমীয়াত ভাঙনি কৰি স্বৰচিত "শৰণসিদ্ধান্ত" নামৰ পুথিখনত সন্নিবিষ্ট কৰিছে। "শৰণসিদ্ধান্ত" আৰু তেৰাৰ অন্যখন পুথি "ভক্তিৰসতৰঙ্গিণী"ত ভগৱৎ ভক্তি ধৰ্মৰ মহাত্ম্যৰ বিষয়ে আলোচনা কৰিছে আৰু "শৰণসিদ্ধান্ত"ত ভক্তি আৰু ভক্তৰ স্বৰূপ নিৰ্ণয় কৰিছে আৰু নৱবিধ ভক্তিৰ ভিতৰত শ্ৰৱণকীৰ্তনকে কলিযুগৰ মানুহৰ বাবে অনুকৰণীয় বুলি কৈছে—

শ্ৰৱণ কীৰ্ত্তন লোক কৰয় কলিত।
পৰম পদত গতি কৰন্ত নিশ্চিত।।

---

১. কনগএলাগিৰী বিৰচিত, শ্ৰীশ্ৰীহৰিদেৱ পৃঃ ১৭০।

তপ, জপ, যজ্ঞতকৈ ভগৱানৰ লীলা-শ্ৰৱণ কৰি গুণানুকীৰ্ত্তন কৰাটোহে কলিযুগৰ মানুহৰ বাবে সহজ সাধ্য। মহৰ্ষি নাৰদেও তাকেই কৈছে—

হৰের্নাম হৰের্নাম হৰের্নামৈৱ কেৱলম্।
কলৌ নাস্ত্যেৱ নাস্ত্যেৱ গতিৰন্যথা।।

শ্ৰৱণ, কীৰ্তন, ভক্তিয়ে ভগৱানক সন্তুষ্ট কৰি ভক্তৰ বশ কৰিব পাৰে। ইয়াকে প্ৰতিপাদন কৰি ভক্তপ্ৰাণ পৰমপুৰুষে নিজেই মহৰ্ষি নাৰদৰ আগত কৈছে—

নাহং তিষ্ঠামি বৈকুণ্ঠে যোগিনাম্ হৃদয়ে ন চ।
মদ্ভক্তা যত্ৰ গায়ন্তি তত্ৰ তিষ্ঠামি নাৰদ।।

ভগৱানৰ ভক্তসকলে যেতিয়াই তেতিয়াই য'তে ত'তে ভগৱানৰ কৃপানুগ্ৰহ লাভ কৰে। প্ৰকৃত ভক্তক স্মৰণ মাত্ৰকে তেওঁ আহি বিপদৰপৰা পৰিত্ৰাণ কৰে। উদাহৰণ স্বৰূপে ভক্ত প্ৰহ্লাদে স্মৰণ কৰাৰ লগে লগে ভক্তৰ বাণী ৰক্ষা কৰি স্ফটিক স্তম্ভৰপৰা বেকত হৈ হিৰণ্যকশিপুক বধ কৰি প্ৰিয় ভক্ত প্ৰহ্লাদক ৰক্ষা কৰিছিল। তেনেদৰে ক্ৰোধান্বিত দুৰ্বাসাৰ অভিশাপৰপৰা ৰজা অম্বৰীষক সুদৰ্শন চক্ৰৰদ্বাৰা ৰক্ষা কৰিছিল আৰু গজেন্দ্ৰক গ্ৰাহৰ কবলৰপৰা ৰক্ষা কৰি ভক্তবৎসল ৰূপ জগতক দেখুৱাইছিল। গীতাতো ভগৱানে অৰ্জুনক তাকেই অৱগত কৰিছে—

যেতু সৰ্বাণি কৰ্মাণি ময়ি সংন্যস্য মৎপৰাঃ।
অনন্যেনৈৱ যোগেন মাং ধ্যায়ন্ত উপাসতে।।
তেষামহং সমুদ্ধৰ্ত্তা মৃত্যুসংসাৰ-সাগৰাৎ।
ভৱামি ন চিৰাৎ পাৰ্থ ময্যাবেশিতচেতসাম্।।[২]

বেদান্ত দৰ্শন আৰু পুৰাণসূৰ্য ভাগৱত-পুৰাণত গভীৰ ব্যুৎপত্তি লাভ কৰি এইজনা মহাপুৰুষে 'বেদ আৰু দৰ্শনাচাৰ্য্য' আৰু জগন্নাথ মহাপ্ৰভুৰ স্বপ্নাদেশত পুৰীধামত পাঁচ বছৰে একেৰাহে ভাগৱত পাঠ কৰি 'ভাগৱতাচাৰ্য্য' উপাধিৰে বিভূষিত হৈছিল। তেওঁৰ ভক্ত শিষ্যসকলৰ আগত উক্ত ধৰ্মগ্ৰন্থসমূহৰ তত্ত্ববিলাক ব্যাখ্যা কৰি মানুহৰ জীৱনৰ উদ্দেশ্য যে ভগৱানৰ অনুগ্ৰহ আৰু মোক্ষ প্ৰাপ্তি তাকে বুজাই দিছিল।

---

২. শ্ৰীমদ্ভগৱত গীতা-দ্বাদশ অধ্যায়, শ্লোক নং ৬, ৭

বেদান্ত দৰ্শনৰ মতে জীৱাত্মা পৰমাত্মাৰে অংশ বিশেষ। যিয়ে যাৰপৰা আহে তালৈকে যাবলৈ ইচ্ছা কৰে। গতিকে জীৱাত্মায়ো পৰমাত্মালৈ অহৰ্নিশে গতি কৰি সৎ, চিৎ আনন্দ লাভৰ আকাংক্ষাৰে সচ্চিদানন্দ পৰমব্ৰহ্মত বিলীন হ'বলৈ ইচ্ছা কৰে। ভক্তিয়ে এই গতিপথৰ সন্ধান দি ভক্তক সালোক্য, সামীপ্য, সাৰূপ্য আৰু সাযুজ্য মুক্তি লাভৰ কাৰণে ক্ৰমশঃ আগবঢ়াই নিয়ে। এই ক্ষেত্ৰত শ্ৰীমদ্ভাগৱতে ভক্তি যোগৰ আধাৰ হিচাপে আলোক সন্ধান কৰে। সেইবাবে ভাগৱতৰ আৰম্ভণিতে মহৰ্ষি ব্যাসদেৱে লিখিছে—

নিগমকল্পতৰোৰ্গলিতং ফলম্,
শুকমুখাদমৃতদ্ৰৱ সংযুতম্
পিৱত ভাগৱতং ৰসমালয়ম্
মুহুৰহো ৰসিকা ভুৱি ভাবুকাঃ।।

স্বৰ্গৰ কল্পতৰু বৃক্ষৰ পকাফল স্বৰূপ ভাগৱত শাস্ত্ৰৰ বাণী শুক মুখৰপৰা অমৃত যেন নিসৃত হৈছে। ৰসিক আৰু ভাবুকসকলক এই ৰস আস্বাদন কৰি জীৱনমুক্ত হৈ মোক্ষাৰস্তাতো আপ্লুত হৈ থাকিবলৈ মহৰ্ষি ব্যাসদেৱে আহ্বান কৰিছে। প্ৰকৃতপক্ষে শ্ৰীমদ্ভাগৱত শাস্ত্ৰৰ নিচিনা আধ্যাত্মিক তত্ত্বমূলক গ্ৰন্থ এখন পাবলৈ নাই। পুৰাণ সূৰ্য-ভাগৱত পুৰাণ এখন নিগম শাস্ত্ৰ। ভাগৱতৰ মতে- কৃষ্ণঃ সচ্চিদানন্দ-বিগ্ৰহঃ ঈশ্বৰঃ। কৃষ্ণ সচ্চিদানন্দ পৰম ব্ৰহ্মাৰে ঘনীভূত আনন্দ স্বৰূপ। এই সৎ-চিৎ-আনন্দ-স্বৰূপ অৰু পৰম ব্ৰহ্মক পাবলৈ হ'লে কেনেকুৱা অকপটভাৱে অহৈতুকী ভক্তি কৰিব লাগে তাৰেই বৰ্ণনা আৰু আখ্যানমূলক দৃষ্টান্ত কিছুমান শ্ৰীমদ্ভাগৱতত আছে। তেওঁক পাবলৈ বা তেওঁৰ অনুগ্ৰহ পাবৰ কাৰণে সকলো কামনা-বাসনা ত্যাগ কৰি নিষ্কাম ভক্তি কৰিব লাগিব। নিষ্কাম ভক্তিকহে মোক্ষ প্ৰাপ্তিৰ একমাত্ৰ অৱলম্বন হিচাপে ভাগৱতত প্ৰদৰ্শন কৰা হৈছে। সকাম ভক্তি স্বাৰ্থ নিহিত। ভগৱানক ভক্তি কৰি প্ৰতিদান স্বৰূপে কিবা পাবলৈ বিচৰা ভক্তৰ প্ৰতি ভগৱান কেতিয়াও সন্তুষ্ট নহয়। সকাম ভক্তিৰদ্বাৰা ঐশ্বৰ্যবিভূতি লাভ কৰিব বিচাৰি খণ্ডেকীয়া আনন্দহে লাভ কৰিব পাৰি। দশমস্কন্ধ ভাগৱতৰ ৰাস পঞ্চাধ্যায় আছে— শ্ৰীকৃষ্ণৰ গীত-ধ্বনিত বিমোহিতা গোপীসকলৰ বনলৈ গমন, শ্ৰীকৃষ্ণৰ গোপীসকলৰ লগত ক্ৰীড়া, কৃষ্ণ-বিৰহ-কাতৰা গোপীসকলৰ কৃষ্ণলীলা, আভিনয় আৰু শ্ৰীকৃষ্ণৰ অন্বেষণ, আৰু গোপীসকলৰ কৃষ্ণ-স্তুতি আৰু একাদশ স্কন্ধ ভাগৱতৰ উদ্ধৱৰ কৃষ্ণ-স্তুতি আৰু বিদায় অধ্যায়ৰপৰা আৰম্ভ কৰি পুত্ৰবধূ আদিৰ সতীগমন আৰু 'নিমি নৱসিদ্ধ সংবাদ'ত নিষ্কাম ভক্তিৰ তাৎপৰ্য বহলাই ব্যাখ্যা কৰিছে। ভাগৱতৰ প্ৰতিপাদ্য

বিষয় হৈছে নিষ্কাম ভক্তি। অসমৰ বৈষ্ণৱ গুৰু মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ, শ্ৰীমন্ত শংকৰদেৱ আৰু শ্ৰীশ্ৰীদামোদৰদেৱেও ভাগৱতৰ তত্ত্বৰ আধাৰত প্ৰতিষ্ঠিত ভাগৱতী বৈষ্ণৱ ধৰ্মকে জন সমাজত প্ৰচাৰ কৰিছে। ভাগৱতত ভগৱানে নিজেই কৈছে—

কুৰ্য্যাৎ সৰ্ব্বাণি কৰ্ম্মাণি মদৰ্থং শনকৈঃ স্মৰন্
মষ্যৰ্পিতমনশ্চিত্তো মদ্ধৰ্ম্মাত্মমনোৰতিঃ।।[3]

শ্ৰীমদ্ভগৱদ্গীতাতো ভগৱানে ভক্তসকলক তেওঁৰ অনুগ্ৰহ লাভ কৰি মুক্তি লাভ কৰিবলৈ তেনেকুৱা উপদেশকে দিছে—

ময্যেৱ মন আধৎস্ব ময়ি বুদ্ধিং নিৱেশয়।
নিৱসিষ্যসি ময্যেৱ অত উৰ্দ্ধং ন সংশয়ঃ।।[4] ☐

---

৩. শ্ৰীমদ্ভাগৱত একাদশ স্কন্ধ, ঊনত্ৰিংশ অধ্যায়।

৪. শ্ৰীমদ্ভগৱদ্গীতা, দ্বাদশ অধ্যায়, শ্লোক নং ৮।

**মুকুতামণি**

ৱদন্তি তত্তত্ত্ববিদস্তত্ত্বং যজ্ জ্ঞানমদ্বয়ম্।
ব্ৰহ্মেতি পৰমাত্মেতি ভগৱানিতি শব্দ্যতে।।
—শ্ৰীমদ্ভাগৱত-পুৰাণ ১/২/১১/

# মহাপুৰুষ দেৱদামোদৰ গুৰুৰ ধৰ্মৰ সমন্বয়তা

ভগবানচন্দ্ৰ দেৱগোস্বামী

মনুষ্য সমাজত ধৰ্মৰ প্ৰভাব তত্ত্বনিগূঢ়। তত্ত্বনিগূঢ়তাটো ব্যাক্তিজীৱনৰ বাহ্যজগতৰ লগত জড়িত অভিজ্ঞতাৰ মাজেৰে বোধগম্য হয়। কালৰ গতিত এই বোধটোৱে সামাজিক স্বীকৃতি লাভ কৰে আৰু ইয়ে কোনো এটি বিশেষ অঞ্চলত বিশেষ পৰিবেশত বিশেষ নামত কিছুমান মানুহৰ মাজত প্ৰৱৰ্তিত আৰু প্ৰচাৰিত হয়। তত্ত্ব সাপেক্ষ চিন্তাধাৰাটোৱে সময়ত এটি বিশেষ ধৰ্মৰূপে কথিত হয়। পৃথিৱীৰ যিমানবোৰ ধৰ্ম পোৱা হয় এই সকলোবোৰৰে উদ্দেশ্য আৰু লক্ষ্য হৈছে তত্ত্ব নিগূঢ়তা। এই তত্ত্বটোক বুজাবলৈ, ইয়াৰ প্ৰৱৰ্তন কৰিবলৈ আৰু ইয়াৰ প্ৰসাৰণ কৰিবলৈ সময়ে সময়ে একো একোজন মহৎ পুৰুষৰ আবিৰ্ভাব হয় আৰু তেখেত সকলৰ বাণী, জীৱনৰ চাল-চলন আৰু নিষ্ঠাই সৰ্বসাধাৰণ মানুহৰ মন আকৰ্ষণ কৰিবলৈ সক্ষম হয় আৰু সেইসকলৰ মাজত প্ৰচাৰ মাধ্যম ৰচিত হয়। অতি প্ৰাচীন কালৰ ভাৰতবৰ্ষৰ ঋষি-মুনিসকল, প্ৰাচ্য পাশ্চাত্যৰ হজৰত্‌ মহম্মদ, যীশু খ্ৰীষ্ট, জৰথুষ্ট্ৰ, বুদ্ধ, মহাবীৰ, কমফুচিয়াচ, চিন্টো আৰু অন্যান্য মহাপুৰুষসকলে তত্ত্বনিগূঢ়তাটোকে নানা প্ৰচাৰ মাধ্যমেৰে মানৱ সমাজৰ সৰ্বতো প্ৰকাৰ কল্যাণ সাধন কৰি গৈছিল আৰু পৰৱৰ্ত্তী কালৰ কাৰণেও যোগ্যজনক ইয়াৰ ভাৰ বহন কৰিবলৈ নিযুক্তি দি গৈছিল।

তত্ত্বজ্ঞানৰ প্ৰয়োজন সমাজৰ কল্যাণৰ অৰ্থে নিয়োজিত হয়। কিন্তু সমাজে ইয়াক সহজে উপলব্ধি কৰিবলৈ টান পায়। কাৰণ সমাজ বিভিন্ন ব্যক্তিৰ দ্বাৰা উমৈহতীয়া উদ্দেশ্য পূৰণৰ অৰ্থে গথিত হয় আৰু এই উদ্দেশ্যবোৰ পূৰণ হ'লে সমাজখন ভঙ্গ হোৱাৰো সম্ভাৱনাও থাকে। কিন্তু যথাৰ্থতঃ সমাজখনৰ স্থায়িত্বটো ইয়াৰ উদ্দেশ্য আৰু লক্ষ্যৰ ওপৰত নিৰ্ভৰ কৰে। সেইকাৰণে সমাজখনৰ কৰ্ণধাৰসকলে সমাজৰ যাউতিযুগীয়া স্থায়িত্বৰ বাবে সত্য(Truth) শিৱ(Good)

আৰু সুন্দৰ(Beauty) ধাৰণাবোৰৰ মূল্যায়ন সমাজৰ আদৰ্শৰূপে গ্ৰহণ কৰি লৈছে আৰু সমাজখনৰ সামূহিক প্ৰগতি আৰু শাশ্বত শান্তিৰ বাবে সামাজিক ব্যক্তিসকলক প্ৰেৰণা যোগাই থাকে। ধৰ্মৰ ধাৰণাটোও এই আদৰ্শৰ অনুকূলে প্ৰবৰ্ত্তিত আৰু প্ৰচাৰিত।

মহাভাৰতত পোৱা যায়— "ধাৰণাৎ ধৰ্ম্মঃ ইতি আহুঃ ধৰ্ম্মঃ ধাৰয়তে প্ৰজাঃ।" ধৰি ৰখাৰ কাৰণেই ধৰ্ম বুলি কোৱা হয় আৰু ধৰ্মই লোকসকলক ধৰি ৰাখে অৰ্থাৎ পালন কৰে। শাস্ত্ৰই বিশ্বব্ৰহ্মাণ্ডক সৃষ্টি, স্থিতি আৰু লয় এই তিনি প্ৰকাৰ গতিত বিৰাজমান বুলি কয় আৰু এই গতিৰ বিৰতি নাই বুলি স্বীকাৰ কৰে। গতিকে এই উৎপত্তি স্থানত লয় বা লীন হোৱাটোকে ভাৰতীয় দৰ্শনে মানি লয় আৰু মানৱীয় ধৰ্মৰ যোগেদি সেই স্থানত স্থিতি লোৱাটোকে ধৰ্মৰ উদ্দেশ্য আৰু লক্ষ্য ৰূপে পৰিগণিত।

ধৰ্ম হৈছে এটা সামান্য পদ আৰু ইয়াৰ প্ৰয়োগ অনুসৰি বিভিন্ন গুণত বিভিন্ন ৰূপত ইয়াক ৰূপায়িত কৰা হয়। তথাপি এই প্ৰসঙ্গত ধৰ্ম শব্দৰদ্বাৰা মনুষ্য ধৰ্মকে বুজোৱা হৈছে আৰু মহাপুৰুষ দেৱদামোদৰ গুৰুই কিদৰে ইয়াৰ প্ৰচাৰিত সমন্বয়তা ৰক্ষা কৰিছে তাকেহে আলোচনা কৰা হৈছে।

ধৰ্মৰ আদি বীজ মনুষ্য অন্তৰ(Heart)ত গজে। মনুষ্যই এই বিশাল বিশ্ব-ব্ৰহ্মাণ্ডত জন্ম লাভ কৰি আৰু ইয়াৰ পৰিবেশত ডাঙৰ-দীঘল হৈ বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজেৰে জীৱনটো অতিবাহিত কৰি নানা অভিজ্ঞতা অৰ্জ্জন কৰি বিশ্বাস কৰিবলৈ বাধ্য হয় যে এই সকলোবোৰ সমস্যাৰ মূল হৈছে কোনো এটি অজ্ঞান তত্ত্ব। এই তত্ত্বটোক বোধগম্য কৰিবলৈ ঋষি, মুনি, সাধু-সন্ত আৰু মহামানৱসকলে যি প্ৰচেষ্টা কৰিছে তাকে মনুষ্য ধৰ্মৰূপে কথিত হৈছে। ভাৰতবৰ্ষত এই মনুষ্য ধৰ্মই সনাতন বৈদিক ধৰ্মৰূপে প্ৰতিষ্ঠা লাভ কৰিছে। বেদৰ সংহিতাৰ পৰাই কালক্ৰমত সৌৰ, গাণপত্য, শৈৱ, শাক্ত, বৈষ্ণৱ, আৰু কৌমাৰ এই ছয় প্ৰকাৰ ধৰ্মই প্ৰতিষ্ঠা লাভ কৰে। বৰ্ত্তমান কালতো এই ছয় প্ৰকাৰ পদ্ধতিয়ে হিন্দু সমাজত বিশেষ প্ৰভৱ বিস্তাৰ কৰি আছে। কিন্তু ধৰ্মীয় মতৰ মাজত প্ৰচাৰকসকলৰদ্বাৰা বিদ্বেষৰ ভাব ৰোপিত হৈছে আৰু এই ভাবটোৱে ধৰ্মীয় সমাজত সংকটৰ সৃষ্টি কৰিছে। কিন্তু প্ৰবৰ্ত্তকসকলৰ চিন্তাধাৰাত এই বিদ্বেষৰ ভাব পৰিলক্ষিত নহয় বৰং সমন্বয়াত্মক বাণীহে পোৱা যায়। দেৱদামোদৰ গুৰুৰ চৰিত পুথি "গুৰু-লীলা"ত সৰ্বধৰ্ম সমন্বয়াত্মক বাণীহে পোৱা যায়।

ধৰ্মৰ ৰূপত বিৱৰ্তন ঘটি আছে। বৈদিক কালৰ পৰাই বৰ্তমান সময়লৈ সনাতন ধৰ্মই বিৱৰ্তিত হৈ কৰ্ম, জ্ঞান আৰু ভক্তিৰ মাধ্যমেৰে মনুষ্যৰ অন্তৰত একতত্ত্ব অন্বেষণত প্ৰেৰণা যোগাই আছে। বেদেই "একং সদ্বিপ্ৰাঃ বহুধা বদন্তি"— এই উক্তি প্ৰচাৰ কৰি গৈছে। বেদ আধাৰিত চিন্তাধাৰাই সমাজত প্ৰাণীবোৰৰ সংৰক্ষণ, প্ৰগতি, শান্তি আৰু পৰম পুৰুষাৰ্থ লাভৰ কাৰণে সাংস্কৃতিক অনুষ্ঠান ৰচনা কৰিছে আৰু মানৱ সমাজক শান্তিপানী ছটিয়াই গৈছে। এই চিন্তাধাৰাই সময়ে সময়ে কৰ্মৰ প্ৰাধান্য, সময়ে সময়ে জ্ঞানৰ প্ৰাধান্য আৰু সময়ে সময়ে ভক্তিৰ প্ৰাধান্য দিয়াটো পৰিলক্ষিত হয়। কিন্তু তিনিওটা মাৰ্গৰে উদ্দেশ্য আৰু লক্ষ্য একেটাই। সেইকাৰণে "মহাজনো যেন গতঃ সঃ পন্থাঃ" এই উক্তিক সাৰমৰ্মৰূপে লৈ সৰ্বসাধাৰণ মনুষ্যই মহাপুৰুষৰ বাণীত শ্ৰদ্ধা, বিশ্বাস কৰি পৰমপদ অৰ্থাৎ পৰম আনন্দ লভিবলৈ আগ্ৰহান্বিত হয়। দেৱদামোদৰ গুৰুও এনে এজন মহাপুৰুষ আছিল যিজনৰ আদৰ্শত অনুপ্ৰাণিত হৈ বিদগ্ধ পণ্ডিত হৈও বহুতো পণ্ডিতে গুৰুজনাৰ সান্নিধ্য বিচাৰিছিল আৰু মহাপুৰুষ জনৰপৰা মানৱজীৱনৰ যথাৰ্থ স্বৰূপ বুজি পাই গুৰুজনাৰ মতবাদ প্ৰচাৰৰ কাৰণে নিজৰ জীৱন উৎসৰ্গা কৰিছিল। এই বিদ্বদ মণ্ডলীৰ মাজত আছিল কবিৰত্ন বৈকুণ্ঠনাথ ভাগৱত ভট্টাচাৰ্য.বা সংক্ষেপে ভট্টদেৱ, কবিৰত্ন গোপাল মিশ্ৰ, বলদেৱ বিদ্যাভূষণ, ভগবানদেৱ, সন্তদেৱ, বংশীগোপালদেৱ, বনমালীদেৱ, নিৰঞ্জনদেৱ, অৰ্জ্জুদেৱ, কপিলদেৱ আৰু অন্যান্য সন্ত, মহন্ত আৰু মেধিসকল, যিসকলে দেৱদামোদৰ গুৰুৰ আজ্ঞা মতে ধৰ্মীয় অনুষ্ঠান অসমৰ গাৱেঁ গাৱেঁ স্থাপন কৰি সৰ্বসাধাৰণ মানুহক নাৰী-পুৰুষ, ৰজা-প্ৰজা, ধনী-দুখীয়া, উচ্চ-নীচৰ ভেদভাব বৰ্জন কৰাই সকলোকে "অমৃতৰ পুত্ৰ" জ্ঞান কৰি মানৱ হৃদয়ত অমৃতৰ সন্ধান দি ৰসময়ী ভকতি স্বৰূপ অমৃত পান কৰাইছিল।

ৰসময়ী ভকতি বা শুকমুখাৎ নিগৰিত "ৰসমালয়ম্" মহাপুৰাণ ভাগৱত শাস্ত্ৰৰ মুখ্য প্ৰতিপাদ্য বিষয়। ভাগৱত শাস্ত্ৰকেই "সৰ্ববেদান্তসাৰ" বোলা হৈছে। বেদান্তই 'ব্ৰহ্মবাদ' স্বীকাৰ কৰে। ইয়াৰ সূত্ৰকাৰ বেদব্যাস বা বাদৰায়ণ। এই একেজন পুৰুষেই ভাগবদমহাপুৰাণও ৰচনা কৰিছিল। সৰ্বজন হিতায় বা সৰ্বজন মোক্ষায়। যিহেতু ব্ৰহ্মতত্ত্ব সকলোৰে কাৰণে সহজে বোধগম্য নহয় আৰু বৌদ্ধিক বিশ্লেষণৰ নিতান্ত প্ৰয়োজনৰ দৰ্কাৰ সেইকাৰণে ব্যাসদেৱে লোকৰ মাঙ্গলৰ কাৰণে 'কৃষ্ণস্তু ভগবান স্বয়ং' ৰূপত ৰূপায়ণ কৰিছে অৰ্থাৎ ব্ৰহ্ম আৰু শ্ৰীকৃষ্ণ আভিন্ন আৰু শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, অৰ্চ্চন, পূজন, দাস্য, সাখ্য, বন্দন আৰু আত্মনিবেদন এই নৱপ্ৰকাৰ ভক্তিৰ মাজেৰে ব্ৰহ্মতত্ত্ব বা শ্ৰীকৃষ্ণতত্ত্বক

বোধগম্য কৰিবলৈ নিৰ্দ্দেশ দিছে। দেৱদামোদৰ গুৰুই এই ন প্ৰকাৰ ভক্তি পদ্ধতিকে স্বীকাৰ কৰিছে আৰু তেওঁৰ যন্ত্ৰস্বৰূপ, অপৰদামোদৰ আৰু ব্যাসসম-সৰ গুৰুৰ বিশেষণ লাভী কবিৰত্ন ভাগৱত ভট্টাচাৰ্যক আজ্ঞা দিছিল যে—

ব্ৰাহ্মণৰ নিত্য-নৈমিত্তিক নেৰুৱাবা।
আপুনিও স্নান-সন্ধ্যা পূজা আচাৰিবা।
একাগ্ৰ ভকতি কৰিবাহা মহাভাগ।
তেবে একো উপাচক্ৰে নপাবেক লাগ।।

—গুৰুলীলা—

ভক্তি(concept) আৰু ভক্তি ধৰ্ম (Devotional religion)ৰ মাজত পাৰ্থক্য আছে। কিন্তু পৰিসমাপ্তি দুইটাৰে একে। ভক্তিৰ স্থান হৈছে মনুষ্যৰ অন্তৰ। অন্তৰৰ অনুভূতিয়ে মূৰ্ত্তৰূপ লয় মানুহৰ বাহ্য আচৰণৰপৰা আৰু ইয়াৰ নিত্যৰূপে জাগ্ৰত ৰাখিবলৈ মাধ্যম ৰচিত হয়। সাংস্কৃতিক অৱদানবো এই আন্তৰিক অনুভূতিৰ মূৰ্ত্তৰূপ। 'ন' প্ৰকাৰ ভক্তিও আন্তৰিক প্ৰকৃতিৰ নিদৰ্শন। এই নিদৰ্শনটোৱে যেতিয়া বিশেষ কিছুমান মানুহৰ অন্তৰ জয় কৰে তেতিয়া ইয়ে ভক্তিধৰ্মৰূপে কথিত হয়।

ভাৰতীয় সনাতন আৰ্য্য ধৰ্মই অন্তৰৰ অনুভূতিৰ ওপৰতেই ভিত্তি কৰি বৈদিক সংহিতাবোৰ, ব্ৰহ্মণ গ্ৰন্থবোৰ, উপনিষদবোৰ, পুৰাণবোৰ, দৰ্শনবোৰ আৰু ভক্তি শাস্ত্ৰবোৰ ৰচনা কৰিছে আৰু দেশ, কাল আৰু পাত্ৰ ভেদে এই গ্ৰন্থবোৰৰ উপযোগিতা নিৰ্দ্ধাৰণ কৰিছে। তথাপি ইয়াৰ সমন্বয়ৰ বিভ্ৰাট ঘটা নাই। দেৱ দামোদৰ গুৰুই ভট্টদেৱক দিয়া উপদেশৰপৰা ইয়াক বুজিব পাৰি।

কাল বা সময়ৰ ধাৰণাটো যদিও নিত্য তথাপি ইয়াৰ ব্যৱহাৰিক দৃষ্টিকোণৰ পৰা ইয়াক বিভাজন কৰা হৈছে আৰু ভাৰতীয় আৰ্য্য ধৰ্মই সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি কালক স্বীকাৰ কৰিছে। এই যুগকেইটাত ধৰ্মীয় আচৰণৰ প্ৰধান্য থকা বুলিও বিবেচনা কৰে। তথাপি ধ্যান, যাগ, যজ্ঞ, পূজা-পৰিচৰ্য্যা আৰু হৰি-কীৰ্ত্তনৰ প্ৰয়োগ নিত্য বৰ্তমান। ইয়াক পালনকাৰীসকলৰ সংখ্যাৰ হ্ৰাস বা বৃদ্ধি হ'ব পাৰে। কিন্তু কোনো এটিৰে সম্পূৰ্ণ বিলোপ হোৱা বুলি কব নোৱাৰি। সেই কাৰণে মহাপুৰুষ দেৱদামোদৰ গুৰুই ভট্টদেৱক দিয়া উপদেশৰ পৰা চাৰি যুগৰ প্ৰাধান্য আচৰণৰ সমন্বয়তা ৰক্ষা হোৱাটো পৰিলক্ষিত হয়।

দেৱদামোদৰ গুৰুৰ 'একাগ্ৰ ভকতি'ৰ ধাৰণাটো অতি তাৎপৰ্যপূৰ্ণ। ভকতি বা ভক্তিয়ে ভগৱন্তক বা সাকাৰক নিৰ্দেশ কৰে। ভগৱন্ত বা ভগৱান হৈছে ষড়ৈশ্বৰ্য্যশালী পুৰুষোত্তম। তেওঁৰ ছয় গুণ হৈছে ঐশ্বৰ্য্য, বীৰ্য্য, যশ, জ্ঞান, শ্ৰী আৰু বৈৰাগ্য। এই গুণকেইটাৰ মহিমাই তেওঁক সাকাৰ ৰূপে ধ্যান কৰিবলৈ

ভক্তসাধকসকলক আকৃতি আনি দিয়ে আৰু ন-প্ৰকাৰ ভক্তিৰ দ্বাৰা তেওঁৰ নিত্য সান্নিধ্যত থাকি আনন্দময় ৰসত লীন হৈ থাকে। গতিকে দেৱদামোদৰ গুৰুই দিয়া বাণী একাগ্ৰ ভকতিয়ে দুটা তাৎপৰ্য দিব পাৰে (ক) একং অগ্ৰে স্থাপয়িত্বা ভজেত (খ) একং তত্ত্বং গভীৰেণ ধ্যায়েত। ভট্টদেৱে তেওঁৰ শেহতীয়া গ্ৰন্থ শ্ৰীমদ্ভক্তিবিবেকত প্ৰথম তাৎপৰ্যটোতে গুৰুত্ব দি "ভগৱন্মূৰ্ত্তেঃ সত্যত্বম" নিৰূপণ কৰি গৈছে। গুৰুজনাৰ একাগ্ৰ ভকতিৰ ধাৰণাই বিষ্ণু, শিৱ, দুৰ্গা, গণেশৰ মাজত বিভেদ প্ৰদৰ্শন কৰা নাই বৰং সমন্বয়হে ৰক্ষা কৰিছে। দেৱদামোদৰ গুৰুৰ মতবাদত পঞ্চদেৱৰ যিকোনো এজনকে ইষ্টদেৱ ৰূপে স্বীকাৰ কৰি লব পাৰে আৰু শ্ৰদ্ধা-বিশ্বাস আৰু গভীৰ নিষ্ঠাৰে নিত্য-নৈমিত্তিক অৰ্থাৎ জীৱন প্ৰবাহ সংস্কাৰ কৰি লৈ গভীৰ আৰু নিবিড় ভকতিৰদ্বাৰা তৈলধাৰাবৎ সান্নিধ্য লভিব লাগে। ব্যক্তিৰ আন্তৰিক ৰুচি আনুসাৰে ইষ্টদেৱ নিৰ্ণীত হয় আৰু তেওঁৰপৰা পোৱা প্ৰেৰণাই জীৱই (Individual self as soul) শিৱ হোৱাৰ সম্ভাৱনা আনি দিয়ে।

দেৱদামোদৰ গুৰুই তেওঁৰ ধৰ্মমতত সনাতন বৈদিক ভাগৱত প্ৰতিপাদ্য "সচ্চিদানন্দ বিগ্ৰহবান শ্ৰীকৃষ্ণক প্ৰাধান্য দিলেও কোচবিহাৰৰ ৰজা লক্ষ্মীনাৰায়ণৰ দূতক দিয়া উপদেশৰ পৰা "সচ্চিদানন্দময়ী শক্তি বা মাৰো পূজা-অৰ্চ্চনা নিষেধ কৰা নাই বুলি প্ৰতীয়মান হয়। গুৰু-লীলাত আছে—

"দেৱ দামোদৰ, পাপক লাগিয়া
দূতক তথা পাছিলা।।
বলি কাটি দুৰ্গা, পূজিযাক চাওঁ
দেৱী যেবে বলি খায়।
দামোদৰ পাশে পুসি আস বুলি
দিলন্ত দূত পঠাই।।
শুনি প্ৰভু সন্ত শুনিয়া বোলন্ত
শুনা ৰাজ দূতগণ।
বলি বুলি যত পূজা উপহাৰ
নৈবেদ্য দ্ৰব্য লোভন।।
ধূপ দীপ গন্ধ তাম্বুল চন্দন
এহিসে দ্ৰব্য পূজাৰ
যাতো আদ্য ভক্ত শঙ্কৰ পাৰ্ব্বতী
নকৰে পাঠা স্বীকাৰ।।

গুৰুলীলা—

দেৱদামোদৰ গুৰুৰ ধৰ্মমতৰ প্ৰচাৰৰ ক্ষেত্ৰত গুৰুজনাৰ মেৰুদণ্ডস্বৰূপ ভট্টদেৱেও তেওঁৰ 'ভক্তিবিবেকত' পুৰাণৰ উদ্ধৃতি দি লিখি গৈছে যে, শিৱ আৰু বিষ্ণুৰ মাজত ভেদভাব ৰাখিলে যাবদ্‌জীৱন নৰকত থাকিব লাগে। দেৱদামোদৰ গুৰুৰ চৰিত পুথি "গুৰুলীলাত পোৱা যায় যে, বিজয় নগৰৰ ৰজা পৰীক্ষিত নাৰায়ণৰ ৰাজ্য যবনে আক্ৰমণ কৰি ৰজাক বন্দী কৰি ৰজাৰ সৈন্য-সামন্তক হত্যা কৰিছিল আৰু সৰ্বসাধাৰণ প্ৰজাৰ বিলাই-বিপত্তিৰ সীমা নাইকিয়া হৈছিল তেতিয়া গুৰুজনাই এই বাতৰি পাই ভক্তসকলক কৈছিল—

শুনি দামোদৰ দেৱে বুলিলা বচন।
পৰীক্ষিত ৰাজ্যত আছয় যত জন।।
ইদানিক সবে আল্লা-খোদাই ঘুলোক।

—গুৰুলীলা—

বৰ্তমান যুগতো ধৰ্মীয় সমন্বয়তা ভাবধাৰাই মানব সমাজত, গা-কৰি উঠিছে। পৃথিবীৰ ৰাষ্ট্ৰীয় প্ৰশাসক সকলেও আন্তৰ্জাতিক সমন্বয় ভাবধাৰা মনত পোষণ কৰি ৰাষ্ট্ৰীয় প্ৰগতি আৰু শান্তি বিচাৰিছে। "বসুধৈৱ কুটুম্বকম্" এই সমন্বযৰ বীজমন্ত্ৰ ভাৰতীয় আৰ্য্য সংস্কৃতিয়ে অতি প্ৰাচীন কালৰ পৰাই দুই হাজাৰ পাঁচ চনলৈকে বহন কৰি পৃথিবীত ইয়াক প্ৰচাৰৰ চেষ্টা চলাই আছে। আজি প্ৰায় পাঁচশ বছৰৰো অধিক কাল ধৰি মহাপুৰুষ দেৱদামোদৰ গুৰুই তেওঁৰ শিষ্য-প্ৰশিষ্য, সন্ত-মহন্ত আৰু মেধিসকলৰ দ্বাৰা অসমত প্ৰায় দুইশ উনপঞ্চাশখন সত্ৰ, নামঘৰ, বিগ্ৰহ প্ৰতিষ্ঠা স্থল মণিকূট আৰু সচং বা সৎসঙ্গ কেন্দ্ৰ প্ৰতিষ্ঠা কৰি অসমৰ জন সাধাৰণ আৰু আইসকলৰ উপকৃত কৰি মৰ্ত্যতে অমৃতৰ সন্ধান দি গৈছিল। ☐

# শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ

এনি হাজৰিকা

অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰা বিশিষ্ট গুৰুসকলৰ ভিতৰত শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱ অন্যতম। অনিৰুদ্ধদেৱৰ গুৰু আছিল মাধৱদেৱৰ শিষ্য গোপালদেৱ। অনিৰুদ্ধদেৱৰ বিষয়ে বিস্তৃতভাৱে জানিবপৰা অধিক সমল পোৱা নাযায়। মায়ামৰা সত্ৰৰ অধিকাৰ চিদানন্দ গোস্বামীদেৱে ৰচনা কৰা চৰিত পুথি, গোপালদেৱৰ বিষয়ে লিখা পুথি আৰু বুৰঞ্জীসমূহৰপৰা কিছুকথা জানিবপৰা যায়। চৰিত পুথিত উল্লেখ কৰা মতে অনিৰুদ্ধদেৱে শাস্ত্ৰ আদি অধ্যয়ন কৰি ধৰ্মীয় জীৱনত গুৰুৰ আৱশ্যকতা অনুভৱ কৰি শঙ্কৰদেৱ আৰু মাধৱদেৱৰ ধৰ্মীয় উত্তৰাধিকাৰী গোপালদেৱক মনতে গুৰুৰূপে গ্ৰহণ কৰে। গুৰুৰ গৃহত থাকি ধৰ্মশিক্ষা গ্ৰহণ কৰিবলৈ ভবানীপুৰৰ কালঝাৰত থকা গোপালদেৱৰ সত্ৰলৈ যায়। গোপালদেৱৰ সত্ৰলৈ যোৱাৰ পূৰ্বেই অনিৰুদ্ধদেৱে সংস্কৃত ভাষা আৰু লগতে সঙ্গীতৰ জ্ঞান অৰ্জন কৰিছিল। গোপালদেৱে শিষ্যৰূপে গ্ৰহণ কৰাৰ পিছত অনিৰুদ্ধদেৱৰ তীক্ষ্ণ মেধা শক্তিৰ পৰিচয় পাই এজন বিশিষ্ট শিষ্যৰ স্থান দিয়ে। গোপালদেৱে ধৰ্ম প্ৰচাৰৰ বাবে প্ৰেৰণ কৰা বাৰজন শিষ্যৰ ভিতৰত অনিৰুদ্ধদেৱো আছিল। অনিৰুদ্ধদেৱৰ দৈৱজ্ঞই গণণা কৰি দিয়া নাম আছিল হৰকণ্ঠ। কালঝাৰ সত্ৰৰপৰা অহাৰ সময়ত গোপালদেৱে আশীৰ্বাদ স্বৰূপে নিজৰ এখন ধৰ্মগ্ৰন্থ অনিৰুদ্ধদেৱক দি সকলো ধৰ্মমত ৰোধ কৰি কেৱল ভক্তিধৰ্ম প্ৰচাৰ কৰিব পাৰিব বুলি হৰকণ্ঠক অনিৰুদ্ধ নাম দিয়ে। পিছলৈ গুৰুপ্ৰদত্ত নামেৰেই পৰিচিত হয়।

কালঝাৰ সত্ৰত তিনিবছৰো অধিক কাল থাকি অনিৰুদ্ধদেৱ লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰৰ বিষ্ণুবালিকুঞ্চিত থকা নিজৰ ঘৰলৈ আহে। ঘৰতে নামঘৰ সাজি চুবুৰীয়া সকলৰ সৈতে ধৰ্মচৰ্চা কৰিবলৈ লয় আৰু লাহে লাহে দুই এজনক শৰণ দিয়ে। ক্ৰমন্বয়ে শিষ্যৰ সংখ্যা বাঢ়ি অহাত সেই ঠাইতে 'বিষ্ণুবালিকুঞ্চি সত্ৰ' স্থাপন কৰে। বিষ্ণুবালিকুঞ্চি সত্ৰতে কিছুকাল থকাৰ পিছত বিহপুৰীয়াৰ মৰনৈৰ কাষত 'নাহৰ আটি সত্ৰ' পাতি সেই সত্ৰতে ধৰ্মচৰ্চা কৰি জীৱনৰ শেষকালচোৱা কটায়। অনিৰুদ্ধদেৱে কেইখনমান ভক্তিতত্ত্ব নিৰ্ণায়ক গ্ৰন্থ আৰু

ভাগৱত অনুবাদৰ লগতে কিছু ধৰ্মমূলক গীত ৰচনা কৰিছিল। এই পুথি সমূহৰ এটি সামান্য আভাস তলত দিয়া হ'ল।

(১) ভাগৱতৰ পঞ্চম খণ্ডৰ অনুবাদ :-

অনিৰুদ্ধদেৱে মূল ভাগৱতৰ পঞ্চম খণ্ড অনুবাদ কৰিছিল। অনুবাদ কৰোঁতে প্ৰত্যেক পদৰে হুবহু অনুবাদ কৰা নাই যদিও কাহিনী সমূহৰ মূল বিষয়বস্তু অক্ষুণ্ণ ৰাখি সহজ সৰল ৰূপে ভক্তি মাহাত্ম্য প্ৰকাশ কৰিছে। অনিৰুদ্ধদেৱৰ ভাগৱত ভাঙনিৰ মূল উদ্দেশ্য পূৰ্ব্বৰ বৈষ্ণৱ গুৰু বৈষ্ণৱজনৰ দৰেই ভাগৱত পুৰাণৰ একেশ্বৰবাদ সৰ্বসাধাৰণ লোকে বুজাকৈ দৃঢ়ভাৱে প্ৰতিপন্ন কৰা। অনুবাদ কৰোঁতে কিছু সংযোগ বিয়োগ অনিৰুদ্ধদেৱেও কৰিছে।

(২) পুৰঞ্জন উপাখ্যান :-

অনিৰুদ্ধদেৱৰ 'পুৰঞ্জন উপাখ্যান' পুথিখন ভাগৱতৰ চতুৰ্থ অধ্যায়ৰ এটি ৰূপকাত্মক সূক্ষ্ম দেহতত্ত্ব বিচাৰ। ঈশ্বৰৰ অংশ জীৱই বিষয় বাসনা চৰিতাৰ্থত মজি ঈশ্বৰক পাহৰি ঈশ্বৰ বিমুখ হোৱা জীৱৰ অন্তিম দশা 'পুৰঞ্জন উপাখ্যান'ত ৰূপকৰ সহায়ত দেখুৱাইছে। 'পুৰঞ্জন উপাখ্যান'ৰ মূল বক্তব্য হৈছে— মানৱ জীৱন দুৰ্লভ আৰু ক্ষণস্থায়ী। ইন্দ্ৰিয়াধীন জীৱই সাংসাৰিক মায়ামোহত আবদ্ধ হৈ হৰিভক্তি নকৰি অবাবতে দুৰ্লভ জীৱন ক্ষয় কৰে আৰু যাগ, যজ্ঞাদি কৰি স্বৰ্গলাভৰ আশা কৰে। কেৱল বিষয় সুখৰ প্ৰতি আসক্ত হৈ কাম-কৰ্মৰ হাত এৰাব নোৱাৰা জীৱই জৰা প্ৰাপ্ত হৈ জীৱন শেষ কৰে। বহুজন্মৰ পুণ্যৰ ফলত লাভ কৰা মানৱ জীৱনত জীৱই পদ্মপত্ৰ জলবৎ সাংসাৰিক কাৰ্য কৰি হৰিভক্তিত মন প্ৰাণ উৎসৰ্গা কৰিলেহে সংসাৰৰ দুখতাপৰপৰা নিষ্কৃতি পাই মুক্তি লাভ কৰিব পাৰে। হৰিভক্তিত আত্মজ্ঞান ওপজে আৰু এই আত্মজ্ঞানৰ দ্বাৰা জীৱ সংসাৰ বন্ধনৰপৰা মুক্ত হয়। পুথিখনিত মানৱ জীৱনৰ অনিত্যতাৰ কথাও প্ৰতীকৰ সহায়ত সুন্দৰ ৰূপে বৰ্ণনা কৰিছে। 'পুৰঞ্জন উপাখ্যান'ত একেশ্বৰবাদ মতবাদ প্ৰকাশক বিখ্যাত তৰুমূল শ্লোকৰো সুন্দৰ ভাঙনি কৰিছে।

(৩) ভক্তিমঙ্গল ঘোষা :-

ভক্তি মঙ্গল ঘোষা এখনি ঘোষা পুথি। বিভিন্ন গ্ৰন্থৰ আধাৰত ৰচিত এই ভক্তিনিৰ্ণায়ক পুথি অনিৰুদ্ধদেৱৰ মৌলিক সৃষ্টি। মাধৱদেৱৰ নামঘোষাৰ দৰেই বিভিন্ন সংস্কৃত শ্লোক অনুবাদ কৰি লগতে নিজৰ ৰচনাও সংযোগ কৰি অনিৰুদ্ধদেৱে পুথিখন ৰচনা কৰিছে। মুঠ ৮০৫টা পদৰ পুথিখন পটল বিভাজন কৰি ৩৭টা ভাগত ভাগ কৰিছে। ঘোষা পুথিখনত প্ৰসাদ বা পুষ্টি, মায়া-তৰণৰ উপায়, ভক্তিৰ শ্ৰেষ্ঠতা আৰু মাহাত্ম্য, শৰণ মাহাত্ম্য, অহৈতুক ভক্তি, হৰিনাম শ্ৰৱণ কীৰ্তনৰ মাহাত্ম্য, গুৰুৰ আৱশ্যকতা আৰু মহিমা, সৎসঙ্গ মাহাত্ম্যৰ লগতে বিশেষকৈ মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ একেশ্বৰবাদ ধৰ্মমতৰ ব্যাখ্যা দাঙি ধৰিছে।

পুথিখনৰ মাজে মাজে ভাগৱত, উপনিষদ, গীতা আদিৰ সংস্কৃত শ্লোকৰ অনুবাদ কৰিছে। কোনো কোনো ঠাইত মূলৰ উদ্ধৃতি সহ অনুবাদ আৰু কোনো ঠাইত মূল সংস্কৃত শ্লোকৰ উদ্ধৃতি সন্নিৱিষ্ট কৰিছে। মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ পৰমাৰ্থ বস্তু নাম, দেৱ, গুৰু আৰু ভকত এই চাৰিবস্তু অতি সুন্দৰ ৰূপত প্ৰতিফলিত হৈছে। ঘোষা পুথিখনৰ ঠায়ে নিজগুৰু গোপালদেৱৰ লগতে শঙ্কৰদেৱ আৰু মাধৱদেৱক সোঁৱৰণ কৰিছে। "ভক্তিমঙ্গলঘোষা"ৰ ভাব, ভাষা, প্ৰকাশভঙ্গী আদি মাধৱদেৱৰদ্বাৰা অনুপ্ৰাণিত হ'লেও কিছুমান বিচিত্ৰ উপমা, ৰূপক আদিৰ প্ৰয়োগত কবিৰ অনন্য প্ৰতিভাৰ স্ফুৰণ পৰিলক্ষিত হয়। পুথিখনৰ সৰ্বত্ৰ ভক্ত কবিৰ ভগৱানৰ প্ৰতি অনুৰক্তি আৰু অবিচল দাস্য ভক্তিৰ প্ৰকাশ দেখিবলৈ পোৱা যায়।

(৪) **শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ গীত ঃ**

অনিৰুদ্ধদেৱে বৰগীতৰ আৰ্হিত ৰচনা কৰা ১৮২ টি গীত 'শ্ৰীশ্ৰীঅনিৰুদ্ধদেৱৰ গীত' নামৰ পুথিত সন্নিৱিষ্ট হৈছে। পৰামাৰ্থিক তত্ত্ব প্ৰকাশক গীত কেইটিত কবিয়ে অতি সুন্দৰকৈ পৰমাৰ্থ ব্যাখ্যা কৰিছে। ইয়াৰ উপৰিও ভক্তিৰ শ্ৰেষ্ঠতা আৰু মাহাত্ম্য, নাম লব'লৈ উপদেশ, গুৰুৰ আৱশ্যকতা, নিজগুৰু গোপালদেৱক স্মৰণ, সৎসঙ্গ মাহাত্ম্য, শিশুকৃষ্ণৰ লীলা, গোপীৰ কৃষ্ণপ্ৰেম আৰু বিৰহ আদি বিষয়সমূহৰ লগতে ভক্তকবিৰ ব্যক্তিগত খেদোক্তি, অনুশোচনা আৰু দাসৰূপে আত্মসমৰ্পণ আৰু আত্মলঘিমা গীতসমূহৰ প্ৰধান বিষয়বস্তু। সকলো গীতেই ভক্তিমূলক যদিও তাৰে কেইটিমান গীতত ভক্তিৰ শ্ৰেষ্ঠতা আৰু ভক্তিৰ মহিমা অন্তৰস্পৰ্শী ৰূপত বৰ্ণনা কৰিছে। গীত-পুথিখনত অনিৰুদ্ধদেৱে ৰচনা কৰা দুটি ভটিমা, দুটি মুক্তিমঙ্গল আৰু দুটি টোটয় আৰু দুটি ঝুমুৰ সন্নিৱিষ্ট কৰা হৈছে। অধিক সংখ্যক গীতেই দুলড়ী আৰু পয়াৰ ছন্দত ৰচনা কৰিছে যদিও ছবি, কুসুম মালা, ঝুনা আদি ছন্দৰ প্ৰয়োগো দেখা যায়। গীতসমূহত শিশু কৃষ্ণৰ বাল্য জীৱনৰ চিত্ৰ প্ৰকাশৰ লগতে আটাইকেইটি গীততে কৃষ্ণৰ ঐশ্বৰিক দিশ সোঁৱৰাই কৃষ্ণ ভক্তি মাহাত্ম্য সুন্দৰকৈ প্ৰকাশ কৰিছে।

মুঠতে অনিৰুদ্ধদেৱে শাস্ত্ৰীয় সিদ্ধান্তক কেন্দ্ৰ কৰি নিজে উপলব্ধি কৰা সত্যক ভাব, ভাষা আৰু ছন্দৰ মাধুৰ্য আৰু অলঙ্কাৰ আদিৰে গীতসমূহ আকৰ্ষণীয় কৰি তুলিছে। অনিৰুদ্ধদেৱৰ এই গীত ৰাজি অসমীয়া সত্ৰীয়া গীতৰ ধাৰালৈ [illegible]গীয়া অৱদান।

(৫) **নিজশাস্ত্ৰ ঃ-**

অনিৰুদ্ধদেৱে 'কথা আৰু শ্লোকসমে' অৰ্থাৎ গদ্য আৰু ছন্দত এখন পুথি [illegible]ৰিছিল। এই পুথিয়েই 'নিজশাস্ত্ৰ'। গদ্য আৰু ছন্দত ৰচনা কৰা এই শাস্ত্ৰ মায়ামৰা সমাজৰ পৰম পবিত্ৰ পুথি। এই পুথি বিশেষভাৱে

আছুতীয়াকৈ ৰখা হয়। সম্প্ৰদায়টোৰ অতি উচ্চস্তৰৰ ভকতসকলেহে ৰাতি নামঘৰত এই শাস্ত্ৰ পঢ়ে। কোনো লোকে গোপনে এই শাস্ত্ৰ পঢ়িলে বা শুনিলে পঢ়োঁতা বা শুনোঁতাৰ অমঙ্গল হয়। 'নিজ শাস্ত্ৰ'ৰ বিষয়ে আনক কোৱাতও ধৰ্মীয় নিষেধ আছে। এই পুথিৰ পাণ্ডুলিপি পঢ়াত এনে বাধানিষেধ থকাৰ কাৰণে পুথিখনৰ বিষয়বস্তু সম্পৰ্কে জনা সম্ভৱ নহয়। জনা যায় যে পুথিখনৰ ভাষা ৰূপকাত্মক। ৰূপকাত্মক হোৱাৰ কাৰণে সাধাৰণ মানুহে ভুল ব্যাখ্যাৰে অৰ্থ বিকৃত কৰি বিপথে যাব পাৰে বুলয়েই সৰ্বসাধাৰণে পঢ়াত বাধা আৰোপ কৰি পৰম ভক্তসকলকহে পঢ়াৰ অধিকাৰ দিয়া হৈছে।

অনিৰুদ্ধদেৱে বৈষ্ণৱ কবিসকলৰ চিৰাচৰিত প্ৰথা অনুযায়ী নিজকে অযোগ্য অজ্ঞানী বুলি বিনয় প্ৰকাশ কৰিলেও অনিৰুদ্ধদেৱ যে শঙ্কৰোত্তৰ যুগৰ শ্ৰেষ্ঠ কবিসকলৰ অন্যতম সেইকথা তেওঁৰ ৰচনাসমূহৰপৰাই বুজা যায়। অনিৰুদ্ধদেৱৰ নিজস্ব কোনো দাৰ্শনিক মতবাদ নাই। গোপালদেৱৰপৰা ধৰ্মপ্ৰচাৰৰ আজ্ঞা পোৱা অনিৰুদ্ধদেৱে শঙ্কৰদেৱৰদ্বাৰা প্ৰৱৰ্ত্তিত মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ একেশ্বৰবাদ মতবাদকে দৃঢ়ভাৱে প্ৰতিপন্ন কৰিছে।

অনিৰুদ্ধদেৱে বিষ্ণুবালিকুঞ্চি আৰু নাহৰআটি সত্ৰত থকাৰ কালচোৱাত বিভিন্ন জাতি-জনজাতিৰ লোক আহি শৰণ লয়। অনিৰুদ্ধদেৱৰ শিষ্যসকলৰ ভিতৰত বৰাহী, মৰাণ, চুতীয়া, আহোম, কোচ, কছাৰী, কৈবৰ্ত্ত, কায়স্থ, কলিতা, ব্ৰাহ্মণ আদি সকলো সম্প্ৰদায়ৰ লোক আছিল। অনিৰুদ্ধদেৱে এই সকলো জাতি-জনজাতিৰ লোককে সামৰি সকলো শিষ্যকে সমমৰ্যাদা দি এখন সুশৃঙ্খল ধৰ্মীয় সমাজ গঢ়াত যি গুৰুত্ব দিছিল পৰৱৰ্তী গুৰুসকলেও সেই পথকে অনুসৰণ কৰি এখন বৃহৎ ধৰ্মীয় সমাজ গঢ়ি তোলে। পৰৱৰ্তী গুৰুসকলে উজনি অসমত ঠায়ে ঠায়ে সত্ৰ স্থাপন কৰি ধৰ্ম প্ৰচাৰ কৰিবলৈ লয়। সত্ৰাধিকাৰসকলে এই ভিন্ ভিন্ জাতি জনজাতিৰ লোকসকলৰ মানসিকতা বিচক্ষণতাৰে অধ্যয়ন কৰি নীতি নিয়মৰ ক্ষেত্ৰত এৰা-ধৰা নীতি গ্ৰহণ কৰিছিল। ক্ৰমাগতভাৱে সম্প্ৰদায়টোৰ শিষ্য-সংখ্যা বৃদ্ধিৰ লগে লগে সত্ৰৰ ধন-বল আৰু জন-বল বৃদ্ধি পোৱাত আহোম ৰজাৰ প্ৰতিদ্বন্দ্বী স্বৰূপ হৈ পৰে আৰু এসময়ত বিভিন্ন কাৰণত অসন্তুষ্ট হৈ প্ৰবল পৰাক্ৰমী আহোম ৰজাৰ সিংহাসনো কপাঁই তোলে।

সমাজৰ ৰক্ষণশীলতা আৰু স্থিতাবস্থাৰ বিপৰীতে যুঁজ দিয়া অনিৰুদ্ধদেৱ কেৱল এজন ধৰ্ম প্ৰচাৰকেই নাছিল। তেখেত আছিল এজন সমাজ সংস্কাৰক আৰু সমাজ সংগঠক। শঙ্কৰদেৱৰ সমাজৰ তথাকথিত উচ্চ নীচ জাতিৰ সকলোকে সামৰি এখন বৰ্ণ-বৈষম্যহীন সমাজ গঢ়াৰ যি সপোন আছিল সেই সপোন প্ৰকৃতাৰ্থত অনিৰুদ্ধদেৱেই বাস্তৱত পৰিণত কৰিছিল। ☐

# ভক্তি সাৰোদ্ধাৰ ঃ 'ভক্তি-ৰত্নাৱলী'

**অনুবাদ ঃ শ্ৰীমন্ত মাধৱদেৱ**

পুৰণি অসমীয়া সাহিত্যৰ নৱ-বৈষ্ণৱ আন্দোলন তথা শঙ্কৰী যুগক নৱন্যাসিক স্বৰ্ণযুগ বুলি আখ্যা দিয়া হয়। মহাপুৰুষ শংকৰদেৱৰ ঐশ্বৰিক প্ৰতিভাই এই যুগৰ একশৰণ ভক্তি ধৰ্মৰ স্বৰ্ণ-মণিকূট চিৰযুগমীয়া ভেটিত প্ৰতিষ্ঠিত কৰে। ভক্তি ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰৰ উদ্দেশ্যে গুৰুজনাই পুৰণি সংস্কৃতিৰ ভেটি চিকুণাই নব্য সংস্কৃতিৰ বৰখুটা লগায়। অন্ধকাৰ যুগত সৰ্বসাধাৰণ মানৱৰ বাবে দুষ্প্ৰাপ্য তথা নিষিদ্ধ আপুৰুগীয়া বেদ, মহাকাব্য, পুৰাণ আদি শাস্ত্ৰসমূহ শংকৰদেৱৰ ভক্তি— আন্দোলনৰ পয়োভৰ কালত প্ৰধান প্ৰধান শঙ্খ-বাদ্য ৰূপে নিনাদিত হয়। শাস্ত্ৰসমূহ হৈ পৰে সৰ্বসাধাৰণৰ ভকত-বৈষ্ণৱৰ হৃদয়ৰ বস্তু; সেৱাৰ বস্তু। সংস্কৃত ভাষাত লিখিত শাস্ত্ৰসমূহ অশিক্ষিত, অল্পশিক্ষিত মানৱৰ বাবে অধ্যয়ন কৰা অসম্ভৱ কথা। এই মধ্যযুগীয়া প্ৰাচীৰ ভাঙিবৰ বাবে শংকৰদেৱে সংস্কৃত শাস্ত্ৰ সাগৰ মন্থন কৰি ঘাইকৈ 'কীৰ্তন' আৰু 'দশম'ক অমৃতৰূপে অসমীয়া সমাজক প্ৰদান কৰিলে। এই দুখন শাস্ত্ৰই শ্ৰৱণ-কীৰ্তন মুখ্য হৰি-ভক্তি সেৱাৰে সমাজ বিধৌত কৰিলে। লগে লগে সুবৃহৎ শ্ৰীমদ্‌ভাগৱত গ্ৰন্থখনি স্কন্ধ স্কন্ধকৈ গুৰুজনাৰ পৰম আৰ্হিৰে সহজ-সৰল-সৰস অসমীয়া ভাষালৈ অনূদিত হ'ল। গুৰুজনাৰ একান্ত সেৱক ভাগৱত-ভট্টাচাৰ্য অনন্ত কন্দলি, গোপালচৰণ দ্বিজ আদি কবিসকলে এই অনুবাদ কাৰ্যত অভূতপূৰ্ব বৰঙণি যোগালে। এই বৃহৎ প্ৰয়াসৰপৰা গুৰুজনাৰ পৰম শিষ্য মাধৱদেৱ আঁতৰি থাকিল। সুবৃহৎ ভাগৱতৰ এটি স্কন্ধও মাধৱদেৱে অনুবাদ নকৰিলে কিয়, এই প্ৰশ্ন সুধী সমাজত স্বাভাৱিকতে উঠে। সংস্কৃত শাস্ত্ৰত অগাধ পণ্ডিত আৰু মৌলিক কাব্য ৰচনাত সিদ্ধহস্ত। (নামঘোষা, ৰাজসূয় আদি গ্ৰন্থ) মাধৱদেৱে সুবৃহৎ ভাগৱতৰ অনুবাদত হাত নিদিলে; নতুবা গুৰুৰ দ্বাৰা এই কাৰ্যত মাধৱদেৱ নিয়োজিত নহ'ল। স্বাভাৱিক প্ৰশ্নৰ উত্তৰো স্বাভাৱিকতে পোৱা যায়।

ওপৰত উল্লেখ কৰা সংশয় ছেদ কৰিবৰ বাবে মাধৱদেৱে এনে এটি অনুবাদ কৰ্ম কৰিলে যাৰ তুলনা নাই। ভক্তি ধৰ্ম প্ৰচাৰত অহোপুৰুষাৰ্থ কৰি

জীৱন উৎসর্গ কৰা মাধৱদেৱে ত্রিহুতীয়া সন্ন্যাসী প্রবৰ বিষ্ণুপুৰী বিৰচিত সংস্কৃত ভক্তি কাব্য 'ভক্তি-ৰত্নাৱলী' অতি সহজ-সৰল শব্দ প্রয়োগ কৰি অসমীয়া কাব্য ৰূপত অনুবাদ কৰিলে। মৌ-বিচনী চেপি মৌ-জোল বাহিৰ কৰাৰ দৰে, সুবৃহৎ ভাগৱত অনুবাদ কর্মৰ সলনি ভাগৱতৰ 'সাৰ' প্রচাৰতহে মাধৱদেৱে অধিক গুৰুত্ব প্রদান কৰিলে। সেয়েহে তেওঁ অৱনতশিৰে গাইছিল—

কৃষ্ণ পাদপদ্ম দুই হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে শিৰোগত কৰি।।
ভক্তি-ৰত্নাৱলী গ্রন্থ ভাগৱত সাৰ।
মূৰুখ মাধৱে পদ কৰিলা প্রচাৰ। ৪

......................

জানি শুনা আন যত ত্যজিয়া চাতুৰী।
আছিলন্ত সন্ন্যাসী নামত বিষ্ণুপুৰী।।
পৰম মহন্ত মহাজন মাজে সাৰ।
তেন্তে কৰিলন্ত ভাগৱত সাৰোদ্ধাৰ।।
মতি অনুসাৰে পদ নিবন্ধিবো আৰ।
কৃষ্ণৰ প্রসাদে হৌক লোকত প্রচাৰ।। ৯

সুবৃহৎ ভাগৱতৰ অলেখ আখ্যান-উপাখ্যানৰ মাজৰপৰা ভক্তি ৰত্নসমূহ বুটলি আনি থুপাই থোৱাৰ অভিপ্রায় বিষ্ণুপুৰীয়ে সদৰী কৰিছে। বৃহৎ ভাগৱত গ্রন্থ পঢ়িবৰ-শুনিবৰ উপলব্ধি কৰিবৰ সাধ্য সর্বসাধৰণ বিষয়ীৰ নাই। মৌ পুহি মৌ-বিচনী পাৰি কষ্ট কৰি মৌ-জোল পান কৰাৰ প্রয়াস সহজসাধ্য নহয়। গতিকে, সকলো প্রয়াসৰ সাৰ ভক্তিৰস সহজে প্রদান কৰিব পৰাতে ভক্তি-ধর্ম প্রচাৰৰ সার্থকতা। যি উদ্দেশ্য লৈ বিষ্ণুপুৰীয়ে মূল শাস্ত্র ৰচনা কৰিলে, সেই একে উদ্দেশ্যকে লৈ মাধৱদেৱে শাস্ত্রখনি মাতৃভাষালৈ অনুবাদ কৰা উদ্দেশ্য ব্যক্ত কৰি লিখিছে ঃ

ভাগৱতে আছে হেন বুলিবা বচন।
তোমাৰ কৃতত যত্ন কিবা প্রয়োজন।। ২২
ইহাৰ উত্তৰ সাৱধানে শুনিয়োক।
পৰম বিষয়ী কর্ম-জড় যত লোক।।
লাগিবে আলাস বহু কথা শুনি তাৰ।
এত কথা শুনিতে শকতি আছে কাৰ।। ২৩
নাহিকে আলাস যাৰ শ্রদ্ধা শুনিবাক।
লাগে তাৰো অৱশ্যে কুটুম্ব পুষিবাক।।

নাপাই অৱসৰ ভাগৱত নুশুনিব।
মোৰ ইটো কৃতত তাহাৰ শ্ৰদ্ধা হৈব।। ২৪
কৰিলো সংগ্ৰহ মই তাকে লক্ষ্য কৰি।
না না প্ৰকৰণ হন্তে শ্লোকক উদ্ধাৰি।।
বিচাৰিয়া যত সাৰ পাইলো বাৰস্কন্ধে।
এক বাক্য কৰি আনি লিখিলো প্ৰবন্ধে।২৫

'ভক্তি-ৰত্নাৱলী' ভক্তিকাব্যখনি ভক্তিৰ মহত্ত্ব আৰু প্ৰকাৰ অনুযায়ী কেইটিমান 'বিৰচন' নাইবা অধ্যায়ত ক্ৰম-অনুসৰি ৰচনা কৰা হৈছে। প্ৰথমঃ ভক্তি বিৰচনত ভক্তি-ধৰ্মৰ শ্ৰেষ্ঠত্ব নিৰূপণ কৰা হৈছে—

যতেক স্বধৰ্ম্ম হৰিভক্তিৰ কিঙ্কৰ।
ভকতিৰ মুখ চাই থাকে নিৰন্তৰ।।
সমস্ত ধৰ্ম্মৰ ভকতিসে মুখ্য ফল।
ভকতি নভৈলে ধৰ্ম্ম সকলে বিফল।।
তাকেসে পৰম ধৰ্ম্ম বুলিয় নিশ্চয়।
যাত হন্তে মাধৱত ভকতি মিলয়।।
গুচে সবে কামনা প্ৰসন্ন হৱে চিত্ত।
ৰজ তম গুচি শুদ্ধ সত্ত্বে হৱে স্থিত।। ২৮

এই বিৰচনত ভাগৱতৰ বিভিন্ন কাহিনীৰ উল্লেখ কৰি ভগৱৎ ভক্তিৰ স্বৰূপ নিৰ্ণয় কৰা হৈছে। ভাগৱতী ভকতি নিষ্কাম ভক্তি ঃ ভক্তি দৃষ্টিত সমস্ত ভকতত ঈশ্বৰ কৃষ্ণ বিৰাজমান। সেয়ে তদনুৰূপ সেৱা, আচাৰ-ব্যৱহাৰ ঃ

নকৰে কামনা ভকতিক ত্যজি আন।
তাকে বুলি ভাগৱতী ভকতি প্ৰধান।। ৪৮
কৰ্ণে শুনে কৃষ্ণ কথা মুখে বোলে ৰাম।
মনে পাদ-পদ্ম স্মৰে হস্তে কৰে কাম।।
কৃষ্ণৰ প্ৰতিমা দেখে চক্ষুয়ে ভক্তক।
বিষ্ণু বুদ্ধি কৰি শিৰে নমে সমস্তক।। ৪৯

বিষয়-আসক্ত মানৱে ইন্দ্ৰিয়ৰ সুখত সদায় লাগি থাকে। ভাৰ্যা-পুত্ৰ-ধনৰ আক্ৰোশত এইসকল মজি থাকে; "চোবোৱাকে চোবাই ফুৰে ঘোৰ সংসাৰত।" পৰম জ্ঞানৰ অবিহনে এইসকলে সংসাৰবন্ধনৰ পৰা মুক্তি লাভ কৰিব নোৱাৰে। পৰম কৃষ্ণক জনাই হ'ল পৰম জ্ঞান আৰু তাৰ বাবে যি আগ্ৰহ সিয়ে পৰম প্ৰয়াস আৰু এই চৈতন্য কৃষ্ণৰ সেৱাই পৰম ভক্তি। তাৰ বাবে পৰম গুৰুৰ প্ৰয়োজন। তথাকথিত বিষয়ী গুৰুৰ দ্বাৰা চৈতন্য কৃষ্ণৰ সেৱা ভক্তি লাভ সম্ভৱ নহয়। পৰম

গুৰুৰ উপদেশ আৰু শৰণৰ মাজেদি ভক্তই ভগৱন্ত-বস্তুক 'কণ্ঠলগ্ন' বস্তুৰ দৰে অনায়াসে লাভ কৰে :

আপোনাৰ নিজ সখা আত্মা ভগৱন্ত।
সবাৰো হিয়াতে হৰি স্বভাৱে আছন্ত।।
আন স্থানে বিচাৰিবে নলাগে কৃষ্ণক।
ভজিয়োক মাত্র ত্যজি আন বিষয়ক।। ১৩৯
মনুষ্য হৈবাৰ এহি মানে মাত্র ফল।
পশু শৰীৰতো পাই বিষয় সকল।।
হেন বিষয়ত কৰে মনুষ্য হৰিষ।
পশুএৰে তেবে কিবা ভৈল বিসদৃশ।। ৪০

সংসাৰত মানৱৰ অৱস্থিতি জাগতিক অৰ্থত অতি ক্ষণস্থায়ী। "মনুষ্যৰ আয়ু ক্ষণভঙ্গুৰ সদায়।" মানৱৰ "বিষয় আশা পৰম নিষ্ফল।" পুত্ৰ, দাৰা, ধন, জন "এই আছে এই নাই" :

একে নিমিষতে সবে হৈব এড়া এড়ি।
অসাৰ সংসাৰ যেন টাটেকৰ খেড়ি।

এই সংসাৰৰ ক্লেশ-যাতনাৰ পৰা নিষ্কৃতি পাবলৈ মানৱে নানান তপ, জপ, যজ্ঞ, তীৰ্থ, ব্ৰত, শৌচাচাৰ আদি কৰে। এই সমস্ত প্ৰয়াসৰ মাজেদি স্বৰ্গসুখ কামনা কৰে। এই প্ৰয়াস সমস্তত নৰ মাত্ৰৰে সম অধিকাৰো নাই। ইয়াত আছে বৰ্ণাশ্ৰম আৰু নিয়ম-নীতিৰ কটকটীয়া বন্ধন। তপ, জপ, যজ্ঞ, তীৰ্থ আদি সৰ্বসাধাৰণ বিষয়ী মানৱৰ বাদে দুষ্কৰ। তদুপৰি, এইবিলাকৰ মাজেদি পৰম জ্ঞান আৰু মোক্ষ লাভ অসম্ভৱ। কাৰোবাৰ ভাগ্যত স্বৰ্গপ্ৰাপ্তি হ'লেও পুণ্যক্ষয় হোৱাৰ লগে লগে তেওঁ স্বৰ্গভ্ৰষ্ট হৈ পুনঃ নৰকত পতিত হয়। এনেকৈ, সংসাৰ চক্ৰত জীৱবোৰ ভ্ৰমি থাকে। যি ধৰ্মত মানৱৰ আত্মজ্ঞান লাভ হয়; চৈতন্য স্বৰূপ হৃদিস্থিত হয় : যি ধৰ্মত বৰ্ণাশ্ৰম ধৰ্মৰ প্ৰাচীৰ নাই; সমস্ত নৰৰ সম অধিকাৰ, যি ধৰ্মত বিষয়ী মানৱৰ অল্প আয়াসতে পৰম জ্ঞান আৰু ঈশ্বৰ-কৃষ্ণ প্ৰাপ্তি হয়, সেয়ে পৰম ধৰ্ম : ভক্তি ধৰ্ম :

দেৱ দ্বিজ ঋষি তপ জপ যজ্ঞ দান।
যত শৌচাচাৰ তীৰ্থ ব্ৰত মহা জ্ঞান।।
ইটো সবে বিড়ম্বন জানা নিষ্ঠ কৰি।
কেৱলে ভক্তিতে মাত্ৰ তুষ্ট হোন্ত হৰি।। ১৪৬
এতেকে ভক্তিত সমস্তৰে অধিকাৰ।
নাহি বৰ্ণাশ্ৰম অতি নিয়ম বিচাৰ।।

এই ভক্তি-ধৰ্মত গুৰুৰ স্থান অতি ওপৰত। গুৰু আৰু ঈশ্বৰৰ মাজত ভক্তি-দৃষ্টিত প্ৰভেদ নাই। পৰম গুৰুৰ যোগেদি কৃষ্ণ দেৱত শৰণ গ্ৰহণ কৰি হৰি গুণৰ শ্ৰৱণ-কীৰ্তন কৰিলেই কৃষ্ণৰ কৃপা আৰু পৰম প্ৰসাদ লাভ হয়; সংসাৰী মানৱে অপ্ৰসায়ে দুস্তৰ মায়া তৰিব পাৰে; আৰু 'বিঘ্নিৰ মুণ্ডত ভৰি দিয়া ফুৰে সুখে" ঃ

গুৰুক ঈশ্বৰ আত্মা বুলি মানি মনে।
কৰিব ভকতি এক কৃষ্ণৰ চৰণে।।
এতেকে কৃষ্ণৰ কৃপা মিলিবেক তাক।
অনায়াসে তৰিবেক দুস্তৰ মায়াক।। ১৩৯
ভকতৰ হন্ত হৰি সহায় আপুনি।
নপায়ে ভক্তক আসি একোৱে বিঘিনি।।

....................

ভকতিৰ অৰ্থে আন নালাগে সাধন।
কৰা সুখে হৰি গুণ শ্ৰৱণ কীৰ্তন।।
এতেকে কৃষ্ণৰ পাইবা পৰম প্ৰসাদ।
তৰিবা সংসাৰ একো নপাইবা প্ৰমাদ।। ২০১

কলিকালত বিষয়ী মানৱ সংসাৰ অন্ধকূপত পৰি আছে; কালৰূপী ভূজঙ্গৰ দংশনত মানৱৰ হাঁহাঁকাৰ; বিষয়ৰ বিষত মানৱ জৰ্জৰিত; জ্ঞান-স্মৃতি বিহীন অচেতন আৰু মৃতপ্ৰায়। দ্বাপৰ-তেত্ৰাৰ ধৰ্মৰ-কৰ্মৰ বাবে প্ৰয়োজনীয় সাত্ত্বিকতাও নিঃশেষ হ'ল। ভক্তি-ধৰ্ম বিনে মানৱৰ কল্যাণ অসম্ভৱ ঃ

"ঘোৰ কলিযুগ আত পাপেসে প্ৰচুৰ।
যত ধৰ্ম্ম কৰ্ম্ম মানে সবে ভৈল দূৰ।। ২০৭

....................

দুৰ্ঘোৰ সংসাৰ ইটো অন্ধকূপময়।
পৰি আছে আতে কাল-ভূজঙ্গে দংশয়।। ২০৮
বিষয় বিষত অতি ভৈল অচেতন।
নাহি জ্ঞান স্মৃতি যেন মৃতক লক্ষণ।।
হেনয় প্ৰাণীক কৃষ্ণদেৱ বিনে আন।
কোনে আসি কলিত কৰিবে পৰিত্ৰাণ।। ২০৯

দ্বিতীয় সৎসংগ বিৰচনত সাধু সঙ্গৰ মহিমা স্পষ্ট কৰি দিয়া হৈছে। ভক্তি পন্থত সাধু সঙ্গ অনুসৰণ কৰিব লাগে; তেহে ভকতি সিজে। অসাধুৰ সঙ্গ

পৰিত্যাগ কৰিব নোৱাৰিলে সাধু সঙ্গৰ প্ৰতি শ্ৰদ্ধা স্বাভাৱিক হ'ব নোৱাৰে। সাধু কোনজন আৰু অসাধু কোনজন; সাধুসঙ্গ লাভৰ ফল আৰু অসাধু সঙ্গৰ কুফল সমস্ত স্পষ্ট কৰি দিয়া হৈছে। পৃথিৱীৰ সমস্ত ধৰ্ম-কৰ্মৰ বাবে অনুকৰণীয় সৎসঙ্গ প্ৰসঙ্গ 'ৰত্নাৱলী' পুথিৰ অতি তাৎপৰ্যপূৰ্ণ অধ্যায়। সাধুৰ সংজ্ঞা দি কোৱা হৈছে: *

(১) সন্তৰ হিয়াত হৰি সদা প্ৰবৰ্ত্তন্ত।
এতেকে গঙ্গাত কৰি গৰিষ্ঠ মহন্ত।।

(২) কৃষ্ণৰ সেৱক সব পৰম নিৰ্ম্মল।
জগত পৱিত্ৰ কৰে তাহাৰা সকল।।

(৩) তাহাৰা সবৰ (মহন্তৰ) কহোঁ লক্ষণ বিদিত।
সবাৰো সুহৃদ মহা কাৰুণিক চিত্ত।।
ক্ষমাশীল শান্ত সাধু সুশীল ভূষণ।
তাসম্বাৰ শত্ৰু কৈতো নাহি উতপন।।
নিষ্কামে ভকতি মোক কৰন্ত একান্তে।
মোক ত্যজি নভজন্ত আনক প্ৰাণান্তে।।
সুহৃদ বান্ধৱ ধন জন কৰ্ম্ম যত।
মোৰ প্ৰীতি অৰ্থে সবে ত্যজন্ত সমস্ত।। ৩২৪
মোৰ সুনিৰ্ম্মল কথা কহন্ত শুনন্ত।
মোত বিনে চিত্ত আৰ আনত নেদন্ত।।

(৪) থাকন্ত যথাত তযু একান্ত ভকত।
তোমাৰ নিৰ্ম্মল কথা তৈতেসে বেকত।।

অসাধুৰ সঙ্গত বিষয়-তৃষ্ণা বৃদ্ধি হয়; মন পাপ কৰ্মত অধিক তৎপৰ হয়। গতিকে সাৰ্থক মনুষ্য জন্ম সাধু সঙ্গতহে সম্ভৱ :

অসাধুৰ সঙ্গৰ সুদৃঢ় পাশ-জৰি।
বান্ধয় জীৱক অতি জৰপূৰ কৰি।।
এতেকেসে জ্ঞানীগণে কৰিয়া বিচাৰ।
এড়িয়া দুঃসঙ্গ সাধু সঙ্গ কৰে সাৰ।। ৩২১

এই অসাধুৰ সঙ্গ পৰিত্যাগ; সাধু সঙ্গ সযতনে গ্ৰহণ—ভক্তি ধৰ্মৰ 'সাৰ' কথা :

(১) সাধু সঙ্গ বিনে নাহি সংসাৰে নিস্তাৰ।
ভাগৱত শাস্ত্ৰে জানা এহিমানে সাৰ।। ৩৫৫

(২) সাধু সঙ্গ বিনে সদ্যে নোপজে ভকতি।
এইমানে তাত্পৰ্য্য দেখাইলো সম্প্ৰতি।। ৪০৮

দুঃসঙ্গত সত্য, শৌচ, দয়া, মৌন, বুদ্ধি, লজ্জা, শ্ৰী, যশ, ক্ষমা আদি মানৱসুলভ গুণসমূহ বিনষ্ট হয়। অসাধুবিলাক সদায় অহঙ্কাৰী, ক্ৰোধচিত্ত, স্ত্ৰী-পৰাধীন, আত্মাজ্ঞানশূন্য আৰু পাপমতি। এই অসাধুসকলৰ আশ্ৰয়ত মানৱ পশুতুল্য হয়। আনহাতে, সাধুসঙ্গই 'ত্ৰিতয় কাৰ্য' সাধন কৰে ঃ "গুছে কৰ্ম্ম-জড়, অজ্ঞান আন্ধাৰ আৰৰ সংসাৰ ভয়।"

**তৃতীয় ঃ ভক্তি বিশেষণ বিৰচনত** কৃষ্ণ-ভক্তিসমূহৰ ভিতৰত "প্ৰধান নৱ বিধ অতিশয়" বুলি কোৱা হৈছে ঃ

শ্ৰৱণ, কীৰ্ত্তন, পদসেৱন, স্মৰণ।
অৰ্চ্চন, বন্দন, দাস্য, দেহ-নিবেদন।। ৪৪৮
সখিত্ব সহিতে নৱ বিধ এহিমান।।

**চতুৰ্থ ঃ শ্ৰৱণ বিৰচনত** শ্ৰৱণ-ভক্তি মাহাত্ম্য ব্যক্ত কৰা হৈছে। নৱ বিধ ভকতিৰ ভিতৰতে শ্ৰৱণক 'আদি' অৰ্থাৎ 'প্ৰথম' বুলি আখ্যা দিয়া হৈছে ঃ

(১) পৰম চতুৰ মহা বিবেকী যি জন।
তাহাৰ কৰ্ত্তব্য মাত্ৰ কথাসে শ্ৰৱণ।। ৬৬৩

(২) শুনা সভাসদ সব যুগুতি বচন
হৰি-ভকতিৰ আদি জানিবা শ্ৰৱণ।।
মহন্তৰ মুখে কথা শুনে প্ৰথমত।
তেবেসে পুৰুষে পাৱে ভকতিৰ তত্ত্ব।। ৬৬৬
কথা শুনিলেসে গুচে মনৰ সংশয়।
কৃষ্ণৰ সেৱাত ৰতি তেবেসে বাঢ়য়।।"

**পঞ্চম ঃ কীৰ্ত্তন বিৰচনত** কীৰ্ত্তন-ভক্তিৰ মহিমা দাঙি ধৰা হৈছে। সকলো ভক্তিৰ ভিতৰত কীৰ্ত্তনক 'শ্ৰেষ্ঠ' বুলি আখ্যা দিয়া হৈছে ঃ

সংসাৰত যত ধৰ্ম্ম আছে শ্ৰেষ্ঠতৰ।
সমস্ততে কৰি শ্ৰেষ্ঠ কীৰ্ত্তন কৃষ্ণৰ।।

কৃষ্ণ-কীৰ্ত্তনে মানৱক জীৱন্তে মুকুত কৰে আৰু মোক্ষৰ সাধন সম্ভৱ কৰি তোলে। কৃষ্ণ নাম উচ্চাৰণ কৰিলে আজন্মৰ পাপ বিনাশ হয়। সংসাৰত এনে পাপ নাই যাক কৃষ্ণ-কীৰ্ত্তনে নিৰ্মূল কৰিব নোৱাৰে। এই নাম-কীৰ্ত্তনৰ বাবে একান্ত সাধনাৰ প্ৰয়োজন। অজামিলে নাৰায়ণ নাম উচ্চাৰণ কৰি যমদূতৰ হাতৰ পৰা উদ্ধাৰ পালে। কিন্তু, মৃত্যুমুখত পতিত অজামিলৰ নাম উচ্চাৰণ আকস্মিক ঘটনা নহয় ঃ ই তেওঁৰ পৰম প্ৰয়াসৰ ইঙ্গিত মাথোন। আজন্মৰ পুণ্যৰ বলতহে

যে অজামিলে নাৰায়ণ নাম উচ্চাৰণ কৰিব পাৰিছিল 'ৰত্নাৱলী'য়ে এই কথা স্পষ্ট কৰি দিছে ঃ

অনেক জনমে যিটো কৰি মহা শ্ৰম।
পুণ্যৰ সমূহ সাঞ্চি আছে মেৰু সম।।
নাম উচ্চাৰিতে পাৰে সিসি মহাজনে।
লৈয়ো আৰ সাক্ষী অজামিলৰ বচনে।।" ৮০৪

কৃষ্ণৰ কীৰ্ত্তন যিজনে ভক্তিভাৱে কৰে তেওঁৰ সমস্ত ভকতি সিদ্ধ হয় ঃ

শ্ৰদ্ধাভাৱে কৰে যিটো কীৰ্ত্তন সতত।
পৰম ভকতি তাৰ মিলয় কৃষ্ণত।।
জানিবা কীৰ্ত্তনপৰ ভৈল যিটো নৰ।
সমস্ত ভকতি সিদ্ধি ভৈল সিজনৰ।। ৮৭৬

ষষ্ঠ ঃ স্মৰণ বিৰচন ঃ সপ্তম ঃ পদ-সেৱন বিৰচন; অষ্টম ঃ অৰ্চ্চন বিৰচন; নৱম ঃ বন্দন বিৰচন; দশম ঃ দাস্য বিৰচন; একাদশ ঃ সখ্য বিৰচন; দ্বাদশ ঃ আত্ম-নিবেদন বিৰচনৰ যোগেদি মাধৱৰ নব বিধ ভকতিৰ পৰমাৰ্থ ব্যক্ত কৰা হৈছে। ত্ৰয়োদশ তথা সামৰণিৰ শৰণ বিৰচন 'ভক্তি-ৰত্নাৱলী'ৰ মূল বক্তব্য। কৃষ্ণৰ অভয় চৰণত কায়-বাক্য-মনে শৰণ নল'লে ভকতি কৰাৰ প্ৰশ্নই নুঠে। সেয়ে মহাপুৰুষীয়া ধৰ্মক 'এক শৰণ হৰিনাম ধৰ্ম' বুলি আখ্যা দিয়া হয়। শাস্ত্ৰৰ উত্তম গীতা আৰু ভাগৱতত কৃষ্ণত এক শৰণৰ কথা দৃঢ় কৰা হৈছে। তাকে 'ভক্তি-ৰত্নাৱলী'ত দোহৰা হৈছে ঃ

(১) গীতাত মাধৱে কহিলন্ত অৰ্জ্জুনত।
ত্যজিয়োক সখি ধৰ্ম্ম কৰ্ম্ম তীৰ্থ ব্ৰত।।
কেৱলে শৰণ মোত লৈয়ো ধনঞ্জয়।
ৰাখিবো সবাতে মই নকৰিবা ভয়।। ১১৮২
এহিমানে কহিলন্ত গীতাৰ শকতি।
জানি সাধুজন যাৰ আছয় সুমতি।।
লৈয়োক শৰণ এক চৰণে কৃষ্ণৰ।
এহিমানে তাৎপৰ্য্য সকলে শাস্ত্ৰৰ ।। ১১৮৩

(২) বৈকুণ্ঠৰ শাস্ত্ৰ কৃষ্ণ মুখৰ বচন।
আৰ কি তত্ত্বক পাৰে যেই সেই জন।। ১১৮৬
শুদ্ধ ভাৱে লৈল যিটো কৃষ্ণত শৰণ।
ভকতিৰ প্ৰসাদে নিৰ্ম্মল যাৰ মন।।

সি সি মহাজনে আৰ তত্ত্বক পাৰয়।
ভাগৱত পুৰাণৰ কহিলো নির্ণয়।। ১১৮৭

পর্যালোচনা ঃ 'ভক্তি-ৰত্নাৱলী' অনূদিত ভক্তি-কাব্য হ'লেও মহাপুৰুষ মাধৱদেৱৰ মৌলিক সৃজনী প্রতিভাৰ বলত অসমৰ মহাপুৰুষীয়া ভক্ত সম্প্রদায়ৰ মূল চাৰি পুথিৰ এখনি হিছাপে ভকত-বৈষ্ণৱৰ মন-মণিকূট উজ্জ্বলাই ৰাখিছে। কাব্যৰ ভাষা অতীৱ সহজ-সৰল আৰু ভক্তিপৰ হোৱা হেতুকে অসমৰ ভক্ত সমাজত 'ৰত্নাৱলী' এখনি অতি জনপ্রিয় গ্রন্থ। শিক্ষাৰ পোহৰ নোপোৱা ভক্তসকলে 'ৰত্নাৱলী'ৰ পৰা যেনেদৰে উদ্ধৃতি দি ভক্তি ধর্মৰ তত্ত্ব-ব্যাখ্যাত অংশ গ্রহণ কৰে, ভাবিলে আচৰিত হ'ব লাগে। এই দিশৰপৰা বিচাৰ কৰিলে 'ৰত্নাৱলী' এখনি সার্থক অনূদিত কাব্য আৰু ভক্তি-ধর্মত এইভাগি গ্রন্থৰ অৱদান যাউতিযুগীয়া। সুবৃহৎ ভাগৱত নপঢ়িও 'ৰত্নাৱলী'ৰ যোগেদি ভক্ত সমাজে ভাগৱত-ভকতিৰ পৰমার্থৰ সম্যক ধাৰণা কৰিব পাৰে।

'নামঘোষা'ত মাধৱদেৱে ব্যৱহাৰ কৰা ভাষা সংস্কৃতগন্ধী; কিন্তু 'ৰত্নাৱলী'ৰ ভাষা সর্বসাধাৰণৰ কথিত ভাষাৰ একেবাৰে ওচৰ চাপিছে। প্রবন্ধত উদ্ধৃতাংশৰ উপৰিও তলত কেইটিমান উদাহৰণ বিশেষভাৱে দাঙ্গি ধৰা হৈছে।

(১) সেৱাৰ আনন্দ সুখ মুকুতিত নাই।
মুকুতিৰ সুখ সুখে ভকতিতে পায়।।৫২

(২) নাহি ইন্দ্রিয়ৰ উপৰতি বিষয়ত।
চোবোৱাকে চোবাই ফুৰে৩২ ৩৩

পৰিৱৰ্তিত সমাজ জীৱনৰ পৰিপ্রেক্ষিতত শংকৰদেৱ ঘোৰ সংসাৰত।।

(৩) যেন বায়ু বস্ত্র পশ্চিমক লৈয়া যায়।
পূবক খেদিলে জানা সি কি বস্ত্র পায়।।

(৪) অন্ন বলি ধান এৰি তণ্ডুলক আশা কৰি
যেন মৰে বাহানি পতান।। (বাহানি- খুন্দি)

(৫) যেন খাৰ আমলে পখালে সুবর্ণক (আমলে-আমলখি)
নপাৰে গুচাইবে অভ্যন্তৰৰ মলক।।
খপন্তে খপন্তে বহ্নি ভৈল অন্তর্গত।
তেবে নিজ বর্ণ ধৰে গুচে মল যত।।

(৬) স্বামী সেৱা কৰে নাৰী সুখক আশায়।
কিন্তু মোৰ ভক্ত সব নিষ্কাম সদায়।।

(৭) সেহি মোৰ পৰৱা তাহাক অন্য ধৰি (পৰৱা-অধীন)

হাতে গলে ভৰিত চামৰ লগাই জৰী।।

(৮) যাহাৰ জিহ্বায়ে হৰি চৰিত্র নগাৱে।
বেঙ্গৰ সদৃশ তাক জানিবা স্বভাৱে।।

(৯) ৰোগী সবে ঔষধত লৱয় শৰণ।
ঔষধ সহিতে তাৰ দেখিয়ো মৰণ।।

(১০) কতো কথা স্পষ্ট হয় কতো কথা স্পষ্ট নয়
ইটো মোৰ বুদ্ধিৰেসে দোষ।।

(১১) যিসব কথাত মাধৱক নকহয়।
সিসব সকলে মিছা জানিবা নিশ্চয়।।
সেহিসে সকলে সত্য সেহিসে মঙ্গল।
সেহিসে পৰম পুণ্য সেহিসে কুশল।। ৬৯০
সেহি ৰম্য সেহিসে ৰুচিব নৱ নৱ।
সেহিসে বঢ়াৱে মহা মনৰ উৎসৱ।।
সেহি শোক সাগৰ পোৰয় মনুষ্যৰ।
সেহিসে ঐশ্বৰ্য্য আনি মিলাৱে কৃষ্ণৰ।।" ৬৯৯

শেষৰ উদ্ধৃত কাব্যাংশত সৰলীকৃত ভাষাৰ উপৰিও 'সেহিসে' শব্দটিৰ ন বাৰ প্ৰয়োগ মন কৰিবলগীয়া। মাধৱৰ কথাত গুৰুত্ব প্ৰদান কৰিবলৈকে একাধিকবাৰ শব্দটি ব্যৱহাৰ কৰিলেও এনে কাব্যসুলভতা আৰু প্ৰাণস্পৰ্শী আবেদন 'ৰত্নাৱলী'ৰ এক পৰম বৈশিষ্ট্য।

মাধৱদেৱৰ দাস্য ভক্তি-ভাৱ 'নামঘোষা'ৰ পাতে পাতে প্ৰকাশ পোৱাৰ দৰে 'ৰত্নাৱলী'তো ভণিতা-প্ৰসঙ্গত অ'ত ত'ত প্ৰকাশ পাইছে। ভক্তি-তত্ত্ব গ্ৰন্থ 'নামঘোষা'ত এই দাস্য ভাৱ একান্ত ভক্তিৰ ব্যক্তিগত স্তৰৰপৰা সৰ্বজনৰ সেৱাৰ স্তৰলৈ ৰূপান্তৰিত হৈছে। কিন্তু অনূদিত গ্ৰন্থ 'ৰত্নাৱলী'ত এই ভাৱ ব্যক্তিগত স্তৰতে সীমাবদ্ধ হৈ আছে। গ্ৰন্থখনি অনুবাদ কৰ্মত যে মাধৱদেৱে কিছু নিৰুৎসাহ পাইছিল এই কথা গ্ৰন্থৰ পাঠতে সদৰী হৈ আছে। সকলো বাধা বিঘিনি অতিক্ৰম কৰি ৰচনা কৰা ভক্তি-কাব্য 'ৰত্নাৱলী'য়ে মহাপুৰুষীয়া ভক্তি-ধৰ্ম-প্ৰচাৰ কাৰ্যত যে অশেষ বৰঙণি যোগালে তাত অকণো সন্দেহ নাই। ভণিতা-প্ৰসঙ্গত এই কথাও স্পষ্ট হৈছে যে গুৰুৰ আদেশানুযায়ী মাধৱদেৱে 'ৰত্নাৱলী' কাব্য ৰচনা কৰে ঃ

"শুনিয়োক সভাসদ সাধু মহাজন সব
বোলো মই কৰি কৃতাঞ্জলি।

মহা মূঢ়মতি হুয়া        বিৰচিলো পদবন্ধে
    মহাগ্ৰন্থ ভক্তি ৰত্নাৱলী।। ১২০১
ইহাত দূষণ দেখি        তুমি সব মহন্তৰ
    নুহি নিন্দা কৰিতে উচিত।
গ্ৰন্থ অৰ্থ যেন গূঢ়        মই যেন মতি মূঢ়
    ইটো আতি সবাতে বিদিত।।
গুৰু শিক্ষা অনুসৰি        কৃষ্ণৰ চৰণ ধৰি
    আপোনাৰ বুদ্ধি অনুসাৰে।
নিবন্ধিলো পদচয়        আত যেন দোষ হয়
    ক্ষমিবাক লাগয় সবাৰে।। ১২০২
কতো কথা স্পষ্ট হয়    কতো কথা স্পষ্ট নয়
    ইটো মোৰ বুদ্ধিৰেসে দোষ।
বোলোহো কাকুতি বাণী মোক মূৰ্খ হেন জানি
    নকৰিবা আত অসন্তোষ।।
কহো স্বৰূপত হিত        ইটো দিব্য কথামৃত
    শুনা শ্ৰদ্ধাভাবে প্ৰতি নিত।
ভাগৱত তত্ত্ব সাৰ        নাহি আত পৰে আৰ
    ভকতৰ ইসি নিজ বিত।। ১২০৩

মুঠতে, 'ভক্তি-ৰত্নাৱলী' এগছি অক্ষয় বন্তি; এক শৰণ হৰিনাম ধৰ্মৰ সেৱাৰ থলীত, ভকত-বৈষ্ণৱৰ হৃদয় মণিকূটত চিৰকাল পৰমাৰ্থৰ পোহৰ বিলাই থাকিব।

# বৌদ্ধ ধৰ্মৰ বিশ্বজনীনতা

বিনন্দ কুমাৰ গগৈ

যি ধৰ্মই সমগ্ৰ মানৱ জাতিক সাৱটি ল'ব পাৰে, যি ধৰ্মৰ দুৱাৰ সকলো মানুহৰ বাবে চিৰন্তন খোলা থাকে সেই ধৰ্মই সৰ্বজনীন বা বিশ্বজনীন ধৰ্ম। বৌদ্ধ ধৰ্ম এক বিশ্বজনীন ধৰ্ম। মানৱ সভ্যতাৰ ইতিহাসৰ প্ৰথম সংঘমূলক ধৰ্ম বৌদ্ধ ধৰ্ম। বুদ্ধৰ আবিৰ্ভাৱৰ আগতে পৃথিৱীৰ বিভিন্ন দেশত বহুতো ধৰ্মই জন্ম লৈছিল আৰু ঠায়ে ঠায়ে সক্ৰিয়ভাৱে বিৰাজমান হৈ আছিল। কিন্তু সেই ধৰ্মসমূহ বিশ্বজনীন হোৱাৰ বিপৰীতে কোনো ৰাষ্ট্ৰ, ৰাজ্য, অঞ্চল তথা জনগোষ্ঠী বা সমষ্টিৰ মাজতেই সীমিতভাৱে কেন্দ্ৰীভূত হৈ আছিল। কিন্তু বৌদ্ধ ধৰ্ম জগতত প্ৰথম প্ৰচাৰ-জড়িত মানৱ ধৰ্ম, যি উচ্চ আধ্যাত্মিক তত্ত্বত বিশ্বৰ সৃষ্টি-বৃদ্ধি-বিনাশৰ দৰ্শন-পুষ্ট বিশ্ব ধৰ্ম (Cosmic religion), আৰু জাগতিক বিষয়ত সৰ্ব মানৱ জগত-প্ৰাণীজগত-কেন্দ্ৰী এক সুন্দৰ মানৱ-ধৰ্ম। বুদ্ধৰ মূল চিন্তাধাৰা আছিল সৃষ্টিৰ আদিৰপৰা অন্তলৈকে। লক্ষ্য আছিল মানৱ জগতৰ উপৰিও বিশ্ব ব্ৰহ্মাণ্ডৰ সুক্ষ্ম-বৃহৎ সকলো প্ৰাণী আৰু অমৰত্ব প্ৰাপ্ত হোৱা স্বৰ্গৰ দেৱ-দেৱীৰ প্ৰতিও প্ৰেম আৰু কৰুণাৰে মঙ্গল সাধন কৰা। মহাজন বৌদ্ধ বিশ্লেষণ মতে বুদ্ধৰ এনে এক মহান সত্বা বা "অস্তিত্ব" যি পদ্ম-মহাপদ্ম ভাগত বিভক্ত হৈ ত্ৰিকায়া "মূৰ্তিৰূপে" সৰ্বজন কল্যাণাৰ্থে ব্ৰহ্মাণ্ডই ব্ৰহ্মাণ্ডই প্ৰৱেশ কৰি সকলো প্ৰাণীকেই অনন্ত কৰুণাৰে জাগৃত কৰে। আমাৰ জগতৰ বাবে অৱশ্যে বৌদ্ধ ধৰ্মৰ চমু তাৎপৰ্য ইমানেই যে বিশ্বৰ প্ৰতি মানৱ, নাৰী-পুৰুষে এই ধৰ্ম গ্ৰহণ কৰি বুদ্ধদেৱৰ অফুৰন্ত 'মেত্তাকৰুণা' আৰু আশীৰ্বাদৰ অংশীদাৰ হ'ব পাৰে।

বৰ্তমান কালত পৃথিৱী বিয়পি থকা ডাঙৰ বিশ্বধৰ্মকেইটা হ'ল বৌদ্ধ ধৰ্ম, ইছলাম আৰু খ্ৰীষ্টধৰ্ম। আন বহু সংখ্যক লোকৰ ধৰ্ম, যেনে—হিন্দু ধৰ্ম, কনফুচিয়ান বা চিন্টো ধৰ্ম জাতি বিশেষ বা ৰাষ্ট্ৰ বিশেষৰ ধৰ্ম বুলি পৰিগণিত। কিন্তু প্ৰথম অৱস্থাত খ্ৰীষ্টধৰ্ম আৰু ইছলাম ধৰ্মও বিশ্ব ধৰ্ম নাছিল। কিন্তু বৌদ্ধ ধৰ্ম আৰম্ভৰেপৰা মানৱ ধৰ্ম বা বিশ্বজনীন ধৰ্ম আছিল। এই বিষয়ত আৰ্নল্ড টইনবীৰ উক্তি উল্লেখনীয় :

"The Buddha, unlike Mohammed and Christ,
from the start, has been universalist"
"Buddhism was not only the most unhesitatingly
world-minded of the three missionary religions,
it was also the earliest of the three"

কাৰণ, পৰি-নিৰ্বানৰ আগে আগে বুদ্ধই তেওঁৰ শিষ্যসকলক সম্বোধন কৰি কৈছিল—

"তোমালোকে সকলো দেশলৈ যোৱা আৰু সত্যক প্ৰচাৰ কৰা,
সকলোকে গৈ কবা যে নিচলা বা অৱহেলিত জন,
কিম্বা ধনী বা উচ্চ জনৰ সকলোৱেই সত্যত নিঃশেষ হয়,
যিদৰে নদী সাগৰত বিলীন হয়"

এই আজ্ঞা শিৰোধাৰ্য কৰি বুদ্ধৰ অনুগামীসকলে যুগে যুগে বুদ্ধৰ বাণী পৃথিৱীৰ চুকে কোণে বিয়পালে আৰু আজিও কম-বেছি পৰিমাণে তেনে কৰি আছে। ফলস্বৰূপে বৌদ্ধ ধৰ্ম আজিকোপতি এক মহৎ সৰ্বজনীন বিশ্ব ধৰ্মৰূপে পৰিগণিত হৈ আছে।

বৌদ্ধ ধৰ্মৰ মানৱতা প্ৰেম বা বিশ্বজনীনতা ইমান গভীৰ যে এই ধৰ্মৰ আবিৰ্ভাৱৰ কেই শতিকাৰ ভিতৰতে বৌদ্ধ ধৰ্মই মাতৃভূমি ভাৰতকে ধৰি এচিয়াৰ প্ৰায়বোৰ দেশ অতিক্ৰমি ইউৰোপৰ পূব সীমা, ভূমধ্য সাগৰৰ দ্বীপ আৰু ইজিপ্ত পৰ্যন্ত বিয়পি গৈছিল। খ্ৰীঃ ৪ৰ্থ শতিকাত চীনদেশৰ ভিক্ষুৱে বেৰিং প্ৰণালী পাৰ কৰি এই ধৰ্মক আমেৰিকা মহাদেশলৈকে লৈ গৈছিল। এসময়ত কমেও পাঁচশৰপৰা এহেজাৰ বছৰ ধৰি ভাৰতবৰ্ষখন বৌদ্ধধৰ্ম ভিক্ষুৰ ৰঙেৰে "হালধীয়া" হৈ গৈছিল। পাছত নিজৰ দেশতেই এই ধৰ্ম ক্ৰমশ বিলোপ হ'ল। যদিও ভাৰতত থকা পৃথিৱীৰ এক ষষ্ঠাংশ লোকে ভাৰততে লালিত পালিত হোৱা নিজৰ ধৰ্মটোকে ত্যাগ কৰিলে, তথাপি নিজা বিশ্বজনীন গুণৰ বাবে পৃথিৱীৰ এক তৃতীয়াংশ লোকে বৌদ্ধ ধৰ্মক প্ৰায় ২৬০০ বছৰ সাৱটি ধৰি ৰাখিলে, এই কুৰি-একবিংশ শতিকা পৰ্যন্ত। এই ধৰ্ম এতিয়াও এচিয়াৰ দেশসমূহৰ সবল যোগসূত্ৰ। এই ধৰ্ম মহান দেশ চীন, জাপান, ম্যানমাৰ, ভিয়েটনাম থাইলেণ্ড, শ্ৰীলঙ্কা আৰু ৰাচিয়া আদি দেশত বিয়পি আছে। মুঠতে এই ধৰ্ম অতি কমেও ৩৬ খন দেশত আজিও সবলভাৱে বহু জাতি জনতাৰ ধৰ্মৰূপে বিস্তৰিত হৈ আছে। বুদ্ধ ধৰ্মৰ জনপ্ৰিয়তাৰ বিষয়ে বাহুল্য কৰিবৰ নিস্প্ৰয়োজন—যি জানে তেওঁ বুজে, যি বুজে তেওঁ জানে ; আৰু যি নাজানে জানিবলৈ যত্নপৰ হ'লে উপকৃত হ'ব।

বৌদ্ধ ধৰ্মৰ জনপ্ৰিয়তাৰ মূল কাৰণ হ'ল এই যে বুদ্ধই পৃথিৱীৰ সকলো মানুহকে এক আধ্যাত্মিক সূত্ৰেৰে মিলোৱাৰ ওপৰত গুৰুত্ব দিছিল। কাৰো প্ৰতি অতি বিশেষ মনোযোগ, কাৰো প্ৰতি অৱজ্ঞা এই ধৰ্মত নাই। দেশী-বিদেশী, জাতপাত, বৰ্ণ-বাদ, বৰ্গ-বিচাৰ, বগা-ক'লা, ধনী-দুখীয়াৰ শ্ৰেণী প্ৰথা বুদ্ধৰ চিন্তাৰ বাহিৰত। বুদ্ধৰ মতে সকলোজন লোকেই ভৱিষ্যতৰ একোজন বুদ্ধ, 'প্ৰত্যেক বুদ্ধ'। বুদ্ধই সকলোৰেই শিক্ষাগুৰু বুলি ক'লেও, বুদ্ধ-বোধিসত্ত্বাই সকলো পৰ্যায়তো সকলো মানুহক বন্ধুৰূপেহে গণ্য কৰিব বিচাৰে। অজ্ঞতাৰ আন্ধাৰত মানুহে বা প্ৰাণীজগতে বৰ কষ্ট সহে, দুখ পায়। ফলস্বৰূপে ক্ৰমবিকাশত ইটোৱে সিটোৱে আগপিছ হয়। কিন্তু বুদ্ধৰ মতে সকলোকে শাস্তিৰে নহয়, সকলোকেই উপদেশ, দয়া, কৰুণা, শিক্ষা আৰু পোহৰৰ প্ৰয়োজন। শেষত প্ৰতি সত্ত্বাই পোহৰ প্ৰাপ্তি হৈ উজ্জ্বল হ'ব, বুদ্ধ হ'ব, নিৰ্বাণ পাব। এনে শিক্ষাৰে অনুপ্ৰাণিত হোৱা এই ধৰ্মই জনপ্ৰিয় হৈ উঠা স্বাভাৱিক। জগতত অতি অৱহেলিত জনৰ বাবেও এই ধৰ্ম পৰম ধৰ্ম। ডাঃ আম্বেদকাৰে এই কথা বুজিছিল আৰু ১৯৫৪ চনত নাগপুৰৰ দীক্ষাভূমিত শৰণ লওঁতে কিদৰে অৱহেলিত নগাসকলে এই ধৰ্মক ভাৰতবৰ্ষত বহু জনপ্ৰিয় কৰিছিল সেই কথা উল্লেখ কৰিছিল। সত্যক নিভাঁজ ৰূপত প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত বুদ্ধ ধৰ্মৰ যুক্তি অকাট্য আৰু বিজ্ঞান-সন্মত। "হেতু" প্ৰভাৱিত এই ধৰ্মই মানুহক শুদ্ধপন্থা লৈ সজ কৰ্ম, অনুশাসন (পঞ্চশীল, দশশীল) আৰু অষ্ট মাৰ্গৰ আধাৰত মুক্তি পাবলৈ বিধান দিছে। আচলতে আনুগত্য ৰাখি ভগৱানক পূজা কৰাটো তুলনাক্ৰমে সহজ কথা, কিন্তু বুদ্ধৰ বাণী, যেনে সম্যক দৃষ্টিভংগীৰে সজকৰ্ম, সজচিন্তা, সজ উপাৰ্জন, সজ ধ্যান আদি কৰা সদায়েই সহজ নহয়। তথাপি জগতে বুজে বুদ্ধৰ বাণীৰ তাৎপৰ্য। কাৰণ বুদ্ধই প্ৰতিজনক দিছে "আশা" আৰু অনুপ্ৰেৰণা। পথভ্ৰষ্ট, নৰকগামী সকলকো বুদ্ধ বা বোধিসত্ত্বাসকলে দয়াপৰবশী হৈ উদ্ধাৰ কৰে ; কাৰণ প্ৰতিটো প্ৰাণী, প্ৰতিটো তৃণৰো মুক্তিৰ বাবে বোধিসত্ত্বাসকল দায়বদ্ধ। বৈজ্ঞানিক দৃষ্টিভংগীৰে চালে বুদ্ধ, পৃথিৱীৰ বহু বৈজ্ঞানিকৰ মতেই জগতত সৰ্বপ্ৰথম বৈজ্ঞানিকৰূপেও পৰিগণিত হৈছে। বুদ্ধই মানুহক সকলো কথা চালিজাৰি চাই বাচ-বিচাৰ কৰিহে গ্ৰহণ কৰিবলৈ কয়। সন্দেহ ভাব থাকিলে স্বয়ং বুদ্ধৰ বাণীকো গ্ৰহণ নকৰিবলৈ কয়। এনে শিক্ষা জগতত বিৰল। বুদ্ধৰ ৰীতি-নীতি সহজ। আজিৰ সমাজবাদ, গণতন্ত্ৰ, ৰাজতন্ত্ৰ আৰু কূটনীতিৰো বুদ্ধ আদৰ্শ স্বৰূপ। মুনিহ-তিৰোতা উভয়ে উচ্চ ধৰ্ম শিক্ষাৰ বাবে সমানে যোগ্য। বুদ্ধৰ আশ্ৰয় লোৱা প্ৰতিজনেই অনুশীলন মানি জীয়াই থাকোঁতে সুৰক্ষা, আশা-আকাংক্ষা পূৰণ আৰু মৃত্যুৰ পাছত নিৰ্বাণ আশা কৰিব

পাৰে। এই ধৰ্ম আৰু বুদ্ধৰ শক্তিও যে অপৰিসীম তাক বৌদ্ধধৰ্ম অৱলম্বী লোকে নুবুজা নহয়। তথাপি বুদ্ধক মানুহে পৰম শ্ৰদ্ধা ভক্তিহে কৰে, ভয় নকৰে। উদাহৰণস্বৰূপে থাইলেণ্ডত বহু লোকে মনে মনে দেওঁ, দেৱতা পূজা কৰে। তেওঁলোকে দেৱতাবোৰক বৰ ভয় কৰে, কাৰণ দেৱতাৰ দায়-দোষ সহজে লাগে। কিন্তু বুদ্ধই সাধাৰণতে কাৰো দোষ নধৰে। ক্ষমা কৰে, মানুহে বুদ্ধক ভাল পায়। বুদ্ধক আৰাধনা কৰি, বুদ্ধৰ আশীৰ্বাদ লৈ জগতত কোটি কোটি জনতাই নিজৰ সকলো জাগতিক সমস্যা সমাধানো নকৰা নহয়। শুনামতে, বুদ্ধৰ বৰদান, সহায় অসীম। বুদ্ধৰ সাৰ্বজনীনতা আকাশচুম্বী। পৃথিৱীত বুদ্ধিমান মানুহে যুগে যুগে লক্ষ লক্ষ ক্ষুদ্ৰ, বৃহৎ, আকাশচুম্বী বুদ্ধৰ মূৰ্তি, পেগোদাৰ, সৃষ্টি কৰিছে কিয় ভাবিলে আচৰিত হ'ব লাগে। এনে ধাৰণা ইমান বৃহৎ সংখ্যাৰ মূৰ্তি চিত্ৰপট বা মন্দিৰ কাৰুকাৰ্য, কোনো ধৰ্মতে কেতিয়াও সৃষ্টি হোৱা নাই। শান্তি-অহিংসাৰ প্ৰতীক আজি বুদ্ধ পৃথিৱীৰ সমগ্ৰ দেশতেই আদৰৰ। তেওঁৰ বৈজ্ঞানিক দৃষ্টিভঙ্গী বিজ্ঞজনৰ প্ৰশংসাপ্ৰাপ্ত। বুদ্ধৰ নীতি আৰু বাণী শিষ্য সাধাৰণজনৰ গ্ৰহণীয়। আধ্যাত্মিক জ্ঞানত বুদ্ধ জ্ঞানীৰো জ্ঞানৰ আধাৰ। তেওঁৰ 'অহিংসা পৰম ধৰ্ম' আজিৰ বিশ্বৰ জীৱন্ত আশা, কেৱল আশা। তেওঁৰ 'সত্যৰ আধাৰ' প্ৰতি চিন্তাশীল মানুহৰ গ্ৰহণযোগ্য আদৰ্শ। তেওঁৰ মূলমন্ত্ৰ "বহুজন হিতায়, বহুজন সুখায়" সৰ্বজনৰ কৰ্মৰ আধাৰ হওক। বুদ্ধধৰ্ম মানৱৰ আশা—এখন সুৰক্ষিত জগতৰ আশা। বুদ্ধৰ বিশ্বজনীনতা সনাতন, চিৰ বৰ্তমান, চিৰ প্ৰবাহমান। ▢

# ড° বাণীকান্ত কাকতিৰ শেষ লেখাখিনি

দেৱকান্ত কাকতি

মোৰ পিতাদেউ ড° বাণীকান্ত কাকতিয়ে ১৫ নৱেম্বৰ, ১৯৫২ চনৰ ৰাতিপুৱাৰ ৭ মান বজাত শেষ নিশ্বাস পেলাই ইহলীলা সম্বৰণ কৰে। তেখেতৰ মৃত্যু আমাৰ সকলোৰে বাবে তেনেই অপ্ৰাত্যাশিত আছিল। যদিও কিছুদিন ধৰি তেখেতৰ গা বৰ ভাল নাছিল, তথাপিয়ো দৈনন্দিন ফুৰা-চকা মৃত্যুৰ আগদিনালৈকে নিয়মিতভাৱে কৰিছিল।

মৃত্যুৰ আগদিনাখন, অৰ্থাৎ ১৪ নৱেম্বৰ তাৰিখে আবেলি ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত ফুৰিবলৈ গৈছিল। ফিৰি অহাৰ পাছত সন্ধ্যা লগাৰ আগে আগে দুয়ো ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ শৰণীয়া পাহাৰৰ ঘৰলৈ গৈছিল। ড° কাকতিয়ে ডাঃ বৰুৱা গোলাঘাটৰপৰা ফিৰি আহিলেনে নাই তাৰ খবৰ কৰিবলৈ গৈছিল। ডাঃ ভুৱনেশ্বৰ বৰুৱাই তেখেতৰ পৰিবাৰৰ ককায়েক গিৰীশচন্দ্ৰ বৰুৱাৰ অসুখ হোৱাত খবৰ ল'বলৈ গৈছিল। ড° কাকতিয়ে ডাঃ বৰুৱাক লগ নোপোৱাত মনটো বেয়া কৰিছিল বুলি পাছত আমাক ড° বিৰিঞ্চি বৰুৱাই কৈছিল। মৃত্যুৰ আগত বোধ কৰোঁ ড° কাকতিয়ে তেখেতৰ বন্ধুবৰ ডাঃ ভুৱনেশ্বৰ বৰুৱাক লগ পাবলৈ মনত প্ৰয়াস কৰিছিল। হয়তোবা ড° কাকতিয়ে নিজৰ গা-মনৰ কথা পাতিবলৈ আৰু ডাঃ বৰুৱাৰ দিহা-পৰামৰ্শ ল'বলৈ বুলিয়েই তেনেকৈ বৰুৱাৰ তালৈ গৈছিল।

১৩ তাৰিখে সন্ধিয়া ঘূৰি আহি তেখেতে নিজৰ পঢ়া কক্ষত সোমাই কিছুমান কথা নিজ হাতেৰে ইংৰাজীত লিখি তেখেতৰ পঢ়া মেজৰ ওপৰত থৈ দিছিল। এই অন্তিম লেখাখিনিকপৰা এইটো ঠাৱৰ কৰিব পাৰি যে ড° কাকতিয়ে তেখেতৰ আসন্ন মৃত্যুৰ যেন গম পাইছিল।

ইংৰাজীতে লিখা এইখিনি কাগজ-পত্ৰ ককাইদেউ গিৰীশ চন্দ্ৰ কাকতি আৰু মই গুৱাহাটী উচ্চ ন্যায়ালয়ৰ তেতিয়াৰ মুখ্য ন্যায়াধীশ শ্ৰীহলীৰাম ডেকাক দিছিলোঁ। ডেকা ডাঙৰীয়াই আমাৰ পিতাদেউৰ জীৱনী এখনি লিখিবৰ মনেৰে

অন্য কাগজ পত্ৰৰ লগতে এইখনো তেখেতৰ হাতত ৰাখিলে। ডেকা ডাঙৰীয়াৰ আমাৰ পিতাদেউৰ জীৱনী লিখা নহ'ল আৰু লগতে এই আপুৰুগীয়া কাগজ-পত্ৰখিনি হেৰাল।

সৌভাগ্যৰ কথা যে এই লেখনিৰ অসমীয়া ভাঙনিখিনি আমাৰ হাতত আছে। এই ভাঙনিখিনি তেতিয়াৰ দিনৰ শান্তিদূত বোলা সাদিনীয়া বাতৰি কাকতৰ ১৯৫২ চনৰ ১৫ ডিচেম্বৰৰ কাগজখনত প্ৰকাশ কৰিছিল। সেইখিনি ইয়াত দিয়া হ'ল।

দেৱী মায়াবিনী,
যাদুৰে বোৱাই দিয়া
অন্তৰেদি মোৰ
বিভ্ৰান্ত প্ৰতিকৃতিবোৰ
উজ্জ্বল সমদল কৰি
দ্ৰুতবেগে আগবাঢ়ি য'ক
সেই উদাস, পুঞ্জীভূত প্ৰতিকৃতি ৰাশি।

যিমান পাৰি সিমান আগবাঢ়ি গৈ থাকা— এয়েই ঈশ্বৰৰ বাণী। প্ৰিয়বন্ধু, পত্নী অথবা প্ৰিয়জনৰ বিয়োগ বিশেষ একো ঘটনা নহয়, কিন্তু এই বিয়োগৰ বেদনাই পিছলৈ পথ প্ৰদৰ্শক প্ৰতিভা প্ৰকাশৰ ভূমিকা লয়।

আমাৰ ইচ্ছাতকৈ উচ্চতৰ শক্তিয়ে ঘটনা নিয়ন্ত্ৰণ কৰে।

বিশ্বাস কৰা আৰু ভাল পাবলৈ শিকা; বন্ধুসকল, ভাল পোৱাত বিশ্বাস কৰিলে যাতনাৰপৰাও আমি মুক্তি পাম। ঈশ্বৰ আছে।

মোৰ নিজৰ ইচ্ছাৰ উপৰি কাৰ্যৰ কাৰণৰ উচ্চতম শক্তি আছে বুলি ভাবিবলৈ মই প্ৰত্যেক মুহূৰ্তেই বাধ্য।

প্ৰত্যেক মানুহেই ঈশ্বৰত বিশ্বাস কৰা উচিত। কোনো নাম, ঠাই বা ব্যক্তিৰ ওচৰত বিশ্বাস স্থাপন কৰাটো অযুগুত।

আমাৰ অকৃতকাৰ্যতাত আৰু দোষ কৰোৱাৰ গৰাকীও ঈশ্বৰেই আমাৰ অস্তিত্বৰ মধ্য অঞ্চল হৈছে সমমণ্ডল। উকা জ্যামিতি আৰু নিষ্প্ৰাণ বিজ্ঞানৰ সেৰেঙা আৰু চেঁচা ভূভাগলৈ আমি আৰোহণ কৰিব পাৰোঁ নাইবা অনুভূতিৰ নিম্নভূমিলৈ নামি যাবও পাৰোঁ। এই দুই চূড়ান্তৰ মাজতে আছে জীৱনৰ, ভাবনাৰ, ধাৰণাৰ কবিতাৰ এডাল বিষুৱ ৰেখা—এটি ঠেক পৰিবেষ্টনী। এই মাজৰ বাটটোত সকলো সজ কথাকে পোৱা যায়।

আমি সমতলৰ মাজতে বৈ আছোঁ। ইয়াৰ ওপৰত ভালকৈ চলিব পৰাটোৱেই আচল কথা।

ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ শিকা। সত্যইহে মানুহক সম্ভ্ৰান্ত আৰু মহৎ কৰে।

ঈশ্বৰলৈ আন্তৰিকতাৰে উদ্দেশ্য কৰা বস্তু তেওঁক লাগিবই।

বিচাৰ শক্তিৰদ্বাৰা ভাগ্যক অৱহেলা কৰে। মানুহে চিন্তা কৰিবপৰালৈকে তেওঁলোক মুকলিমুৰীয়া।

জীৱনৰ গতিপথ অতি আচৰিত ধৰণৰ। অপৰিগ্ৰহৰ দ্বাৰা ইয়াক বুজিব পাৰি।

সংস্কৃতি মানুহৰ বিশিষ্ট চিন্তাধাৰাৰ অৱদান। ইয়াৰ দ্বাৰা মানুহে যেইকোনো বিজ্ঞজনৰ উৰ্বৰ উক্তি প্ৰশমিত কৰিব পাৰে।

মানুহৰ সংস্পৰ্শ কৰি থকা শ্ৰেষ্ঠ ভাব কিছুমানৰ ইঙ্গিতেই হৈছে সংস্কৃতি। এই সংস্কৃতিৰ জৰিয়তে মানুহে তেওঁৰ সমতা ভঙ্গকাৰী আৰু নিজৰ বিসৰ্জনকাৰী যিকোনো প্ৰতিপত্তিশীল প্ৰভাৱৰ বিভীষিকা শাম কটাব পাৰে।

ড° কাকতি এই অন্তিম লেখাখিনি অত্যন্ত তাৎপৰ্যপূৰ্ণ। এই লিখাখিনিত যিবোৰ কথা সন্নিবিষ্ট হৈছে তাৰপৰা ড° কাকতিৰ ব্যক্তিত্ব, তেখেতৰ জীৱনদৰ্শন আৰু ঈশ্বৰ ভক্তিৰ সম্যক জ্ঞান পোৱা যায়।

আমি জনাত ড° কাকতিৰ শেষ লেখাখিনি ঠিক মতে প্ৰকাশ নোহোৱাত সেইখিনিৰ ওপৰত তেনে আলোচনা-বিলোচনা হোৱা নাই। সেয়েহে এই স্মৃতিগ্ৰন্থৰ যোগেৰে ড° কাকতিৰ অন্তিম লেখাখিনি প্ৰকাশ কৰা হ'ল। আশা কৰিছো পণ্ডিতসকলে এইখিনিক যথাযোগ্য স্থান দিব আৰু ড° কাকতিৰ মানুহজনক বুজিবৰ বাবে বিশ্লেষণ কৰিব।

("শান্তিদূত"—সাদিনীয়া বাতৰি কাকতখন ১৯৫২ চনত সাধনা প্ৰেছ, গুৱাহাটীৰপৰা প্ৰকাশিত হৈছিল। শ্ৰীতাৰিণী দাস সম্পাদক আছিল। ১৯৫২ চনৰ ১৫ ডিচেম্বৰ তাৰিখে 'ভাষাতত্ত্ববিদ ডক্টৰ কাকতিলৈ তৰ্পণ" বুলি বিশেষ সংখ্যা এটা উলিয়াইছিল। সেই কাকতখনত শেষ লেখাখিনিত বাদেও ড° কাকতিৰ বিষয়ে ভালেমান প্ৰবন্ধ প্ৰকাশ হৈছিল।)

# নৱন্যাসবাদ আৰু ৰঘুনাথ চৌধাৰীৰ কবিতা

**কমলেশ্বৰ শৰ্মা**

পশ্চিমীয়া সভ্যতাৰ সংস্পৰ্শলৈ অহাৰ পিছত আমাৰ জাতীয় জীৱন, কলা-কৃষ্টি, সাহিত্য-সঙ্গীত সকলো ক্ষেত্ৰতে নতুন নতুন ভাবৰ পৰীক্ষা আৰু অনুশীলন হ'বলৈ ধৰিলে। এই সন্দৰ্ভত গঢ় লৈ উঠা ৰোমাণ্টিক ভাবৰাশিয়ে অসমীয়া সাহিত্যত এক নতুন যুগৰ সূচনা কৰিলে। প্ৰকৃতি ৰাজ্যত ঋতু পৰিৱৰ্তন হোৱাৰ দৰে সমাজৰ সকলো অঙ্গলৈ পৰিৱৰ্তনৰ ঢৌ আহে। সুসঙ্গত সুসংবদ্ধ সমাজ ব্যৱস্থাই কালৰ পৰিৱৰ্তনসমূহ আকোৱালি লয়। সেইবুলি কালৰ সোঁতত উটি-ভাহি নাযায়। ঋতু পৰিৱৰ্তনৰ লগে লগে ফুল-পাতৰ সাল-সলনি হয়। মূল গা-গছ কিন্তু সদায় বাঢ়িয়ে থাকে। অৱশ্যে যি গছৰ শিপা দুৰ্বল তাক যি কোনো সোঁতে উভালিব পাৰে, উটুৱাই নিব পাৰে। হেম সৰস্বতী, মাধৱ কন্দলীৰ দিনৰপৰা অসমীয়া সাহিত্যৰ যি গা-গছ বাঢ়ি আহিছে, সি যুগৰ স্বাক্ষৰ বুকুত লৈ যুগ-যুগান্তৰৰ ভাব ধাৰাৰ ৰস আহৰণ কৰি নিজৰ পৰিপুষ্টি সাধন কৰিছে; নিজৰ ক্ৰমবৰ্দ্ধিষ্ণু জীৱনী শক্তিৰ পৰিচয় দিছে। অসমীয়া সাহিত্যৰ ৰোমাণ্টিক যুগতো অসমীয়া কবি-সাহিত্যিকসকলে নিজৰ পৰম্পৰা আৰু পৰিৱেশ অনুযায়ী যুগোচিত অথচ যুগজয়ী সাৰ্থক সাহিত্য সৃষ্টি কৰিছে।

ৰঘুনাথ চৌধাৰীদেৱ ৰোমাণ্টিক যুগৰ খ্যাতনামা কবি। সাধাৰণতে তেওঁক বিহগী কবি, প্ৰকৃতি কবি আদি আখ্যা দিয়া হয়। এই আখ্যাসমূহে কবিৰ একো একোটি স্বকীয় বৈশিষ্ট্যৰ পৰিচয় দিয়ে। কুলি কেতেকীৰ মাত শুনাৰ লগে লগে গোলাপ গিৰিমল্লিকা দেখা পোৱাৰ লগে লগে ৰঘু চৌধাৰীৰ কথা আমাৰ মনত পৰে। তেওঁৰ কবিতাৰ পদ আওৰাবলৈ মন যায়—

কাৰ পৰশত ফুলিলি বান্ধৈ
অ' মোৰ সাদৰী ফুলাম পাহি!
শ্যামলী পাটৰ ওৰণি গুচাই
কাৰ ফালে চাই মাৰিলি হাঁহি ?

কথা কেই-আষাৰ আওৰালেই চকুৰ আগত গোলাপ ফুলৰ ছবি ভাহি উঠে আৰু এটি গোলাপ ফুল দেখিলেই তেওঁৰ কবিতাৰ সুৰ কাণত বাজি উঠে। প্ৰকৃতিৰ যি বিষয়ত তেওঁ হাত ফুৰাইছে, সেয়ে পাঠকৰ মানস পটত সাঁচ বহুৱাই থৈছে। ডঃ জনছনে গোল্ডস্মিথৰ কবিতা পঢ়ি কৈছিল—'Whatever he has touched, he has adorned.' তেওঁৰ হাতৰ পৰশ পাই সকলো বস্তুই শুৱনি, সুগঢ়ী হৈ উঠে। চৌধাৰীৰ কাব্য ফুলনি প্ৰকৃতিৰ সৌন্দৰ্য মাধুৰীৰ সুষমাৰে পৰ্যবসিত। অসমীয়া কাব্য সাহিত্যত তেওঁ জীৱন্ত ফুলনি ৰচনা কৰিছে। তেওঁৰ প্ৰকৃতি কবি আখ্যা সাৰ্থক হৈছে। প্ৰকৃতিৰ বিশেষ এক জীৱনৰ লগত কবিৰ আত্মীয়তা আৰু নিবিড়ভাৱে ফুটি উঠিছে। সেয়ে হ'ল চৰাই জীৱন। ফুলৰ ৰূপ আছে চৰাইৰ সুৰ আছে। সেই সুৰৰ কুহকে কবিক অধীৰ কৰিছে—

কৰ পৰা তই আহিলি সোণাই
কোন দিশে যাব উৰি
কিয়বা ফুৰিছ দূৰ দূৰণিত
অকলই ঘূৰি ঘূৰি !

চৰাইৰ উন্মুক্ত জীৱন। দেশে বিদেশে তাৰ অবাধিত গতি। যুগ যুগ ব্যাপি তাৰ কণ্ঠত সেই একে অবিনাশী সুৰ।

Thou wast not born for death, immortal Bird ! (Keats) নিত্য নতুন ই এক প্ৰেমৰ প্ৰবাহ। অনাদি অনন্ত ই এক আনন্দ উচ্ছ্বাস। এই উচ্ছ্বাসত কবি উটি ভাহি ফুৰিছে আৰু ইয়াৰ সাবলীল গতিয়ে অসমীয়া কাব্য সাহিত্য প্লাবিত কৰিছে। বিহগী কবিৰ আখ্যাই ৰঘুনাথ চৌধাৰীৰ চৰাই জীৱনৰ লগত থকা নিবিড় সম্বন্ধৰ সম্পূৰ্ণ চিনাকি দিয়ে। লগতে ই তেওঁৰ সৃজনী প্ৰতিভাৰ যথাৰ্থ স্বীকৃতি। ফুল, চৰাই, প্ৰকৃতি আৰু শিশু কবিৰ এক ব্যাপক অনুভূতিৰ অন্তৰ্গত বিষয়, সেয়ে হ'ল ৰোমাণ্টিক অনুভূতি। উনৈশ শতিকাৰ ইউৰোপীয় সাহিত্যত এই অনুভূতিয়ে বিশেষকৈ প্ৰসাৰ লাভ কৰিছিল। ৰোমাণ্টিক অনুভূতিৰ মূল উৎস আছিল বিপ্লৱ। মানুহৰ মনত সংৰক্ষণশীল মনোবৃত্তি আৰু এনেকুৱা সমাজ ব্যৱস্থাৰ বিৰুদ্ধে যি বিক্ষোভ আৰু বিদ্ৰোহৰ ভাব জাগি উঠিছিল, সেয়ে যুগৰ সাহিত্যত মুক্তি লাভ কৰিছিল। এয়ে ৰোমাণ্টিক সাহিত্য। ৰাজনৈতিক মতবাদৰূপৰা সাহিত্যৰ আঙ্গিক সম্পৰ্কীয় বিষয়লৈকে ৰোমাণ্টিক লেখকসকলে এক বৈপ্লৱিক ভাব পোষণ কৰিছিল। ৰোমাণ্টিছিজমৰ গুৰু আছিল ফৰাচী দাৰ্শনিক জিনজেকছ ৰুছো। তেওঁৰ ৰচিত গ্ৰন্থ 'কনট্ৰাক্ট চোচিয়েল', 'এমিল', 'নিউ হেইলচ' আৰু 'কনফেচন' এই নৱ জাগৰণৰ বাইবেল আছিল। এই গ্ৰন্থসমূহৰ যোগেদি

ৰুছোৱে প্ৰকৃতি সম্পৰ্কীয় কিছুমান তথ্যপূৰ্ণ আলোচনা দাঙি ধৰিছিল। তেওঁ কৈছিল—মানুহৰ জন্মগত ক্ষমতাসমূহ সমাজৰ কৃত্ৰিম ব্যৱস্থাৰ তাড়নাত ধ্বংস হৈ যায়। প্ৰকৃতিৰ সৌন্দৰ্যৰ মাজত যদি মানুহে নিজৰ সহজাত বৃত্তিসমূহ কৰ্ষণ কৰিলেহেঁতেন, তেনেহ'লে জীৱনৰ ইমান হা-হুতাহ, সমাজৰ ইমান অমিল অসুয়াই ঠাই পাব নোৱাৰিলেহেঁতেন। সমাজ সুন্দৰ কৰিবলৈ হ'লে, জীৱন সুখৰ কৰিবলৈ হ'লে, আমি গাঁৱলৈ উভতি যাব লাগিব। গাঁৱৰ মানুহ প্ৰকৃতিৰ মানুহ। গাঁৱলীয়া জীৱনৰ লগত প্ৰকৃতিৰ নেৰানেপেৰা সম্বন্ধ। এই সহজ সৰল জীৱনে মানুহৰ একমাত্ৰ কাম্য বিষয় হোৱা উচিত। ৰুছোৰ 'প্ৰকৃতিলৈ উভতি যোৱা' (Return to nature) ধ্বনিয়ে ফৰাচী দেশ নিনাদিত কৰিলে। এয়ে ফৰাচী বিপ্লৱৰ আদৰ্শ হৈ পৰিল। সমতা (equality), মুক্তি (liberty) ভ্ৰাতৃত্বৰ (fraternity) ধাৰণা মানুহৰ মনত যিমানেই স্পষ্ট হৈ আহিল, সিমানেই সমাজৰ বন্ধন, বৈষম্য, কুৰীতি, কদাচাৰসমূহৰ বিৰুদ্ধে তুমুল সংগ্ৰাম আৰম্ভ হ'ল। ৰোমাণ্টিক সাহিত্যৰ এই মহান বুনিয়াদে ইয়াক চাৰিওফালে সৰবৰহী কৰি তুলিলে।

ৰুছোৰ ভাবধাৰা অনুসৰণ কৰি ইংৰাজ কবি ৱৰ্ডছৱৰ্থে নানা তৰহৰ প্ৰকৃতি বিষয়ক কবিতা লিখি উলিয়ালে। তেওঁৰ কবিতাত এক সহজ সৰল জীৱনৰ আকাংক্ষা ফুটি ওলাল। এই জীৱন পাবলৈ হ'লে আমাৰ শিক্ষা-দীক্ষা কেনে হোৱা উচিত এই বিষয়ে তেওঁ ৰুছোৰ "এমিল" গ্ৰন্থৰ আৰ্হিত 'লুচি' কবিতা লিখি উলিয়ালে। 'লুচি' আছিল প্ৰকৃতিৰ অবোধ সন্তান।

'নাই কেৱে শলাগনি দিয়ে মৰমৰ
নাই কেৱে পৰে প্ৰণয়ত।'

দুৰ্গেশ্বৰ শৰ্মা

জনকোলাহলৰ আঁতৰত শান্তি-সুষমাৰ মাজত আলফুলকৈ বাঢ়ি অহা লুচিয়ে হ'ল কবিৰ প্ৰাণৰ দয়িতা :

A violet by a mossy stone
Half-hidden from the eye,
Fair as a star, when only one
Is shining in the sky.

সুনীল গগনৰ অকলশৰীয়া তৰাৰ দৰে শেলুৱৈ শিলনিৰ বুকুত লুচিৰ এক উজ্জ্বল মধুৰ জীৱন। প্ৰকৃতিবালা লুচিয়ে কিহৰ গুণত সৰ্বগুণ সম্পন্না হৈ উঠিছিল ? "Education of Nature" কবিতাত তেওঁ ইয়াৰ নিৰ্দেশ দিছে। লুচিৰ মনৰ সুকুমাৰ বৃত্তিসমূহ সমাজৰ প্ৰভাৱত বিকৃত হৈ পৰিবলগীয়া হোৱা নাছিল।

নিজৰ সক্ৰিয় অনুভূতিসমূহ পৰিচালনা কৰি লুচিয়ে জীৱনৰ প্ৰকৃত শিক্ষা লাভ কৰিছিল। মুক্ত বিহঙ্গমৰ দৰে পৰ্বতে-ভৈয়ামে নৈয়ে-জুৰিয়ে ঘূৰি ফুৰি লুচিয়ে মুকলি জীৱন যাপন কৰিছিল। প্ৰকৃতি আয়ে যেন তেওঁৰ 'মৰমৰ বাছা'ক আপোন মনে সকলো শিক্ষা দান কৰিছিল। হৰিণাৰ নাচোনৰ লয়লাস, নিজৰাৰ উদাত্ত সুৰ, তৰালিৰ উন্মুক্ত জীৱন, মেঘালিৰ মধুৰ মূৰ্চ্ছনা এই সকলোৱে লুচিৰ শিক্ষাৰ বাহন। প্ৰকৃতিয়ে লুচিৰ জীৱনৰ প্ৰেৰণা আৰু নিয়ন্ত্ৰণৰ উৎস (Law and impulse)।

ৰুছো আৰু ৱৰ্ডছৱৰ্থৰ প্ৰকৃতি প্ৰীতি ৰোমাণ্টিক কবিতাৰ এক বিশিষ্ট অঙ্গ। চৌধাৰীৰ কবিতাটো কবি আৰু প্ৰকৃতিৰ মাজত এক নিৰবচ্ছিন্ন সংহতিৰ ৰূপ প্ৰতিভাত হৈছে। প্ৰকৃতিৰ দৃশ্যমান জগতখনে তেওঁক আপোন পাহৰা কৰি তুলিছে ঃ

মোহন মূৰতিখিনি প্ৰাণ ভৰি চাও
চকুত নপৰে ছেদ তধা লাগি ৰওঁ।

সাদৰী, কেতেকী আৰু দহিকতৰাত তেওঁৰ প্ৰকৃতি বিষয়ক কবিতাসমূহ স্তূপীকৃত হৈ আছে। এই কবিতাবোৰ কবিৰ নৈসৰ্গিক সংসৰ্গত হোৱা স্বতঃস্ফূৰ্ত আবেগৰ ঢৌ। তাৰ মাজত প্ৰকৃতিৰ প্ৰতি কবিৰ গভীৰ আত্মোৎসৰ্গ আৰু নিবিড় আত্মীয়তাৰ ভাব পৰিস্ফুট হৈ উঠিছে। চিৰকুমাৰ চৌধাৰীদেৱে আজীৱন প্ৰকৃতিৰ মাজত প্ৰেমিক-প্ৰেমিকাৰ সম্বন্ধ গাঢ় হৈ উঠা প্ৰত্যক্ষ কৰিছে। তেওঁৰ কবিতাসমূহ হ'ল প্ৰিয় বিহঙ্গিনীলৈ লিখা বিভিন্ন ধৰণৰ প্ৰেম-পত্ৰ। ইয়াত কেতিয়াবা বিৰহৰ দাবাগ্নিও জ্বলি উঠিছে ঃ

ই জীৱনে আৰু নাপাওঁ সি সুখ
মিলন মাধুৰী পাৰ।

কেতিয়াবা মিলনৰ আনন্দত উদ্ভাসিত হৈ পৰিছে ঃ

দুইৰো দুখনি হিয়া একেখনি হৈ
বন্ধা আছে প্ৰণয় ডোলত,.....
কদাপিতো দুজনৰ নহ'ব বিচ্ছেদ।

ইয়াত আমি পাওঁ ৰসৰ বাৰ্তা

তেজে ফুটো ফুটো কৰা সুকোমল অধৰত
চুম্বন মদিৰা সুধা শ্ৰৱে প্ৰেম পৰশত।

প্ৰাপ্তিৰ পৰম আনন্দ

ঢালি দি সুৰভি ভাও গুচালা প্ৰাণৰ তৃষ্ণা

সঙ্গ সুখৰ কোমল নিৰ্যাস ঃ
সৌন্দৰ্যৰ সম্ভোগত উথলি উঠিল প্ৰাণ।

প্ৰকৃতিক মানৱীয়ত্ব আৰোপ কৰাত ৰঘু চৌধাৰী সিদ্ধহস্ত। লহপহীয়া 'গছৰ পাত' এটিৰ ধূলি ধূসৰিত অৱস্থা দেখি নশ্বৰ জীৱনৰ কৰুণ কাহিনী সুঁৱৰিবলগীয়া হয়। নিৰ্মম ব্যাধৰ কূট চক্ৰান্তত পৰি নিমাখিত 'হৰিণা পোৱালি'টিয়ে হুৰাওৱাৰে কন্দা শুনিলে অসহায় জীৱনৰ প্ৰতি গভীৰ বেদনা উথলি উঠে। ৱৰ্ডছৱৰ্থৰ প্ৰকৃতি বৰ্ণনাত গ্ৰাচামিয়াৰ, ডাভডেলৰ বা-বতাহৰ উমান পোৱাৰ নিচিনা ৰঘু চৌধাৰীৰ বৰ্ণনাও জাতে-পাতে অসমীয়া। চৌধাৰীৰ কবিতাত কেতেকীৰ মাত শুনি শিপিনী বোৱাৰীৰ হাতৰ মাকো হাততে ৰয়, জীয়াৰী ছোৱালীৰ যঁতৰৰ মহুৰা যঁতৰতে থাকে। তেওঁৰ বসন্ত-বন্দনাত 'মন্দিৰৰ উপেক্ষিত ৰবাব ফুলেও নিজৰ সামান্য শুভ্ৰ পৰিমল যাচি দিয়ে, তেওঁৰ 'বহাগী'য়ে ছোৱালীক ময়ূৰে গোমছেং মেখেলা পিন্ধায়, ৰচকী পখিলাই ৰিহাত বুটা তুলি দিয়ে। চৌধাৰীৰ সকলো চিত্ৰতে বীৰকুছি, লাওপাৰাৰ সাৰুৱা মাটিৰ সাচ বহি আছে। তেওঁৰ প্ৰাকৃতিক চিত্ৰত মানৱীয়ত্ব আছে ; কিন্তু অপ্ৰাকৃতিক একো নাই, সত্যৰ অপালাপ নাই। ৱৰ্ডছৱৰ্থৰ দৰে চৌধাৰীৰ প্ৰকৃতি কবিতা সম্পূৰ্ণৰূপে প্ৰাকৃতিক। কিন্তু ৱৰ্ডছৱৰ্থে প্ৰকৃতিৰ যোগেদি ঐশ্বৰিক শক্তিৰ সন্ধান পাইছিল ঃ

> To me the meanest flower that blows can give
> Thoughts that do often lie too deep for tears.

ৱৰ্ডছৱৰ্থে প্ৰকৃতিৰ প্ৰকৃতৰূপ বৰ্ণনা কৰাৰ উপৰিও ইয়াক ভাবৰ প্ৰতীক হিচাপে ব্যৱহাৰ কৰিছিল। প্ৰকৃতিৰ সংস্পৰ্শত তেওঁ পৰমাৰ্থিক সত্তাৰ সাক্ষাৎ পাইছিল ঃ

> And I have felt
> A presence that disturbs me with the joy.
> Of elevated thoughts ; a sense sublime
> Of something far more deeply interfused.

চৌধাৰীৰ প্ৰকৃতি বৰ্ণনাত এনে কোনো পৰম সত্তাৰ আভাস নাথাকিলেও ৰূপৰ পৃথিৱীত তেওঁ ৰূপৰ পূজা কৰিছে। কীটছৰ নিচিনা তেওঁৰ কাৰণে ৰূপৰ অতীত কোনো কথাৰে সত্যতা নাই। "What imagination seizes as beauty must be truth." সত্যই সুন্দৰ, সুন্দৰেই সত্য। A thing of beauty is a joy for ever. সুন্দৰৰ আৰাধনা জীৱনৰ খেলা। সুন্দৰেই আনন্দ ; 'সত্যম্ সুন্দৰম্, আনন্দম্' ৰূপপিয়াসী কবিসকলৰ এয়ে জীৱন দৰ্শন। কীটছ আৰু

ৰোজেটিকে আদি কৰি ৰাফেলৰ পূৰ্ববৰ্তী কবিসকল এই সৌন্দৰ্যৰ সন্ধানতে ব্যস্ত। 'ৰূপ লাগি আখি ঝৰে'.......।

সৌন্দৰ্যৰ আকৰ্ষণ ৰোমাণ্টিক কবিতাৰ এক বিশেষ লক্ষণ। এইখিনিতে ক্লাছিকেল কবিতাত কোৱা কথাৰ সত্যতা আৰু গুৰুত্ব অতীব প্ৰয়োজনীয়। ৰোমাণ্টিক কবিতাত কথাৰ বৈচিত্ৰ্য আৰু অভিনৱত্বৰ প্ৰতি বিশেষ মনোযোগ দিয়া হয়। ক্লাছিকেলধৰ্মী কবি পোপে কবিতাৰ সূত্ৰ ৰচিছিল এই বুলি :

What oft was thought, never so well expressed—ৰোমাণ্টিক কবি বৰ্ডছৱৰ্থৰ কবিতাৰ সূত্ৰ আছিল : Spontaneous over flow of powerful feeling.

ক্লাছিকেল কবি সংযত, তেওঁলোকৰ ভাব চিৰন্তন সত্যৰ ওপৰত প্ৰতিষ্ঠিত। তেওঁলোকৰ প্ৰকাশভংগী চিৰাচৰিত ৰীতি-নীতিৰ অনুমোদন সাপেক্ষ। ৰোমাণ্টিক কবি বিপ্লৱী। অতীতৰ আদেশ বা অনুজ্ঞাই হ'ল তেওঁলোকৰ মুক্তিকামী, দিগন্তপ্ৰসাৰী আবেগ অনুভূতিসমূহক শৃংখলিত কৰাৰ সংঘবদ্ধ চেষ্টা। যুক্তিবাদ তেওঁলোকৰ জন্মগত মুক্তিবাদৰ ঘোৰ পৰিপন্থী। কীট্‌ছে কৈছিল—নিউটনে ৰামধনুৰ ওপৰত কাঁৰ মাৰিছে। সৌন্দৰ্যৰ অপূৰ্ব চানেকিৰ আকৰ এই ৰামধনু। পদাৰ্থ বিজ্ঞানৰ হাতত ই অপদাৰ্থ বিষয় হৈ পৰিল। এই যুক্তিত, এই ব্যাখ্যাত সৌন্দৰ্যৰ আত্মাই ধৰা নিদিয়ে। উদ্ভিদতত্ত্বজ্ঞসকলে উদ্ভিদৰ ৰূপ কাটি-ছিঙি টুকুৰাটুকুৰ কৰে। সেয়েহে ৰোমাণ্টিক কবিসকলে দিঠকক নেওচি কল্পলোকত, গজদন্তমিনাৰত বাস কৰিব বিচাৰে—

> Ever let the fancy roam
> Pleasure never is at home.
>
> – Keats

চৌধাৰীও তেনে এক কল্প লোকৰে অধিবাসী। 'মাতৃদেৱী'ৰ লগত তেওঁ এনে ঠাইত থাকিব খোজে :

> "সদায় ফুলিছে য'ত নন্দন কানন"

আশৈশৱ মাতৃহীন কবিয়ে এনে এখন সুন্দৰ ৰাজ্যৰ কল্পনা কৰি আহিছে য'ত তেওঁৰ পুণ্যশীলা মাতৃদেৱীয়ে চিৰকাল বিচৰণ কৰি আছে। মৃতকৰ সদ্‌গতি সকলোৱে কামনা কৰে ; যদিও এই সম্পৰ্কে বহুতৰে ধাৰণা অস্পষ্ট। কোনো মহাকাশ যাত্ৰীয়ে সেই ইন্দ্ৰৰ অমৰাৱতীৰ কাহিনী আমাক কোৱাহি নাই ; কিন্তু কবি চৌধাৰীৰ কল্পনাত সেই 'চিৰ শান্তি ধাম' তেওঁৰ হাতৰ লাখুটিডালৰ দৰেই সঁচা। অনুভূতিৰ সত্যতা ৰোমাণ্টিক কবিয়ে কেতিয়াও অস্বীকাৰ কৰিব নোৱাৰে।

সেয়েহে তেওঁলোকৰ কবিতাত নতুন নতুন কলা কৌশলৰ প্ৰয়োগ, নতুন নতুন ভাবৰ সঞ্চাৰ।

কবি চৌধাৰী প্ৰেমৰ পূজাৰী, সৌন্দৰ্যৰ উপাসক। তেওঁৰ মানত সৌন্দৰ্যৰ অৰ্থ অকপট, অকুণ্ঠিত আত্মদান, সৌন্দৰ্যৰ অৰ্থ অকৃত্ৰিম, অনাবিল ৰূপ। তেওঁ বিচাৰে হিয়াভৰা অকপট প্ৰেম, তেওঁ দেখে সৌন্দৰ্যৰ দিক আভৰণ 'হেঁপাহ' কবিতাত তেওঁ অন্তৰৰ অদম্য সৌন্দৰ্য স্পৃহাৰ কথা চমকপ্ৰদভাৱে প্ৰকাশ কৰিছে ঃ

মালতী তগৰে জাতিষ্কাৰ কৰে
পুষ্প উপবনখনি
ইচ্ছা হয়, হওঁ পূৰতি অৰুণ,
জেউতি চৰাও নিতৌ নতুন
দিও নিৰমল হিয়াত চিকোন
প্ৰেম নিয়ৰৰ পানী।

প্ৰকৃতিৰ বুকুত সৌন্দৰ্যৰ কণিকাবোৰ ভাহি ফুৰিছে। সৌন্দৰ্যৰ মহামেলা চাই কবিৰ অন্তৰ আনন্দত অধীৰ হৈ উঠিছে। কবিয়ে কামনা কৰে, তেওঁ যেন এই আনন্দ সাগৰত চিৰকাল সাতুৰি থাকিব। 'হেঁপাহ' কবিতাটো সকলো সৌন্দৰ্য প্ৰেমিকৰে এটা অতি হেঁপাহৰ কবিতা। 'গিৰিমল্লিকা'তো সেই একে ৰূপৰ পোহাৰ ঃ

নন্দনৰ ৰূপ জ্যোতি পৰিমল সুধা,
কৰি আহৰণ বিশ্ব বিজয়িনী ৰূপে
মোহিলা নিতম্ব দেশ বিজন প্ৰান্তৰ।

গিৰিমল্লিকাত জগৎ জিনা ৰূপৰেখা ; ই নন্দনৰ পাৰিজাত। ব্ৰহ্মপুত্ৰৰ বিজন প্ৰান্তৰ প্ৰকৃতিক ই সজীৱ কৰি তোলে। ইয়াৰ মধুৰ স্পৰ্শই কবিৰ নিসঙ্গ জীৱনৰ নীৰৱতা দূৰ কৰি আকুল তন্ময়তাৰ ভাব জগাই তুলিলে। গিৰিমল্লিকা তেওঁৰ জীৱনৰ চিৰবাঞ্ছিত, চিৰ কল্পিত প্ৰেম নিধি। ইয়াৰ অকৃত্ৰিম প্ৰণয়ৰ স্নেহ আলিঙ্গনত কবিৰ নিষ্প্ৰভ ফুলনি জ্যোতিৰ্ময় হৈ উঠিল। পূৰ্ণিমাৰ জোনৰ দৰে গোলাপ ফুলৰ ৰূপ লাৱণ্যয়ো কবিক হাতবাউল দি মাতিছে। গোলাপ ফুল সকলো সৌন্দৰ্যৰ মূৰ্ত প্ৰকাশ ; পৃথিবীৰ কোলা ৰূপ মাধুৰীৰ আধাৰ। গোলাপৰ ৰূপ তৰঙ্গত মুগ্ধ হৈ পাপিয়াই স্নিগ্ধ সুৰ ধৰিছে। এই ৰূপৰ জোঁৱাৰে আৰব পিয়াৰী বছৰা ৰাণীৰ মুখৰ সৌন্দৰ্য বঢ়াইছে আৰু 'বাদচা-হেৰেম' গুলজাৰ কৰি তুলিছে। সেই সৌন্দৰ্যৰ তীব্ৰ আকৰ্ষণে কবিৰ প্ৰাণত সৃষ্টি কৰিছে প্ৰেমৰ তুফান।

ফুলে ফুলে কবিয়ে চাই ফুৰে অৰূপৰ ৰূপ। তাতে চৰাইৰ গীতে তেওঁৰ এই মধুৰ অন্বেষণ আৰু মধুৰিমাময় কৰি তোলে। ফুল, চৰাই ৰূপ আৰু সুৰ এয়ে কবিৰ মানত নৱ জীৱনৰ দুৰ্লভ মাধুৰী। বাস্তৱৰ মাজত থাকিও ৰোমাণ্টিক কবি বাস্তৱতাৰপৰা সম্পূৰ্ণৰূপে মুক্ত। কল্পনা ৰাণীয়ে তেওঁৰ বাস্তৱতা দোষ নাশ কৰে। He is in the world ; but not of the world. সংসাৰ তেওঁৰ আলহীঘৰ, জীৱন তেওঁৰ তীৰ্থযাত্ৰা, লক্ষ্য তেওঁৰ সৌন্দৰ্য পূজা আয়োজন। গুৱাহাটীৰ উপকণ্ঠৰ বিজন প্ৰান্তত, ব্ৰহ্মপুত্ৰৰ বিৰাট চাপৰিত কবিয়ে ৰূপতীৰ্থ তৈয়াৰ কৰিলে। ইয়াতেই 'বহাগীৰ বিয়া'। ইয়াতেই 'কেচাসোণ' যেন ৰূপটি চিকোন 'ছায়াচিত্ৰৰ' প্ৰেম আলিঙ্গন। ইয়াতেই 'মানস মোহিনী' 'জীৱন তোষিণী' প্ৰিয় বিহঙ্গিনীৰ কোমল কূজনে কবিৰ প্ৰাণত গভীৰ আলোড়নৰ সৃষ্টি কৰিছিল। ইয়াতে কবিৰ কল্পনা কুঁৱৰী, মানস প্ৰতিমাই গোলাপ, গিৰিমল্লিকা, কেতেকী, দহিকতৰা ৰূপে আত্মপ্ৰকাশ কৰিছিল আৰু ইয়াতে কবিয়ে জীৱনৰ হেৰোৱা মাণিক বিচাৰি পালে। প্ৰকৃতিৰ আত্মাৰ লগত তেওঁৰ আত্মাৰ মিলন হ'ল। নিজৰ সুখ-দুখ, হৰ্ষ-বিষাদ সকলো ভাবৰ লগত তেওঁৰ প্ৰিয়তমা প্ৰকৃতিৰ নিগূঢ়, নিবিড় সম্পৰ্ক গঢ় লৈ উঠিল। অনুভূতিৰ তীব্ৰতা আৰু কল্পনাৰ সাৱলীলতা ৰক্ষা কৰি চৌধাৰীদেৱে প্ৰকৃতি সম্বন্ধীয় যি মধুৰ, গভীৰ আৰু নিবিড় পৰিচয়ৰ কাহিনী দাঙি ধৰিছে, সি অসমীয়া কাব্য-সাহিত্যৰ এক গৌৰৱময় অধ্যায়। বিশ্ব, উপমা, গছৰ পাত, গোলাপ, গিৰিমল্লিকা, বহাগীৰ বিয়া, পুৱতি তৰা, বিভূতি মধুলিহ, অঞ্জলি, মৰমৰ পখী, বিষাদ, হেঁপাহ, কেতেকী, দহিকতৰা, সৌন্দৰ্য সাধক, অভিসাৰ, বিশ্বৰূপ, নশ্বৰতা, আকাংক্ষা, অন্তিম জ্যোতি, ফুলশয্যা, প্ৰশস্তি, কবিপ্ৰিয়া, অনাহূত আদি এই কবিতাবোৰ 'চৰাই আৰু উদ্ভিদ জগতৰ মনোৰম সাধুকথাৰ নিচিনা'। প্ৰতিটো কবিতাই অসমীয়া লিৰিক কবিতাৰ বিতোপন নিদৰ্শন ; একো একোটা মৌলিক চিত্ৰ। তেওঁৰ কেতেকী আৰু দহিকতৰা অসমীয়া ৰোমাণ্টিক যুগৰ মনোৰম সৃষ্টি। ▢

(পুনৰ্মুদ্ৰিত)

# বিহগী কবি ৰঘুনাথ চৌধাৰীৰ গদ্য ৰচনা-ৰীতি

প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য

০.০ বিহগী কবি ৰঘুনাথ চৌধাৰীক (১৮০১-১৮৮৯ শক) তেওঁৰ অমৃতময়ী লেখনীৰ পৰা ওলোৱা সাদৰী, কেতেকী, কাৰবালা, দহিকতৰা আদি কাব্য-কৃতিৰ বাবে আধুনিক অসমীয়া সাহিত্যৰ পাঠক-পাঠিকাই প্ৰায় এশ বছৰ ধৰি কবিকুল শিৰোমণি তথা পিতামহ(আতা) ৰূপে শ্ৰদ্ধা-ভক্তি-প্ৰীতি-স্নেহ যাচি আহিছে ঃ গদ্য ৰচনাৰ নিদৰ্শনৰূপে 'নৱমল্লিকা' নামৰ এখন ছন্দায়িত নিবন্ধৰ সংকলন তেওঁৰ অঠসত্তৰ বছৰ বয়সত ১৯৫৮ চনত প্ৰকাশিত হয়। ১৯৮০ ইংৰাজী চনত ৰঘুনাথ চৌধাৰীৰ জন্ম শতবাৰ্ষিকীত তেওঁৰে প্ৰিয় শিষ্য অতুলচন্দ্ৰ বৰুৱাই (অসম সাহিত্য সভাৰ গুৱালকুছি অধিবেশনৰ সভাপতি) বিশেষ কষ্ট স্বীকাৰ কৰি অপ্ৰকাশিত ৰচনাৱলী সংগ্ৰহ কৰি অসম সাহিত্য সভাৰ জৰিয়তে প্ৰকাশিত 'ৰঘুনাথ চৌধাৰী ৰচনাৱলী' আগবঢ়াই পাঠক-সমালোচক-গৱেষকৰ মহৎ উপকাৰ সাধিছে। তেওঁৰ কাব্যত সংস্কৃত, অসমীয়া, আৰবী-ফাৰ্চী শব্দসম্ভাৰৰ প্ৰয়োগ ঘটিছে। এই ৰচনাৱলীত ঠাই পোৱা গদ্য ৰচনা সম্ভাৰৰ ভিতৰত নৱমল্লিকা, বন্দী জীৱন, পচতীয়া, সভাপতিৰ ভাষণ, বিবিধ ৰচনা, হেমকোষৰ পৰিশিষ্ট আৰু ওপৰঞ্চি শিতানত ঠাই পোৱা কথাখিনি পঢ়ি আৰু সমালোচক অধ্যাপক কমলেশ্বৰ শৰ্মা, সাহিত্যিক অতুলচন্দ্ৰ বৰুৱা, জীৱনীকাৰ প্ৰভাত গোস্বামী আৰু সৱিতা সভাৰ প্ৰকাশিত পুথি কেইখনৰ আলমত যোৱা তিনিকুৰি দুবছৰ ধৰি গুৱাহাটীত বাস কৰি বিহগী কবি ৰঘুনাথ চৌধাৰী 'আতা'ৰ ব্যক্তিগত সান্নিধ্য লাভ কৰি তেওঁৰ ছন্দায়িত গদ্য ৰচনা ৰীতিৰ বিষয়ে আমাৰ অনুভৱ দাঙি ধৰিলোঁ। কথা-প্ৰসংগত চৌধাৰী আতাই— 'বিছনা'ৰ ঠাইত 'শেতেলি', 'ঠাণ্ডা'ৰ সলনি 'ঢেঁকি' গঞা শব্দৰ ব্যৱহাৰ পছন্দ কৰিছিল।

১.০ কাব্য বা কবিতা ৰচনা গদ্য বা কথাতকৈ আগতে হৈছিল। কাব্য হ'ল ছন্দযুক্ত প্ৰকাশ ঃ আদিকবি বাল্মীকিয়ে স্বচক্ষে দেখা শোকজনক ঘটনা— ব্যাধৰ দ্বাৰা মৈথুনাসক্ত ক্ৰৌঞ্চ পক্ষীৰ নিধন উপলক্ষত 'মা নিষাদ! প্ৰতিষ্ঠাং ত্বমগমঃ' আদি শ্লোকেৰে মনৰ সন্তাপ প্ৰকাশ কৰিছিল আৰু আদি মহাকাব্য ৰামায়ণ ৰচনা কৰিছিল। বিহগী কবিয়েও শিশুকালৰপৰা ভোগ কৰি থকা শাৰীৰিক অক্ষমতা, সাংসাৰিক শোক-তাপ, মাতৃ-ককাই, বাইদেউ আৰু পিতৃ হেৰুৱাই শৈশব-কিশোৰত হোৱা বিপৰ্যয়ে তেওঁৰ অন্তৰত গভীৰ কাৰুণ্যৰ সৃষ্টি কৰিছিল। তেওঁৰ কাব্য-ৰচনাত সততে কাৰুণ্যৰ প্ৰকাশ হোৱা লক্ষ্য কৰা যায়। গদ্য ৰচনাৰ ক্ষেত্ৰতো সমাজৰ অনাদৰ-অবহেলাৰ চাকি-গছা-খদা-জাপি আদি মানুহে সজা সাধাৰণ সাজ-সঁজুলিক জীবন্ত প্ৰাণ দি সিবিলাকৰ মনোবেদনা চৌধাৰীদেৱে ৰূপায়িত কৰিছে। ৰঘুনাথ চৌধাৰী ৰচনাৱলীৰ সুযোগ্য সম্পাদক অতুলচন্দ্ৰ বৰুৱাৰ ভাষাৰে কবলৈ হলে— "মুঠতে গদ্য-পদ্য দুয়োবিধ ৰচনাতে তেওঁ যিহকে লিখিছিল, তাত যুক্তিনিষ্ঠভাৱে প্ৰাণ প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিছিল, অকল ভাষাৰেই নহয়, ভাৱৰ পিনেদিও। গছা-চাকি-খদা-জাপি নৈসৰ্গিক বস্তু নহয়, মানুহে সজা সঁজুলি; নিষ্প্ৰাণ জড় পদাৰ্থ; কিন্তু কবি চৌধাৰীৰ যাদুকৰী হাতৰ পৰশ পাই সেইবোৰেও মানুহৰ দৰে নিজ নিজ ভাব ব্যক্ত কৰিছে। ফুল, চন্দ্ৰমল্লিকা আদিবো সেয়ে কথা। কবিয়ে সিবোৰৰ লগত দস্তুৰমতে বন্ধুৰ দৰে কথা পাতিছে।" সম্পাদক বৰুৱাই বিষয় বস্তুৰ ফালৰপৰা চৌধাৰীৰ গদ্য সম্ভাৰক তিনিটা ভাগত ভগাইছে— প্ৰথমতে সংবাদ সাহিত্যৰ সম্পাদকীয় গদ্য, দ্বিতীয়তে নৱমল্লিকা-পচতীয়া-বন্দীজীৱন পুথিৰ বৰ্ণনাত্মক গতিশীল গদ্য আৰু তৃতীয়তে অভিভাষণৰ গদ্য— আমিও ইয়াৰ সৈতে আৰু দুটা ভাগ যোগ কৰিবলৈ বিচাৰোঁ— এটি হৈছে বিহগী কবিৰ চিঠি-পত্ৰৰ গদ্য ভংগিমা আৰু আনটো হৈছে "হেমকোষৰ পৰিশিষ্ট" অংশত ব্যৱহৃত গদ্যৰ নিদৰ্শন। আধুনিক অসমীয়া গদ্য ৰচনা ৰীতিৰ বিষয়ে আলোচনা কৰিবলৈ গ'লে বৈষ্ণৱ যুগৰ অংকীয়া নাটৰ গদ্যশৈলী, কথা-ভাগৱত-কথাগীতাৰ মাজেদি প্ৰকাশিত ভট্টদেৱৰ গদ্যভংগী, কথাগুৰুচৰিত-বুৰঞ্জী সাহিত্যৰ গদ্য ৰীতিবোৰৰ মাজেদি 'অৰুনোদই' আলোচনীত মিছনেৰী আৰ্হিৰ গদ্য ৰচনা তথা আনন্দৰাম ঢেকিয়াল ফুকন, গুনাভিৰাম বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞিবৰুৱা আদিৰ জোনাকী যুগ পাওঁ ঃ ৰঘুনাথ চৌধাৰী জোনাকী যুগৰ শেষ বৰ্ত্তি বুলি অভিহিত হৈছে ঃ সেয়েহে

তেওঁৰ গদ্য ৰচনাৰ কলা-কৌশল জোনাকী যুগৰ গদ্য ৰীতিৰ শ্ৰেষ্ঠতীয়া নিদৰ্শন বুলিব পাৰি। অসমীয়া গদ্যই জোনাকী যুগত জাতীয় আদৰ্শৰে উদ্বুদ্ধ হৈ নিভাঁজ শব্দ আৰু জতুৱা ঠাঁচ সামৰি কৰ্ত্তা-কৰ্ম-ক্ৰিয়াৰ বাক্য সংগতি ৰক্ষা কৰি সাতসৰী অলংকাৰৰ দৰে অসম মাতৃৰ কণ্ঠভূষণ হৈ পৰিছে ঃ চৌধাৰীৰ গদ্য ৰীতি কিছু পৰিমাণে তৎসম (সংস্কৃত) পদপ্ৰধান আৰু আনফালে নামনি অসমৰ (কামৰূপ অখণ্ড জিলা অঞ্চলৰ) কথ্য তথা গঞা শব্দবোৰৰ যথোপযুক্ত সন্নিবেশ ঘটাৰ ফলত জোনাকী যুগৰ বিশিষ্ট আঞ্চলিক ৰূপ যেন হৈ উঠিছে। মই এদিন 'ভথেলী' শব্দৰ আঁতিগুৰি সোধোঁতে চৌধাৰী আতাই "ভূঁইথলী"-কামৰূপীয়া গঞা শব্দলৈ আঙুলিয়াই দিছিল— ডঃ বাণীকান্ত কাকতিৰ মতে সংস্কৃত "ভস্থলিকা"হে মূল। ফুল, চন্দ্ৰমল্লিকা, এলাগীলতা বন, তন্ময়তা, প্ৰেমৰ জয়, মৌন বেদনা, জীৱনৰ হাবিয়াস, গছ্‌া আৰু চাকি, খদা আৰু জাপি— এই নটা কথা-চিত্ৰ অথবা কাব্যাশ্ৰয়ী গদ্য ৰচনাক কথা কবিতা নুবুলি গল্প কবিতা (গদ্য কবিতা) আদি নামেৰে সাহিত্যৰ ইতিহাস ৰচক ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° হৰিচন্দ্ৰ ভটাচাৰ্য, ড° নবীনচন্দ্ৰ শৰ্মা আদিয়ে আগবঢ়োৱা অভিমতৰ আধাৰত আমি দুটিমান নিদৰ্শন দাঙি ধৰিলোঁঃ

"ফুল, তুমি প্ৰকৃতিৰ অপৰূপ সৃষ্টি, অতি মনোৰম। তোমাক ভাল পাওঁ, প্ৰাণভৰি ভাল পাওঁ, কিয় ভাল পাওঁ কব নোৱাৰোঁ। তোমাক ভাল পোৱাটো অহৈতুকী।..চিৰ আৰাধ্য দয়িত সৱিতৃক তোমাৰ হিম শীতল বুকুৰ মাজতলৈ নিজকে নিজে কৃতাৰ্থ মানিছা আৰু অনন্ত জগতখনকো কৃতকৃত্য কৰিছা।..." (ফুল-নৱমল্লিকা)

"জীৱ-জগত নিঃ পালি দিছে। নিশাৰ নিস্তব্ধতা জয় কৰি ক'ৰবাৰ পৰা এটি আনন্দৰ অনাহূত সুৰ ভেটি বাজি উঠিছে। বতাহৰ মৃদু হিল্লোলত দিগ্বলয় মহিমামণ্ডিত হৈ উঠিল। ধীৰ গতিত পূৰ্ণ চন্দ্ৰমাই হিৰন্ময় জ্যোতিৰে বিশ্বভুৱন জাতিষ্কাৰ কৰি তুলিলে। সকলোৰে মনত উলহ-মালহ, উখল-মাখল। এনে হেন এটি সৌৰভময়, গৌৰৱময় জোনালী নিশা বিৰহ কাতৰা অনিন্দ্যসুন্দৰী চন্দ্ৰমল্লিকাহে কিবা ঠেহ পাতি ৰোহঘৰত পৰি আছে। মনটো বৰ উৰুঙা।..." (চন্দ্ৰমল্লিকা—নৱমল্লিকা)

"ৰাতি পুৱাওঁ পুৱাওঁ, পুবে ধলফাট দিলে। আন্ধাৰত বুৰ গৈ থকা পৃথিবীয়ে পুনৰায় নৱজীৱন লাভ কৰিলে। নিখিল বিশ্ব যেন সদানন্দ ৰূপত জ্যোতিৰ্ম্ময় হৈ উঠিল। ক্ৰমে চাকিগছা ম্লান হৈ পৰিল। গছা আৰু চাকি দুয়ো নিতাল

মাৰিলে।..." (গছা আৰু চাকি— নৱমল্লিকা)

মানুহে নিজৰ সুখ-সুবিধাৰ কাৰণে জড়বস্তুৰপৰা যিবোৰ বস্তু সাজি লয়, সেই বস্তুবোৰ মানুহৰ সেৱক বা ভৃত্য। দুয়ো মহন্ত বাপুৰ দাস বা ভৃত্য। তুমি ওপৰ খাপৰ, মই তাৰে নাম নাচ। ভৃত্যই ভৃত্যক নিন্দা বা অপমান কৰা দোষণীয়।..." (খদা আৰু জাপি— নৱমল্লিকা)

'পচতীয়া' নামৰ ৰচনাৱলীত ঠাই পোৱা মৰণোত্তৰ প্ৰকাশ গল্পচিত্ৰৰ পুথিখনত শইকীয়াৰ ঘাট, আধলি এটা, কালীয়াৰ সাহেব, এয়ে জীৱন আৰু মই ভাল মানুহ নহওঁ— এই পাঁচটা গদ্যচিত্ৰ জীৱনৰ বিচিত্ৰ অভিজ্ঞতা ফুটি ওলাইছে। দুটিমান কথ্যৰীতিৰ উদাহৰণ দাঙি ধৰিলোঁ—

"কেইনলমান দূৰত শইকীয়াৰ ঘাট, তাৰ পাছত কেইঘৰমান সূতাৰ মানুহ থাকে। সূতাৰ মানুহ আছে দেখি গাওঁখনৰ নাম সূতাৰগাওঁ। ঘাটৰ কাষত ভৰাম শইকীয়াৰ ঘৰ। মানুহজন আদহীয়া। পৰিয়ালটোৰ ভিতৰত মানুহ দুজনেই। এজন শইকীয়া আৰু আনজন শইকীয়ানী। শইকীয়াই বাঢ়ৈ কাম ভাল জানে। ভঙা ফুটা নাওঁ ভাল কৰি দিয়েই পেটৰ ভাত মোকোলায়।..." (শইকীয়াৰ ঘাট— পচতীয়া)

হাজৰিকানীয়ে এদিন দেহজুৰক লোণে-ভাতে কেইটামান খাবলৈ দিছে। সি অলপ গাখীৰ খুজিলে। তেওঁ ক'লে—"লোণ ভাতত এৰা গাখীৰ সানি খালে দামুৰিৰ মূৰত ফাঁপৰে ধৰে, গাৰ নোমবোৰ উঠি যায়, বাৰু কাইলৈ দিম, এতিয়া আঠিয়া কলটোৰে খা।..." (আধলি এটা— পচতীয়া)

'বন্দী-জীৱন' নামৰ অসমাপ্ত আত্মকথাৰ ভাষা পোনপটীয়া আৰু কথ্যবিধৰ গদ্য ৰচনাৰ নিদৰ্শনৰ এয়া উধৃতি—

"সেইদিনা ১৯২১ চনৰ ৩ ডিচেম্বৰ। মই তেতিয়া মোৰ উজানবজাৰৰ ঘৰৰপৰা ১৩ মাইলমান দূৰৈত থকা ঠাকুৰকুছিৰ আঁৰত কানি বিহৰ অপকাৰিতাৰ কথা কৈ বক্তৃতা দি গধূলি জয়গোপাল সেনৰ ঘৰত ৰাতিটো আলহী থাকি পুৱা তাতে আৰু এখন মিটিং কৰি দুপৰীয়া বাৰ বজাত বোন্দাত থকা ঘৰ পাওঁহি।...

'ল'ক আপ' বোলোতে গুৱাহাটীৰ সদৰ থানাৰ পূব পিনে গাতে লাগি থকা গৰু-মহ খোৱাৰত দি ৰখাৰ নিচিনা লোহাৰ বেৰৰ এখন খোৱাৰ। কি অপূৰ্ব দৃশ্য। শৌচ-প্ৰস্ৰাৱৰ অপূৰ্ব সমন্বয়ৰ কি এক গোন্ধৰ সফুৰা।..."

১৯৩৬ চনৰ এপ্ৰিলত তেজপুৰ নগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ ষোড়শ অধিৱেশনৰ সভাপতিৰ অভিভাষণ শ্বেতাশ্বেতৰ উপনিষদৰ সংস্কৃত শ্লোকেৰে আৰম্ভ কৰি সাহিত্যৰ বিষয়ে তাত্ত্বিক অভিমত গহীন-গম্ভীৰ গদ্যৰীতিৰে প্ৰকাশ কৰিছে—

"সাহিত্যৰ তিনিটা স্তৰ। উপলব্ধি, অনুভূতি আৰু ভাব প্ৰকাশ। কিছুমান শব্দৰ সমষ্টিয়ে ভাষা নহয়, শব্দৰ লগত এটা সচেতন চিন্তা নিহিত থাকে। ইন্দ্ৰিয়ৰ সহায়ত উপলব্ধি কৰিবপৰা অনুভূতি বিলাকৰ শব্দময় অভিব্যক্তিয়ে ভাষা। মানুহৰ সচেতন চিন্তাধাৰাক ভাষাই পৰিচালিত কৰি সাহিত্য সৃষ্টি কৰে।..."

বিহগী কবি চৌধাৰীয়ে বেজবৰুৱালৈ লিখা চিঠিৰ গদ্য এনে ধৰণৰ ঃ শ্ৰদ্ধাস্পদ ডাঙৰীয়া, মোৰ সেৱা গ্ৰহণ কৰিব। আজি ভালেমান দিন হ'ল আপোনালৈ দ্বিতীয় তাণ্ডৰণৰ কেতেকী এখন পঠিয়াইছিলোঁ। পুথিখনৰ দোষ-গুণ সম্বন্ধে আপোনাৰপৰা একো জানিব নোৱাৰিহে দুখিত হৈছোঁ।...

'জয়ন্তী'ৰ প্ৰথম বছৰ পঞ্চম সংখ্যাত ১৯৩৭ চনত স্বৰ্গীয় চন্দ্ৰকুমাৰ আগৰৱালাৰ বিষয়ে শ্ৰদ্ধাঞ্জলি জনাই চৌধাৰীদেৱে লিখিছিল— "...তেখেতৰ কৰ্ম-মন্ত্ৰৰ ভিতৰত এটি আছিল নীৰৱতা। 'নীৰৱকৰ্মী' কথাষাৰ যেন তেখেতৰ গাতে পূৰামাত্ৰই প্ৰতিফলিত হৈছিল। চন্দ্ৰকুমাৰৰ সৰ্বঢাক শক্তিৰ গুণতে যে 'জোনাকী' ওলাইছিল বাহিৰৰ কোনেও এই কথাৰ গোন্ধকে নাপালে, কোনেও নাজানিলে 'জোনাকী'ৰ জনক আৰু জোনাক বিলাওঁতা চন্দ্ৰকুমাৰহে।..."

১৯৪৮ চনত 'সুৰভি'ৰ তৃতীয় বছৰ তৃতীয় সংখ্যাত 'মহামানৱৰ মহাপ্ৰয়াণত' 'আমাৰ কথা' শিতানত চৌধাৰীদেৱে এনেদৰে লিখিছিল— "...ভাৰতবাসী কান্দা! তোমাৰ এই চকুপানীয়ে যেন আমাৰ মনত শত শত যুগৰ সঞ্চিত ক্লেদ, আবৰ্জনা, বিদ্বেষ আদি টৌৱাই নিয়ে। সেই নিষ্পাপ, নিষ্কলঙ্ক জীৱনৰ আৰ্হিৰে আমিও যেন আমাৰ জীৱন গঢ়িবলৈ সক্ষম হওঁ।..."

'হেমকোষ'ত পৰিশিষ্ট নামৰ বিহগী কবি ৰঘুনাথ চৌধাৰীৰ ১৯১৯ চনত ৰচিত ৬৭ পৃষ্ঠাৰ ৰচনাৱলীৰ শব্দ-সম্ভাৰ তেওঁৰ নামনি অসমৰ কামৰূপী উপভাষাৰ বিশেষ বিচাৰসম্পন্ন গদ্যমুখী প্ৰতিভাৰ নিদৰ্শন— তেওঁৰ শব্দ সংগ্ৰহ, অৰ্থ নিৰূপণ আৰু শব্দ সন্নিৱেশত পাণ্ডিত্য বিৰাজমান— এই বিষয়ৰ তাত্ত্বিক আলোচনাৰ বহুতো সমল আছে ঃ 'অ'ৰ পৰা 'শ'লৈ শব্দৰ অৰ্থসহ পৰিৱেশনৰ উপৰিও নামনি অসমৰ কামৰূপ অঞ্চলত প্ৰচলিত ধানৰ নাম, লতা-বন, গছ-

ফুল, মাছ, চৰাই, ৰোগ আদিৰ যি বহুল তালিকা দাঙি ধৰিছে— সেয়া চৌধাৰীদেৱৰ জনকৃষ্টিমূলক গভীৰ জ্ঞানৰ পৰিচায়ক।

থোৰতে দুটিমান শব্দ আৰু জতুৱা ঠাচৰ নিদৰ্শন দাঙি ধৰিছোঁ ঃ

অবতৰীয়া— অকালত লগা, অকালত হোৱা।

আকাট-বিকাট— কোনো তিতা বস্তু খোৱাৰ পাছত হোৱা মুখৰ অসুখ (তেনে অবস্থাত হোৱা মুখৰ বিকৃতি)

উৰুলি— গিৰ্জনি, যেনে, বক্তৃতা দিবলৈ উঠি মুখ মেলোতেই তেওঁক উৰুলি দি খেদিলে।

কাচিদঁৰীয়া— কাচিৰ দাৰৰ নিচিনা ক্ষুৰ ধাৰ থকা এবিধ বন।

'হেমকোষ' অভিধানৰ এৰা বোটলা পৰিশিষ্টৰূপে বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে কুৰি শতিকাৰ দ্বিতীয় দশকতে কৰা এই কঠোৰ পৰিশ্ৰমেৰে পৰৱৰ্তী কালত শিক্ষাবিদ শৰৎচন্দ্ৰ শৰ্মাক 'অসমীয়া অভিধানৰ এৰা বোটলা', অতুলচন্দ্ৰ বৰুৱা, প্ৰভাতচন্দ্ৰ শৰ্মা আদিক 'দৰঙী শব্দকোষ' ৰচনা কৰিবলৈ প্ৰেৰণা যোগাইছে। এই চমু কথাৰে উনৈশ শতিকাৰ বিহগী কবি চৌধাৰীলৈ একৈশ শতিকাৰ প্ৰণতি জনালোঁ। □

# বেজবৰুৱাৰ কদম কলি আৰু পদুম কলি

ইলা দেৱী

ৰসৰাজৰ গদ্য ৰচনাৰ তুলনাত কবিতাৰ সংখ্যা নিচেই তাকৰ। সাহিত্যৰ কেউটা দিশ পূৰ্ণ কৰিবলৈহে যেন বেজবৰুৱাই কবিতা ৰচনা কৰিবলৈ লৈছিল। পাতনিতে তেওঁ কৈ গৈছে যে, "কবিতা হয় যদি হওঁক, নহয় যদি নহওঁক।..... যাৰ মন যায় পঢ়িব, যাৰ নাযায় নপঢ়িব।" কোনোবাই কবিতাৰ 'কাঠ-সংস্কাৰ' কৰিলেও তেওঁৰ কোনো আপত্তি নাই। এনে মনোভাবেৰে ৰচনা কৰা কবিতাত কিন্তু কবিৰ সুকোমল মনটিত উদ্ভাৱিত হোৱা অসমৰ বায়ু-পানী মাটিৰ গোন্ধ সম্পূৰ্ণ বিৰাজমান।

দেশ-প্ৰেম বেজবৰুৱাৰ সাহিত্য ৰচনাৰ আত্মা। দেশৰ মাটিক তেওঁ ভাল পায়, দেশৰ গছ-গছনি, ফল-ফুল, পখী, নদী আকাশ-বতাহ তেওঁৰ আপোন আৰু অতিকৈ আপোন এই দেশৰ মানুহ। ৰচনা, নাট, গীত-পদ সকলোতে তেওঁৰ এই ভাবে পুৰাকৈ আৱৰি ৰাখিছে। 'জননী জন্মভূমিশ্চ স্বৰ্গাদপি গৰিয়সী' এয়ে আছিল তেওঁৰ জীৱনব্যাপী সাধনাৰ মন্ত্ৰ।

অসমৰ জাতীয়-সঙ্গীতৰূপে প্ৰতিষ্ঠিত 'মোৰ দেশ' বেজবৰুৱাৰ জাতীয় প্ৰেমৰ উৎকৃষ্ট নিদৰ্শন। এনেখন শুৱলা, এনেখন সুফলা, এনেখন মৰমৰ দেশ তেওঁ ক'তো বিচাৰি পোৱা নাই। সেয়ে—

*চাই লওঁ এবাৰ মুখনি তোমাৰ*

*হেঁপাহ মোৰ পলোৱা নাই।*

সুদূৰ সম্বলপুৰত থাকি তেওঁ অসমৰ ধানৰ পথাৰ, তামোল-পাণৰ বাৰী, ভলুকা-মকাল বাঁহৰ বাৰী, নতুন জগা গাইৰ ফেঁহু, মিৰি নাচৰ কথা পাহৰা নাছিল। 'আমাৰ জন্মভূমি' সকলো ফালৰ পৰা বেলেগ।

*ক'ত আছে এনে চাউল পানীত দিলে ভাত?*
*ক'ত আছে কুঁজী-থেকেৰা টেঙাই যায় দাঁত?*
*ক'ত পাবা পকা-খৰিচা ক'ত ঢেকীয়া শাক?*
*এঠা দৈ ক'ত এনে নেৰায় ধুলে যাক।*

বেজবৰুৱাৰ দেশ প্ৰেম মূলক সাৰ্থক কবিতা 'বীণ বৰাগী'। বীণৰ মাধ্যমেৰে কবিয়ে কানীয়া সোৰোপা অসমীয়ালোকক উদ্বুদ্ধ কৰিবলৈ, জাতীয় গৌৰৱ উজাৰি দিবলৈ বিচাৰিছে—'গা বীণ গা অমৃত সঙ্গীত শুকানে মেলক পাহি। 'অসম সঙ্গীত' আন এটি উৎকৃষ্ট দেশ-প্ৰেমৰ কবিতা। শংকৰৰ পৰা আৰম্ভ কৰি অসমৰ গৌৰৱপূৰ্ণ ইতিহাসৰ সমীক্ষা আগবঢ়াইছে এই কবিতাত। আমাৰ একো নাই, আমি দুখীয়া—এই ভাৱত আপোন পাহৰা অসমীয়াক জাগৃত কৰিছে—

*হেৰা অসমীয়া নোহোৱা দুখীয়া*
*কিহৰ দুখীয়া হ'বা?*
*নিজক নাপাহৰি বিভুক সুৱৰি*
*লাগাচো সুফল পাবা।*

অসমৰ প্ৰকৃতি ৰাজ্যখন কবিৰ কবিতাত প্ৰতিভাত হৈ উঠিছে। 'ব্ৰহ্মপুত্ৰ সঙ্গীত'ত ব্ৰহ্মপুত্ৰৰ গুণ-গান কৰি পাৰৰ জিলিকা গৌৰৱ-গাঁথা স্মৰণ কৰিছে। 'সন্ধ্যা' কবিতাত সন্ধিয়াৰ সুন্দৰ ছবি আঁকিছে। ক'লা সাজ পিন্ধি সন্ধ্যা আয়ে লাহে লাহে চৰণ চলাই উপাগতা হৈছে। দেৱালয়ত আৰতি আৰম্ভ হৈছে, গৰু-গাইবিলাকে গো-ধূলি উৰুৱাই ঘৰলৈ উভতিছে, দিনটোৰ পৰিশ্ৰম শ্ৰান্ত-ক্লান্ত প্ৰাণীসব নিজ ঘৰলৈ আহিছে, জোনাকী পৰুৱাই পোহৰ বিলাবলৈ লৈছে, ঝিলিয়ে মাতিছে, আকাশত তাৰকা-মণ্ডলীয়ে হাঁহিছে, ৰিব্ ৰিব্ বা বলিছে আৰু ঠিক এনে সময়তে 'ফিগা'ই পুলকিত হৈ ধৰাত উপস্থিত হৈছে। 'বসন্ত' কবিতাত বসন্তৰ ফুলৰ পয়োভৰ। বসন্তৰ আগমনৰ আগজাননী 'বৰদৈচিলা'। হিল দ'ল ভাঙি বৰদৈচিলা বিহু খাবলৈ আহে। ইয়াৰ পৰিণতি অসমীয়া মানুহৰ পৰিচিত। গছ-গছনি ভাঙি, ঘৰ-দুৱাৰ উৰুৱাই বহুত শাস্তি ভুগায়। লোক-বিশ্বাস মতে বৰদৈচিলাক চোতালত বৰপীৰা পাৰি তাত কাকৈ-আৰ্চি দি থব লাগে আৰু থব লাগে দৈ-পইতা। এই কবিতাটিত কবিয়ে সেই লোক-পৰম্পৰাৰ ছবিখন আঁকিছে—

অসমৰ বসন্তৰ আন এখন ছবি আঁকিছে 'বিহুবান' কবিতাত।

*মৰুৱা মথাইকে ফুলালা লাহৰি*
*ধতুৰাৰ মেলালা থুৰি,*

*ঢেপাই তিতাৰ দিলা কপালৰ তিলক*
*ভোমোৰা ফুৰালা উৰি।*

'ছয় ঋতুৰ ডাক'ত—

*বসন্তই কুউৰায় সুহুৰি ফুৰ্ফুৰ,*
*জাৰে সেহায়, কাহ মাৰে কুহুৰ কুহুৰ।*
*জুইৰ তপত মাত যেনে চেঙা পানী,*
*বাৰিষাই ঘৰ্ঘৰায়, ৰিং-মাৰে টানি।*

ইত্যাদিৰে ছটা ঋতুৰ অসমত তাৰ আগমনৰ সম্পৰ্কে বৰ্ণনা কৰিছে। ইংৰাজ কবি স্পেনচাৰেও 'Shepherd's Calender' নামৰ কবিতাত বাৰ মাহৰ বৰ্ণনা কৰিছে। আকাশত ধ্যান-মগ্ন হৈ বহি থকা তাৰকাসকলক চাই 'তৰা' কবিতাত কবিৰ বিভিন্ন চিন্তা নিগৰি ওলাইছে।

*অথবা অযুত কৌটি চকু বিধাতাৰ*
*চতুৰ্দ্দিশে অধঃ উৰ্ধ ব্যাপ্ত চৰাচৰ।*
*পাপ-পুণ্য সুকৃতি-দুষ্কৃতি নিৰন্তৰ দেখি*
*দেখি বিধানিছে বঁটা, দণ্ড ঘোৰতৰ।*

'জাৰ' কবিতাত 'জাৰ হ'লে অন্ত আহিব বসন্ত'ক আহ্বান কৰিছে। ইয়াতে ইংৰাজ কবি শ্যেলীৰ 'If winter comes, can spring be far behind' উক্তিৰে অনুৰণন শুনা যায়।

*বন্দুলীৰ পাহিটি বহীয়া পৰিল শেবালিৰ উড়িল গন্ধ*
*কি সুখ খাবলৈ বসন্ত থাকিব বসন্ত সি মিছাতে বন্ধ?*

বেজবৰুৱাই অসমীয়া সাহিত্যত ৰোমাণ্টিক যুগৰ সূচনা কৰিলে। ইংৰাজী ৰোমাণ্টিক সাহিত্যৰ দ্বাৰা প্ৰভাৱান্বিত বেজবৰুৱাই ৰোমাণ্টিক প্ৰেমৰ কবিতা ৰচনা কৰিলে। 'কদম কলি'ৰ প্ৰথম কবিতা 'সখীৰ প্ৰতি'ত প্ৰাণ-সখীয়ে এৰি থৈ যোৱা কবিৰ অন্তৰত প্ৰতিফলিত হোৱা বিভিন্ন অনুভূতিবোৰ প্ৰকৃতিৰ চৰাই-চিৰিকতি, নৈ-জান-জুৰি সোঁতৰ লগত ৰিজাই মনোবেদনা প্ৰকাশ কৰিছে। সাময়িকভাৱে নিৰাশা আহিলেও কবি কিন্তু আশাবাদী। তেওঁ 'প্ৰিয় সখী'ক আহ্বান কৰিছে—'ৰোহ এৰি একেলগে ৰঙেৰে ৰূপোৱালী বালিত ফুৰিবলৈ' 'প্ৰিয় সখী'ক পালে কবিক আৰু একোকে নালাগে।

প্ৰাকৃতিক বস্তুত আত্মীয়তা প্ৰকাশ ৰোমাণ্টিক কবিতাৰ লক্ষণ। কেতিয়াও নেদেখা, কেতিয়াও নুশুনা 'মইনা' চৰাই কবিৰ প্ৰাণৰো প্ৰাণ। ইংৰাজ কবি ওৱৰ্ডচৱৰ্থে কুলিৰ মাতত সন্মোহিত হৈ কৈছিল—

*To seek thee did I often rove*
*Through woods and on the green,*
*And thou wert still a hope, a love*
*Still longed for, never seen. (To the Cuckoo)*

মইনাৰ প্ৰেমত কবিয়ে সকলো কৰিব পাৰে। 'মৰমৰ নৈত' মইনাক কবিয়ে বুৰাই ৰাখিব। 'মৰমৰ সখী'ক কবিয়ে প্ৰাণভৰি ভাল পায়। 'কাঠৰ পুতলা' হৈ কবিয়ে একেমনে জঁপে 'তুমি মালা'। কবিৰ মন-প্ৰাণ মৰমৰ সখীময়। কিন্তু বাস্তৱত সখীৰ অভাৱ। সেয়ে গীতৰ সুৰত বেজাৰ অনুভৱ কৰে, নিমাত দুপৰ নিশা সখীৰ বাবে চকুপানী টোকে, আন প্ৰেমিকৰ আনন্দৰ তুলনাত নিজকে নিৰানন্দময়, কেতেকীৰ হিয়াভগা মাতত বিষাদ আৰু ফুলা ফুল পাহক নিফুলাৰ সমান দেখে। বসন্তৰ কুলিৰ মাতক আওকাণ কৰে, ভেঁটৰ হাঁহিত তেওঁ যোগদান কৰিব নোৱাৰে। বিষাদগ্ৰস্ত কবিয়ে কিন্তু সখীৰ আস্থাভাজন হ'ব বিচাৰে— 'তোমাৰেহে মই সখী—তোমাৰ।' প্ৰিয়াৰ ৰূপ সৌন্দৰ্য, বৰ্ণনাত ৰোমাণ্টিক কবি সিদ্ধহস্ত।

প্ৰিয়তমা কবিতাত প্ৰিয়তমাৰ সৌন্দৰ্য বিচাৰি ফুৰিছে প্ৰাকৃতিক বস্তু বিলাকত। মুকুতা দুপাৰী দাঁতত, ৰঙা পোৱালৰ মণি ওঁঠ দুখনি, কাঁইট নথকা গোলাপ গাল দুখনি, চকু দুটিত পদুম পাহিৰ সাদৃশ্য দেখিছে। 'প্ৰিয়তমা' কবিৰ নিঃসন্দেহে শ্ৰেষ্ঠ কবিতাৰ এটি। আন এটি বিখ্যাত কবিতা 'প্ৰিয়তমাৰ সৌন্দৰ্য'। প্ৰিয়তমাৰ জুই যেন শাৰীৰিক সৌন্দৰ্য কবিয়ে বিচৰা নাই, তেওঁক লাগে মাথোঁ হিয়া—'যি হিয়াত মজি মোৰ এই প্ৰাণ হৈ যাব নাইকিয়া।' কবিক লাগে মাথোঁ প্ৰেম-প্ৰণয় মদিৰা, প্ৰেমময় কোমল অন্তৰ, কোমল জুৰ হৃদয়—'দিয়া য'ত দিনে-ৰাতি মোৰ মন অচল অতল ৰয়।' ইংৰাজ কবি শ্যেলীয়ে কৈছিল,

*" I cannot give what men call love.*
*But will thou accept not*
*The worship the heart lifts above*
*And the Heavens reject not."*

শুদ্ধ ৰোমাণ্টিক কবিতা ৰচনা কৰি বেজবৰুৱাই ৰোমাণ্টিক কবিতাৰ আদৰ্শ প্ৰতিষ্ঠা কৰিবৰ চেষ্টা কৰিলে। অসমীয়া সাহিত্যৰ ত্ৰি-মূৰ্তিৰ এজন চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতা 'নিয়ৰ' আৰু বেজবৰুৱাৰ 'পদুম পাতৰ পানী' সদৃশ কবিতা। চন্দ্ৰ কুমাৰে এটোপাল নিয়ৰক সৰগৰ মুকুতা, অপ্সৰীৰে ডিঙিৰ মণি বুলি কল্পনা কৰি থাকোঁতে বতাহে কঁপাই পাতখিলাত থকা নিয়ৰখিনি সৰুৱাই পেলালে; কবিৰ মোহ-ভঙ্গ হ'ল। পদুম পাতত জিলিকি থকা এটোপাল পানীক কবিয়ে

দেৱতাৰ জীয়ৰীৰ ডিঙিৰ মুকুতা বুলি কল্পনা কৰি থাকোঁতে বতাহে কঁপাই পাতটিৰ পানীখিনি পেলাই দিলে। কবিৰো স্বপ্ন-ভঙ্গ হ'ল আৰু উপলব্ধি কৰিলে, যে, তেৱোঁ এদিন ব্ৰহ্ম সাগৰত মিলিত হ'ব।

প্ৰেম আৰু বিৰহৰ অঙ্গাঙ্গী সম্বন্ধ। বিৰহীৰ আন্তৰিক বেদনা প্ৰকাশ ৰোমাণ্টিক কবিতাৰ এক বিশেষত্ব। 'বিৰহ' কবিতাত কবিয়ে বিৰহী প্ৰিয়াৰ প্ৰাণৰ ছাটি ফুৰ্টি সুন্দৰকৈ বৰ্ণনা কৰিছে। কমোৱা তুলাৰ দৰে উৰি ফুৰা ৰোমাণ্টিক কবিৰ মন। 'চেনেহৰ চেনেহী'লৈ কবিতাত কালিদাসৰ বিৰহী-যক্ষৰ দৰে এছাটি গধূলিৰ মলয়াক সম্বোধন কৰি চেনেহীক তেওঁৰ বাতৰি যোগান ধৰিবলৈ আহ্বান কৰিছে।

কাল্পনিক প্ৰেয়সীৰ প্ৰেমত কবি আকুল। 'মালতী' কবিৰ কল্পলোকৰ প্ৰেয়সী। মালতীৰ সৌন্দৰ্যৰ তুলনা এই পৃথিৱীত নাই। 'নুশুঙা ফুলটিত, নুফুলা কলিটিত মালতীৰ তুলনা পায়।' ৰোমাণ্টিক কবিৰ ভাবৰ উৎসাহ এই কবিতাৰ বৈশিষ্ট্য। 'ভ্ৰম' আন এটি বেজবৰুৱাৰ বিশিষ্ট কবিতা। কবিয়ে ৰোমাণ্টিক ভাবনাৰে বাঁহীৰ মাতত বন দেৱীৰ গীত, শেৱালিৰ মালাক তৰাৰ মালা, ফুলবিলাকক ফুলৰ কুঁৱৰী আদিৰে ভ্ৰম কৰিছে।

*নহয় পুখুৰী প্ৰেমিকৰ হিয়া*
*পানী নহয় প্ৰেমৰস;*
*নৈ নহয়, ঠিক প্ৰেমৰ প্ৰবাহ*
*বিচাৰি প্ৰেম বিৱশ।*

'মালিতা' বা বেলাড অসমীয়া সাহিত্যত মৌখিক যুগৰ পৰা চলি আহিছে। বেজবৰুৱাই ইংৰাজী ' বেলাড' শ্ৰেণীৰ কবিতাৰ দৰে অসমীয়াতো বেলাড ৰচনা কৰিবলৈ লয়। তেওঁৰ 'ধনবৰ আৰু ৰতনী' সম্পূৰ্ণ বেলাডৰ গুণসম্পন্ন এটি উৎকৃষ্ট কৃত্ৰিম বেলাড। প্ৰচলিত অসমীয়া ফঁকৰা-যোজনাৰ সংযোজনত অসমীয়া পটভূমিত ৰচিত এই কবিতাটিত ধনবৰৰ পবিত্ৰ প্ৰেমৰ পৰিণতি বৰ্ণনা কৰা হৈছে।

*ফটিকাৰ তলতে যখিনী ছোৱালী*
*টুক্ টুক্ চাপৰি বায়,*
*ধনাইৰে ছাঁতে ৰতনী নাই ঐ*
*কোনে তাৰ মুখলৈ চায়?*

গতিকে সৰল-চিতীয়া ধনবৰে লুইতত আত্ম-আহ দিলে। 'ৰতনীৰ বেজাৰ' কবিতাত ধনবৰৰ মৃত্যুত ৰতনীৰ মনৰ উদংভাৱ সুন্দৰকৈ প্ৰকাশ কৰিছে।

'নিমাতী কন্যা'ৰ কাহিনী অসমীয়া মানুহৰ মুখে মুখে। কবিতাটিত ৰত্নপুৰৰ ৰজাৰ নিমাতী-জীয়াৰীক কমতা-কোঁৱৰে কেনেকৈ মাত উলিয়ালে তাক সজাই পৰাই বৰ্ণনা কৰিছে। গিৰিয়েকৰ মুখ নেদেখা 'তিলকা' আইতাকৰ লগত ডাঙৰ-দীঘল হৈছে। আইতাকৰ মৃত্যুত তিলকাৰ যি বিপৰ্যয়ৰ ছবি কবিয়ে বৰ্ণনা কৰিছে সেই ছবি সেই সময়ৰ মানুহৰ ঘৰে ঘৰে। গৌৰী-দান কৰিবলৈ ৰয়সলৈ নাচাই যিকোনো দৰাৰ লগতে বিয়া দি অভিভাৱকে নিজৰ কৰ্তব্য সমাপণ কৰিছিল। কবিয়ে সেই সমাজ ব্যৱস্থাৰ নিদৰ্শন এই কবিতাত দাঙি ধৰিছে। সেই সময়তে অসমীয়া সাহিত্যত বন কুঁৱৰী, তেজীমলা, পানেচৈ আদি ভালেকেইটি উৎকৃষ্ট বেলাড কবিতা ৰচিত হৈছিল। ইংৰাজ কবি Sir Walter Scott ৰ "Rosabelle"এই লেখীয়া পৃথিৱী বিখ্যাত বেলাড কবিতা—

*"O listen, listen, Ladies gay*
*No haughty feats of arms I tell,*
*Soft is the note, and-the lay*
*That mourns the lovely Rosabelle"*

বেজবৰুৱা একান্তভাবে নৈষ্ঠিক বৈষ্ণৱ। সৰুৰে পৰা সেই শিক্ষাত ডাঙৰ-দীঘল হোৱা বেজবৰুৱাৰ কাপৰ পৰা নিসৃত হৈছে শংকৰদেৱ-মাধৱদেৱৰ জীৱনী, তত্ত্ব কথা, শ্ৰীকৃষ্ণ কথা আদি পুথি। দুই এটি কবিতাতো তেওঁৰ আধ্যাত্মিক ভাৱৰ ছিটিকনি পৰিছে।

*ধৰমৰ নামত কত অধৰম,*
*পুণ্যৰ নামত পাপ,*
*সঁচাৰ নামত কত মিছা কথা,*
*দেখি মোৰ লাগিছে তাপ। (মৰ্ম্মবাণী)*

'মহাপ্ৰয়াণৰ যাত্ৰী' আমি। প্ৰতিদিনে আমি মহাপ্ৰয়াণৰ ফালে আগুৱাই আছোঁ। কিন্তু বিষয়-সুখত মজি সেই কথা আমি পাহৰি থাকোঁ। কবিয়ে সেয়ে 'ভকতি সমল কৰি' সকলোকে লগ ধৰি 'স্বামী'ৰ ওচৰলৈ যাবলৈ লৈছে।

আমি জীৱনত পালোঁ কি? জ্ঞান, ধৰ্ম, সজগুণ আমি একোকে আয়ত্ত কৰিব নোৱাৰিলোঁ। কেৱল গোটেই জীৱন জুৰি খোলাকটি গোটালোঁ।

মাধৱদেৱে কোৱাৰ দৰে প্ৰকৃত ভক্তই মুক্তি নিবিচাৰে। 'ভকতি অমিয়া ৰস' পান কৰাটোৱেই ভক্তৰ প্ৰকৃত উদ্দেশ্য। 'ঈশ্বৰ আৰু ভকত' কবিতাত ঈশ্বৰে ভক্তক ওচৰলৈ মাতিছে। কিন্তু ভকতি ৰসত নিমজ্জিত ভকতে সৰগলৈ যাবলৈ আহৰি পোৱা নাই। বৈকুণ্ঠৰ পৰা ভগৱন্তই তেতিয়া মুকুতিৰ আশা দিছে। কিন্তু ভকতে, 'নেযাওঁ, নেযাওঁ প্ৰভু মোৰ গোবিন্দই মুকুতিৰ নকৰো স্পৃহা' বুলি

উত্তৰ দিছে। ভক্ত বৎসল ভগৱন্তই উপায় নাপাই ভকতৰ ওচৰলৈ আহিবলৈকে স্থিৰ কৰিলে—'ভকতক এৰি থাকিব নোৱাৰোঁ, পলকেই একো বছৰ।' পৰমানন্দৰ আশিস্ অবিহনে জীৱন মৰুময়। কবিয়ে পৰমানন্দৰ অস্তিত্ব অনুভৱ কৰি তেওঁৰ দয়া ভিক্ষা কৰিছে—'সিঁচাহে তোমাৰ কৰুণা হৰি, সজীৱ কৰি লোৱাহে।' 'মদ্‌ভক্তা ঃযত্র গায়ন্তি, তত্র তিষ্ঠামি, নাৰদ'। কবিতাটোৰ এয়ে মহৎ ভগবদ্ মুখী সৰ্ব্ব ভাৰতীয় আদৰ্শ।

প্ৰেম, ধন, ধৰ্ম, গুৰু বিচাৰি মানুহে হাবাথুৰি খায়। কিন্তু বিচাৰিব জানিলে প্ৰকৃত প্ৰেম, প্ৰকৃত ধন, প্ৰকৃত ধৰ্ম, প্ৰকৃত গুৰু ঘৰতেই পায়, তাক পাবলৈ দেশ-বিদেশ ভ্ৰমণ কৰাৰ আৱশ্যক নাই—'জগতৰ গুৰু শংকৰ ঘৰতেই, অন্ধলাই নেদেখিলোঁ।'

ভিন্ ভিন্ বিষয়ৰ ওপৰত সৰু সৰু কেইটিমান কবিতা কবিয়ে ৰচনা কৰিছে। বাঁহীৰ সুৰ কবিৰ বৰ প্ৰিয়। বাঁহী নামৰ পাঁচোটি কবিতাত বাঁহীৰ মাহাত্ম্য প্ৰকাশ কৰিছে। এই বাঁহী সাধাৰণ বাঁহী নহয়, দ্বাপৰৰ শ্ৰীকৃষ্ণৰ বাঁহী। সন্ধিয়া বেলিকা কোনোবাই বাঁহী বজাই 'ৰাধিকা' 'ৰাধিকা' বুলি মাতিছে আৰু 'নোৱাৰো ঘৰত ৰব, টানে বাঁহী মোক' বুলি গোপিনীয়ে উগুল-থুগুল মনেৰে ওলাই গৈছে। বাঁহীৰ মাত শুনিলে 'মূৰ আচন্ত্ৰাই কৰে।' 'ফুটা দিয়া বাঁহৰ চুঙা' হ'লেও সেই বাঁহীয়ে গোপীক হাৰাশাস্তি কৰে। কিন্তু তথাপি বাঁহী বাঁহীয়েই—

*অন্ত অনন্তৰ মাজত আসন,*
*বাঁহীটিত বাজে আত্ম বিলোপন*
*শুনা-শুনাহে অমৃত সন্তান*
*আত্মা পৰমাত্মাত।*

'প্ৰেম' নামৰ কবিতাত কবিয়ে প্ৰেমৰ মহান শক্তি উপলব্ধি কৰিছে। প্ৰেমে জগতত কি অসাধ্য সাধন কৰিছে—মৰু বুৰে, শিল পমে। এই প্ৰেমৰ বলতেই—

*প্ৰেমত ঘুৰিছে ভূমণ্ডল*
*প্ৰেমত ফুলিছে শতদল।*

'কবিতা'ত কবিয়ে কবিতাৰ সংজ্ঞা নিৰূপণ কৰিছে—

*শোকৰ সঙ্গীত সিটি, বিষাদৰ সুৰ,*
*আতুৰৰ হুমুনিয়া, লোতক চকুৰ।*

দুদিনীয়া পৃথিবীত কোনো বস্তুৱেই স্থায়ী নহয়। দুদিন ধেমালি কৰি সকলো আঁতৰি যায়। পৃথিবীত স্থায়ী বস্তু কি তেনেহ'লে?

*ফুলিল মালতীফুল, ফুলি সৰি গ'ল,*
*বিলোৱা সৌৰভ মাথোঁ জগতত ৰ'ল। (অৱশেষ)*

শ্যেলীৰ কবিতাত আছে—Music, when soft voices die, Vibrates in the memory–

য'তেই সুবিধা পায় বেজবৰুৱাই অসমীয়াৰ জাতীয় চৰিত্ৰৰ কথা বৰ্ণনা কৰিবলৈ পিছ নোহোঁহকে। 'চালনী আৰু বেজী' কবিতাত আমাৰ পৰশ্ৰীকাতৰ, পৰ-নিন্দুকতাৰ লগতে ওফাইদাং মৰা স্বভাৱটোকো বৰ্ণনা কৰিছে।

*দেশোদ্ধাৰৰ এক নম্বৰ, পেট্ৰিয়ট পকা*
*ভাষা-নাৱৰ গুৰি-বঠা গদ্য-পদ্যত চোকা।*

'বৰ আৰু সৰু' কবিতাত কবি লক্ষ্মীনাথে নিজৰ অস্তিত্ব উপলব্ধি কৰিছে—

*দুবৰি বনতকৈ সৰু তই লক্ষ্মীনাথ।*
*ধূলিৰো তলৰে ধূলি,*

'কুলি' কবিতাত পৰৰ সুবিধা গ্ৰহণ কৰি পাছত বুঢ়া-আঙুলি দেখুওৱা স্বভাৱৰ কথা বৰ্ণনা কৰিছে।

পৃথিৱীত জীৱই জীয়াই থাকোঁতে যিমানেই ৰজা-মহাৰজা, কবি, শেঠ, ভিকহু, মেজৰ, জেনেৰেল, চিপাহী, ব্ৰাহ্মণ, ক্ষত্ৰিয়ৰ ভাও নিদিয়ক কিয় মৃত্যুৱে সকলোকে এক কৰে—'ধূলি'ত পৰিণত কৰে। 'দেউতাও ধূলি, মাজাতাও ধূলি, ধূলি ৰঙামুৰা মই। 'ধূলি' কবিতাত কবিয়ে বুজি পাইছে—'জীৱনটো কি এটা ফাঁকি।' শ্বেক্সপিয়েৰেও লিখিছে—

*Life is a tale told by an idiot,*
*Full of sound and fury,*
*Signifiying nothing,*

(Macbeth)

'বিহু' কবিতাত অসমত উদ্‌যাপিত হোৱা বিহুৰ পৰম্পৰাৰ কথা বৰ্ণনা কৰিছে। চিৰা-পিঠা, গামোচা, গৰু-গাইক মাহ-হালধিৰে ধোৱাবা, সৰা-মচা, কণীযুঁজ, ম'হৰ যুঁজ, পচি খেলা, ঢোল, পেঁপাৰ মাত সকলোটিকে কবিয়ে কবিতাটিত উল্লেখ কৰিছে। বেজবৰুৱাই উল্লেখ কৰা "দেউতাৰ পদূলিত গোজাইছে মাধুৰী' কেতেকী মলেমলাই, ঐ গোবিন্দই ৰাম" অসমীয়া সমাজৰ বিহু উৎসৱৰ আপ্তবাক্য হৈ ৰ'ল।

কম সংখ্যক কবিতাৰ মাজতো কবিয়ে দুই এটি খুহুঁটীয়া কবিতাও ৰচনা কৰিছে। পুৰীৰ 'সাগৰ দৰ্শন' কৰিবলৈ গৈ দেওবাৰে ১২ বাজিবলৈ ১৩ মিনিট বাকী থোকোঁতে কবিতাটো ৰচনা কৰিছে। সাগৰৰ 'নীলিম সলিল ৰাশি, বাধাহীন উৰ্ম্মিমালাই কবি দেৱকান্তৰ চকুত চমক লগাইছিল। বেজবৰুৱাই গুজৰণি, গুমৰণি, দেওপাৰণি, উথলনি, কোচ্ কোচনি, ৰুৰুৰণি, গিৰ গিৰণি, গাজনি,

ফোপাউৰি, দেদাউৰি আদিয়ে 'বৰুণৰ বেটা'ৰ 'মিছা ভাবুকি'ক উপলব্ধি কৰিছে। সাগৰৰ প্ৰচণ্ড ঢৌ দেখি কবিয়ে ভাবিছে—

*ৰাজ্যৰ লোনখন পেটত সুমাই*
*আণ্ডোৰ পাণ্ডোৰ পেট,*
*তৎ নাপাই উথলিছে*
*(যেন ফেঁটী সাপৰ ফেট)*

'চিৰ যৌৱন' কবিতাত কবি বুঢ়া হ'ব নোখোজে। তেনেকৈ 'পকা চুলি'ত কবিয়ে চুলি পকা মানুহৰ মনৰ দুখ অনুভৱ কৰিছে। তথাপি ক'লা-বগাৰ মিল কেনেকৈ চাৰিওফালে আছে তাৰ হিছাপ বিচাৰিছে। চুলি পকিলে উপায় নাই, সি পকিবই— পকক চুলি পকক মূৰ, ৰসত হওঁক ভৰপূৰ। 'ধোঁৱা খোৱা' কবিতাত কবিয়ে ধোঁৱা খোৱাৰ বহল ব্যৱহাৰৰ ওপৰত আলোকপাত কৰিছে। 'টোৰোক ভৈৰৱ নাদে' বিশ্বজগত কঁপাই তুলিছে। ধোঁৱাখোৱা চলি থাকিলে বেলেগ পোন্ধৰ গোন্ধৰ প্ৰয়োজন নাই—ধূপ-ধূনা আঁতৰ হক, ধোঁৱাখোৱা চাপি ৰক, মলাধপাতৰ গোন্ধে যাওঁক বিশ্ব মলমলাই।

শান্তি, কৰ্ম, আত্মবোধ আদি একো একোটি খণ্ড কবিতাত একোটি ভাব প্ৰতিষ্ঠান কৰিবৰ চেষ্টা কৰিছে।

ভগৱান শ্ৰীকৃষ্ণ বেজবৰুৱাৰ মানস-পটত জিলিকি আছে। শ্ৰীকৃষ্ণৰ বাঁহীকলৈ কেইবাটাও কবিতা ৰচনা কৰিছে। তেনেকৈ ৰাধা আৰু সখীসকল, চন্দ্ৰা-ৰাধাৰ দ্বন্দ্ব, বৃন্দা-চন্দ্ৰাৱলী সংবাদ আদি কবিতাত শ্ৰীকৃষ্ণৰ' বাঁহীৰ সুৰে উতলা কৰা সখীসকলৰ অৱস্থা, ৰাধাৰ বিৰহ আদি প্ৰকাশ কৰিছে।

'থুপিতৰা' আৰু 'ৰেণুকা' এনানি সৰু সৰু কবিতাৰ সমষ্টি। 'থুপিতৰা'ত মৰণ, ভদ্ৰতা, কৰ্ম, ধৰ্মৰ আত্ম-প্ৰতিবাদন, এলাহৰ দৰৱ, সংগ্ৰাম আদি সৰু সৰু কবিতাত একো একোটি বিষয়ৰ ওপৰত কবিৰ অভিজ্ঞতা প্ৰকাশ কৰিছে। স্বধৰ্মত—

য'ত আছা, যি কৰিছা, কৰা ভালেকৈ
এয়ে গীতাৰ বাণী স্বধৰ্মে নিধন শ্ৰেষ্ঠ, পৰধৰ্ম ভয়াবহ।

এয়ে গীতাৰ বাণী—'স্বধৰ্মে নিধনং শ্ৰেয়ঃ; পৰধৰ্ম ভয়াবহঃ'। 'থুপিতৰা'ত একো একোটি ভাৱৰ উজ্জ্বলতা আছে, ৰেণুকাত আছে সুগন্ধি ফুলৰ ৰেণুৰ সমাহাৰ—

*— ৰাতিৰ দুবৰি বন গছকত পৰা*
*তাকো এটি পাতত দিয়ে স্বৰ্গৰ বতৰা।*

কবি বেজবৰুৱাক সেই সময়ৰ আন আন কবিসকলৰ দৰে মহাকাব্যৰ প্ৰভাৱে প্ৰভাৱান্বিত কৰিছে। 'দেৱযানী' কবিতাত দেৱযানী আৰু কচৰ প্ৰেমৰ কাহিনী বৰ্ণনা কৰিছে। 'কৃষকৰ নিদ্ৰা ভঙ্গ'ত কৃষক মাকে ৰাতিপুৱা জগাই মোহ ভাঙিছে। 'দুৰ্যোধনে অশ্বত্থামাক' কবিতাত অশ্বত্থামাই দুৰ্যোধনক সন্তুষ্ট কৰিবলৈ পাণ্ডৱ শিবিৰত ৰাতি সোমাই পাণ্ডৱৰ পাঁচোটি সন্তানৰ শিৰশ্চেদন কৰিলে। দুৰ্যোধনে এই কথাত "কি কৰিলি ছিঃ ছিঃ তই ব্ৰাহ্মণ কুমাৰ, শিশুবধ পাপ কিয় কৰিলি দুৰ্বাৰ?" বুলি খেদ কৰিছে। অৰ্জুনে শোক-বিহ্বল দ্ৰৌপদীৰ ওচৰত অঙ্গীকাৰ কৰি গুৰু-পুত্ৰ অশ্বত্থামাক ধৰি আনে। 'দ্ৰৌপদীয়ে অৰ্জুনক' কবিতাত দ্ৰৌপদীয়ে অৰ্জুনক গুৰু-পুত্ৰক এৰি দি গুৰু আৰু গুৰু-পত্নীক পুত্ৰ শোকৰ বহ্নিৰ পৰা ৰক্ষা কৰিবলৈ অনুৰোধ কৰিছে।

'পৰীক্ষিতক শৃঙ্গীৰ শাপ' আৰু 'শমীকে শৃঙ্গীক' কবিতাত শৃঙ্গীয়ে পৰীক্ষিতক শাপ দিছে (যি শাপত পৰীক্ষিতৰ সৰ্প দংশনত মৃত্যু হৈছিল) আৰু পিতাক শমীক ঋষিয়ে পুতেকৰ কাৰ্যক গৰিহণা দিছে। মহাভাৰতৰ সৰু সৰু কাহিনী কিছুমান এইদৰে বেজবৰুৱাই কাব্য ৰূপ দিছে।

বিভিন্ন সময়ত বেজবৰুৱাৰ মনত উদয় হোৱা ভাব-অনুভূতিৰ কাব্যিক প্ৰকাশ এই কবিতাবোৰ আটাইখিনি কবিতায়ে কিবা নহয় কিবা এটি গুণেৰে বৰ্জিত। অসমীয়া সাহিত্যৰ আধুনিক যুগ এইদৰেই আৰম্ভ হৈছিল। হেম গোস্বামী, চন্দ্ৰকুমাৰ, লক্ষ্মীনাথ এইসকলৰ আপ্ৰাণ চেষ্টাত নতুন যুগটোৱে সাৰ-পানী পাই ঠন ধৰি উঠিবলৈ সক্ষম হৈছিল। বেজবৰুৱাই নিজে সাহিত্যৰ সকলো দিশতে হাত বুলাই নতুন যুগটোত জীপ দিবলৈ যত্ন কৰিছিল। অসমীয়া জাতিৰ প্ৰতি গভীৰ আস্থা বেজবৰুৱা-সাহিত্যৰ মূল উপজীব্য। সম্বলপুৰতেই থাকক বা কলিকতাতেই থাকক অসমদেশৰ ৰূপ, ৰস, গন্ধই তেওঁক আমোদিত কৰি মনটো ভৰাই ৰাখে। সেয়েহে এই জাতিটোৰ দোষ-গুণ তেওঁৰ নখ-দৰ্পণত। বেজবৰুৱা সকলো সমালোচনাৰ উৰ্দ্ধত। তেওঁৰ অৱদান অতুলনীয়। অসমীয়া জাতি, অসমদেশ যিমান দিন থাকিব সিমান দিন বেজবৰুৱা অসমীয়াৰ মাজত উজ্জ্বল তৰাহে জিলিকি থাকিব।

*বাজক ঢোলা বাজক শঙ্খ*
*বাজক মৃদংখোল*
*অসম জুৰি উন্নতি পথত*
*'জয় আই অসম' বোল।* ❑

# আধুনিক অসমীয়া কবিতাত অতীন্দ্ৰিয়বাদৰ বেঙনি

বিমল কুমাৰ হাজৰিকা

অতীন্দ্ৰিয়বাদক কেৱল এটি সংজ্ঞাৰে ব্যাখ্যা কৰিব নোৱাৰি। যিহেতু ভাৱজগতৰ এক বিশেষ স্তৰক ই প্ৰতিফলিত কৰে সেইকাৰণে অতীন্দ্ৰিয়বাদক এক বিশেষ সংজ্ঞাৰে আবদ্ধ কৰি ৰাখিব নোৱাৰি। অতীন্দ্ৰিয় ভাৱৰ ধাৰণাটো তেতিয়াই সৃষ্টি হয় যেতিয়া পৰিদৃশ্যমান জগতৰ পাৰ্থিব দিশটোৰ প্ৰকৃত সত্য উদঘাটন কৰিবলৈ মানৱ প্ৰাণ সচেষ্ট হয় আৰু পৰম ব্ৰহ্মাৰ সতে একাত্মবোধৰ এক স্বৰ্গীয় অনুভূতি লাভ কৰে।

অতীন্দ্ৰিয় কবিসকলে এক মহৎ আৰু অজ্ঞাত শক্তিৰ অস্তিত্ব স্বীকাৰ কৰে যি শক্তিৰ জৰিয়তে ঈশ্বৰ সম্বন্ধে নিশ্চিত জ্ঞানৰ উদ্ভৱ হয়, ঐশ্বৰিক শক্তি কেৱল অনুভূত হয় আৰু কাহানিও অনুভৱ নকৰা এক অনিৰ্বচনীয় আনন্দ উপলব্ধি কৰে। এই আনন্দৰ উপলব্ধিৰ বাবে তেওঁলোকে বুদ্ধি আৰু বিচাৰ শক্তিৰ ওপৰত নিৰ্ভৰ নকৰি অন্তঃপ্ৰজ্ঞাৰ সহায় লয়।

অতীন্দ্ৰিয়বাদীয়ে কেৱল চকামকাকৈয়ে সত্যৰ স্বৰূপ দৰ্শন কৰে কাৰণ পৰম সত্যক জনাৰ উদ্দেশ্যেৰে তেওঁলোকে যি অভিযান আৰম্ভ কৰে সেই পথ তিমিৰাচ্ছন্ন।

ধৰ্ম যেতিয়া কিছুমান আনুষ্ঠানিক কাৰ্যৰে পৰ্যবসিত হয় তেতিয়া যিসকলে তাৰ বিৰুদ্ধে অন্তৰৰ বিজয় ঘোষণা কৰে তেওঁলোকেই অতীন্দ্ৰিয়বাদী ৰূপে খ্যাতি লাভ কৰে। পৃথিৱীত যিবিলাক প্ৰধান ধৰ্মমত আছে তাৰ বিভিন্ন স্তৰত অতীন্দ্ৰিয়বাদৰ মূল বৈশিষ্ট্যসমূহ বিকশি উঠা পৰিলক্ষিত হয়।

অতীন্দ্ৰিয়বাদৰ বিশিষ্ট লক্ষণ ভিত্তিত ইয়াক দুই প্ৰকাৰে ভগোৱা হয়—সৈদ্ধান্তিক আৰু ব্যৱহাৰিক। সৈদ্ধান্তিক অতীন্দ্ৰিয়বাদৰ যোগেদি পাৰ্থিব জগতৰ মাজত নিহিত হৈ থকা প্ৰকৃত সত্য নিৰূপণ কৰিবলৈ এক সুসংহত প্ৰচেষ্টা চলোৱা হয়। ব্যৱহাৰিক অতীন্দ্ৰিয়বাদে আকৌ মানৱাত্মাৰ সতে

নিৰাকাৰ ঐশী শক্তিৰ মিলনৰ ইংগিত বহন কৰে। ভাৰতীয় অতীন্দ্ৰিয়বাদৰ মূল লক্ষণ ব্যৱহাৰিক অতীন্দ্ৰিয়বাদৰ মাজেদিয়েই ফুটি উঠিছে।

ভাৰতীয়, অৰ্থাৎ হিন্দু অতীন্দ্ৰিয়বাদৰ ধাৰা নিৰৱচ্ছিন্নভাৱে উপনিষদৰ সময়ৰপৰা প্ৰবাহিত হৈ আহিছে। বৈষ্ণৱ যুগত এই ধাৰা শক্তিশালী হৈ উঠিছিল। কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ কবিতাত ভাৰতীয় অতীন্দ্ৰিয়বাদৰ আধুনিক ধাৰাৰ বৈশিষ্ট্যসমূহ দৃষ্টিগোচৰ হয়। ঠিক অনুৰূপ ধৰণে হিন্দী সাহিত্যৰ প্ৰাতঃস্মৰণীয় ব্যক্তি মহাদেৱী বৰ্মাৰ কবিতাৰ মাজেদিও অতীন্দ্ৰিয় চিন্তাধাৰাৰ সম্যক প্ৰকাশ দেখিবলৈ পোৱা যায়।

অসমীয়া সাহিত্যৰ কাব্যিক অতীন্দ্ৰিয়বাদ একেবাৰে অৰ্বাচীন বুলিব পাৰি। যিসকলৰ কবিতাত কাব্যিক অতীন্দ্ৰিয়বাদৰ পৰিস্ফূটন ঘটিছে তেনে কেইগৰাকীমান আধুনিক অসমীয়া কবি হ'ল চন্দ্ৰ কুমাৰ আগৰৱলা, লক্ষ্মীনাথ বেজবৰুৱা, মফিজুদ্দিন আহমদ হাজৰিকা, অম্বিকাগিৰী ৰায়চৌধুৰী, নলিনীবালা দেৱী, ৰঘুনাথ চৌধাৰী, দুৰ্গেশ্বৰ শৰ্মা, আনন্দ চন্দ্ৰ আগৰৱালা, ৰত্নকান্ত বৰকাকতী, ধৰ্মেশ্বৰী দেৱী বৰুৱানী, নীলমণি ফুকন আদি বহুতো। এওঁলোকৰ বাহিৰেও আৰু কেইগৰাকীমান কবিৰ কবিতাত অতীন্দ্ৰিয়বাদী ভাবধাৰাৰ প্ৰকাশ ঘটা দেখা যায়। এইসকলৰ ভিতৰত দিব্যপ্ৰভা ভৰালী, পাৰ্বতীপ্ৰসাদ বৰুৱা, কমলেশ্বৰ চলিহা, হেমচন্দ্ৰ গোস্বামী, পদ্মনাথ গোহাঁই বৰুৱা, শৈলধৰ ৰাজখোৱা আৰু ডিম্বেশ্বৰ নেওগৰ নাম বিশেষভাৱে উল্লেখযোগ্য।

অতীন্দ্ৰিয় মহাপুৰুষসকলে ধ্যানস্থ হৈ ইন্দ্ৰিয়াতীত এক অৱস্থা পাইছিলগৈ। অতীন্দ্ৰিয়বাদী আধুনিক যুগৰ কবিয়ে কাব্যিক অতীন্দ্ৰিয়বাদৰ জৰিয়তে তেনে এক মানসিক স্তৰ বা অৱস্থা পাবলৈ প্ৰচেষ্টাৰত হৈ থাকে। পৰম সত্যক জনাৰ পিপাসা আধুনিক অতীন্দ্ৰিয়বাদী কবিৰ মূল লক্ষণ বুলিব পাৰি।

অসমীয়া অতীন্দ্ৰিয়বাদী কবিসকলৰ ওপৰত প্ৰাচ্যৰ অতীন্দ্ৰিয়বাদৰ প্ৰভাৱেই সুস্পষ্ট। প্ৰতীচ্যৰ প্ৰভাৱ অনুভূত হ'লেও কবিৰ ভাৱত মৌলিকত্ব পূৰ্ণমাত্ৰাই বিৰাজমান। ৰঘুনাথ চৌধাৰীৰ দৰে প্ৰকৃতিবাদী কবিসকলে ৱৰ্ডচৱৰ্থৰ 'পেন্থিজিম' (PANTHEISM)তকৈ হিন্দু অতীন্দ্ৰিয়বাদৰ দ্বাৰাহে অধিকভাৱে প্ৰভাৱান্বিত হোৱা পৰিলক্ষিত হয়।

অতীন্দ্ৰিয়বাদৰ সৰ্বপ্ৰথম প্ৰকাশ ঘটে চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাত। ভগৱানৰ প্ৰতি কবিৰ অবিচলিত নিষ্ঠা। কিন্তু ধৰ্মৰ ব্যৱহাৰিক দিশটোৰ প্ৰতি

অধিক মনোযোগ দিয়া তথাকথিত জ্ঞানীজনৰ প্ৰতি কটাক্ষ কৰি কবিয়ে গাইছে—

ভাটৌৰ দৰে আওৰাই শাস্ত্ৰ
ফুৰে গিয়ানী বোলাই
এজন যে আছে সকলোৰে সাক্ষী
অলপো নকৰে ভয়।

সৰ্বজ্ঞ ভগৱানৰ প্ৰতি কবিৰ কাতৰ প্ৰাৰ্থনা,

"দুখ দূৰ কৰি জগত উদ্ধাৰ কৰাহে জগত স্বামী।"

বৈষ্ণৱ কবিৰ "দেৱে নাহি পাই মানবী হইবাৰ, মই পাপী আসিয়া পাইলো" ভাবৰ সতে সংগতি ৰাখি 'বীণ বৰাগী'ৰ কবিয়ে উদাত্তভংগীত গাইছে—

মানুহেই দেৱ ইহ জগতৰ
মানুহেই পৰাৎপৰ।

পৰম ব্ৰহ্ম যে সৰ্বত্ৰ বিৰাজমান 'বিশ্বভাৱৰীয়া' নামৰ কবিতাত তাৰ প্ৰকাশ ঘটিছে। তেওঁ নিজৰ প্ৰশংসাও কৰিছে, কদৰ্থনাও কৰিছে। তেওঁৰ শক্তি অনন্ত। মানবাত্মা যে পৰমাত্মাৰেই ব্যৱহাৰিক প্ৰকাশ কবিয়ে সেইটো আন্তৰিকতাৰে বিশ্বাস কৰে। বৈষ্ণৱ কবিয়েও অনুৰূপ ধাৰণে বিশ্বাস কৰে যেতিয়া গায় 'ঈশ স্বৰূপে হৰি সব ঘটে বৈঠহ।"

অতীন্দ্ৰিয়বাদী ভাবধাৰা লক্ষ্মীনাথ বেজবৰুৱাৰ কবিতাটো ভুমুকি মাৰিছে। কবিৰ মতে আত্মা অবিনশ্বৰ। ইয়াৰ বিনাশ নাই। 'বীণ বৰাগী'ত কবিয়ে সেয়ে কৈছে—

কথাটি নুবুজোঁ
সুৰটি বুজিছোঁ
জন্ম জন্মান্তৰে শুনা।

'গোষ্পদে নভোমণ্ডলম্'ৰ দৰে অতীন্দ্ৰিয়বাদী কবিয়ে অতি নগণ্য বস্তুকো ঐশ্বৰিক শক্তিৰ প্ৰতিভূ স্বৰূপ জ্ঞান কৰে। সেয়ে কবিৰ মতে—

বাটৰ দুবৰি বন গছকত পৰা
তাৰো এটি পাতে দিয়ে স্বৰ্গৰ বতৰা

পৃথিৱীৰ সকলো মানুহেই এক পৰম সত্তাৰ অংশ। আনন্দ চন্দ্ৰ আগৰৱালাদেৱৰ 'সুখ' কবিতাৰ সেয়াই হ'ল মৰ্মাৰ্থ। কবিয়ে গাইছে—

সকলো আপোন যত নৰ নাৰী
কাকনো বুলিম পৰ

পৰম পিতাৰ সকলো সন্তান
পৃথিৱী আমাৰ ঘৰ।

কবি দুৰ্গেশ্বৰ শৰ্মাৰ 'বিশ্বভাৱনা'ত ফুটি উঠিছে কি দৰে এক পৰম সত্তাই জীৱ জগত নিয়ন্ত্ৰিত কৰিছে আৰু কিদৰে নিৰ্বিবাদে মেইই পৰম সত্তাৰ ইচ্ছা শক্তিৰ দ্বাৰা আমি পৰিচালিত হৈছোঁ। কবিয়ে কৈছে,

আমি নাচিব লাগিছোঁ গোটেই জীৱন
কাৰ সুৰত নাজানোঁ
আমি গাবই লাগিছো গোটেই জীৱন
কাৰ গান নাজানোঁ।

বিহগী কবি ৰঘুনাথ চৌধাৰীৰ 'ফুলশয্যা'ত অতীন্দ্ৰিয়বাদৰ সুন্দৰ প্ৰকাশ ঘটিছে। ভগৱানৰ প্ৰতি এক প্ৰচণ্ড অভিমানেৰে বেদনাসিক্ত সুৰেৰে কবিয়ে কৈ উঠিছে,

আৰুনো কিমান দিয়া বেদনাৰ বোজা
হে মোৰ হৃদয় দেৱতা

আনহাতে বেদনা আৰু আনন্দৰ গৰাকীজনক কবিয়ে প্ৰশ্নও কৰিছে এইদৰে—

ভাবাক্ৰান্ত চিত্ত আজি উদ্বেলিত কৰি
কিবা সুখ পালা প্ৰিয়তম?

বিহগী কবিৰ সৰহসংখ্যক কবিতাতে বিদৰে পৰম সত্তাৰ প্ৰতি এক গভীৰ আগ্ৰহৰ ভাব প্ৰকাশ পাইছে অম্বিকাগিৰীৰ কবিতাত পৰম জনক বিভিন্ন ৰূপে জনাৰ আকুতি লক্ষ্য কৰা যায়। আনকি নাৰীৰ দৈহিক সৌন্দৰ্যৰ মোহজাল ফালি কবিয়ে অৱলোকন কৰিছে ভগৱানৰ বিশ্ব বিমোহন ৰূপ। সেয়ে তেওঁ কৈছে,

তুমি লাজৰ ৰাঙলী আভা
পাতকল্প গোলাপী গালত।

পাৰলৌকিক শক্তিৰ প্ৰতি অবিচলিত নিষ্ঠা থকা কবিয়ে ঐহিক ক্লেশ কিমান বাক্যব্যয়ে সহ্য কৰি কৈছে,

তই মোক অবহেলা কৰি
জীৱনৰ আঁৰে আঁৰে ফুৰিবি পলাই
মই তোৰ বিবহত পৰি
পৰি ৰম বেদনাৰ হুল খোঁচ খাই।

ইংৰাজ কবি শ্বেলীয়ে কৈছিল— I fall upon the thorns of life.

I bleed– ঠিক অনুৰূপ ধৰণে জীৱনৰ কাইটীয়া পথেদি অগ্ৰসৰ হওঁতে কবি হৈ পৰিছে ক্ষত-বিক্ষত। কিন্তু তেওঁ অবিচলিত, কাৰণ কবিয়ে বিশ্বাস কৰে— Our Sweetest songs are those that tell of saddest thought.

অতীন্দ্ৰিয়বাদী কবি হিচাপে খ্যাতি লাভ কৰা ৰত্নকান্ত বৰকাকতীদেৱৰ মতে ভগবান আত্মাৰূপে সৰ্বত্ৰ বিৰাজমান। পৰিদৃশ্যমান জগতৰ নৈসৰ্গিক শোভাৰ মাজত তেওঁৰ পৰিচয় বিচাৰি কবি দিশহাৰা হৈ পৰিছে। প্ৰকৃতিৰ বিভিন্ন দৃশ্যৰাজি যেনে বিজুলীৰ চিকমিকনি, সাগৰৰ ঢৌ ৰাশি, ফুলৰ সুঘ্ৰাণ, কুলুকুলু কৰি বৈ যোৱা নদী এই সকলোবোৰতেই যেন সৰ্বশক্তিমান ঈশ্বৰৰ মহিমা প্ৰকাশ পাইছে। কবিৰ মনত জাগি উঠিছে অলেখ অযুত প্ৰশ্ন। সেয়ে তেওঁ কৈছে—

তুমি কি প্ৰিয় নুবুজোঁ কিয়
নোৱাৰি ধৰিব লুকোৱা কেনি
তুমি কি মেঘৰ বিজুলী লহৰ, সাগৰৰ ঢৌ
ফুলৰ ঘ্ৰাণ কুলুৰ ধ্বনি?

এই জিজ্ঞাসাই হ'ল অতীন্দ্ৰিয়বাদী কবিতাৰ এক ঘাই লক্ষণ। অদৃশ্য শক্তিৰ সন্ধানত সকলো অতীন্দ্ৰিয়বাদী কবি ধাৱমান হৈছে কিন্তু সেই শক্তিৰ সতে বিলীন হৈ যোৱাৰ প্ৰৱণতা নাই।

অসমৰ অগ্ৰণী মহিলা কবি নলিনীবালা দেৱীৰ ভগৱৎ প্ৰেম পৰম তৃষ্ণাৰূপে প্ৰতিভাত হৈছে। 'পৰম তৃষ্ণা' কবিতাটিত কবিয়ে সেয়ে উদাও কণ্ঠে গাইছে—

মানুহৰ দুচকুৰ অসীম সৌন্দৰ্য তৃষ্ণা
সুখ আশা হেপাহ বুকুৰ
নহয় ই মৰতৰ ক্ষন্তেকীয়া জীৱনৰ
সুখ আশা পৰম পদৰ
ৰূপ তৃষ্ণা চিৰ সুন্দৰৰ।

অতীন্দ্ৰিয়বাদী কবিয়ে এই চিৰ সুন্দৰক বিচাৰিয়েই কালাতিপাত কৰিছে। "শেষ অৰ্ঘ্য" কবিতাত কবিয়ে পৰমজনক বাস্তৱৰূপে কল্পনা কৰি কাতৰ নিবেদন জনাইছে—

অন্তৰৰ আৰাধনা হ'ব জানো ব্যৰ্থ মোৰ সখা
পোহৰাই হিয়াজুৰি নিদিবানে তুমি মোক দেখা?
পৰম সত্বাৰ সান্নিধ্য লাভ কৰি কবি ধন্য। সেয়ে তেওঁ কৈছে—

তোমাৰ পৰশে মোৰ মচি দিয়ে হিয়াৰ দীনতা
লক্ষ্যহীন জীৱনত দিয়ে নিতে শান্তিৰ বতৰা।

আন এগৰাকী মহিলা কবি ধৰ্মেশ্বৰী দেৱী বৰুবানীৰ কবিতাসমূহতো ভগৱৎ প্ৰেমৰ ব্যাকুলতা লক্ষ্য কৰা যায়। দৈহিক মিলনতকৈ আধ্যাত্মিক মিলনৰ প্ৰতিহে কবি লালায়িত। এই আধ্যাত্মিক মিলনক তেওঁ প্ৰাণৰ তৃষ্ণাৰেই কামনা কৰিছে। কবিয়ে ব্যাকুল হৈ প্ৰশ্ন তুলিছে—

প্ৰাণৰ তৃষ্ণাই আকুল কৰিলে
প্ৰিয় মিলনৰ আশে
ক'ত সেইজন বাঞ্ছিত ধন ক'তেবা লুকাই আছে?

চিৰ সুন্দৰৰ অন্বেষণ অতীন্দ্ৰিয়বাদী কবিতাৰ মূল লক্ষণ। কবি নীলমণি ফুকনৰ কবিতাত তাৰ সুন্দৰ প্ৰকাশ ঘটিছে। কবিয়ে গাইছে—

বাট চাই ৰ'লো সুন্দৰ আহিব
ইপাৰত মই; কোনে কৈ দিব
মোৰনো সুন্দৰ ক'ত?

'জ্ঞান-মালিনী'ৰ কবি মফিজুদ্দিন আহমদ হাজৰিকাও এগৰাকী অতীন্দ্ৰিয়বাদী কবি। জীৱনৰ ধেমালি আৰু ছয়া-ময়ালিৰ সৃষ্টি কৰোঁতা এজন বাজিকৰ আছে। তেওঁ কাৰিকৰো হয় আনহাতে বিশ্ব খনিকৰো হয়। অতীন্দ্ৰিয়বাদী ধাৰণাটোও ছয়াময়া ধাৰণাহে। মনোমোহা বিশ্বজগত মনোমোহা স্বৰ্গমৰ্ত্যৰ সৃষ্টি কৰোঁতাজনৰ ছয়াময়া খেল দেখি কবি বিমুগ্ধ। সেয়েহে আবেগপূৰ্ণ কণ্ঠেৰে কবিয়ে কৈছে—

এই যত ধেমালিৰ
নানা ছঁয়া-ময়ালিৰ
আছে আছে ময়া হই এটি বাজিকৰ—
এই বিশ্ব জগতৰ
কিম্বা স্বৰ্গ মৰতৰ
আছে আছে গুপুতেৰে এটি কাৰিকৰ
নিশ্চয় নিশ্চয় এটি বিশ্ব-খনিকৰ।

ভাৰতীয় ঋজহ সেৱাৰ প্ৰাক্তন বিষয়া ভাগ্য দাসৰ 'বং আৰু বদালি' কাব্য গ্ৰন্থখনত কবিৰ বিভিন্ন ভাবৰ হেন্দোলনি উঠিছে। অতীন্দ্ৰিয়বাদৰ চমকনিত উদ্ভাসিত হৈ উঠিছে বহুকেইটা কবিতা। কবিয়ে দেখিলে "মানুহে ধৰাৰ বুকত বিজ্ঞানৰ যুগজয়ী দান" লাভ কবি ঈশ্বৰৰ স্তুতি গুণ-গানো পাহৰি

পেলালে—যেন কৌটিকলীয়া অন্ধবিশ্বাসৰ অন্ত পৰিল। অণু-পৰমাণুৰ অফুৰন্ত উৎসে শক্তি, আলোক গতিৰ গূঢ়তত্ত্ব, বিদ্যুতৰ অভিনৱ দানে মানুহক কৰি তুলিলে যান্ত্রিক। ঈশ অনুভূতিৰ যেন মৃত্যু হ'ল। বিজ্ঞানৰ এই চমকপ্রদ সাফল্যত কবি কিন্তু দিশহাৰা হৈ যোৱা নাই। তেওঁ সেয়ে প্রশ্ন কৰিছে—

সঁচা জানো মৃত্যু হ'ল সেই ঈশ্বৰৰ?
ভাবোঁ যাক মনে মনে
আদি বুলি স্রষ্টা বুলি
এই জগতৰ?

কবিয়ে তাৰ উত্তৰ নিজেই বিচাৰি পাইছে আৰু গভীৰ আত্ম প্রত্যয়েৰে কৈছে,

মই ভাবোঁ মিছা কথা
মানুহৰ এয়া 'অহমিকা'
বিজ্ঞানৰ অৱদান
অন্তঃ সাৰশূন্য জয়টীকা
বিজ্ঞানৰ লক্ষ্য মাথোঁ
মানুহৰ সমাজৰ
বাহ্যিকৰ সুখৰ কাৰণে
নাই তাত ক্ষীণ স্পর্শ আধ্যাত্মিকতাৰ
অতীন্দ্রিয় এই আত্মাৰ...

স্থূল বস্তুবাদী ধাৰণাৰে অতীন্দ্রিয়বাদী কবিৰ 'অন্তৰৰ তিমিৰাচ্ছন্ন নিশাৰ শেষত পোহৰৰ ৰেখা'ৰ উপলব্ধি কৰাটো এক দুৰূহ কাম। অতীন্দ্রিয়বাদীসকলে বিশ্বাস কৰে যে মানুহে যেতিয়া মূল উৎস বা মূল শক্তিৰ প্রতি আকর্ষণ হেৰাই পেলাব, পার্থিৱ জগতৰ বাহ্যিক দিশটোৰ প্রতিহে অধিক সচেষ্ট হ'ব, তেতিয়া সমাজৰ গাঁথনিটো লোলোক-ঢোলোক হৈ পৰিব। ফলত বিশৃংখলতাই ছাটি ধৰিব সমাজৰ চৌদিশ। অৱশ্যে অতীন্দ্রিয়বাদী কবিসকল আশাবাদী। স্থূল বস্তুবাদী ধাৰণাটো সমাজৰপৰা, মানুহৰ মনৰপৰা অন্তর্হিত হ'ব আৰু চিৰ সুন্দৰৰ সাধনাত জনাগত কৰি গোষ্ঠী পুনৰ মগন হ'ব আৰু উপলব্ধি কৰিব ইন্দ্রিয়গ্রাহ্য নৈসর্গিক সোতাৰ আঁৰত লুকাই থকা অবিনশ্বৰ শক্তিৰ সর্বব্যাপী স্বৰূপৰ কথা। □

# ডিম্বেশ্বৰ নেওগৰ সাহিত্য-কৃতি

হৰিপ্ৰসাদ চলিহা

পোন্ধৰশ শতিকাৰ কালছোৱাত অসমৰ মহাপুৰুষ দুজনাই সৃষ্টি কৰি যোৱা অসমীয়া জাতীয় জীৱনত হাড়ে-হিমজুৰে লাগি থকা অমূল্য বৈষ্ণৱ সাহিত্যৰ আধাৰত গঢ়ি উঠা ধৰ্মীয় ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, আচৰণ, অনুশীলন আদি পৰম্পৰাবোৰ অসমৰ নিৰ্মল গাঁৱলীয়া সমাজ আৰু মহাপুৰুষীয়া সত্ৰসমূহে পৰম নিষ্ঠাৰে নিৰন্তৰ পালন কৰি অহা ব্যৱস্থাৰ বাবেই অসমৰ সমাজ-সংস্কৃতিত আজিকোপতি নিৰৱচ্ছিন্নভাৱে চলি আহিছে। তাততে অধিক ফলপ্ৰদ প্ৰয়াস বা প্ৰকৃত মূল্যায়ন ১৮৪৬ চনত 'অৰুণোদই'ৰ জন্মৰ আগলৈকে প্ৰায় নাছিল বুলিয়েই ক'ব পাৰি। এই দীৰ্ঘকাল অসমীয়া ভাষা-সাহিত্য, কৃষ্টি-সংস্কৃতি, ধৰ্ম-নীতি আদিৰ বিকাশ আৰু গৱেষণামূলক অধ্যয়নৰ ক্ষেত্ৰত এক নিষ্প্ৰাণ যুগ বুলি আখ্যা দিব পাৰি। এক কথাত ক'বলৈ গ'লে, 'অৰুণোদই' কাকতেই অসমীয়া ভাষা সাহিত্যক আধুনিক যুগৰ প্ৰধান বৈশিষ্ট্যৰে সমৃদ্ধ কৰি বিশ্বৰ পৰিৱৰ্তিত অৱস্থাৰ লগত চিনাকি কৰি দিবলৈ গুৰি ধৰিছিল। ইয়াৰ আগতে যদিও দুই এখন বুৰঞ্জী আৰু কবিতাৰ পুথি খতীয়া খুচুৰীয়াকৈ ৰচিত হৈছিল, সেইবোৰত বৈষ্ণৱ সাহিত্যৰ মূল্যায়নৰ প্ৰয়াস নাছিল। ১৮৩৫ আৰু ১৮৯০ চনৰ ভিতৰত ডাঙৰীয়া দীননাথ বেজবৰুৱাৰ দ্বাৰা অনূদিত উৎকল খণ্ড, হৰ-গৌৰী সংবাদৰ পদ ভাঙনি বৈষ্ণৱ সাহিত্য অধ্যয়নৰ প্ৰথম সূচনা বুলিব পাৰি। ১৮৬৮-৯০ চনৰ সময়ছোৱাৰ ভিতৰতে হৰিবিলাস আগৰৱালাই সাঁচি পাতৰ পুথিৰ মাজৰ পৰা উলিয়াই আনি প্ৰথমে কীৰ্তন পুথি ছপা কৰি উলিয়ায়। তাৰ পিছত ভাগৱতৰ প্ৰথম, দ্বিতীয়, তৃতীয় আৰু একাদশ স্কন্ধ প্ৰকাশ কৰি বৈষ্ণৱ সাহিত্য অধ্যয়নৰ পথ মুকলি কৰে। আগৰৱালাদেৱেই সীতা-স্বয়ম্বৰ নাট, গুণমালা, ভটিমা, বৰগীত, বংশাৱলী, বিপুঞ্জয় স্মৃতি, গুৰু চৰিত পুথি ছপা কৰি উলিয়াই বৈষ্ণৱ সাহিত্য প্ৰচাৰৰ পথ প্ৰশস্ত কৰি তোলে। বেজবৰুৱাই চৰিত পুথি আৰু আহোম ৰাজৰ কালৰ বুৰঞ্জীৰপৰা তথ্য সংগ্ৰহ কৰি ১৯১২ চনত শঙ্কৰদেৱ, ১৯১৪ চনত শঙ্কৰদেৱ

আৰু মাধবদেৱ, ১৯১৫ চনত শ্ৰীকৃষ্ণকথা প্ৰণয়ন কৰি ভৱিষ্যত প্ৰজন্মৰ বাবে বৈষ্ণৱ সাহিত্যৰ বিশ্লেষণৰ পথ সুগম কৰি দিয়ে। বেজবৰুৱাৰ পিছত পদ্মনাথ গোহাঞি বৰুৱাৰ শ্ৰীকৃষ্ণ আৰু গীতাসাৰ, ৰায় বাহাদুৰ কালিৰাম মেধিৰ মহাপুৰুষীয়া ধৰ্মৰ তত্ত্বকথা সংগৃহীত আৰু বিশ্লেষণাত্মক গ্ৰন্থ শঙ্কৰদেৱৰ বাণী, ড° বাণীকান্ত কাকতিৰ গৱেষণামূলক প্ৰবন্ধ প্ৰকাশেৰে অসমীয়া বৈষ্ণৱ সাহিত্যৰ অধ্যয়নৰ বলিষ্ঠ পদক্ষেপ উন্মোচিত হয়।

সেই কালতে চেগা চোৰোকাকৈ আৰম্ভ হোৱা বৈষ্ণৱ সাহিত্যৰ মূল্যায়নৰ পিছত অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীৰ প্ৰণালীবদ্ধভাৱে বিশ্লেষণ আৰম্ভ কৰে কবি, সাহিত্যিক, বুৰঞ্জীবিদ আৰু বৈষ্ণৱ সাহিত্যৰ প্ৰবক্তা প্ৰয়াত ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই। নেওগে তেখেতৰ ৬৭ বছৰীয়া কৰ্মময় জীৱনৰ ভিতৰৰ ১৭ বছৰীয়া শৈশৱ কাল বাদ দি বাকী ৫০ বছৰ কাল আশাশুধীয়াকৈ সাহিত্য চৰ্চাত আত্মনিয়োগ কৰিছিল। ইয়াৰ ভিতৰৰে ১৯১৮ চনৰপৰা ১৯৩২ চনলৈকে প্ৰথম চৈধ্য বছৰ তেখেতে ডেকাকালৰ প্ৰাণ চঞ্চল, আবেগ অনুভূতি আৰু মানৱ প্ৰেমৰ দ্বাৰা সিক্ত হৈ কবিতা, শোক কবিতা, বন ঘোষা, বিহুৱা হুচৰি ঘোষা, বিহুৱতী, ডাক চৰিত, বিয়া নাম, গীতৰ পুথিৰ সংকলন, ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ—'মোৰ গীত' শীৰ্ষক কবিতা, ভক্তিৰাগ কবিতা, পৌৰাণিক নাটক, পৌৰাণিক দৃশ্য-কাব্য, চুটি গল্প সংকলন, ইংৰাজী কবিতাৰ অনুবাদ, নিচুকনি গীত সংকলন আদি বিবিধ বিষয়ৰ সাহিত্যৰাজি প্ৰণয়ন কৰিছিল। ১৯৩২ চনৰপৰা ১৯৪০ চনৰ ভিতৰৰ আঠ বছৰ কালত তেখেতে অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীৰ চমু আৰু প্ৰথম পৰ্যায়ৰ গ্ৰন্থসমূহ আৰু স্কুলীয়া ছাত্ৰ-ছাত্ৰীৰ উপযোগী পাঠ্যপুথিসমূহ ৰচনা কৰে। এয়া আছিল ডেকা বয়স পাৰ হৈ পৈণত অৱস্থাৰ প্ৰাপ্তিৰ সময়। এই পৈণত অৱস্থাত তেখেতে প্ৰণয়ন কৰা গ্ৰন্থসমূহৰ ভিতৰত অসমীয়া কাব্য সাহিত্য, আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী, অসমীয়া সাহিত্যৰ জিলিঙনি, অসমীয়া সাহিত্যৰ বুৰঞ্জী, অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি, মহাকবি কালিদাসৰ অমৰ কাব্য মেঘদূতমৰ অসমীয়া ভাঙনি 'মেঘদূত' স্বহীদ 'কাৰবালা'ৰ ভাঙনি মৰুৰ নিজৰা, বিজ্ঞানৰ আগকথা আৰু শতাধিক প্ৰবন্ধ, কবিতাসমূহ। যৌৱনাৱস্থাৰ আবেগ-অনুভূতিৰ তৰঙ্গ পাৰ হৈ পৈণত অৱস্থাৰ ধীৰ স্থিৰ চিন্তামুক্ত সাহিত্য চৰ্চাত তেখেতে মনোনিৱেশ কৰিছিল।

১৯৪০ চনৰপৰা ১৯৬৬ চন পৰ্যন্ত এই সুদীৰ্ঘ ২৬ টা বছৰত নেওগে অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীৰ গৱেষণামূলক গ্ৰন্থসমূহ আৰু 'মহাপুৰুষীয়া ধৰ্মৰ আঁতিগুৰি'কৈ ধৰি 'যুগনায়ক শঙ্কৰদেৱ'লৈকে বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় অতি মূল্যবান

গ্ৰন্থসমূহ ৰচনা কৰে। এই দুয়ো ভাগ সাহিত্যৰ ভিতৰত প্ৰাক-ঐতিহাসিক অসম, Introduction to Assam, অসমীয়া কথা সাহিত্য, অসমীয়া ভাষা আৰু লিপিৰ চিনাকি, অসমীয়া সাহিত্যৰ জেউতি, সাহিত্য কি ?, শুধ অসমীয়া, Modern Assamese Literature, History of Assamese Literature, Mahapurushiasm, Jagadguru Sankardev-the founder of Mahapurushiasm, সেই ওমকাৰ ধ্বনি, বিশ্ব ধৰ্মলৈ শঙ্কৰদেৱৰ বৰঙণি, অসমীয়া সাহিত্যৰ অধ্যয়ন, নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী, The Origin and Growth of Assamese Language, অসমীয়া ভাষাতত্ত্বৰ নতুন বিচাৰ, New Light on History of Assamese Literature, মহাপুৰুষীয়া ধৰ্মৰ আঁতিগুৰি, যুগনায়ক শঙ্কৰদেৱ আদি গৱেষণামূলক গ্ৰন্থৰাজি প্ৰণয়ন কৰি উলিয়াইছিল। এই সাহিত্যৰাজি আছিল তেখেতৰ সাহিত্যকৰ্মৰ কীৰ্তিস্তম্ভস্বৰূপ। ভাষা-সাহিত্যৰ বুৰঞ্জী, বৈষ্ণৱ ধৰ্ম সম্পৰ্কীয় পৰ্যালোচনামূলক গ্ৰন্থ আৰু মহাপুৰুষ জনাৰ জীৱন দৰ্শন সম্পৰ্কে প্ৰণয়ন কৰি উলিওৱা গ্ৰন্থসমূহেই নেওগক অসমীয়া ভাষা সাহিত্যৰ ভঁৰাললৈ অমূল্য সম্ভাৰেৰে অবিহণা আগবঢ়োৱা কৃতী সাহিত্যিক হিচাপে অমৰ কৰি ৰাখিছে।

প্ৰৌঢ়ত্ব আৰু সাহিত্য সৃষ্টিত পৰিপক্কতা লাভ কৰাৰ অনুভূতি অহাৰ লগে লগে মানৱপ্ৰেম, দেশপ্ৰেম আদি ভাব-প্ৰবণ, কবিতা, নাটক আদি লিখাৰপৰা ক্ৰমান্বয়ে নেওগে ভাষা-সাহিত্য-বুৰঞ্জী আৰু তত্ত্বমূলক সাহিত্য গৱেষণাৰ আধাৰত সৃষ্টি কৰিবলৈ মনোনিবেশ কৰিছিল। সেয়েহে তেখেতে স্বীকাৰ কৰি গৈছে ভাষা-সাহিত্যৰ বুৰঞ্জীৰ ক্ষেত্ৰত একেটা বিষয়কে প্ৰথমে চমু আৰু পিছত বিস্তৃতভাৱে প্ৰণয়ন কৰিছিল। সিমানতো তেখেতে একেবাৰে খাতাং কৰি ক'ব নোৱাৰিছিল যে সেয়েই তেখেতৰ চূড়ান্ত বা শেষ সিদ্ধান্ত। কাৰণ এবাৰ একোটা বিষয়ত গৱেষণাৰ যোগেদি আগবাঢ়িলে, নতুন নতুন তথ্য হাতলৈ আহি থাকে। তেনে কৰোঁতে কেতিয়াবা আগতে লিখা কথাৰ কিছু সালসলনি ঘটাবলগীয়াও হৈছে।

অসমীয়া কাব্য-সাহিত্যত পাশ্চাত্যৰ প্ৰভাৱ যে পৰিছিল, সেয়া অনস্বীকাৰ্য। অসমীয়া কাব্য-সাহিত্যত সৃষ্টি হোৱা বৈচিত্ৰ্যময় ছন্দ-ৰীতিৰ পয়োভৰ যে পাশ্চাত্যৰে প্ৰভাৱ সেয়া স্বীকাৰ কৰিব লাগিব। বঙলা সাহিত্যৰ দৰে অসমীয়া সাহিত্যতো বিশেষকৈ কাব্য জগতলৈ ছন্দ-স্বাধীনতাৰ অবাধ গতিৰ আৰম্ভ হ'ল। গ্ৰন্থ ৰচনা কৰা যিমান কঠিন, কাব্য বা গদ্য সংকলন কৰাটোও সিমানেই কঠিন—কাৰণ উপযুক্ত সাহিত্য নিৰ্বাচন হৈছে এটা জটিল সমস্যা। তেখেতৰ 'আধুনিক অসমীয়া কাব্য-প্ৰতিভা' গ্ৰন্থত নিৰ্দিষ্ট কৰিলে ফাৰক্লেৰ ১৮৪৬ চনত 'অৰুনোদই'ত

প্ৰকাশ পোৱা 'বিনয় বচন' নামৰ কবিতাকে ধৰি দেৱকান্ত বৰুৱাৰ 'বিহু উছৱ' নামৰ কবিতালৈকে মুঠ আঠকুৰি নটা বছা বছা কবিতাই ঠাই পাইছিল। উল্লেখযোগ্য যে পাহৰণিৰ গৰ্ভত হেৰাই যাব খোজা এই বাচকবনীয়া কবিতাসমূহ নেওগে অতি যত্ন সহকাৰে ধৰি ৰাখি গৈছে। ১৯১৫-১৬ চনৰপৰা তেখেতে মোফাট মিলছৰ Report on the Administration of Assam, এডৱাৰ্ড গেইটৰ A short account of the rise and progress of journalism in the Assam Valley, Report of the progress of Historical Research in Assam বেপ্টিষ্ট মিশ্যনৰ শতবাৰ্ষিকীৰ প্ৰদৰ্শনীৰ Assam's Mission Nowgong Jubilee Publication 1887 আদিৰপৰা অশেষ কষ্টৰ মাজেদি আৰু অৰ্থ ব্যয় কৰি বুৰঞ্জীৰ সমল উদ্ধাৰ কৰি 'আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী' প্ৰণয়ন কৰে। কৃষ্ণ কান্ত সন্দিকৈ, কনকলাল বৰুৱা, ড° এম. আই. বড়া, পি. চ. ৰয় আদিয়ে গ্ৰন্থখনৰ ভূয়সী প্ৰশংসা কৰে।

সাহিত্যৰ সমালোচনামূলক গ্ৰন্থ অসমীয়া সাহিত্যৰ জিলিঙনি ১৯৩৮ চনত প্ৰকাশ পায়। ড° বাণীকান্ত কাকতিদেৱে কিতাপখনিৰ পাতনি লিখি সাহিত্য-সমলোচনাৰ ওঁৰালৈ এটি মূল্যবান বৰঙণি বুলি আখ্যা দিছে। জিলিঙনি ওলোৱাৰ ঠিক দুবছৰৰ পিছতে সাহিত্যৰ বুৰঞ্জী বিষয়ক অন্য এখন পুথি 'অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি' লিখি উলিয়ায়।

প্ৰাগজ্যোতিষপুৰৰ পুৰণি বুৰঞ্জী উদ্ধাৰ কৰি ১৯৪৮-৪৯ চনত 'প্ৰাক ঐতিহাসিক অসম' প্ৰণয়ন কৰে। অসমীয়া ভাষা আৰু লিপি সম্পৰ্কীয় আন এখনি মূল্যাবান গ্ৰন্থ 'অসমীয়া ভাষা আৰু লিপিৰ চিনাকি', ১৯৫১ চনত প্ৰণয়ন কৰে। সেই একে বছৰতে তেখেতে প্ৰণয়ন কৰা 'অসমীয়া সাহিত্যৰ জেউতি'ত অসমীয়া জন সাহিত্য, পটন্তৰমালা, ডাকৰ বচন, গীতিকাৰ, বৈষ্ণৱ সাহিত্যৰ অন্তৰ্গত ৰুক্মিণী হৰণ কাব্য, ঘুনুচা যাত্ৰা, জন্মযাত্ৰা নাট, বৰ্তমান সাহিত্যৰ ভূমি, নিজৰা, গঙ্গাজলি, চকুলো আদি গ্ৰন্থৰ সমালোচনা আগবঢ়োৱা হয়। অসমীয়াত লিখাৰ উপৰিও History of Assamese Literature Vol VI (Modern period–1826-1947) লিখি ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, উমেশচন্দ্ৰ মিশ্ৰ, জয়কান্ত মিশ্ৰ আদি পণ্ডিতসকলৰপৰা ভূয়সী প্ৰশংসা লাভ কৰে। ১৯৬৪ চনত প্ৰকাশ কৰা 'অসমীয়া সাহিত্যৰ অধ্যয়নত, পণ্ড পুৰাণ, জীৱ-জন্তুৰ কাহিনী আদিৰ সমালোচনাৰে আৰম্ভ কৰি 'পুৱালৈ সময় বিমান' কবিতাৰে সামৰণি মাৰিছে। ১৯৬২ চনত তেখেতে ইংৰাজীত প্ৰণয়ন কৰা New Light on History of Asamiya Literature (from the earliest until recent times including

the account of its Antecedents) দুটা প্ৰধান অধ্যায়ত লিখা গ্ৰন্থখন অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীৰ এটি অমূল্য সম্পদ। অধ্যাপক জুলব্লম, ড° সুনীতি কুমাৰ চট্টোপাধ্যায়, বিষ্ণুৰাম মেধি আদি ব্যক্তিসকলে ভূয়সী প্ৰশংসা কৰে। ১৯৬৪ চনত এই গ্ৰন্থৰ অসমীয়া সংস্কৰণ নতুন 'পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী' প্ৰকাশ হয়।

অসমীয়া ভাষা, সাহিত্য আৰু লিপিৰ বিষয়ে প্ৰণয়ন কৰা নেওগৰ অন্য এখন ইংৰাজী গ্ৰন্থ "The Origin and Growth of the Asamiya Language" (New light on the development of the Assamese Script,-Pre-historic Assam অসমীয়া ভাষা-সাহিত্যৰ বুৰঞ্জীলৈ এটি বহুমূলীয়া অৱদান।

নেওগ ডাঙৰীয়াৰ সাহিত্যিক জীৱনৰ একেবাৰে শেষ অৱদান 'যুগ নায়ক শঙ্কৰদেৱ' প্ৰকাশ হয় ১৯৬৬ চনত। দুৰ্ভাগ্যৰ কথা যে তেখেতে গ্ৰন্থখনিৰ ছপা অৱস্থাত দেখি যাবলৈ নাপালে। বৈষ্ণৱ সাহিত্যৰ ওপৰতো মৌলিক আৰু সমালোচনামূলক গ্ৰন্থৰাজি অসমীয়া সাহিত্যৰ বাবে অমূল্য সম্পদ। এইখন গ্ৰন্থ শঙ্কৰদেৱৰ জীৱনীৰ লগতে তেখেতে প্ৰচাৰ কৰা নব-বৈষ্ণৱ ধৰ্মৰ বিষদ ব্যাখ্যা আৰু অন্যান্য ধৰ্ম আৰু দৰ্শনাদিৰ লগত তুলনামূলক পৰ্যালোচনা আগবঢ়াইছে। মহাপুৰুষীয়া ধৰ্ম আৰু নীতি সম্বন্ধে ইয়াত স্পষ্ট ব্যাখ্যা আগবঢ়োৱা হৈছে।

অসমীয়া ভাষা, সাহিত্য, লিপি, বুৰঞ্জীলৈ নেওগৰ অৱদান বহুমূলীয়া। কিন্তু তেখেতৰ গ্ৰন্থ আৰু প্ৰবন্ধসমূহ সংকলন কৰি উলিয়াব নোৱৰাটো অতি পৰিতাপৰ কথা। □

# ককা বাগ্মীবৰ নীলমণি ফুকনদেৱৰ জীৱন আৰু প্ৰতিভা,—এক চমু আলোকপাত

বিনন্দ বৰুৱা

বাগ্মীবৰ নীলমণি ফুকনৰ নাম ল'লেই আমাৰ মানসত ভাঁহি উঠে বহুমুখী প্ৰতিভাৰ অধিকাৰী এগৰাকী সিংহপুৰুষৰ কথা। তেখেত আছিল একাধাৰে সাহিত্যিক, সাংবাদিক, শিক্ষাবিদ আৰু ৰাজনীতিবিদ। অসমৰ জাতীয় জীৱনলৈ আগবঢ়োৱা বৰঙণিৰে এইগৰাকী ব্যক্তিয়ে আমাৰ জাতীয় জীৱন সমৃদ্ধ কৰি থৈ গৈছে। ১৮৮৮ চনত উজনি অসমৰ ডিব্ৰুগড়ত জন্মগ্ৰহণ কৰা এই ব্যক্তিগৰাকীৰ পিতৃৰ নাম আছিল স্বৰ্গীয় লম্বোদৰ ফুকন আৰু মাতৃ চন্দ্ৰাৱলীদেৱী। ককাক ঘনশ্যাম খাৰঘৰীয়া ফুকনে 'কল্কি পুৰাণ' অসমীয়ালৈ অনুবাদ কৰিছিল।

বাগ্মীবৰ নীলমনি ফুকন ডাঙৰীয়াক এই নিবন্ধৰ লেখকে বহুবাৰ লগ পোৱাৰ সৌভাগ্য ঘটিছিল। যোৰহাট নগৰত তেখেতৰ বাসস্থান আছিল পূৰ্বৰ নিউভিল পথ নামে জনাজাত জগন্নাথ বৰুৱা পথৰ শঙ্কৰ চিনেমাৰপৰা পঞ্চাশ ফুটমান উত্তৰেদি পূব দিশলৈ গৈ অসম ৰাষ্ট্ৰীয় পথৰ লগত সংলগ্ন হোৱা নিউভিল পথৰ বাঁওহাতৰ কেঁকুৰিতে। তেখেতৰ বাসস্থান আৰু আমাৰ বাসস্থান সেই একে জগন্নাথ বৰুৱা পথৰ ৰজামেদামৰ সমীপতে। আমি সৰুৰেপৰা এই ব্যক্তিগৰাকীক সকলো সময়তে ককা বুলিয়েই মাতিছিলোঁ। অকল আমিয়েই নহয় পণ্ডিত মহেশ্বৰ নেওগ, বকুল বনৰ কবি পদ্মশ্ৰী আনন্দচন্দ্ৰ বৰুৱা প্ৰমুখ্যে বৰেণ্য ব্যক্তিসকলেও তেখেতক ককা বুলিয়েই মাতিছিল। মুঠতে তেখেত আছিল সৰ্বজনৰ ককা। সেয়ে এই গৰাকী স্বনামধন্য ব্যক্তিক ককা বুলি সম্বোধন কৰি লিখিছে মানসিক তৃপ্তি লাভ কৰাৰ প্ৰয়াস কৰা হৈছে।

বাগ্মীবৰ ককা নীলমনি ফুকন ডাঙৰীয়াই ১৯০০ চনতে এণ্ট্ৰেঞ্চ পাছ কৰি কটন আৰু কোচবিহাৰ কলেজত শিক্ষা লাভ কৰি বি.এ.পৰীক্ষাত উত্তীৰ্ণ হয়। জনামতে ককাই জীৱনৰ পাতনিতে ডিব্ৰুগড় জৰ্জ স্কুলত শিক্ষকতা

কৰিছিল। যি সময়ত শিক্ষাৰ পৰিসৰ বৃদ্ধি পোৱা নাছিল সেই সময়তে ককাই জৰ্জ ইনষ্টিটিউচনৰ প্ৰধান শিক্ষক হৈ মাধ্যমিক শিক্ষাৰ সম্প্ৰসাৰণত ইন্ধন যোগাইছিল। ককাই শিক্ষক হিছাপে জীৱন আৰম্ভ কৰি শিক্ষক জীৱনৰ বৃত্তি সলনি কৰিলেও ককাই কিন্তু আচাৰ্যৰ সন্মান লাভ কৰিছিল। কাৰণ ককাৰ সেইদিশৰ প্ৰতি লক্ষ ৰাখিয়েই হয়টো সন্মানিতভাৱে ককাক একালৰ ঢাকা বিশ্ববিদ্যালয়, পাছত গুৱাহাটী বিশ্ববিদ্যালয় আৰু মৃত্যুৰ সময়লৈকে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ কৰ্টৰ সদস্য হিচাপে মনোনীত কৰিছিল। ককাই বিশ্ববিদ্যালয়ৰ কৰ্টৰ সভাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল।

এসময়ত কোট-পেণ্ট পিন্ধা চাহাব ৰঙা বগা সভাশুৱনী এই ব্যক্তিগৰাকীয়ে পিছলৈ খদ্দৰৰ ধুতি-পাঞ্জাবী আৰু মূৰত অনবৰত এটা গান্ধী টুপী ব্যৱহাৰ কৰিছিল। ককাই শিক্ষকতা কৰি থকা সময়ত ১৯২১ চনত কংগ্ৰেছ আন্দোলন চলি আছিল। ককাই কিন্তু ছাত্ৰসকলে সভা-সমিতি আৰু আন্দোলনৰ বাবে স্কুল এৰাটো ভাল পোৱা নাছিল। ককাই প্ৰধান শিক্ষক হিছাপে কাৰ্যনিৰ্বাহ কৰা সময়তে "নীলমণি" নামে এখন চাহ বাগিচা খোলে। সেয়ে ককাই কিছু দিনৰ পাছত শিক্ষকতা এৰি চাহ বাগিচাৰ ব্যৱসায়ত লাগে। ব্যৱসায়ত কিন্তু ককাই লোকচানৰ মুখ দেখি সংবাদিক জীৱন আৰম্ভ কৰিলে। প্ৰথমতে সাদিনীয়া 'বাতৰি' আৰু বিছত "দৈনিক বাতৰি" নামে যোৰহাটৰপৰা প্ৰকাশিত বাতৰি কাকত দুখন বৰ্তমানৰ চাহ শিল্পৰ উদ্যোগপতি হেমেন্দ্ৰ প্ৰসাদ বৰুৱাদেৱৰ পিতৃপুৰুষৰ দ্বাৰা প্ৰকাশিত হৈছিল। ককা তাৰ সম্পাদক আছিল আৰু সেইসময়ত তিনিচুকীয়াৰ চেনাইৰাম হাইস্কুলত শিক্ষকতা কৰিথকা বকুল বনৰ কবি আনন্দচন্দ্ৰ বৰুৱাক ককাই সহকাৰী সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিবৰ কাৰণে নিজে গৈ মাতি আনে। উল্লেখযোগ্য যে সেই "দৈনিক বাতৰি"তে বকুল বনৰ কবি আনন্দচন্দ্ৰ বৰুৱাই শিল্পী জ্যোতিপ্ৰসাদ আগৰৱালাদেৱৰ নামৰ আগত 'ৰূপকোঁৱৰ' শব্দ টো ব্যৱহাৰ কৰি সেই সময়ত কলিকতাৰ পৰা 'ব্লক' তৈয়াৰ কৰাই আনি ডাঙৰ ডাঙৰ হৰফেৰে উক্ত কাকতত প্ৰকাশ কৰিছিল। উল্লেখযোগ্য যে সেই বকুলবনৰ কবি আনন্দচন্দ্ৰ বৰুৱাদেৱে ককা নীলমণি ফুকনৰ নামৰ আগত "বাগ্মীবৰ" উপাধিটো প্ৰদান কৰে আৰু উল্লিখিত দুয়োটা উপাধি অসমৰ ৰাইজে সৰ্বান্তঃকৰণে গ্ৰহণ কৰে।

"দৈনিক বাতৰি" কাকতখন কেইবছৰমান চলাৰ পাছত বন্ধ হোৱাত ককাই সক্ৰিয় ৰাজনীতিত যোগ দিয়ে। ঠিক সেই সময়ৰ পৰাই ককাৰ সাজ-পাৰ সলনি হ'ল। ককাই বিলাতী সাজকেই পিন্ধক বা দেশীয় সাজকে পিন্ধক সকলোসময়তে যেন ককা স্বাধীনচিন্তীয়া আছিল। ককা স্বাধীনমনা হোৱাৰ

কাৰণে কোনো ৰাজনৈতিক দলেই ককাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিছিল বুলি কোৱা শুনা গৈছিল।

ককা আছিল কেতিয়াবা অতি কোমল আৰু কেতিয়াবা আছিল অতি কঠিন। সেয়ে সমালোচক দৃষ্টিত ককাৰ চৰিত্ৰত কোমল আৰু কঠিন দুয়োৰে সমাবেশ ঘটা বুলি মন্তব্য কৰা শুনা যায়। কেতিয়াবা তেওঁৰ অন্তৰ ফুলৰ পাহিৰ দৰে কোমল, কেতিয়াবা দেখিব ককা বজ্ৰৰ দৰে কঠিন। ককা আছিল প্ৰায় অভিমানী। নিজৰ কথা সতকাই নেৰিছিল। ককাই যিটো সঁচা বুলি ভাবে তাক অপ্ৰিয় হ'লেও বা তাৰ কাৰণে অপ্ৰিয়ভাজন হ'ব লগা হ'লেও ব্যক্ত নকৰাকৈ নাথাকে। ককা আছিল এক কথাত স্পষ্টভাষী লোক। শুনামতে এসময়ত উত্তৰ লখিমপুৰৰ অধিৱেশনত পদ্মনাথ গোহাঞি বৰুৱাদেৱ ককাৰ ওপৰত বিতুষ্ট হৈছিল। কাৰণ যি সময়ত পাৰ্বত্য ৰাজ্য গঠনৰ কাৰণে আলোচনা হৈছিল আৰু যি সময়ত অসমীয়া ভাষাক ৰাজ্যভাষা কৰাৰ কাৰণে ৰাজ্যজুৰি আন্দোলন হৈছিল, সেই সময়ত কংগ্ৰেছৰ এখন সাধাৰণ সভ্য হৈও ককাই স্পষ্ট অভিমত প্ৰকাশ কৰিছিল।

বাগ্মীবৰ ককা নীলমণি ফুকন আছিল এগৰাকী বিশিষ্ট সাহিত্যিক। জীৱনৰ ভাটি বয়সত সাহিত্য ক্ষেত্ৰত নামি যিসকলে এক ইতিহাস ৰচনা কৰিব পাৰিছে তাৰভিতৰত ককাৰ অৱদানেই সম্ভৱ বিশেষভাৱে উল্লেখযগ্য। ককাৰ বেছিভাগ গ্ৰন্থ দ্বিতীয় মহাসমৰ আৰম্ভ হোৱাৰ পিছত প্ৰকাশিত হৈছে। ককাক আমি সাহিত্যিক পৰম্পৰা আৰু ঐতিহ্যৰ ফালৰপৰা কিন্তু দ্বিতীয় মহাযুদ্ধৰ পূৰ্বৰ লোক বুলি ক'ব পাৰোঁ। ককা একেধাৰে বলিষ্ঠ গদ্য লেখক আৰু ৰহস্য সন্ধানী কবি। ককাৰ সাহিত্য ৰাজিৰ গদ্যৰ বিশেষত্ব হ'ল ভাষাৰ ওজস্বিতা। কিন্তু বিশিষ্ট সমালোচক তথা গৱেষক পণ্ডিত সত্যেন্দ্ৰনাথ শৰ্মদেৱৰ মতে "বাগ্মীবৰ নীলমণি ফুকনৰ সাহিত্য ৰাজিত অৱশ্যে ভাষাৰ বাগাৰম্বৰে বহু ক্ষেত্ৰত বক্তব্য বিষয় অড়ষ্ট নকৰি নাথাকে।" ককাৰ উল্লেখযোগ্য গদ্য সম্ভাৰ হ'ল "চিন্তামণি"। গ্ৰন্থখনি ১৯৩৯ চনত প্ৰকাশ পাইছিল আৰু ১৯৪২ চনত প্ৰকাশ পোৱা "সাহিত্য কলা" আন এখন উল্লেখযোগ্য গ্ৰন্থ। ককাই কবি হিছাপে প্ৰথম দেখাদিয়ে ১৯৩৯ চনত "জ্যোতিকণা" নামৰ কাব্যগ্ৰন্থৰ মাধ্যমেদি। তাৰ পিছত ক্ৰমে "মানসী" ১৯৪২ চনত প্ৰকাশ কৰাৰ লগতে "গুটিমালি" নামৰ কাব্য গ্ৰন্থখনি প্ৰকাশ পায় ১৯৫১ চনত। ককাৰ অন্যান্য গ্ৰন্থসমূহ হ'ল "জিজ্ঞিৰি", "সন্ধানী", "অমিত্ৰা", "আহুতি", "শতধাৰা", "মৰাডালৰ কুঁহিপাত", আৰু "মানস প্ৰতিম", এই কেইখন কাব্য গ্ৰন্থ। ককাৰ কবিতাত অতীন্দ্ৰিয়ৱাদৰ প্ৰাধান্য আছে।

"মানসী"ৰ কবিতাসমূহ কবিৰ সৌন্দৰ্যানুভূতিৰ নিদৰ্শন দেখা যায়। সেইদৰে "সন্ধানী"ৰ কবিতাসমূহত কবিগৰাকীৰ জগতৰহস্যৰ প্ৰহেলিকা ভেদ কৰাৰ গভীৰ উদ্বেগ আৰু মানসিক প্ৰচেষ্টা লক্ষ্য কৰা যায়। ককা নীলমণি ফুকনৰ কবিতাত যৌন আবেগৰ উন্মাদনা অথবা নাৰীসৌন্দৰ্যৰ আকৰ্ষণো নাই। এগৰাকী সমালোচকৰ মতে "ককা নীলমণি ফুকনৰ কবিতাত আছে স্বদেশ প্ৰেম, গাঁৱলীয়া জীৱনৰ সৰলতাৰ প্ৰতি সমাদৰ আৰু ৰহস্যবাদীৰ ইন্দ্ৰিয়াতীত তত্ত্বৰ প্ৰতি ব্যাকুলতা।"

বাগ্মীবৰ ককা নীলমণি ফুকনে অসম আৰু অসমীয়াৰ জাতীয় স্বাৰ্থত টোপ পৰিবলৈ নিদি অহৰহ সংগ্ৰাম কৰিছিল। ককাই ১৯৪৪ চনত শিৱসাগৰত অনুষ্ঠিত অসম সাহিত্য সভাৰ বাৰ্ষিক সাধাৰণ সভাৰ উপৰি ১৯৪৭ চনত ডিব্ৰুগড়ত অনুষ্ঠিত অসম সাহিত্য সভাৰ বাৰ্ষিক সন্মিলনত সভাপতিৰূপে তেওঁ কৈছিল "অসমীয়া সংস্কৃতিৰ এটা নতুনৰূপ আহিছে বুলি যেন কোনে কাণে কাণে কৈ গ'ল। পৰ্বতৰ বুকুত লাগি তাৰেই প্ৰতিধ্বনি হৈছে। লুইতৰ পাৰত তাৰেই ৰিং মাৰ গৈছে। অসমৰ সুপ্ত-লুপ্ত গৌৰৱে সাৰ পাই নিজৰ তন্দ্ৰাবস্থাৰ কথা ভাবি লাজ পাইছে।......" ১৯৭৭ চনত অসম সাহিত্য সভাৰ হীৰকজয়ন্তী উৎসৱত শেষ ভাষণ দি ককা নীলমণি ফুকন ডাঙৰীয়াই কৈছিল "মোৰ মৃত্যু যদি অসমৰ বাহিৰত ক'ৰবাত হয়, তোমালোকক কৈছোঁ ৰেলৰ তৃতীয় শ্ৰেণীৰ ডবাত হ'লেও মোৰ মৰা শ'টো তোমালোকে যেনেতেনে আনি গোলোকগঞ্জৰ ইপাৰে অসমৰ মাটিলৈ দলিয়াই দিবাহঁক। মই যেন অসমৰ ধূলিৰ লগত মিলি থাকিব পাৰোঁ।" ককাৰ দেশপ্ৰেমৰ অন্যতম নমুনাই এনে গদ্যৰাজী। ককা অসম সাহিত্য সভাৰ সৈতে ইয়াৰ জন্ম লগ্নৰেপৰা জড়িত। আনহাতে ককাই মৃত্যুৰ সময়লৈকে অসম সাহিত্য সভাৰ প্ৰায়কেইখন বাৰ্ষিক সন্মিলনতে যোগ দিছিল।

ককা নীলমণি ফুকন ডাঙৰীয়া আছিল এক গতিশীল ব্যক্তিত্বৰ অধিকাৰী। ককাই বিশ্বাস কৰিছিল যে গতিশীলতাই জীৱন আৰু স্থবিৰতাই মৃত্যু। ককা আছিল চিৰকুমাৰ। সেয়ে ককাৰ গতিশীল ব্যক্তিত্বই তেওঁক অৱস্থাৰ লগত খাপ খুৱাবৰ কাৰণে সমৰ্থবান কৰিছিল। ককাক কোনো সময়তে হতাশ হোৱা দেখা নাছিলো। সদায় কৰ্মব্যস্ত সুন্দৰ আৰু নিপোটল স্বাস্থ্যৰ অধিকাৰী ককাৰ অদমনীয় মনোবল তেওঁৰ ব্যক্তিত্বৰ অন্যতম বৈশিষ্ট্য।

ককা ফুকন ডাঙৰীয়া আছিল এগৰাকী ওজস্বী বক্তা। সেয়েহে ককাৰ ক্ষেত্ৰত "বাগ্মীবৰ" উপাধিটো যেন সোণত সুৱগা চৰাইছে। এসময়ত অসমত দুজন সুবক্তা আছিল— নামনিত দেশভক্ত তৰুণৰাম ফুকন আৰু উজনিত ককা

নীলমণি ফুকন। দুয়োজনেই সভাশুৱনী আৰু দুয়োজনেই বক্তৃতাৰে ৰাইজৰ মনত সাঁচ বহুৱাইছিল। ককা আছিল সাহিত্য অকাডেমীৰ একালত সক্ৰিয় সদস্য। ইয়াৰ উপৰিও ১৯৬২ চনত ককা বিশ্বশান্তি কংগ্ৰেছৰ প্ৰতিনিধি স্বৰূপে মস্কোলৈ যায় আৰু ১৯৬৮ চনত এফ্ৰো এছিয়ান সন্মিলনত যোগ দিয়ে। ককাই বিশ্বশান্তি কংগ্ৰেছৰ প্ৰতিনিধি স্বৰূপে জাৰ্মানী, মস্কো আৰু টাছকেন্দ ১৯৬৯ চনত ভ্ৰমণ কৰে। ককাই বাৰ্লিনৰ অভিজ্ঞতা প্ৰসঙ্গত কৈছিল তৰুণ শক্তিক "জাতিটো জীয়াই থাকে এই নতুনকৈ উঠি অহা ডেকা শক্তিত। কাজেই তোমালোকে তৰুণ শক্তিক নিশকটীয়া নকৰিবা। নিজৰ শাৰীৰিক, মানসিক, আধ্যাত্মিক দুৰ্বলতাৰে তৰুণ শক্তিটোক বিকল নকৰিবা, বিকলাঙ্গ নকৰিবা আৰু তোমালোকৰ ভবিষ্যত সদায় উজ্জ্বল। এইটো বিশ্বাসত কাম কৰিবা।"

বাগ্মীবৰ ককাৰ মাতৃভাষা আৰু জন্মভূমিৰ উন্নতিৰ চিন্তাই প্ৰধান আছিল। জাতিৰ কাৰণে সেৱা কৰা এই গৰাকী ব্যক্তিৰ যোৰহাটৰ নিজ বাসভৱনত ১৯৭৮ চনৰ ২০ জানুৱাৰীৰ দিনা ইহসংসাৰৰপৰা চিৰ বিদায় লয়। মাথো আমাৰ কাৰণে থৈ গ'ল বাগ্মীবৰ ককাৰ এক বিশাল ব্যক্তিত্ব আৰু কৰ্মপ্ৰেৰণাৰ অফুৰন্ত শক্তি।

**বাগ্মীবৰ ফুকন ককাই মৃত্যুৰ তিনিবছৰ পূৰ্বে (১৯৭৫) তেখেতৰ গুৱাহাটীত থকা স্থাৱৰ সম্পত্তি আঢ়ৈ বিঘা মাটি দুজনা গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ-মাধৱদেৱৰ স্মৃতিত পল্টন বজাৰ স্থিত শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি বিকাশ সমিতিৰ নামত দান কৰি যায়। সমিতিৰ সহকাৰী সম্পাদক (কনকচন্দ্ৰ ডেকা) প্ৰধান সম্পাদক (স্বৰ্গীয় মহেন্দ্ৰ কুমাৰ বৰুৱা) আৰু সভাপতি (স্বৰ্গীয় চিদানন্দ দাসে) এই কাৰ্যত যথা ক্ৰমে মুখ্য ভূমিকা লয়। পৰ্যায় ক্ৰমে সমিতিয়ে এই ভূমিখণ্ড বিক্ৰী কৰি বিক্ৰীৰ টকাৰে মণিকূটৰ নিৰ্মাণকে ধৰি স্থায়ী কামত খৰচ কৰে।**

**ককাৰ ব্যক্তিগত পুথি-ভঁৰালৰ গ্ৰন্থ সমূহ ড'হেমন্ত কুমাৰ শৰ্মা অসম সাহিত্য সভাৰ প্ৰধান সম্পাদক হৈ থকা সময়ত আৰু আমাৰ সহযোগত অসম সাহিত্য সভাৰ যোৰহাটত থকা মাই কাৰ্যালয় (সন্দিকৈ ভৱন) দান কৰা হয়। আন দুখন ককাৰ ৰচিত পুথি 'জগত গুৰু শঙ্কৰদেৱ' আৰু 'কীৰ্ত্তনৰ লৰু' গুৱাহাটীৰ পল্টন বজাৰত অৱস্থিত শ্ৰীমন্ত শঙ্কৰদেৱ কৃষ্টি বিকাশ সমিতিক পুনৰ মুদ্ৰণ আৰু প্ৰচাৰৰ সৰ্বস্বত্ব প্ৰদান কৰে।**

**কনকচন্দ্ৰ ডেকা**
***সম্পাদক,***
**সবিতা সভা**

# কৃষ্ণকান্ত সন্দিকৈ ৰচনাৱলী

**অহল্যা গগৈ**

অসম তথা ভাৰতবৰ্ষত ভালেকেইজন জ্ঞানযোগী, কৰ্মযোগী আৰু পণ্ডিত প্ৰবৰ মনীষীয়ে জন্ম গ্ৰহণ কৰি দেশবাসীৰ হিত সাধি গৈছে। স্বৰ্গীয় কৃষ্ণকান্ত সন্দিকৈ এইসকল মনীষীৰেই এজন। তেওঁ আছিল একেধাৰে জ্ঞানযোগী, কৰ্মযোগী আৰু এজন পৰহিতৈষী গৱেষক পণ্ডিত। সংসাৰ ধৰ্ম নৈও এই ঋষিতুল্য পণ্ডিতজনে অধ্যয়ন, গৱেষণাৰ মাজতে জীৱন অতিবাহিত কৰি ইহলীলা সম্বৰণ কৰিলে। পাৰ্থিৱ খ্যাতিৰ প্ৰতি অনাসক্ত এইজন অসাধাৰণৰ গৱেষকৰ জীৱনৰ ব্ৰত আছিল অনুসন্ধিৎসা, আদৰ্শ আছিল জ্ঞানসাধনা। এওঁহাতে যেনেকৈ সংস্কৃত, প্ৰাকৃত, পালি আদি দেশীয় ভাষাৰ অগাধ পণ্ডিত, সেইদৰে জাৰ্মান, ফৰাছী, ইংৰাজী, গ্ৰীক্, লেটিন, ৰাছিয়ান, ইটালিয়ান, স্পেনিচ আদি বিদেশী ভাষাতো আছিল গভীৰ ব্যুৎপত্তি।

সেয়েহে তেখেতৰ ৰচনা শৈলীত ফুটি উঠিছিল সংস্কৃত সাহিত্যৰ গভীৰ জ্ঞান, বিজ্ঞানসম্মত গৱেষণাপূৰ্ণ পৰ্যালোচনা আৰু সুস্পষ্ট ৰচনা ৰীতি, যি পদ্ধতি আছিল প্ৰাচ্য আৰু পাশ্চাত্যৰ সম্মিলিত শিক্ষাৰ অৱদান। ছাত্ৰ কৃষ্ণকান্তই কলিকতাৰ সংস্কৃত কলেজ আৰু বিশ্ববিদ্যালয়ত ক্ৰমে পণ্ডিত শিৰোমণি লক্ষ্মণ শাস্ত্ৰী আৰু সৰ্বশাস্ত্ৰ বিশাৰদ সীতাৰাম শাস্ত্ৰীৰ পাদমূলত প্ৰাচীন গুৰুকুল পদ্ধতিৰে বেদ বেদান্ত অধ্যয়ন কৰি যেতিয়া ১৯২০ চনৰ পৰা ১৯২৭ চনলৈকে ইংলেণ্ড, ফ্ৰান্স আৰু জাৰ্মানীত থাকি সাত বছৰকাল আধুনিক বিশ্ববিদ্যালয়সমূহত ইউৰোপীয় ভাষা সাহিত্য আৰু ইউৰোপীয় সাহিত্যৰ বুৰঞ্জী অধ্যয়ন কৰিলেগৈ, তেতিয়া প্ৰাচ্য আৰু পাশ্চাত্যৰ সম্মিলিত শিক্ষা সংস্কৃতিৰ সমন্বয়ে তেওঁৰ জ্ঞান সাধনাক নতুন দৃষ্টিভঙ্গী দিলে। বিশেষকৈ অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ মৰ্দাৰ্ণ হিষ্টৰীৰ স্নাতকোত্তৰ শিক্ষা, বাৰ্লিন আৰু পেৰিচ বিশ্ববিদ্যালয়ত ভাষাতত্ত্ব আৰু ইউৰোপীয় সাহিত্যৰ বুৰঞ্জীৰ অধ্যয়নে তেওঁৰ ৰচনা ৰীতিত প্ৰভূতভাৱে প্ৰভাৱ পেলালে। ঐতিহাসিক আৰু বৈজ্ঞানিক ভিত্তিত তেওঁৰ ৰচনাশৈলীয়ে সমস্ত জ্ঞানৰাজ্যৰ পৰিধি আগুৰি ল'লে।

সাহিত্য আৰু ভাষাতত্ত্বৰ ধ্যান গম্ভীৰ সাধনাই আছিল সন্দিকৈদেৱৰ গ্ৰন্থলিপ্ত জীৱন। সংস্কৃত ভাষা আছিল তেখেতৰ অনলস সাধনাৰ সঙ্গী। ভাৰতীয় সংস্কৃতিৰ আধাৰ সংস্কৃত ভাষাক বিশ্বজনীন ভাষাৰূপে প্ৰতিষ্ঠা কৰাই সাহিত্য ৰচনাৰ লক্ষ্য। সংস্কৃত ভাষাক বিশালতা আৰু ঐতিহ্য ৰক্ষাৰ বাবেই বিৰামহীনভাৱে পৰিশ্ৰম কৰি গৈছিল এইজন সাধকে বিনা যশোলিপ্সাৰে। বিশ্বৰ মহৎ সাহিত্যসমূহৰ লগত সংস্কৃত সাহিত্যৰ বিশ্বজনীন স্বৰূপটোক সাব্যস্ত কৰাৰ উদ্দেশ্যেই সন্দিকৈদেৱে সৰ্বতোকৈ কঠিন বুলি খ্যাত দ্বাদশ শতিকাৰ সংস্কৃত মহাকাব্য 'নৈষধচৰিতম্', প্ৰাচীনতাৰ অন্ধকাৰত লীন যাব ধৰা দশম শতিকাৰ 'যশস্তিলকম্' সংস্কৃত চম্পূকাব্য আৰু পঞ্চম শতিকাৰ প্ৰাকৃত ভাষাত ৰচিত প্ৰাচীনতম মহাকাব্য 'সেতুবন্ধ'ৰ কেৱল ইংৰাজী অনুবাদ কৰাই নহয়, সিবোৰৰ অপ্ৰকাশিত প্ৰাচীন টীকা ভাষ্য ভাৰতৰ নানা গৱেষণা কেন্দ্ৰৰ পৰা যুগুতাই মহাকাব্য তিনিখনৰ ব্যাখ্যামূলক সমালোচনাও আগবঢ়াই গৈছে। ভৱিষ্যতৰ গৱেষক পণ্ডিতসকলক এটা কথাই আঙুলিয়াই দিলে যে, 'প্ৰকৃত গৱেষণাৰ মূল্য এয়ে, যি নতুন গৱেষণাৰ পথত সহায় হয়।' উপৰোক্ত প্ৰাচীন মহাকাব্য কেইখনৰ সমীক্ষাত্মক অনুবাদৰ লগতে পূৰ্বতে কেৱে দন্তস্ফুট কৰিব নোৱাৰা প্ৰাচীন মহাকাব্য কেইখনৰ শুদ্ধ পাঠো নিৰ্ণয় কৰি লৈছিল। লিপিতত্ত্ব, প্ৰত্নতত্ত্ব, ভাষা তত্ত্ব, পাণ্ডুলিপি বিজ্ঞান, মুদ্ৰা অধ্যয়ন, ছন্দ-অলংকাৰ-ৰস, দৰ্শন, ইতিহাস আৰু সমাজতত্ত্ব জ্ঞানৰ বৈদগ্ধ্য আৰু ব্যুৎপত্তিৰে মহাকাব্য কেইখনৰ উচ্চ সমীক্ষা দাঙি ধৰিছিল।

১৯৩৪ চনত অবিভক্ত পঞ্জাবৰ পৰা প্ৰকাশ পোৱা সন্দিকৈদেৱৰ Naisadhacarita of Sriharsa মহাগ্ৰন্থখন আছিল বিশ্বৰ সংস্কৃত পণ্ডিতমণ্ডলীৰ বাবে এটা পৰম বিস্ময়। ছয়শ তেসত্তৰ পৃষ্ঠাজোৰা গ্ৰন্থখনৰ প্ৰাঞ্জল ইংৰাজী ভাষাত লিখা অনুবাদ আৰু ব্যাখ্যামূলক সমীক্ষা পঢ়িহে পণ্ডিতসকলৰ দুৰূহ মহাকাব্যখন বোধগম্য হ'ল। গ্ৰন্থখন প্ৰকাশিত হোৱাৰ লগে লগেই কালিফোৰ্ণিয়া বিশ্ববিদ্যালয় প্ৰফেচৰ এম. বি. এমিনুৱে, ইউৰোপীয় পণ্ডিত প্ৰেগৰ প্ৰফেচৰ এম. বিণ্টাৰনিজ, এডিনবাৰ্গৰ সংস্কৃত বুৰঞ্জীসাহিত্যৰ লেখক প্ৰফেচৰ এ.বি. কীথ আৰু ভাৰতবৰ্ষৰ খ্যাতনামা সংস্কৃতজ্ঞসকলে একেবাক্যে এবাৰ কথাই দোহাৰিলে যে 'সংস্কৃত কাব্য সাহিত্য সম্বন্ধে আন এখন মহাগ্ৰন্থ হাতত ল'ব পৰা সন্দিকৈদেৱেই যে এজন অতি যোগ্য ব্যক্তি, সি সুস্পষ্ট।' ফলস্বৰূপে সন্দিকৈদেৱৰ নিখুঁত পানী নসৰকা পাণ্ডিত্যৰ আন্তৰ্জাতিক

স্বীকৃতি আপোনাআপুনি বৈ আহিল তেখেতৰ ছয়ত্ৰিশ বছৰ বয়সৰ যৌৱন কালতে।

উত্তৰ-পূব ভাৰতৰ প্ৰথমখন বেচৰকাৰী কলেজ যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত বিনা পাৰিশ্ৰমিকেৰে সোতৰ বছৰকাল প্ৰতিষ্ঠাপক অধ্যক্ষ হিচাপে কাৰ্যভাৰ চলোৱা সন্দিকৈদেৱৰ দ্বিতীয় কীৰ্তিস্তম্ভ Yasastilaka and Indian Culture গ্ৰন্থখন ১৯৪৯ চনত প্ৰকাশিত হৈ ওলায় মহাৰাষ্ট্ৰৰ শোলাপুৰৰ পৰা।

প্ৰকাশৰ লগে লগেই স্বদেশৰ আৰু ইউৰোপ, আমেৰিকাৰ বিশ্ববিদ্যালয় সমূহৰ গৱেষক পণ্ডিতমণ্ডলীৰ মাজত গ্ৰন্থখন বিশেষভাৱে সমাদৃত হয়। গ্ৰন্থ প্ৰকাশনৰ বছৰটোতে বোম্বে চহৰত অনুষ্ঠিত পঞ্চদশ সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনত সন্দিকৈদেৱৰ সদ্য প্ৰকাশিত গ্ৰন্থখন আলোচ্যৰ বিষয় হয় আৰু তেখেতৰ গভীৰ পাণ্ডিত্যৰ সকলোৱে ভূয়সী প্ৰশংসা কৰে। ফলস্বৰূপে 'নৈষধচৰিত অৱ শ্ৰীহৰ্ষ' আৰু 'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ'ৰ ৰচয়িতা কৃষ্ণকান্ত সন্দিকৈক লক্ষ্ণৌত অনুষ্ঠিত পিছৰখন সৰ্বভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলনৰ ধ্ৰুপদী সংস্কৃত শাখাৰ সভাপতি নিৰ্বাচিত কৰা হয়। খ্যাতনামা পণ্ডিতবৰ্গই একেমুখে কৈছিল, "বিদ্বান্ এৱ বিজানাতি বিদ্বজ্জনপৰিশ্ৰমম্।" পেৰিচ বিশ্ববিদ্যালয়ৰ সংস্কৃতজ্ঞ অধ্যাপক লুইচ ৰেণো, ইটালীৰ প্ৰসিদ্ধ সংস্কৃত পণ্ডিত অধ্যাপক অস্কাৰ বটো, বেনাৰস বিশ্ববিদ্যালয় আৰু মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ বিদগ্ধ সংস্কৃত পণ্ডিত মণ্ডলীয়ে পাঁচশ আঠচল্লিশ পৃষ্ঠা জোৰা গ্ৰন্থখনৰ বিষয়ে উচ্চ সমীক্ষা আগবঢ়ায়। বিশেষ উল্লেখনীয় যে সন্দিকৈৰ মহাগ্ৰন্থ তিনিখন ব্যাপকভাৱে আলোচিত হ'লেও তেখেতৰ গভীৰ জ্ঞানৰ অনুসন্ধান ৰীতি আৰু বিজ্ঞানসন্মত গৱেষণাপূৰ্ণ পৰ্যালোচনাৰ এটা শাৰীবো বা এটা কথাবো আজিকোপতি বিশ্বৰ কোনো গৱেষক পণ্ডিতে খুঁত উলিয়াব পৰা নাই অথবা প্ৰতিকূল সমালোচনা কৰা নাই। এই বিষয়ে খ্যাতনামা সংস্কৃতজ্ঞ কাব্যতীৰ্থ ড° মুকুন্দ মাধৱ শৰ্মাই (ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য আৰু বৰ্তমানৰ কেনিয়াৰ নাইৰোবি বিশ্ববিদ্যালয়ৰ বিবেকানন্দ আসনৰ প্ৰতিষ্ঠাপক অধ্যাপক) লেখিকাৰ দ্বাৰা ৰচিত 'কৃষ্ণকান্ত সন্দিকৈ আৰু নৈষধচৰিতৰ জিলিঙনি' গ্ৰন্থখনৰ (১৯৯৮) আগকথাত লিখিছে—'At the cost of his own strain he wanted to be as helpful to the reader as possible.This is the reason why all the three masterpieces of Handiqui were so warmly accepted by one and all and acclaimed as the best model to be followed by others. It is to be noted that whatever was written by Handiqui stands unchallanged till this date. In

case of other scholars a lot of controversy crop up. In case of Handiqui it has never happened like that.'

উত্তৰ-পূব ভাৰতৰ সৰ্ব প্ৰথম বিশ্ববিদ্যালয় গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাপক উপাচাৰ্য হিছাপে সন্দিকৈদেৱৰ গ্ৰন্থলিপ্ত জীৱনৰ ৯ বছৰকাল (১৯৪৮-১৯৫৭) প্ৰশাসনীয় কৰ্মত উৎসৰ্গিত হয় যদিও সংস্কৃত সাহিত্যলৈ তেখেতৰ যি অনুৰাগৰ অৱদান, সেই একেই অনুৰাগ আছিল অসমীয়া সাহিত্যৰ প্ৰতি। অসমীয়া নীতি নিয়ম, সংস্কৃতি আৰু ভাষাক তেখেতে প্ৰাণ ভৰি ভাল পাইছিল, গোটেই জীৱন ধুতি, কোটচোলা, খনিয়া চাদৰ পৰিহিত হৈ নিভাঁজ অসমীয়া ডাঙৰীয়া হিছাপে কাল কটাইছিল, যদিওৱা অভিজাত ধনী পৰিয়ালত জন্মগ্ৰহণ কৰি সাত বছৰকাল ইউৰোপত শিক্ষা লভিছিল। ১৯১৩ চনত গুৱাহাটীৰ কটন কলেজৰ আই-এ শ্ৰেণীত নাম লগোৱাৰ পিছৰে পৰা সেইকালৰ 'বাঁহী', 'আলোচনী', 'সম্মিলন প্ৰবন্ধাৱলী', 'উষা', 'চেতনা', 'অকণ' আদি অসমীয়া আলোচনীবোৰত তেখেতৰ বিবিধ বিষয়ৰ অসমীয়া প্ৰবন্ধ, কবিতা, গীত আদি নিয়মীয়াকৈ প্ৰকাশ পাইছিল। সাত বছৰকৈ ইউৰোপত অধ্যয়ন কৰি থকা কালছোৱাতো পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধবোৰ অসমীয়া আলোচনীবোৰলৈ পঠিয়াই আছিল প্ৰকাশৰ বাবে। আই-এ শ্ৰেণীৰ ছাত্ৰ কৃষ্ণকান্তৰ 'আত্মবিচাৰ' নামৰ এটা তত্ত্বগধুৰ প্ৰবন্ধ 'বাঁহী'ত প্ৰকাশিত হৈছিল (১৯১৩) চনত। ভাৰতীয় দৰ্শন বিষয়ক এই প্ৰবন্ধত তেওঁ লিখিছে :

'বিজ্ঞান লাখুটিত ভৰ দি যায়; কবিতা পাখিত ভৰ দিয়া ময়াপী চৰাই। যেয়ে যেনেকৈ গ'ল লাগে, শেহত কিন্তু একে গিৰি-গুহাতে দুয়ো পৰেগৈ। কবিতা-বিজ্ঞানৰ এই সন্ধিস্থলত দৰ্শনৰ আবিৰ্ভাৱ। সি যি নহ'ক, পৰিণামত কবিতা বিজ্ঞান একে ঠাইতে লীন হয়গৈ।'

শঙ্কৰাচাৰ্যৰ চিন্তাধাৰা, চাৰ্বাক মত, ষড়্দৰ্শন, বৌদ্ধ দৰ্শন আদিৰ তুলনামূলক বিশ্লেষণ কৰি প্ৰবন্ধটোত ব্ৰহ্মজ্ঞানৰ প্ৰভাৱ বখানিছে : "ব্ৰহ্মজ্ঞানৰ অতুল প্ৰভাৱত এটি মাথোন মন্ত্ৰই জগত জুৰিব, মিল ভাব উথলি পৰিব।... হিংসা-দ্বেষ ভাব এৰি, ভিন ভাব এৰি কৰ্মফললৈ আওকাণ কৰি জগতবাসী আগবাঢ়ি যাব....। গ্ৰহে উপগ্ৰহে, পৰ্ব্বতৰ গুহাই গুহাই বিশ্বভুৱনত ধীৰ গম্ভীৰ সুৰেৰে প্ৰতিধ্বনিত হ'ব—"

"উত্তিষ্ঠত জাগ্ৰত প্ৰাপ্যবৰান্নিবোধত।'

১৬/১৭ বছৰ বয়সতে লিখা কৃষ্ণকান্তৰ 'সাংখ্য দৰ্শন' নামৰ অন্য এটা দাৰ্শনিক গদ্য ৰচনা 'আলোচনী'ত প্ৰকাশিত হৈছিল। ভাৰতীয় দৰ্শনৰ গভীৰ অধ্যয়নৰ পৰিচয় দি তেওঁ লিখিছে :

"ভাৰতৰ কপিল মুনি জগতৰ প্ৰথম দাৰ্শনিক। সাংখ্য দৰ্শনৰ পূৰ্বে পৃথিৱীত অন্য দৰ্শন নাছিল।... এইজন কপিলেই বৰ্তমান সাংখ্য দৰ্শনৰ প্ৰৱৰ্তক। সৃষ্টিৰ আদিৰে পৰা ঈশ্বৰৰ যি ধাৰণা বিশ্বমানৱে সাৰোগত কৰি আহিছে, তত্ত্বদৰ্শী ঋষিয়ে ধ্যানেৰে সেই ধাৰণাৰ বিপৰীত এক অভিনৱ তত্ত্ব আৱিষ্কাৰ কৰিলে।...কাজেই সাংখ্য দৰ্শন ঈশ্বৰবাদী বেদৰ চৰম উৎকৰ্ষস্বৰূপ বেদান্তৰ বিৰুদ্ধ; এই বাবেই পদ্মপুৰাণকাৰে সাংখ্যক বেদৰ বিৰুদ্ধ বুলিছে।" একে সময়তে লিখা 'ভাৰতীয়া চিন্তা' নামৰ অন্য এটা তথ্য আৰু তত্ত্ব সম্বলিত দৰ্শনবিষয়ক প্ৰবন্ধত ছাত্ৰ কৃষ্ণকান্তই লিখিছে :"ছান্দোগ্য উপনিষদত যিদিনা 'স আত্মা তৎত্বমসি শ্বেতকেতো' এই বাণী উচ্চাৰিত হ'ল, সেইদিনাই পৰৱৰ্তী যুগৰ বেদান্ত দৰ্শনৰ বাট মুকলি হ'ল। .... এই মহাকাব্যৰ দাৰ্শনিক ব্যাখ্যা এই যে তৎ হৈছে ঈশ্বৰ অৰ্থাৎ সগুণ ব্ৰহ্ম, মায়া এই সগুণ ব্ৰহ্মৰ উপাধি বা শৰীৰ। ত্বম হৈছে জীৱ, অবিদ্যা ইয়াৰ শৰীৰ। ইয়াৰ পিছত দৰ্শনে দেখুৱাইছে যে ব্ৰহ্মৰ মায়া আৰু জীৱৰ অবিদ্যা গুচিলে জীৱ ঈশ্বৰৰ বাহিৰে আন একো নহয়। কাজেই 'ত্বম' 'তৎ' হয় ব্ৰহ্মস্বৰূপেৰে। এই ব্ৰহ্মবাদৰে ওপৰত বেদান্ত দৰ্শনৰ প্ৰতিষ্ঠা।" সাংখ্য দৰ্শনৰ আঁত ধৰি প্ৰবন্ধৰ আন এঠাইত লিখিছে :

"... সাংখ্যই নিজৰ প্ৰপঞ্চবাদ বা Sensationism প্ৰতিষ্ঠা কৰি প্ৰচাৰ কৰে যে ত্ৰিগুণা প্ৰকৃতিৰ সত্ত্ব, ৰজ আৰু তমোগুণৰ বৈষম্য ঘটি প্ৰকৃতিৰূপৰা এই জগতৰ পৰিণাম বা evolution হৈছে, যি কাৰ্য সিয়েই কাৰণ আৰু যি কাৰণ সিয়েই কাৰ্য। কাৰ্য কাৰণৰ শিকলিস্বৰূপ এই প্ৰাকৃতিক জগতেই সকলো।"

বৌদ্ধ দৰ্শনৰ আলোচনাৰে লিখিছে :

".... মাধ্যমিক সম্প্ৰদায়ৰ সৃষ্টি ব্যাখ্যা এই যে সৃষ্টিৰ পূৰ্বে মহাশূন্য আছিল আৰু সৃষ্টিৰ পাছতো এই মহাশূন্যই থাকিব। শূন্যই বিশ্বৰ স্বৰূপ, শূন্যতে ইয়াৰ উদয় আৰু বিলয়।"

কলেজীয়া দিনৰ উক্ত প্ৰবন্ধকেইটা লিখাৰ ৩৪ বছৰৰ পিছত যেতিয়া পৈণত বয়সত সন্দিকৈদেৱে তেখেতৰ বিশ্বকোষ হেন Yasastilaka And Indian Culture মহাগ্ৰন্থ ৰচনা কৰি উলিয়ালে, স্বাভাৱিকতে ই পণ্ডিতমণ্ডলীৰ মাজত ভাৰতীয় চিন্তা আৰু দৰ্শনৰ এখনি সোণৰ খনি স্বৰূপে দেখা দিলে। এই মহাগ্ৰন্থৰ দৰ্পণত কেৱল ভাৰতীয় দৰ্শন আৰু দশম শতিকাৰ ভাৰতীয় ৰাজনৈতিক আৰু সামাজিক জীৱন ধাৰাই প্ৰতিফলিত হোৱা নাই, অহিংসা নীতি সুপ্ৰতিষ্ঠিত কৰাও কাব্য কাহিনীটোৰ মূল উদ্দেশ্য। ভাৰতীয় দৰ্শন তত্ত্বৰ দ্বাৰা অহিংসা ভাব প্ৰতিপন্ন কৰাৰ অৰ্থে শাস্ত্ৰকাব্যখন জৈন ধৰ্ম তত্ত্বৰে গঢ় দিয়া হৈছে।

'অনুবাদৰ কথা'

১৯১৭ চনত স্থাপিত হোৱা অসম সাহিত্য সভাৰ তৃতীয় অধিৱেশনৰ (বৰপেটা, ১৯১৯) সভাপতি কালিৰাম মেধি ডাঙৰীয়াই ভাষণ প্ৰসঙ্গত মন্তব্য কৰিছিল, "আমাৰ পক্ষে অনুবাদ যিমান বৰ্জন কৰা যায়, সিমান ভাল। বিশেষকৈ নাটক, কাব্য আৰু উপন্যাসত অনুবাদ অনিষ্টকাৰী", (কৃষ্ণকান্ত সন্দিকৈ ৰচনা-সম্ভাৰ, পৃঃ ৬১)। সেই সময়ত কৃষ্ণকান্ত অক্সফোৰ্ড বিশ্ববিদ্যালয়ৰ ছাত্ৰ আছিল। বিলাতত থাকিও সততে অসমৰ আলোচনীৰ লগত সংশ্ৰৱ ৰখা ছাত্ৰ কৃষ্ণকান্তৰ সভাপতিৰ উক্ত মন্তব্যৰ সমালোচনা চকুত পৰাত সেই মন্তব্য খণ্ডন কৰি 'অনুবাদৰ কথা' শীৰ্ষক এটা অতি দীঘলীয়া সাৰগৰ্ভ প্ৰবন্ধ 'চেতনা' আলোচনীলৈ লিখি পঠিয়াইছিল (১৯২১ চনত)। এই প্ৰবন্ধ তেওঁৰ ছাত্ৰ জীৱনৰ বিশাল পাণ্ডিত্যৰ এটি অনুপম উদাহৰণ। প্ৰবন্ধটোত লিখা হৈছে ঃ ".... অনুবাদৰ বাহিৰে বৰ্তমান ম্ৰিয়মাণ অসমীয়া সাহিত্যৰ আন গতি নাই।... বৰ্তমান অসমীয়া সাহিত্যৰ ভৱিষ্যত গতি আলোচনা কৰোঁতে চাব লাগিব, অসমীয়া সাহিত্যৰ নিচিনা ক্ষীণ দুৰ্বল অন্য সাহিত্যত কি উপায় অৱলম্বন কৰা হৈছে।" এই সন্দৰ্ভত কৃষ্ণকান্তই সমকালৰ ইউৰোপীয় সাহিত্যৰ উত্থান-পতনৰ অনেক পটন্তৰ দাঙি ধৰি ম্ৰিয়মাণ অসমীয়া সাহিত্যৰো উত্থান-পতনৰ ৰিজনি দিছে। চেক (Czech), হাঙ্গেৰীয়, চাৰ্বীয় আদি ইউৰোপীয় সাহিত্য কেনেদৰে অনুবাদৰ জৰিয়তে সমৃদ্ধিশালী হৈছে, তাকে সাহিত্য বুৰঞ্জীৰ পটভূমিত একালৰ চহকী অসমীয়া সাহিত্যলৈ আঙুলিয়াইছে ঃ "অতি উন্নত কিন্তু বহুদিন মৃতপ্ৰায় হৈ থাকি হঠাৎ জীৱনৰ পূৰ্ণবিকাশ পোৱা চেক্ (Czech)সাহিত্যৰ ফালে চোৱা যাওক। ... প্ৰাচীন অসমীয়া সাহিত্যৰ দৰে প্ৰাচীন (অন্ততঃ খ্ৰীষ্টীয় দশম শতিকাৰ পৰা আৰম্ভ) চেক্ সাহিত্যও যথেষ্ট সমৃদ্ধিশালী আছিল। কিন্তু সপ্তদশ শতিকাৰ আদিভাগত (১৬২০) বহেমিয়াৰ স্বাধীনতা লোপ পোৱাত চেক্ সাহিত্য একেবাৰেই নিৰ্মূল হ'ল বুলিব লাগে।.... কিন্তু ঊনবিংশ শতিকাৰ আৰম্ভণত হঠাৎ চেক্ সাহিত্যৰ পুনৰুত্থান হ'ল।... কিন্তু প্ৰায় দুশবছৰ মৃত্যুৰ গ্ৰাসত পৰি থকা চেক্ সাহিত্যৰ আৰম্ভণ কিদৰে হৈছিল ঃ এই পুনৰুত্থানৰ মূলতে অনুবাদ...।... হাঙ্গেৰিৰ পূৰ্ণবিকশিত সাহিত্যতো একে কথাকে দেখা যায়। নৱম শতিকাৰ প্ৰায় শেষভাগৰপৰা আৰম্ভ কৰি অষ্টাদশ শতিকাৰ আৰম্ভণলৈকে হাঙ্গেৰীয় সাহিত্যৰ অৱস্থা প্ৰাচীন অসমীয়া সাহিত্যৰ দৰে সমৃদ্ধিশালী আছিল।... শেহভাগত যেতিয়া অষ্ট্ৰিয়াৰ সম্ৰাট দ্বিতীয় জহেফে হাঙ্গেৰীয় ভাষা... উঠাই দিব খুজিলে, তেতিয়া দেশানুৰাগ, জাতীয় প্ৰেম, জাতীয় স্বাধীনতাত আঘাত পাই

গোটেই হাঙ্গেৰীয় জাতি জাতীয় গৌৰৱ, জাতীয় ভাষা আৰু জাতীয় সাহিত্যৰ পুনৰুদ্ধাৰ ব্ৰতত জীৱন অৰ্পি দিবলৈ সাজু হ'ল।... অষ্টাদশ শতিকাৰ শেহতীয়া ভাগৰ পৰা হাঙ্গেৰীয় সাহিত্যৰ পুনৰ্জীৱন বোলা হৈছে।... হাঙ্গেৰীয় সাহিত্যৰ এই পুনৰ্জীৱনৰ সময়ত অনুবাদে ইমান কাম দিলে যে... জাতীয় সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠিত অনুবাদ এটা বহুমূলীয়া উপাদান হৈ উঠিল। ... যুগোশ্লাভ (Jugo-slav) বুৰঞ্জী অধ্যয়ন কৰিলেও একে কথাকে দেখা যাব। চাৰ্বিয়াৰ কালে চোৱা যাওক। চাৰ্বীয় সাহিত্য খ্ৰীষ্টীয় ত্ৰয়োদশ শতিকাৰ পৰা চহকী দুখীয়া অৱস্থাৰ মাজেদি চলি আহিছিল। চাৰ্বীয় সাহিত্যৰ এই পুৰণি অৱস্থাত "খ্ৰীষ্টীয়" আৰু "বাইজেন্তীয়" সাহিত্যৰ পৰা প্ৰচুৰ পৰিমাণে অনুবাদ কৰা হৈছিল, পুৰণি অসমীয়া সাহিত্যত যিদৰে সংস্কৃতৰ পৰা কৰা হৈছিল।"..... সাহিত্যৰ উত্থান পতন আৰু অনুবাদৰ জৰিয়তে সমৃদ্ধ হোৱা উপৰোক্ত ইউৰোপীয় ভাষাকেইটাৰ বুৰঞ্জীৰ বিস্তৃতভাৱে আলোচনা কৰি আন ভাষাৰ পৰা পোনপটীয়া অনুবাদৰ সন্দৰ্ভত সন্দিকৈয়ে এঠাইত লিখিছে : ..."অনুবাদ কথাটো আমি বহল অৰ্থত ব্যৱহাৰ কৰিছোঁ। অনুবাদ নুবুলি আমাৰ বৰ্তমান সাহিত্যৰ যি অৱস্থা তাৰ উপযোগী 'ৰূপান্তৰ' বুলিলে ভাল হ'ব। প্ৰকৃত অনুবাদ বৰ টান। মহাকবি ভাৰ্জিলৰ এষাৰ সুপ্ৰসিদ্ধ বচন আছে যে, হাৰকিউলাচৰ গদা কাঢ়ি অনাতকৈ হ'মাৰ অনুবাদ কৰাটো বেছি টান, অৰ্থাৎ ভীমৰ হাতৰ পৰা গদা কাঢ়ি অনাতকৈ কালিদাস অনুবাদ কৰাটো বেছি টান কাম।... তদুপৰি ভাব আৰু ভাষা দুয়োটাই পৰস্পৰ সম্বন্ধত বান্ধ খাই থকা সত্ত্বেও যদি এটা ইউৰোপীয় ভাষাৰপৰা আনটোলৈ অনুবাদ কৰাটো ইউৰোপীয় সমালোচকসকলে টান কাম বুলি কয়, তেন্তে ইউৰোপীয় ভাষা এটাৰ পৰা দূৰদূৰণিৰ ভাৰতীয় প্ৰাদেশিক ভাষা এটালৈ অনুবাদ কৰাটো নিশ্চয় তাতকৈও টান। সেইদৰে শব্দ সম্পদ আৰু ৰচনাৰীতিৰ অসংখ্য কৌশল থকা সংস্কৃতৰ নিচিনা ভাষা এটাৰ পৰা অসমীয়াৰ নিচিনা কম সম্পদ, কম কৌশল থকা ভাষা এটালৈ অনুবাদ কৰাটোও বৰ টান কাম।".... "কুৰি শতিকাৰ জ্ঞান-পিপাসু ছাত্ৰই এইবিলাক এৰি আধুনিক গৱেষণামূলক অনুবাদলৈ হাত মেলিব।... এনেকুৱা সাধাৰণ সঙ্কেতলৈ চকু ৰাখি প্ৰত্যেক অনুবাদকে মূল গ্ৰন্থৰ বিশেষত্ব অনুসৰি নিজৰ প্ৰণালী স্থিৰ কৰি ল'ব লাগিব। ফলত দেখিব যে অনুবাদ বিলাকত এটা নিজাপি সৌন্দৰ্যৰ আভা পৰিছে, সেইবিলাক এনে স্বতন্ত্ৰীয়া হৈছে যে অনেক সময়ত কবৰ মন যাব— মূল একমেবাদ্বিতীয়ম্ নহয়, সি অনুবাদত সুকীয়া ৰূপ লৈ আৱিৰ্ভাৱ হৈছে।" প্ৰবন্ধটোৰ শেষৰফালে অসমীয়া সাহিত্যৰ অনুবাদৰ আদৰ্শৰ বিষয়ে সন্দিকৈয়ে

লিখিছে ঃ "আদৰ্শ অনুসৰণ কৰাত বাধা নাই, এই আদৰ্শ লৈয়েই কাৰ্যক্ষেত্ৰত নামিব লাগিব। এটা ক্ষমতাশালী পুঁজিৰে সৈতে এখন ডাঙৰ অনুবাদ সভাৰ প্ৰতিষ্ঠা কৰা আৱশ্যক।... আমাৰ ভৱিষ্যত অনুবাদ মুঠতে দুভাগত বিভক্ত হ'ব। এভাগ সুকুমাৰ  সাহিত্যৰ, ইভাগ তথ্যমূলক শিক্ষা-প্ৰচাৰী সাহিত্যৰ।... প্ৰথম ভাগত গল্প, উপন্যাস, নাটক আদিৰ অনুবাদেই প্ৰধান হ'ব।... তথ্যমূলক শিক্ষা-প্ৰচাৰী সাহিত্যৰ অনুবাদ সম্পৰ্কে এটা কথা কৈ থোৱা ভাল যে, শিক্ষা প্ৰচাৰৰ কাৰণে লেখা কিতাপবিলাকত যাতে কোনো প্ৰকাৰ ভুলৰ অলপো ছাঁ নপৰে তালৈ চকু ৰখা কৰ্তব্য। জনসাধাৰণে ভুল শুদ্ধ কৰি ল'ব নোৱাৰে।" অনুবাদৰ জৰিয়তে জাপানী সাহিত্যৰ বিকাশৰ বিষয়ে বিস্তৃতভাৱে আলোচনা কৰি তাৎপৰ্যপূৰ্ণ মন্তব্য দিছে ঃ "বিদেশী সাহিত্যৰ অনুবাদে আৰু এটা কাম কৰিব— যিটো কাম জাপানত কৰিছিল আৰু আমাৰ দেশতো কৰিব— সেইটো হৈছে লোকতন্ত্ৰ আৰু তুল্যভাবৰ প্ৰচাৰ, যাৰ অভাৱত সংস্কাৰ আৰু নবীনত্ব সম্ভৱপৰ নহয়।"

প্ৰণিধানযোগ্য যে অসম সাহিত্য সভাৰ পঞ্চষষ্ঠিতম অধিৱেশনৰ (হাজো, ১৯৯৯) নৱ নিৰ্বাচিত সভাপতি চন্দ্ৰ প্ৰসাদ শইকীয়াদেৱে তেখেতৰ অভিভাষণত অনুবাদ সাহিত্যৰ ওপৰত গুৰুত্ব আৰোপ কৰি একৈশ শতিকাৰ প্ৰথম দশকটো অনুবাদৰ জগতত পৰিণত কৰিব লাগিব বুলি মন্তব্য কৰিছে। সভাপতিৰ এই উক্তিৰ যথোপযুক্ততাৰ পাতনি মেলিছিল ভৱিষ্যদ্ৰষ্টা কৃষ্ণকান্ত সন্দিকৈয়ে আঠোটা দশকৰ আগতেই ১৯২১ চনত। অসমীয়া ভাষাৰ উন্নতিকল্পে এক ব্যাপক অধ্যয়ন পুষ্ট সূক্ষ্ম সংবেদনশীল মন লৈ তেখেতে যেন এটা উপযোগী বাতাবৰণ বিচাৰি পাইছে অনুবাদ সাহিত্যত। পিছত ১৯৩৭ চনত অসম সাহিত্য সভাৰ কনিষ্ঠতম সভাপতি হিচাপে সন্দিকৈদেৱে মাত্ৰ উন্‌চল্লিশ বছৰ বয়সতে সভাৰ সপ্তদশ অধিৱেশনৰ সভাপতিৰ আসন অলঙ্কৃত কৰি ভাষণ প্ৰসঙ্গত অসমীয়া ভাষাৰ সীমা বৃদ্ধিৰ অৰ্থে শঙ্কৰদেৱৰ নামধৰ্ম জাতীয় অনুভূতিৰে প্ৰচাৰ কৰিবলৈ এটা শঙ্কৰ মিশ্যন স্থাপিত হোৱাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল। ভাষণ প্ৰসঙ্গত তেখেতে মন্তব্য দিছিল যে মাধৱ কন্দলীৰ ৰামায়ণ গ্ৰন্থখন ছপা কৰি উলিয়াব পাৰিলে, অসমৰ বাহিৰত এই গ্ৰন্থৰ সমাদৰ বাঢ়িব।

প্ৰাচ্য আৰু পাশ্চাত্যৰ ভাষা সাহিত্যৰ ব্যাপক অধ্যয়নপুষ্ট জ্ঞান লৈ ৰচনা কৰা সন্দিকৈদেৱৰ সুগভীৰ অথচ মেদহীনভাৱে সংক্ষিপ্ত ৰচনাৱলীৰ সাৰমৰ্ম আলোচনা কৰা সহজসাধ্য কৰ্ম নহয়। তেখেতৰ পৰিশীলিত চিন্তনৰ ব্যাপক

ভাবৰাশিৰপৰা সাগৰ তীৰৰ এমুঠি ধূলিকণা তুলি ধৰাৰ দৰে এই প্ৰবন্ধত কেইটিমান বিষয়ৰহে আভাস দিয়া হ'ল। সাহিত্যাচাৰ্য যজ্ঞেশ্বৰ শৰ্মাদেৱে সন্দিকৈৰ ৰচনাৱলীৰ বিষয়ে 'সঞ্চাৰিণী দীপশিখা' (অসম সাহিত্য সভা পত্ৰিকা, ১৯৮২) নামৰ প্ৰবন্ধত লিখিছে—"তেওঁ মূল জাৰ্মান, ফ্ৰেন্স, গ্ৰীক, স্পেনিচ আদি ভাষা জানিছিল আৰু সেই সেই ভাষাত লিখা মূল গ্ৰন্থ পঢ়িহে সেই সম্পৰ্কে অসমীয়াত প্ৰবন্ধ লিখিছিল। এনে উদাহৰণ অসমীয়া সাহিত্যত অতি কমেই বা একেবাৰে নাই বুলিলেও হয়।"

উপাচাৰ্যৰ দায়িত্ব ভাৰ সমাধা কৰাৰ পিছত সন্দিকৈদেৱে পঞ্চম শতিকাৰ প্ৰাকৃত মহাকাব্য 'সেতুবন্ধ'ৰ শুদ্ধ পাঠ উদ্ধাৰ কৰে আৰু ইয়াৰ প্ৰথমবাৰৰ বাবে ইংৰাজী অনুবাদ আৰু মহাকাব্যৰূপে সূক্ষ্ম পৰ্যালোচনা দাঙি ধৰি আন্তৰ্জাতিক পাঠ সমীক্ষা বিজ্ঞানৰ এক অভিনব পথ দেখুৱায়। বৃদ্ধ বয়সত যোৰহাটৰ নিচিনা আওহতীয়া ঠাইত থাকি অকলশৰে এনে এটা গুৰুতৰ কৰ্ম সম্পাদন কৰাৰ সময়তে তেখেতৰ স্বাস্থ্য পৰি আহিবলৈ ধৰে। আঠ/ন বছৰৰ পৰিশ্ৰমৰ শেহত তেখেতে আঠশ ছয় পৃষ্ঠা জোৰা Pravarasena's Setubandha মহাগ্ৰন্থখন লিখি শেষ কৰিছিল যদিও প্ৰকাশনৰ গহৰিৰ বাবে ১৯৭৬ চনতহে গ্ৰন্থখন আহমদাবাদৰ পৰা প্ৰকাশিত হয়। তেখেতৰ জীৱনৰ তৃতীয় কীৰ্তিস্তম্ভ এই মহাগ্ৰন্থৰ বিষয়েও পণ্ডিত মণ্ডলীয়ে মন্তব্য দিছিল যে, "প্ৰাকৃত আৰু সংস্কৃত মহাকাব্য বিকাশৰ দিক্ নিৰ্ণয় কৰা 'সেতুবন্ধ' মহাকাব্যই সন্দিকৈৰ নিচিনা পূৰঠ অভিজ্ঞতাৰ পণ্ডিতৰ বাবেই ইমান দিনে সংৰক্ষিত হৈ আছিল, যেনেকৈ 'সেতুবন্ধ'ৰ সমসাময়িক প্ৰাকৃত মহাকাব্য 'সপ্তশতক' খনে জাৰ্মান গৱেষক পণ্ডিত ৱেবাৰৰ (Weber, 1786-1826) মনোযোগ আকৰ্ষণ কৰিব পাৰিছিল।"

আঠটাকৈ ইউৰোপীয় ভাষাত সন্দিকৈদেৱৰ ব্যুৎপত্তি থকা হেতুকে বিদেশী ভাষাৰ মূল সাহিত্যৰ পৰা ৰচনা কৰা তেখেতৰ অসমীয়া প্ৰবন্ধবোৰ কুৰি শতিকাৰ অসমীয়া গদ্য সাহিত্যৰ এক পৰম বিস্ময়। 'কৃষ্ণকান্ত সন্দিকৈ ৰচনা-সম্ভাৰ'ৰ (১৯৮৪) সংকলক সাহিত্যাচাৰ্য যতীন্দ্ৰ নাথ গোস্বামীয়ে পণ্ডিতগৰাকীৰ অসমীয়া প্ৰবন্ধ ৰাজি সাহিত্য সভাৰ জৰিয়তে প্ৰকাশ কৰিবলৈ লোৱাত তেখেতে কলেজীয়া দিনৰ কোমল বয়সৰ "কেঁচা হাতেৰে" লিখা বুলি মন্তব্য কৰি কেইটামান প্ৰবন্ধৰ সালসলনি কৰি দিবলৈ ইচ্ছা প্ৰকাশ কৰাৰ লগতে ইউৰোপীয় সাহিত্যৰ কিছুমান প্ৰবন্ধ লিখি দিয়াৰ প্ৰতিশ্ৰুতি দিছিল। দুৰ্ভাগ্যবশতঃ ১৯৮২ চনত এই কৰ্মযোগী সাধকগৰাকীৰ অপ্ৰত্যাশিত মহাপ্ৰয়াণৰ বাবেই অসমীয়া সাহিত্যই হেৰুৱাবলগীয়া হ'ল বিশ্বৰ ভাবা সমুদ্ৰৰ

কেইটিমান উজ্জ্বল ৰত্নমণি। সন্দিকৈদেৱে চৌৰাশী বছৰীয়া জীৱনকালত বিনা যশোলিপ্সাৰে যি নীৰৱ অবিচল সাধনা কৰি গ'ল, তাক তেখেতৰেই ৰচিত কেইশাৰীমান কথাত প্ৰকাশিত হৈছেঃ

'Honest persons that achieve their tasks silently are rare. Few also are the trees that yield fruit without their flowering being noticed' (Pravara Sena's Setubandha, Candto III, Versel

নীৰৱে সাধন কৰে নিজ নিয়োজিত বন,
অতিকে বিৰল জানিবা সেই সৎজন,
ফুলমেলা নেদেখুৱাই যি বৃক্ষই দিয়ে ফল
সেই বৃক্ষও জানি লোৱা অতিকে' বিৰল।

পিতৃ কৃষ্ণকান্ত সন্দিকৈৰ পৱিত্ৰ স্মৃতিত লেখিকাৰ বিনম্ৰ শ্ৰদ্ধাঞ্জলিৰে সামৰণি মৰা হ'ল। ☐

# অসমীয়া সাহিত্যত ত্ৰৈলোক্যনাথ গোস্বামীৰ স্থান

উপেন্দ্ৰনাথ শৰ্মা

যোৱা ছয়দশককাল ধৰি ত্ৰৈলোক্যনাথ গোস্বামীয়ে আধুনিক অসমীয়া সাহিত্যৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰি আহিছে। অকল সৃষ্টিশীল আৰু সমালোচনা সাহিত্যৰ বাবেই নহয় তেখেতৰ অসাধাৰণ ব্যক্তিত্বৰ বাবেও এই উচ্চ সন্মান তেখেতৰ প্ৰাপ্য। আৱাহনৰ জন্ম লগ্নৰেপৰা সাহিত্য সাধনাত ব্ৰতী হৈ মৃত্যুৰ আগমুহূৰ্তলৈকে তেখেতে অসমীয়া সাহিত্যৰ সেৱা কৰি গৈছে। তেখেতেই আৱাহন যুগৰ একমাত্ৰ গল্প লেখক যিজনাই নিৰৱচ্ছিন্নভাৱে অসমীয়া চুটি গল্পৰ বলিষ্ঠ ধাৰা এটা সাম্প্ৰতিক কাললৈকে বোৱাই ৰাখিছে।

বিভিন্ন দশকত তেখেতে চাৰিখন গল্প সংকলন প্ৰকাশ কৰি উলিয়াইছে। তেখেতৰ অসংখ্য গল্প আন আলোচনীৰ পাতত সিঁচৰতি হৈ আছে। এই গল্পসমূহে আমাৰ আৰ্থসামাজিক আৰু নৈতিক জীৱনৰ দীৰ্ঘকালীন বিৱৰ্তনৰ স্বাক্ষৰ বহন কৰিছে। তেখেতৰ সাহিত্যকৃতি, তেখেতৰ অসাধাৰণ ব্যক্তিত্বৰপৰা বিচ্ছিন্ন কৰি বিচাৰ কৰিব নোৱাৰি। তেখেতে সাধাৰণ অনাড়ম্বৰ আৰু পৰিচ্ছন্ন জীৱন যাপন কৰিছিল। তেখেতৰ চুটি গল্পৰ ৰচনা-ৰীতিও অনাড়ম্বৰ আৰু পৰিচ্ছন্ন। এই দিশৰপৰা তেখেতৰ ৰীতিয়ে মানুহজনক প্ৰতিনিধিত্ব কৰে।

নলবাৰী কলেজত অধ্যক্ষ হিচাপে থকা কালত তেখেতে দুখন সমালোচনা গ্ৰন্থ লিখি উলিয়ায়। এই দুখন হ'ল 'সাহিত্য আলোচনা' আৰু 'আধুনিক চুটি গল্প'। চুটি গল্পৰ ওপৰত আলোচনা কৰিবলৈ লোৱা সময়ত তেখেতৰ বাসস্থান সাহিত্য আলোচনীৰ কেন্দ্ৰ হৈ পৰিছিল। ৰামধেনু যুগৰ অনেক লেখক তেখেতৰ ওচৰত দিহা-পৰামৰ্শ ল'বলৈ আহিছিল। তেখেতে সকলোৰে লগত সমভাৱে আলাপ-আলোচনা কৰিছিল। তেখেতৰ কথোপকথন হাস্যমধুৰ আৰু প্ৰাণৱন্ত আছিল। পৰিহাস আৰু বক্ৰাঘাতে তেখেতৰ কথোপকথন জীৱন্ত কৰিছিল। তেখেতৰ মন আছিল উদাৰ আৰু উন্মুখ। তেখেত ৰক্ষণশীলতাৰ পৰিপন্থী

আছিল। তেখেত নলবাৰী সাহিত্য সমাজৰ প্ৰতিষ্ঠাতা। তেখেত নিজে সংগীতজ্ঞ আছিল আৰু সংগীতৰ প্ৰতি তেখেতৰ জ্ঞান আছিল মজ্জাগত। তেখেতে নলবাৰীক সাহিত্য-সংস্কৃতিৰ কেন্দ্ৰস্থল হিছাপে গঢ়ি তুলিব বিচাৰিছিল। সাহিত্য সমাজত তেখেতে ড° জনচনৰ লেখীয়া স্থান এখন অধিকাৰ কৰিছিল। সামজতন্ত্ৰী ৰাজনীতিত প্ৰত্যক্ষভাৱে জড়িত থাকিও তেখেতে সকলো ৰাজনৈতিক গোষ্ঠীৰ মানুহৰ শ্ৰদ্ধা আদায় কৰিব পাৰিছিল। সাহিত্য আৰু শিক্ষাৰ ক্ষেত্ৰত থকা অকৃত্ৰিম নিষ্ঠাৰ বাবেই এইটো সম্ভৱ হৈছিল। সাহিত্য জগততো তেখেতৰ শিক্ষকৰ ভূমিকা এটা দেখিবলৈ পোৱা যায়। তেখেতে জীৱনক যেনেদৰে জানিছিল তেনেদৰে তেখেতৰ গল্প সাহিত্যত বিবৃত কৰিছিল। সুদীৰ্ঘ সাহিত্য সাধনাৰ কালছোৱাত তেখেতে কোনোটো গল্পত 'গেলেৰী'ক আকৰ্ষণ কৰাৰ মনোভাব দেখুওৱা নাই। গোস্বামীৰ জীৱন আছিল সহজ-সৰল—শ্ৰমজীৱী মানুহৰ লগত সম্পৰ্ক থকা। পৰিশ্ৰম কৰি জীৱন নিৰ্বাহ কৰা মনোবৃত্তি আছিল বাবে তেখেতে সৰ্বসাধাৰণ মানুহৰ দুঃখ-দুৰ্দশাৰ ছবি তেখেতৰ গল্পত প্ৰতিফলিত কৰিব পাৰিছিল।

দিন যোৱাৰ লগে লগে তেখেতৰ গল্পৰ আদৰ আৰু প্ৰভাৱ বৃদ্ধি হোৱা সম্ভাৱনা আহিছে। তেখেত সকলো সময়ৰে শ্ৰেষ্ঠ অসমীয়া গল্পকাৰসকলৰ এজন। তেখেত কৈবল্যবাদী সাহিত্যৰ ওপৰত আগ্ৰহশীল নাছিল। বৰং তেখেত উদ্দেশ্যধৰ্মী লেখকহে আছিল। কিন্তু কোনো উদ্দেশ্য বা আদৰ্শ আগত ৰাখি গল্প ৰচনা কৰা সময়ত তেখেতে গল্পৰ ৰীতিতাত্ত্বিক স্বয়ংসম্পূৰ্ণতাৰ প্ৰতি সজাগ হৈ থাকে। গোস্বামীৰ ৰচনাৰীতি পোনপটীয়া, সৰল আৰু সংযত। তেখেতে ভাবপ্ৰৱণতা আৰু আনুভূতিক উচ্ছ্বাস সদায় বৰ্জন কৰি চলে। সামাজিক অন্যায়-অবিচাৰৰ প্ৰতি বিক্ষুব্ধতা থাকিলেও তেখেতৰ গল্পত বক্তৃতাধৰ্মিতাৰ স্থান নাই। তেখেতৰ জীৱনবীক্ষা স্থানধৰ্মী নহয়। তেখেতৰ গল্পত চুটি কথোপকথনধৰ্মী ভাষাৰ প্ৰাধান্য বেছি ; কাৰণ তেখেতৰ বক্তব্য তেখেতে সাধাৰণ পাঠকৰ লগত অংশীদাৰ হিছাপে উত্থাপন কৰিবলৈ বিচাৰে। চমকপ্ৰদ শৈলীৰদ্বাৰা তেখেতে পাঠকক সম্মোহিত কৰিব নিবিচাৰে। এই ফালৰপৰা তেখেতে অসমীয়া গল্পৰ ক্লাছিক ধাৰাটোৰ প্ৰতিনিধিত্ব কৰে। গোস্বামীৰ চুটি গল্পৰ ঐতিহাসিক পটভূমি আৰু ঐতিহাসিক গুৰুত্বৰ কথা দুই এজন সমালোচকে উল্লেখ কৰিছে। কিন্তু তেখেতৰ গল্পক কেৱল ঐতিহাসিক দৃষ্টিভংগীৰে চালে ভুল কৰা হ'ব। তেখেত মাত্ৰ আৱাহন যুগৰ সমকালীন চেতনাৰ প্ৰতিভূ নহয় ; তেখেতৰ গল্পৰ শাশ্বত মূল্যও অনস্বীকাৰ্য। তেখেতৰ পশ্চাৎভূমিৰ অভিজ্ঞতাৰ পৰিধিও যথেষ্ট বহল। সমাজৰ অন্যায়-অবিচাৰৰ প্ৰতি চকু-কাণ মুদি নথকাৰ বাবে আৰু এই অন্যায়-

অবিচাৰৰ প্ৰকৃতিৰ বিৱৰ্তনৰ উপলব্ধিৰ নিৰবচ্ছিন্নতাৰ বাবেও গোস্বামী আমাৰ সমসাময়িক। তেখেতৰ গল্প পঢ়ি ভালেমান নতুন গল্পকাৰ অনুপ্ৰাণিত হৈছে।

গোস্বামীৰ গল্পৰ আংগিকগত আৰু আৱয়িক ৰূপ স্বভাৱতে নিটোল। তেখেতৰ গল্পত আমাৰ সমাজৰ অন্যায়-অবিচাৰৰ প্ৰতি কটাক্ষ আৰু বক্ৰাঘাত থাকিলেও তেখেতে তেখেতৰ সমালোচনা চৰিত্ৰ আৰু পৰিস্থিতিৰ সংঘাতৰ সহায়তহে উপস্থাপন কৰে, বক্তৃতাধৰ্মী উক্তিৰদ্বাৰা নহয়। তেখেত নিজে সমকালীন গল্পসাহিত্যৰ পথিকৃৎ সমালোচক হোৱা বাবেই বোধহয় তেখেত আংগিকৰ ক্ষেত্ৰত প্ৰশংসনীয়ভাৱে আত্মসচেতন। তেখেতৰ গল্পত আংগিকৰ লগত জাহ নোযোৱা অনাৱশ্যকীয় উক্তিৰ প্ৰাধান্য নাই ; থাকিলেও সি বক্ৰাঘাত বা পৰিহাসত দ্ৰবীভূত হৈছে। ভাষাৰ লালিত্য, প্ৰাঞ্জলতা আৰু ওজস্বিতা তেখেতৰ মজ্জাগত। সেইবাবে তেখেতৰ গল্পৰ পাঠাংশ নপঢ়াকৈ পাত লুটিওৱাৰ প্ৰশ্ন নুঠে। প্ৰচাৰধৰ্মী নহয় বাবেই তেখেতৰ গল্পই পাঠকৰ অন্তৰ সহজতে স্পৰ্শ কৰে আৰু ই প্ৰমোদন কৰিব পৰা শক্তি ধৰি ৰাখে।

আৱাহন যুগৰ পুনৰ্মূল্যায়নৰ অৱকাশ আছে। এই যুগৰ গল্পৰ ওপৰত যিখিনি পোহৰ পৰিছে, তাৰপৰা বুজিব পাৰি যে, গোস্বামী এই যুগৰ শ্ৰেষ্ঠ গল্পকাৰ এজন বা দুজনৰ ভিতৰত পৰিব। সুদীৰ্ঘকাল গল্প ৰচনাত ব্যাপৃত থাকিলেও তেখেতৰ কোনোটো গল্পই পুৰণা যেন নালাগে। তেখেত এসময়ৰ 'সমসাময়িক' লেখক আছিল বাবেই তেখেত আজিও আমাৰ প্ৰকৃত 'সমসাময়িক'। গাঁৱলীয়া জীৱনৰ দুঃখ-দৈন্য, অভাৱ-অনাটন, সংস্কাৰ আৰু বঞ্চনাৰ প্ৰতি তেখেত কোনোদিনে আওকণীয়া নাছিল। এইবোৰ তেখেতে প্ৰত্যক্ষদৰ্শী হিচাপে বৰ্ণনা কৰিছে। পাশ্চাত্যৰ গল্পৰ লগত আংগিকগত সংযোগ ৰক্ষা কৰিলেও, চেতনাৰ আমদানিৰ ক্ষেত্ৰত ৰক্ষণশীল হোৱা বাবে তেখেত বেজবৰুৱা আৰু শৰৎচন্দ্ৰ গোস্বামীৰ দৰে অসমীয়া গণজীৱনক আজুৰি যোৱা সমস্যা আৰু এই সমস্যাজৰ্জৰিত মানৱতাৰ ৰূপায়ণৰ ক্ষেত্ৰতে আবদ্ধ থাকিল। ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰাৰ লগত নিবিড় সম্পৰ্ক থকা কাৰণেও তেখেতৰ গল্পৰ এটি মৌলিক আবেদন পৰিলক্ষিত হয়। তেখেতৰ অভিজ্ঞতাৰ পৰিসৰ ঠেক নহয়। তদুপৰি তেখেতে সদায় নিজৰ অভিজ্ঞতাৰ পৰিসীমাৰ ভিতৰত থাকিয়ে গল্প ৰচনা কৰে।

তেখেতৰ আদিভাগৰ গল্পত এটা ৰোমাণ্টিকতাৰ সুৰ অনুপস্থিত নহয়। কিন্তু ঘটনাপ্ৰৱাহৰ ৰোমাণ্টিকতাৰ তেখেতে বাস্তৱ জীৱনৰ কাঠামোৰ ওপৰত প্ৰতিষ্ঠিত কৰে। তেখেতে কলেজীয়া জীৱনত 'কটনিয়ান'ত প্ৰকাশ কৰা 'ডি এচেঞ্জ অব

লাভ' গল্পটো পঢ়িলে এই কথা বুজিব পাৰি। অজয় আৰু উষাৰ পাৰস্পৰিক আকৰ্ষণত ৰোমাণ্টিক প্ৰেমৰ পৰিপ্ৰেক্ষিত আছে। কিন্তু অজয় যোত্ৰহীন নোহোৱা হ'লে গল্পটোৰ পৰিণতি বেলেগ হ'লহেঁতেন। অজয়ৰ মনত ভালপোৱা আৰু কৰ্তব্যবোধৰ যি দ্বন্দ্ব সি দাৰিদ্ৰ্য আৰু ঐশ্বৰ্যৰ দ্বন্দ্ব। উষাৰ ধনী পৰোপকাৰী পিতৃৰ প্ৰতি থকা গভীৰ কৃতজ্ঞতাৰ বাবে তেওঁ সাহসী পদক্ষেপ দিব নোৱাৰিলে। অৱদমিত ভালপোৱাৰ ভাৰ সহ্য কৰিব নোৱাৰি অজয়ে আত্মহত্যা কৰিলে। অজয় কাৰোদ্বাৰা নিগৃহীত হোৱা নাই। গল্পটোত কুচক্ৰীও নাই, 'passion spins the plot'। আৱাহন যুগৰ অনেক লেখকে তুলনীয় প্ৰতিভা থকা সত্ত্বেও গোস্বামীৰ দৰেকৈ সুদীৰ্ঘকাল ভাল গল্প লিখিব নোৱাৰিলে। তাৰ কাৰণ, বাস্তৱানুগ পৰিপ্ৰেক্ষিত আৰু আংগিকগত নিষ্ঠাৰ অভাৱ।

গোস্বামীৰ চুটিগল্পৰ বেছি ভাগ চৰিত্ৰ আৰু পৰিস্থিতি সাধাৰণ মানুহৰ জীৱনৰপৰা অহা। তেখেতৰ সাধাৰণ গাঁৱলীয়া জীৱনৰপৰা বুটলি অনা নাৰী চৰিত্ৰসমূহৰ চিত্ৰণৰ সত্যতা প্ৰশংসনীয়। আত্মত্যাগৰ মহিমাৰে বিভূষিত নাৰী চৰিত্ৰসমূহে বহুত সময়ত শৰৎচন্দ্ৰ চট্টোপাধ্যায়ৰ নাৰী চৰিত্ৰসমূহলৈ মনত পেলায়। ভালপোৱা আৰু মৰমিয়াল স্বভাৱৰ বাবে এওঁলোকে সকলো ধৰণৰ কষ্ট আৰু ত্যাগ স্বীকাৰ কৰিব পাৰে। সাধাৰণ দৰিদ্ৰ জীৱনৰপৰা অহা নাৰী চৰিত্ৰ সাদৰী আৰু কপাহী এই ক্ষেত্ৰত বিশেষভাৱে উল্লেখযোগ্য।

সাদৰীয়ে কমলক ভাল পাইছিল। গুণ্ডা প্ৰকৃতিৰ ৰতনে ঈৰ্ষাৰ বশৱৰ্তী হৈ তাইক কমলৰপৰা বিচ্ছিন্ন কৰাৰ উপৰিও তাইৰ পৰিয়ালটোক দুৰ্দশাগ্ৰস্থ কৰে। দেউতাকৰ অকাল মৃত্যুৰ পিছত তাই কটনাকাটি ভাত মোকোলায়। দুৰাৰোগ্য ৰোগত ভুগি অনুতপ্ত হৈ ৰতনে তাইৰ ওচৰত ক্ষমা ভিক্ষা কৰে আৰু কমলৰ সম্ভেদ দিয়ে। চাৰিবছৰৰ বিচ্ছেদৰ পিছতো তাই কমলৰ কথাকে ভাবি থাকে। তাই ভাবে কমলেও তাইৰ বাবেই অপেক্ষা কৰি আছে। এদিন সি তাইৰ ওচৰলৈ আহিল। সি ইতিমধ্যে তাৰে সম্বন্ধীয়া বায়েক সাবিত্ৰীক বিয়া কৰাইছে। সাবিত্ৰী সম্প্ৰতি মৃত্যুশয্যাত। তাই সাদৰীৰ হাতত তাইৰ সন্তানক অৰ্পণ কৰি নিশ্চিন্ত হ'ব খোজে। কমলে তাইক নিবলৈ আহিছে। জীৱনৰ ক্ষুদ্ৰ পৰিহাসত তাই বিমূঢ় হয়। কমলে জানে নিঃসহায় সাদৰীৰ পক্ষে এই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰা অসম্ভৱ তাইও জানে। গল্পটো এনেদৰে সমাপ্ত হৈছে :

'সাদৰীয়ে তেতিয়াও মুখেৰে নামাতিলে। কিন্তু কমল আঁতৰি যোৱাৰ লগে লগে তাইৰ কাপোৰ-কানিখিনি সামৰি সুতৰি ল'লে। অলপ পিছত কমলে

ঘোঁৰাগাড়ী লৈ আহিল। কমলে টোপোলাটা গাড়ীৰ ওপৰত তুলি দিলে। সাদৰীয়ে কমলৰ পিছে পিছে গাড়ীত উঠিল।'

কপাহীৰ আত্মত্যাগৰ কাহিনীও গোস্বামীয়ে সংবেদনশীলতাৰে অংকন কৰিছে। গোস্বামীৰ ৰচনাৰীতি পোনপটীয়া। কৌতুক বা আকস্মিকতাৰ খাতিৰত তেওঁ জীৱনক বিকৃত নকৰে। তেওঁৰ নাৰী চৰিত্ৰৰ অনুধাবন সত্য আৰু বাস্তৱতাৰ ওপৰত প্ৰতিষ্ঠিত। বৰ্ডচৱৰ্থে সাধাৰণ মানুহৰ জীৱনত জীৱনৰ সাৰ্থকতা আৱিষ্কাৰ কৰাৰ দৰে, গোস্বামীয়ে নিঃকিন নাৰীৰ জীৱনতে নাৰীৰ মহত্ত্ব প্ৰত্যক্ষ কৰিছিল। স্নেহৰ লগত তেওঁৰ স্বামী হৰনাথ বৰুৱাৰ সাময়িক বিচ্ছেদ আৰু বৰুৱাৰ তাইৰ প্ৰতি ওপজা মৰমৰ সুযোগ দৰিদ্ৰা চাকৰণী কপাহীয়ে গ্ৰহণ কৰিব পাৰিলেহেঁতেন, কিন্তু নকৰিলে। বৰং বৰুৱাই তাইক বিয়া দি কৰ্তব্য পালন কৰিবলৈ ওলোৱাত তাই বাধাহে দিলে। কাৰণ, তাই বৰুৱাৰ ল'ৰাটোক আপডাল কৰি ইমানখিনি ডাঙৰ কৰিলে। সেই মৰমৰ বান্ধোন আৰু ইমান দিনে নিজৰ বুলি ভবা ঘৰখনৰ মায়া তাই ত্যাগ কৰিব নোৱাৰে। কালৰ কুটিল গতিত এনেবোৰ নাৰী চৰিত্ৰই সাম্প্ৰতিক বাস্তৱ জীৱনত দেহ বিক্ৰী কৰি ভাত মোকোলায়। গোস্বামীৰ গল্পত বিকাশৰ সম্ভাৱনাৰ ইংগিত আছে, আৰু এনেবোৰ গল্পত তেখেতে উৰলি যাব ধৰা অতীতক অবিস্মৰণীয়ভাৱে বিবৃত কৰিছে।

গোস্বামীৰ আন এটি অবিস্মৰণীয় নাৰী চৰিত্ৰ ৰূপহী। ৰূপহী ৰূপে-গুণে অতুলনীয়া। কিন্তু, সাধাৰণ অৱস্থাৰ সুচৰিত্ৰ দৰাক নেওচি তেওঁৰ দেউতাকে তাইক উপৰুৱা ধন পোৱা বন বিভাগৰ চাকৰি কৰা খগেনত বিয়া দিলে। মদাহী খগেনে তাইক অত্যাচাৰ কৰে আৰু দুশ্চৰিত্ৰা তিৰোতাক ঘৰ সুমুৱায়। ৰূপহীয়ে বাধা দিয়াত সি তাইক ঘৰৰপৰা উলিয়াই দিয়ে। খগেনে চৰকাৰী ধন আত্মসাৎ কৰা অভিযোগত দুবছৰ জেল খাটিবলগীয়া হয়। কংকালসাৰ অৱস্থাত জেলৰপৰা উভতি আহি খগেনে তাইৰ ওচৰত আশ্ৰয় বিচৰাত তাই তাক স্বামীৰূপত পুনঃ প্ৰতিষ্ঠা কৰি ভৰি চুই সেৱা কৰে। কাৰাবাসৰ যন্ত্ৰণা আৰু ৰূপহীৰ পতিপৰায়ণতাই খগেনৰ অন্তৰৰ মলিতা ধুই নিকা কৰিলেও তাই বুজিব পাৰে :

...."তাইৰ গিৰিয়েক দীৰ্ঘ কালৰ অন্তত ভাগি পৰা এক অস্থিচৰ্মসাৰ যেন কংকাল। এই কংকাল সঞ্জীৱিত কৰিবলৈ অসাধাৰণ ত্যাগ আৰু সাধনাৰ আৱশ্যক হ'ব।"

'মাতৃ' গল্পত বিদ্যোৎসাহী অথচ যোত্ৰহীন মৰমিয়াল আদৰ্শবাদী স্বামীৰ উদগনি সত্ত্বেও বিদুষী কণিকাই নিজৰ সন্তানৰ ভবিষ্যৎ ৰচনাৰ ব্ৰতত ব্ৰতী হৈ

সমাজ সেৱাৰ লোভনীয় বাট পৰিত্যাগ কৰি মহীয়সী মাতৃৰূপে প্ৰতিষ্ঠিত হৈছে।

গোস্বামীয়ে গল্প লিখিবলৈ আৰম্ভ কৰা সময়ত মধ্যবিত্ত জীৱনযাত্ৰা বৰ কঠিন আছিল। নিম্ন মধ্যবিত্ত জীৱনত পঢ়াশুনা কৰিবলৈ সম্বলৰ অভাৱ, অথচ, নাম কৰি পাছ কৰিলেও চাকৰি পোৱা নাযায়। এনে নিৰ্মম পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত তেখেতে ভালেমান গল্প ৰচনা কৰিছে। 'চাকৰি' গল্পৰ নায়কে উচ্চশিক্ষা লাভ কৰি প্ৰথম শ্ৰেণীৰ অনাৰ্চ পাইও 'বেকিং' নোহোৱা বাবে চাকৰিৰপৰা বঞ্চিত হয়। মধ্যবিত্ত শ্ৰেণীৰ মানুহৰ সহানুভূতি হেৰুৱাই তেওঁ নিজৰ গাঁৱলৈ গৈ সাধাৰণ খেতিয়কৰ মাজত নিজক বিলাই দিয়ে। তেওঁ উপলব্ধি কৰে হাড়ভাঙি পৰিশ্ৰম কৰি মাটিৰ বুকুত সোণফলোৱা খাটিখোৱা মানুহৰ অন্তৰতহে মানৱীয় সহানুভূতি সঞ্চিত হৈ আছে। গোস্বামীয়ে গল্প ৰচনা কৰিবলৈ আৰম্ভ কৰাৰ আঢ়ৈকুৰি বছৰ পিছত প্ৰকাশ কৰা 'হীৰা' গল্পত তেখেতে সাধাৰণ জীৱনৰপৰা অহা নাৰী চৰিত্ৰৰ আন এটা দিশ প্ৰকট কৰে। গল্পটো মনস্তাত্ত্বিক দিশৰপৰাও নিৰ্ভুল। গল্পটোক এজন হিন্দুস্থানী ঠেলাৱালাৰ পাৰিবাৰিক জীৱনৰ ছবি সংবেদনশীলতাৰে অংকন কৰা হৈছে। ঠেলাৱালা নিৰ্মলে ঠেলা চলাই পোৱা সামান্য উপাৰ্জনেৰে তাৰ চৌখীন স্ত্ৰী মালতীক ভালপোৱাৰ বাহিৰে বিশেষ একো দিব নোৱাৰে। ধৰীন্দ্ৰ নামৰ ৰিক্সাৱালা এজনে তাইক ৰিক্সাত তোলে, চাহ খুৱায় আৰু চিনেমা দেখুৱায়। এদিন গধূলি নিৰ্মলে দিনটোত পোৱা সামান্য টকাৰে তাইৰ বাবে পাউদাৰ আৰু মাছ এচকল কিনি ঘৰলৈ উভতি আহি দেখে যে মালতীয়ে কান্দি আছে, তাই মাকৰ ঘৰলৈ যাব। নিৰ্মলে বুজিলে, তাই তাৰ তুলনাত শিক্ষিতা কিজানি তাই তাৰ ওচৰত সন্তুষ্ট নহয়। সি খং কৰি তাইক ধৰীন্দ্ৰৰ লগতে গুচি যাবলৈ কৈ নোখোৱা নোবোৱাকৈ শুই থাকিল আৰু মালতীয়ে উঠাৰ আগতে ৰাতিপুৱাই ঠেলা লৈ ওলাই গ'ল। তাই খং-অভিমানত টালি টোপোলা দি ধৰীন্দ্ৰৰ তালৈ গুচি গ'ল। তাই তাত ধৰীন্দ্ৰৰ মাতাল অৱস্থা প্ৰত্যক্ষ কৰিলে আৰু তাইৰ অবিহনে অকলশৰীয়া হৈ সৰলচিতীয়া নিৰ্মলো মাতাল হ'ব, এই কথা সহ্য কৰিব নোৱাৰি তাই উভতি আহিল আৰু নিৰ্মলৰ স্নেহৰ গভীৰতা বুজি অনুতপ্ত হ'ল। গল্পটোত বনুৱা জীৱনৰ অন্তঃস্থলীত সোমোৱাৰ চেষ্টা আছে আৰু শ্ৰমিক জীৱনৰ প্ৰতি গভীৰ সংবেদনশীলতাৰ ছাপ আছে।

মহাযুদ্ধই গৰকা অসমীয়া জীৱনলৈ নামি অহা নৈতিক নৈৰাজ্যৰ ছবি গোস্বামীৰ 'প্ৰতিধ্বনি'ৰ দৰে গল্পত বিবৃত হৈছে। বিয়াল্লিছৰ গণ আন্দোলনৰ দিনত ৰতন ঠিকাদাৰে ঠিকা বিচাৰি মণিপুৰ ৰ'দলৈ যায়—বৃটিছক যুদ্ধত সহায় কৰি ধন ঘটিবলৈ। ওচৰ-চুবুৰীয়াই আলোচনা কৰে, সি মণিপুৰ ৰ'দতে হাড়

পেলাব লাগিব। শত্ৰুৰ মুখত ছাই সানি সি অনেক ধন-সম্পত্তি লৈ গাঁৱলৈ উভতি আহে। আগৰ সমালোচক ওচৰ-চুবুৰীয়া তাৰ চোতাল ভৰি পৰে। 'পইছা থাকিলে ভাণ্ডৰো অভাব নহয় তোষামোদকাৰীৰো অভাৱ নহয়।' ঘৰত ঠিকাদাৰৰ ৰহস্যময় ব্যবসায় চলে, পুলিচ, হাকিমৰ সমাগম হয়। ফলত তেওঁৰ সন্মান বাঢ়ে। 'চালু' মানুহ ডেকা শম্ভুনাথে তেওঁৰ ঘৰ আৰু কাৰবাৰৰ দায়িত্ব মূৰ পাতি লয়। ধনৰ আমদানিয়ে ঠিকাদাৰৰ লোভ বঢ়ায়। বনবাৰী কৰাৰ অজুহাতত তেওঁ এজনী নেপালী তিৰোতা ঘৰ সুমুৱায়। ৰতন ঠিকাদাৰৰ ভাবী জোঁৱাই শম্ভুনাথে জীয়েক ৰূপহীক অন্তঃসত্বা কৰি নেপালী ছোৱালীজনীৰ লগত অন্তৰ্দ্ধান হয়। গল্পটোত পটভূমি ৰূপে ক্ৰিয়া কৰা পৰিস্থিতি স্বৰাজোত্তৰ যুগৰ নতুন ধনী সমাজত অনুপস্থিত নহয়। মানব চৰিত্ৰ আৰু তাৰ ক্ৰীড়াংগন ক্ষুদ্ৰ সমাজখনৰ সামগ্ৰিক ৰূপ গোস্বামীয়ে উদ্ভাসিত কৰিব পাৰিছিল বাবে এনেবোৰ গল্প আজিও অম্লান, চিৰন্তন, সাৰ্বজনীন আদি ভাবেৰে সমৃদ্ধ।

স্বাধীনতাৰ পৰবৰ্তী কালত জনসাধাৰণৰ কল্যাণময়ী চেতনাৰ দৃষ্টিভংগীৰপৰা আশংকা জাগে, স্বাধীনতাই জানো সাধাৰণ মানুহৰ অৰ্থনৈতিক অবমুক্তি আনিলে ? এই সময়তে বিষ্ণুৰাভাৰ দৰে মানব প্ৰেমিক কলাকাৰে শোষিতৰ মুক্তিৰ বাবে অস্ত্ৰ হাতত লয়, আৰু অগ্নিকাগিৰীয়ে আত্মপ্ৰসাদগ্ৰস্ত চেতনাৰ ওপৰত ব্যৱস্থাৰ আঘাত হানে। স্বৰাজোত্তৰ কালত ত্ৰৈলোক্যনাথ গোস্বামীয়েও ৰূপকধৰ্মী গল্পৰ যোগেদি মানৱতাৰ মুক্তিৰ জয়গান গাবলৈ প্ৰস্তুত হয়।

স্বাধীনতাৰ পিছত লিখা গল্পত এই উমাল আত্মপ্ৰসাদগ্ৰস্ত জীৱনৰ বিপক্ষে তেওঁৰ শিল্পীয়ে শোষণ আৰু নিষ্পেষণৰ ভয়ংকৰ ছবি আঁকে। আদৰ্শবাদী মানুহে ক্ষুধাক নেওচি ধনীৰ তোষামোদকাৰীসকলৰপৰা ফালৰি কাটি নৰকংকাল সদৃশ শ্ৰমিক মিছিলৰ লগত চামিল হয়। গোস্বামীৰ এই আদৰ্শবাদ বাস্তৱৰ লগত অবিচ্ছেদ্য আৰু ৰাজনৈতিক দায়বদ্ধতাৰ নিকটৱৰ্তী। 'কণ্ট্ৰোলৰ চেনি' আদি গল্পত গোস্বামীয়ে যুদ্ধৰ সমসাময়িক পৰিস্থিতি আৰু তাৰ আনুসংগিক দুৰ্নীতিৰ ছবি অবিস্মৰণীয়ভাৱে বিবৃত কৰিছে।

স্বাধীনতাৰ ৰ'দ কাচিয়লিত, এই উমাল আত্মপ্ৰসাদগ্ৰস্ত চেতনাৰ উদ্ভৱ হয়। মানুহে পুৰণি সমাজ ব্যৱস্থাৰ আলমত এখন নতুন দেশ গঢ়ি তুলিবৰ আশা পোষণ কৰে ঔদ্যোগিক জীৱনৰ সপোন দেখে। গোস্বামীৰ 'শিল্পী' গল্পত এনে আত্মপ্ৰসাদগ্ৰস্ত জীৱনৰ বিপক্ষে বিক্ষোভ আছে। সমাজসেৱীয়ে শিল্পীক তিৰস্কাৰ কৰে :

'হাড়ছাল নোহোৱা কিস্তূত কিমাকাৰ চিত্ৰ আঁকি বনুৱাৰ মাজত অসন্তোষৰ বীজ সিঁচি দিছা।'

কিন্তু শিল্পীয়ে আপোচ কৰিবলৈ অস্বীকাৰ কৰে আৰু ধনী অধিক ধনী আৰু দুখীয়াক অধিক দুখীয়া কৰা সমাজ ব্যৱস্থাৰ ওপৰত বিদ্ৰূপ হানে। এনেবোৰ গল্পত সমসাময়িক জীৱনৰ তাৎপৰ্যপূৰ্ণ দিশক বিবৃত কৰা দেখা যায়।

স্বাধীনতাৰ অব্যৱহিত পৰৱৰ্তীকালত আমোলা আৰু সমাজৰ বৰমূৰীয়াসকলৰ ষড়যন্ত্ৰত দুৰ্বলশ্ৰেণী আৰু এই শ্ৰেণীৰ প্ৰতিভূস্থানীয় দৰিদ্ৰ শিক্ষক শ্ৰেণীৰ জীৱন দুৰ্বিষহ হয়। তাৰ হাস্যৰসসিক্ত মৰ্মস্পৰ্শী ছবি 'অজ্ঞাত বাস' গল্পত আছে। থানেশ্বৰ পণ্ডিতে অন্যমনস্ক হৈয়েই নিশ্চয় ল'ৰাক ভাল কৰোঁ বুলিয়েই মেলেকীৰ ল'ৰাক দুষ্টালিৰ বাবে বেত দিয়াত দক্ষযজ্ঞকাণ্ড হয়। কি কুক্ষণত পণ্ডিতে এই কুকাণ্ড কৰিলে তাকে ভাবি তেওঁ বিমূঢ় হয় ঃ

"কিয় ভুল কৰিলে তেওঁ ? মেলেকীৰ ল'ৰাৰ গাত তেওঁ কিয় হাত দিলে বাৰু ? আজি ক্ষমতাৰ যুগ, অত্যাচাৰৰ যুগ।"

গাঁৱৰ মানুহে পণ্ডিতক ভাল বোলা নাই ঃ

'হয়াতো, মেলকীৰ ঘৰোৰ ছলি বুলি বুইলবাৰ নাই। কিয় কুবাৱে তেওঁ ? কিবা আমাৰ ঘৰোৰ ছলি না ?'

পণ্ডিতৰ জীৱনৰ সকলো সাৰ্থক চেষ্টাই স্কুলখনৰ লগত জড়িত। কিন্তু মেলকীৰ প্ৰৰোচনাত ল'ৰা স্কুললৈ নোযোৱা হ'ল আৰু পণ্ডিতৰ ট্ৰেনচফাৰৰ হুকুম হ'ল। মেলেকীৰ শালপতিৰ জোঁৱাই বিনোদ অনুপযুক্ত হৈও স্কুলত মকৰল হ'ল। ভালেকেইজন মানুহৰ পৰিয়াল পুহিব নোৱাৰি অনাটনত ভুগা পণ্ডিতে কুৰি মাইল আঁতৰৰ স্কুলত অজ্ঞাতবাস খাটিবলগীয়া হ'ল। পণ্ডিতে পৰিস্থিতিটোৰ সাৰখিনি চমুকৈ কৈছে ঃ

'আমাৰ জীৱনৰ মূল্য নিৰূপিত হৈ আছে। ডেৰকুৰি টকীয়া জীৱন। তাৰোপৰি বিনোদ হ'ল শালপতিৰ জোঁৱাই।'

'গতিকে উপায় নাই' গল্পটো স্বাধীনতাৰ পিছৰ প্ৰথম দশকত ১৯৫৩ চনত লিখা। গোস্বামীয়ে গল্পত দৰিদ্ৰ শিক্ষকে আদৰ্শবাদী পুত্ৰৰ প্ৰণোদনত দুৰ্নীতিপৰায়ণ ধনী মানুহৰ উপহাৰ অতি প্ৰয়োজনীয় গৰমকোট কুকুৰৰ মুখত দলিয়াই দিয়ে। নতুন ধনীৰ ঘৰত তোষামোদকাৰীৰ ভীৰৰ ছবি শাণিত বক্ৰাঘাতৰ সহায়ত খোদিত হয়।

ত্ৰৈলোক্য গোস্বামী সমাজ সচেতন গল্পকাৰ। দুৰ্বল শ্ৰেণীৰ মানুহ আৰু সামাজিক কুসংস্কাৰৰে আচ্ছন্ন নাৰী জীৱনৰ দুৰ্যোগৰ ওপৰত ভেজা দি তেখেতে

মনত ৰাখিবলগীয়া গল্প ৰচনা কৰিছে। পতিত আৰু পতিতাৰ দৰে গল্পত অসহনীয় পৰিস্থিতিৰ পৰা পৰিত্ৰাণৰ সঙ্কেত আছে। তেখেতৰ বেছিভাগ 'ৰোমাণ্টিক' গল্পৰে সামাজিক আধাৰ আছে। কপাহী আৰু সাদীৰৰ দৰে বাস্তৱ চৰিত্ৰ অসমীয়া সাহিত্যত বিৰল।

ত্ৰৈলোক্যনাথ গোস্বামী সমালোচনাত্মক বাস্তৱতাৰ গল্পকাৰ; ব্যংগ্যৰ কষাঘাত তেখেতৰ প্ৰধান হাতিয়াৰ। তেখেত এই যুগৰ এজন বিৰল গল্পকাৰ যিজনে তেখেতৰ লেখাত আপোচহীন সমালোচনাৰ সুৰ বৰ্জন কৰিবলৈ অস্বীকাৰ কৰে। তেখেতৰ বক্ৰাঘাতে মানুহৰ চৰিত্ৰ আৰু পৰিৱেশৰ অন্তঃস্থলত পোহৰ পেলায় ঃ

"সুবিধা চাই চহৰীয়াই তোমামোদৰ হোমিওপ্যাথিক ফোঁট পেলালে।"

'হঠাৎ লালসিংবাবু বিনয়ত গদ্‌গদ্ হৈ পৰিছে আৰু গোটেই অসমথনকে বুকুৰ মাজলৈ টানি আনি উম দিবলৈ ইচ্ছা প্ৰকাশ কৰিছে।'

সমালোচক হিচাপে ড° বাণীকান্ত কাকতিৰ পিছতে ত্ৰৈলোক্যনাথ গোস্বামীৰ নাম ল'ব লাগিব। প্ৰাচ্য আৰু পাশ্চাত্যৰ অলংকাৰ, সমালোচনা আৰু সৃজনধৰ্মী সাহিত্যৰ লগত গভীৰ পৰিচয় থকা বাবে তেখেতে অসমীয়া সমালোচনাৰ ক্ষেত্ৰত তাৎপৰ্যপূৰ্ণ বৰঙণি যোগাব পাৰিছে। নন্দনতত্ত্ব আৰু ব্যৱহাৰিক সমালোচনা— উভয় দিশতে তেখেতৰ অতি উল্লেখযোগ্য অৱদান আছে। দৰ্শন শাস্ত্ৰত অনাৰ্চ পঢ়া সময়ত গোস্বামী নন্দনতত্ত্বৰ (aesthetics) দুৰূহ তত্ত্বসমূহৰ প্ৰতি আকৃষ্ট হয়। পিছত স্নাতকোত্তৰ মহলাৰ পাঠ প্ৰস্তুত কৰা সময়ত এই অধ্যয়ন সাহিত্যৰ পাঠাংশ অনুসন্ধানৰ ক্ষেত্ৰত কামত লাগে। সেইফালৰপৰা নন্দনতত্ত্বৰ অনুসন্ধান গোস্বামীৰ জীৱনজোৰা সাধনা। ১৯৫০ চনত তেখেতে এনে অনুসন্ধানৰ পথ খেদি প্ৰাচ্য আৰু পাশ্চাত্যৰ তত্ত্ব অন্বেষণ কৰি তেখেতৰ বিখ্যাত গ্ৰন্থ "সাহিত্য আলোচনা" ৰচনা কৰে। পিছত গ্ৰন্থখনৰ পৰিবৰ্দ্ধিত সংস্কৰণ প্ৰকাশিত হয়। সম্প্ৰতি ভাৰতীয় নন্দনতত্ত্বৰ প্ৰতি পশ্চিমৰ পণ্ডিতসকলৰ দৃষ্টি আকৰ্ষিত হৈছে আৰু প্ৰাচ্য আৰু পাশ্চাত্যৰ তুলনামূলক নন্দনতত্ত্বৰ বাট মুকলি হৈছে। গোস্বামীৰ সাহিত্য আলোচনা এই ক্ষেত্ৰত অসমীয়া সাহিত্যৰ বাটকটীয়া গ্ৰন্থ। ১৯৭৩ চনত গোস্বামীয়ে প্ৰাচ্য আৰু পাশ্চাত্যৰ নন্দনতত্ত্ব সম্পৰ্কে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত এলানি বক্তৃতা দিয়ে। এই বক্তৃতাসমূহৰ ভিত্তিত তেখেতে "নন্দন-তত্ত্ব ঃ প্ৰাচ্য আৰু পাশ্চাত্য" নামেৰে গ্ৰন্থখন সম্পাদনা কৰি উলিয়ায়। গ্ৰন্থখনৰ সুদূৰপ্ৰসাৰী প্ৰভাৱ পৰিলক্ষিত হৈছে। প্ৰাচ্য আৰু পাশ্চাত্যৰ নন্দনতত্ত্বৰ বিভিন্ন দিশ ফঁহিয়াই

সাহিত্য আলোচনাত প্ৰবৃত্ত হৈ গোস্বামীয়ে অসমীয়া সাহিত্যৰ বিস্তৰ উপকাৰ সাধে।

ৰামেধনু যুগত অসমীয়া চুটি গল্পৰ নতুন যুগৰ আৰম্ভ হয়। ভালেমান নতুন লেখকে চুটি গল্প ৰচনাত প্ৰবৃত্ত হয় আৰু উচ্চমানৰ গল্প লিখে। এই সময়ত অসমীয়া ভাষাত চুটি গল্প সম্পৰ্কে এখন প্ৰামাণ্য গ্ৰন্থৰ অভাৱ সকলোৱে অনুভৱ কৰে। ভাৰতীয় আৰু বিদেশী সাহিত্যত অৱগাহন কৰি গোস্বামীয়ে ৰামধেনু যুগৰ শেষ প্ৰান্তত তেখেতৰ সৰ্বাধিক প্ৰভাৱশালী গ্ৰন্থ "আধুনিক গল্প-সাহিত্য" লিখিবলৈ লয়। ১৯৬৫ চনত গ্ৰন্থখন প্ৰকাশিত হয় আৰু ১৯৬৭ চনত গোস্বামীয়ে এই গ্ৰন্থখনৰ বাবে সাহিত্য অকাডেমি পুৰস্কাৰ লাভ কৰে। গ্ৰন্থখনৰ প্ৰথম ভাগত চুটি গল্পৰ সূত্ৰ আৰু উৎপত্তিৰ আলোচনা আছে। এই ভাগত গোস্বামীৰ মৌলিক চিন্তাৰ পৰিচয় সুন্দৰভাৱে ফুটি ওলাইছে। গোস্বামীৰ এই বিশ্লেষণ অতি তাৎপৰ্যপূৰ্ণ। অসমীয়া চুটি গল্পৰপৰা দিয়া উদাহৰণসমূহে গ্ৰন্থখনৰ গৌৰৱ বঢ়াইছে। অসমীয়া সাহিত্যত বিদেশী সাহিত্য বিষয়ক আলোচনা তেনেই তাকৰীয়া। দ্বিতীয় ভাগত সন্নিবেশিত পশ্চিমীয়া চুটি গল্পৰ চমু পৰিচয় সেই কালৰপৰা সময়োপযোগী। তৃতীয় অধ্যায়ত উপস্থাপন কৰা প্ৰেমচাঁদ আৰু ৰবীন্দ্ৰনাথৰ গল্পৰ তুলনামূলক আলোচনাই ভাৰতীয় গল্প সাহিত্যৰ দুটি বিশিষ্ট ধাৰাৰ ওপৰত পোহৰ পেলাইছে। চতুৰ্থ অধ্যায়ত গোস্বামীয়ে অতি কম পৰিসৰত বেজবৰুৱাৰপৰা ৰামধেনু-যুগলৈকে অসমীয়া গল্প সাহিত্যৰ শতাব্দীজোৰা ইতিহাসৰ পাতনি মেলিছে।

গ্ৰন্থখনত হেমিংৱে আৰু ফক্‌নাৰ, ষ্টাইনবেক আৰু আৰ্ভিং চেকভ আৰু মোপাঁছা, প্ৰেমচাঁদ আৰু ৰবীন্দ্ৰনাথকে ধৰি অনেক সাহিত্যিকৰ গল্পৰ তুলনামূলক অধ্যয়ন সন্নিৱেশ কৰা হৈছে।

বেজবৰুৱা যুগৰ চুটিগল্পৰ আলোচনা আৰু বিশ্লেষণৰ ক্ষেত্ৰত গোস্বামীয়ে গভীৰ অন্তৰ্দৃষ্টিৰ পৰিচয় দিছে :

'বেজবৰুৱাই লিখা সময়ত অসমীয়া সমাজৰ ওপৰত আপেক্ষিক শান্তি বিৰাজ কৰিলেও পুৰণি সমাজ ব্যৱস্থাৰ ভেটিৰ ওপৰত অনুভূত হৈছিল পৰিবৰ্তনৰ মৃদু কম্পন। সমাজৰ মাজত এদলৰ মনত আভিজাত্যৰ অন্তঃসাৰশূন্য গৌৰৱ আনপিনে আন এটা দলৰ কুসংস্কাৰাচ্ছন্ন জীৱনৰ নিষ্প্ৰাণ গতানুগতিকতা। মানৰ দিনৰ উপদ্ৰৱৰ কেঁচা স্মৃতিৰ তুলনাত ইংৰাজৰ আমোলত আহি পৰিছিল এটা বিৰতিৰ উশাহ, এটা অকৰ্মণ্যতাৰ অৱসাদ আৰু ভোগ বিলাসৰ প্ৰতি নিষ্ফল আকুলতা।'

বেজবৰুৱা আৰু শৰৎচন্দ্ৰ গোস্বামীৰ গল্পৰ আধাৰ সম্পৰ্কে কৰা তুলনামূলক বিচাৰো নিৰ্ভুল।

'—বেজবৰুৱাৰ আক্ৰমণৰ বিষয় প্ৰধানতঃ ভেম আৰু ভণ্ডামি, শৰৎ গোস্বামীৰ বিষয় অন্যায় আৰু অবিচাৰ।'

এই গ্ৰন্থত প্ৰকাশ পোৱা আৱাহন যুগৰ গল্পৰ সমালোচনা প্ৰণিধানযোগ্য। আৱাহন যুগত গোস্বামীয়ে বেজবৰুৱাৰ যুগৰ বিদ্ৰূপাত্মক মনোভাবৰ সলনি মানুহৰ অন্তৰত থকা হৰ্ষবিষাদ আৰু আশা-আকাংক্ষা পৰিস্ফুট কৰাৰ উদ্যম দেখা পাইছে। তেখেতৰ মতে মুক্তিৰ উন্মাদনা আৰু কল্পনাৰ স্বতন্ত্ৰতা আৱাহন যুগৰ গল্পকাৰৰ গল্পৰ পাথেয়। গোস্বামীয়ে কম স্বীকৃতিপ্ৰাপ্ত নিষ্ঠাবান গল্পকাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সংবেদনশীল মনৰ প্ৰশংসা কৰিছে। হলীৰাম ডেকাৰ গল্পৰ মাজেদি প্ৰকাশ পোৱা বিৰল উপলব্ধিৰ ওপৰত তেখেতে কৰা মন্তব্য মন কৰিবলগীয়া ঃ

'তেওঁৰ হাস্যৰসাত্মক ৰচনাত মানুহে হাঁহি হাঁহি বাগৰি নপৰে, কিন্তু মনত আনন্দৰ পুলক অনুভৱ কৰে। তেওঁৰ গল্পৰ মাজত যেন এটা পালত সংগীতৰ ধ্বনি বাজি আছে।'

এনেবোৰ উক্তিৰ সূক্ষ্মতা অনস্বীকাৰ্য। অনন্য প্ৰতিভাৰ অধিকাৰী ৰমা দাশৰ গল্পত বাস্তৱ আৰু ৰোমাণ্টিকতাৰ দ্বন্দ্বৰ বিশ্লেষণ অকাট্য। গোস্বামীয়ে দাশৰ ভাষাৰ সাবলীলতা, কল্পনাৰ সংলগ্নতা আৰু প্ৰকাশ কুশলতা অকুণ্ঠভাৱে প্ৰশংসা কৰিছে। কিন্তু তেওঁৰ গল্পত প্ৰকাশ পোৱা সত আৰু অসতৰ প্ৰশ্নাতীত দুৰ্দমনীয় বাসনাৰ ধুমুহাত আদৰণি জনাব পৰা নাই। আনহাতেদি দাশৰ 'দুৰ্যোগৰ ৰাতি' গল্পত প্ৰকাশ পোৱা বিলাসিনী দিপীৰ ছলনাময় প্ৰেমৰ মাদকতা আৰু বাসন্তীৰ প্ৰেমৰ স্থৈৰ্য আৰু ঔদাৰ্যৰ সংঘাতময় চিত্ৰ তেখেতে অকুণ্ঠভাৱে প্ৰশংসা কৰিছে। গোস্বামীয়ে লক্ষ্মীধৰ শৰ্মা আৰু ৰমা দাশৰ দুটি গল্পৰ যি তুলনামূলক মন্তব্য আগবঢ়াইছে তাৰ মূল্যও অনস্বীকাৰ্য। ৰামধেনু যুগৰ গল্পকাৰসকলৰ ওপৰত কৰা মন্তব্যও অন্তৰ্দৃষ্টিসম্পন্ন আৰু গঠনাত্মক। সমালোচনাৰ নামত বস্তুৰ ফাকুওৰি ছটিওৱাৰ তেখেত পৰিপন্থী। তেখেতৰ বিচাৰ কেতিয়াবা কঠোৰ কিন্তু সদায় পক্ষপাতশূন্য। তেখেতৰ বিচাৰ সচেষ্ট নৈৰ্ব্যক্তিকতাৰ পৰিচয় তেখেতৰ নিজৰ গল্পৰ ওপৰত কৰা মন্তব্য পঢ়িলে পোৱা যায়।

এই সুপৰিকল্পিত আলোচনা গ্ৰন্থৰ উপৰিও গোস্বামীৰ ভালেমান সমালোচনাত্মক প্ৰবন্ধ আলোচনীত সিঁচৰতি হৈ আছে আৰু তাৰে কিছুমান বিভিন্ন সংকলনত প্ৰকাশিত হৈছে। তাৰে কিছুমান প্ৰবন্ধত খেকচপীয়াৰৰপৰা ছাৰ্ত্ৰেলৈ

বিভিন্ন পশ্চিমীয়া লেখকৰ ওপৰত পোহৰ পেলোৱাৰ চেষ্টা আছে। তেখেত অস্তিত্ববাদ আৰু 'এবছার্ডৰ' দৰে জটিলতত্ত্ব আৰু সেই তত্ত্বৰ ওপৰত নির্ভৰ কৰা সাহিত্যৰ ওপৰত অসমীয়া ভাষাত আলোচনা আগবঢ়াইছে। এই পৰিচয়াত্মক প্রবন্ধবোৰে অসমীয়া সাহিত্যসেবীৰ বিস্তৰ উপকাৰ সাধিছে যে সেই কথা নক'লেও হ'ব। অসমীয়া সাহিত্যৰ কবিতা, নাটক, উপন্যাস আৰু সকলো ধাৰাৰ লেখকৰ ওপৰত তেওঁ লিখা প্রবন্ধসমূহৰ মূল্যও অনস্বীকার্য।

গোস্বামীয়ে ড° কাকতিৰ যুক্তিনির্ভৰ মন আৰু ভাবাবেগ বর্জিত বিশ্লেষণৰ ভূয়সী প্রশংসা কৰিছে। গোস্বামীৰ সমালোচনাত্মক প্রবন্ধত দুয়োটা গুণেই বর্তমান। তেখেত গঠনমূলক আলোচনাৰ পৃষ্ঠপোষক। তেখেতৰ মতে : 'সমালোচক এজন বিচাৰক, কিন্তু ৰসগ্রাহী বিচাৰকহে, ফৌজদাৰী আদালতৰ দণ্ডাধীশ নহয়।' (সমালোচকৰ সমসাময়িক লেখকৰ উচ্চ নীচ স্থান নির্ণয়ৰ প্রচেষ্টাক তেখেতে আদৰণি জনোৱা নাই :)

'দুজন সমসাময়িক কৃতীলোকৰ সাহিত্যকৃতি কাল সমুদ্রত ধৌত আৰু পৰিষ্কৃত হোৱালৈকে অপেক্ষা কৰিলে সমালোচনা নির্ভুল হোৱাৰ আশা কৰিব পাৰি।'

যি সামাজিক পৰিৱেশত কোনো সাহিত্য ৰচিত হয়, সেই পৰিৱেশৰপৰা বিচ্ছিন্ন কৰি সেই সাহিত্য অনুধাবন কৰাৰ প্রচেষ্টাক তেখেতে নিন্দা কৰিছে।

সমালোচক হিচাপে গোস্বামীয়ে লেখকৰ দোষ-ত্রুটিৰ প্রতি সমানে দৃষ্টি দি ভাৰসাম্য ৰক্ষা কৰিবলৈ চেষ্টা কৰে। তেখেত সাম্প্রতিক কালত চলা পৰীক্ষা-নিৰীক্ষাৰ প্রতি সহানুভূতিশীল। তেখেতৰ মতে আধুনিক কবিতা অধিক চিত্রধর্মী আৰু প্রতীক ধর্মী হোৱাটো স্বাভাৱিক। উপন্যাস আৰু নাটকত প্রকাশ পোৱা মনোবৈজ্ঞানিক বিচাৰ আৰু দার্শনিক ভাবধাৰাৰ অনুপ্রৱেশক তেখেতে অকুণ্ঠভাৱে আদৰণি জনাইছে। ৰামধেনু যুগৰ পৰৱর্তী লেখকসকলে প্রতিভা অনুপাতে স্বীকৃতি নোপোৱাৰ কাৰণ তেখেতে খেদ কৰিছে। ইয়াৰপৰা বুজিব পাৰি যে, পুৰণি আৰু নতুনৰ বাদবিসম্বাদত তেখেত নতুনৰ ফলীয়া।

গোস্বামী আংগিকৰ বিচাৰৰ প্রতি সিমান আগ্রহী নহয়। ফর্ম আৰু বস্তুক নিলগাই বিচাৰ কৰাটো তেখেতৰ মতে ভ্রান্ত। ফর্ম বস্তুৰ ৰমণীয় আৱৰণ মাত্র নহয়। ফর্ম আৰু বস্তুৰ সম্বন্ধ অবিচ্ছেদ্য। তেখেতৰ মতে জীৱনৰ উপলব্ধি গভীৰ হ'লে সেই উপলব্ধিয়ে স্বকীয় ৰূপত আত্মপ্রকাশ কৰিবৰ শক্তি ৰাখে। আনহাতে কলাৰ শৃংখলা আৰু জীৱনৰ নৈৰাজ্যিক বিশৃংখলাৰ প্রতিও তেখেত সচেতন : 'আর্টত যুক্তিৰ প্রভাৱ আছে, নির্বাচনৰ কৌশলো আছে ; যি জীৱনত নাই।'

'আধুনিক অসমীয়া সাহিত্যলৈ গোহাঞিঃ বৰুৱাৰ অবদান' এটি সৰস পৰ্যালোচনা। লক্ষ্মীনাথ বেজবৰুৱা আৰু চন্দ্ৰকুমাৰ আগৰৱালাৰ তুলনাত গোহাঞি বৰুৱাৰ ওপৰত ঐতিহ্যৰ প্ৰভাৱ বেছি বুলি তেখেতে কৰা মন্তব্য নিৰ্ভুল। গোস্বামীয়ে গোহাঞিবৰুৱাৰ 'শ্ৰীকৃষ্ণ' গ্ৰন্থত যুক্তিনিৰ্ভৰ মনৰ পৰিচয় পাইছে। গোস্বামীৰ মতে স্বতন্ত্ৰীয়াভাৱে জীৱনৰ বৈচিত্ৰ্যৰ অনুসন্ধান গোহাঞিবৰুৱাৰ সাহিত্যত অনুপস্থিত। 'লীলা' কাব্য সম্পৰ্কে তেখেতে মন্তব্য কৰিছে যে, সংস্কাৰৰ হেচাৰ বাবে গোহাঞি বৰুৱাই স্বতস্ফূৰ্তভাৱে আত্মপ্ৰকাশ কৰিব পৰা নাই। প্ৰকৃতি বৰ্ণনাৰ ক্ষেত্ৰত তেখেতৰ কাৰ্পণ্য বা উদ্যমৰ অভাৱৰ কাৰণে নিৰ্ণয়তো গোস্বামীয়ে বিচক্ষণতাৰ পৰিচয় দিছে। তেখেতৰ মতে গোহাঞিবৰুৱাৰ প্ৰকৃতিৰ বৰ্ণনাই পাঠকৰ মনত খলকনি নোতোলে। প্ৰশংসনীয় সংযম থাকিলেও গোহাঞি বৰুৱাৰ চনেট আৰু ষোড়শপদী কবিতাত তেখেতে কাব্যিক সৌকুমাৰ্য আৰু ব্যঞ্জনাবৃত্তিৰ অভাৱ দেখা পাইছে। ডালিমী আৰু জিনুৰ চৰিত্ৰৰ তুলনামূলক পৰ্যালোচনাৰদ্বাৰা গোস্বামীয়ে প্ৰতিপন্ন কৰিব পাৰিছে যে, ডালিমীৰ চৰিত্ৰ অধিক পৰিস্ফুট কৰাৰ ফলত গদাপাণিৰ বীৰত্ব আৰু জয়মতীৰ নিৰ্যাতনৰ নৃশংসতা নিষ্প্ৰভ হ'ল। গোহাঞিবৰুৱাৰ নাটকত জিনুৰ'চৰিত্ৰ গৌণ হোৱাত ভাৰসাম্যই স্থিতি হেৰুওৱা নাই। 'গাঁওবুঢ়া' নাটকত বিংশ শতিকাৰ আৰম্ভত ইংৰাজ শাসনৰ তলত নিগৃহীত হোজা গাঁৱলীয়া জীৱনৰ চিত্ৰ পৰিস্ফুট কৰাৰ ক্ষেত্ৰত গোহাঞিবৰুৱাৰ কৃতকাৰ্যতা সাৰ্থকভাৱে প্ৰকাশিত হৈছে। গোহাঞিবৰুৱাক গোস্বামীয়ে উপন্যাসৰ জনক বুলি অভিহিত কৰিছে। 'শ্ৰীকৃষ্ণত শিশু কৃষ্ণৰ বৰ্ণনাত সৰু ল'ৰাৰ চঞ্চল আৰু অসংযত গতিৰ আভাস বাক্যবিন্যাসৰ মাজেদি পৰিস্ফুট হোৱা বুলি কোৱা কথা মনকৰিবলগীয়া। ত্ৰৈলোক্যনাথ গোস্বামীয়ে গোহাঞিবৰুৱাৰ যুগত পুৰণি সংস্কাৰ আৰু নতুন পশ্চিমীয়া মানবকেন্দ্ৰিক আদৰ্শৰ সংঘাতৰ ওপৰত কৰা মন্তব্য গুৰুত্বপূৰ্ণ। গোস্বামীয়ে গোহাঞিবৰুৱাৰ কবিতাত কেতিয়াবা আবেগ উক্তিৰ প্ৰাধান্য আৰু কেতিয়াবা 'ক্লাছিক' কবিতাৰ সংযম দেখা পাইছে। গোস্বামীৰ মতে গোহাঞিবৰুৱাৰ প্ৰতিভা গদ্যৰচনাত অধিক প্ৰকাশ পাইছে। ৰোমাঞ্চধৰ্মী গদ্য আৰু গহীন বৌদ্ধিক বিশ্লেষণাত্মক গদ্য উভয়তে গোহাঞিবৰুৱাই দেখুওৱা দক্ষতাৰ উচ্চ প্ৰশংসা সমৰ্থনযোগ্য ঃ

'শ্ৰীকৃষ্ণৰ গদ্যভংগী বৈচিত্ৰ্যপূৰ্ণ। যুক্তিনিৰ্ভৰ মনৰ দাপোণ প্ৰতিফলিত হোৱা শ্ৰীকৃষ্ণৰ চৰিত্ৰৰ বিশ্লেষণ তাৎপৰ্যপূৰ্ণ।'

এনেধৰণৰ উক্তিয়ে গোস্বামীৰ পুষ্ঠ সমালোচনাত্মক মনৰ পৰিচয় দিয়ে। গোস্বামীয়ে অসমীয়া ভাষাত উচ্চমানবিশিষ্ট সাহিত্য-সৃষ্টিৰ সমস্যা সম্পৰ্কে

অবিদিত নাছিল। তেখেতৰ মতে অধ্যয়ন, অভিজ্ঞতা, মননশীলতা আৰু অনুশীলন ব্যতিৰেকে অকল প্ৰতিভাৰ বলত উচ্চমানবিশিষ্ট সাহিত্য ৰচনা সম্ভৱ নহয়। অনুভূতিৰ গভীৰতা, অভিজ্ঞতাৰ ব্যাপকতা আৰু তাৰ প্ৰকাশৰ যোগ্যতাও থাকিব লাগিব। কৰ্ম সম্পৰ্কে তেখেতে ক্ৰোচেৰ উক্তিক সমৰ্থন কৰে ঃ

'টেকনিক এক প্ৰকাৰ জ্ঞান যাৰদ্বাৰা কল্পনাই বাস্তৱ ৰূপ পৰিগ্ৰহ কৰিব পাৰে। যিটো ৰূপত কোনো এখন সৎ কাব্যই জন্ম লাভ কৰে, সেইটোৱে তাৰ একমাত্ৰ ৰূপ, কিয়নো, এই ৰূপৰ সলনি আন এটা ৰূপত ইয়াৰ প্ৰকাশ সম্ভৱ নহয়।'

আধুনিক কবিতাৰ ওপৰত মন্তব্য দি তেখেতে কৈছে যে বহুত সময়ত আধুনিক কবিতাত স্বতঃস্ফূৰ্ত ভাব প্ৰকাশৰ সলনি কৌশলপূৰ্ণ শব্দচয়নৰ আধিপত্যই বিশৃংখলাৰ সৃষ্টি কৰিছে: তেখেতৰ মতে আধুনিক কালত প্ৰতীকৰ স্থান থাকিলেও প্ৰতীকৰ প্ৰয়োগ একমাত্ৰ উদ্দেশ্য হ'ব নোৱাৰে।

এব্‌ছাৰ্ড নাটক সম্পৰ্কে তেখেতৰ উক্তি প্ৰণিধানযোগ্য ঃ

'কিন্তু গ্ৰামীণ পৰিৱেশৰ আপেক্ষিক সহজ জীৱন যাত্ৰাৰ পৰিপ্ৰেক্ষিতত ভাল এবচাৰ্ড নাটকৰ উদ্ভৱ হোৱা কষ্টকৰ। যিসকলে লণ্ডন, নিউয়ৰ্ক আৰু কলিকতাৰ পৃষ্ঠভূমিত লিখিছে, সেইসকলৰ কথা সুকীয়া। অসমীয়া সাহিত্যৰ বাবে এনে বিচিত্ৰ পৃষ্ঠভূমি নাই।'

অসমীয়া কবি আৰু গল্পকাৰসকলেও এই মন্তব্যৰ পোহৰত নিজৰ সৃষ্টি বিচাৰ কৰিব পাৰে।

গোস্বামীৰ মতে উপন্যাসত গভীৰ জীৱনবোধৰ স্বাক্ষৰৰ সলনি বৈচিত্ৰ্যৰ আধিক্য আমনিদায়ক। তেখেতৰ মতে বাহিৰৰপৰা প্ৰেৰণাৰ উৎস আমদানি হ'ব নালাগে। লেখকে মানুহৰ ব্যক্তিগত আৰু সামাজিক জীৱনৰপৰা প্ৰেৰণা গ্ৰহণ কৰিব লাগে।

গোস্বামীয়ে আধুনিক অসমীয়া সাহিত্যত হেমবৰুৱাৰ স্থান প্ৰবন্ধত এই প্ৰাণপ্ৰাচুৰ্যসম্পন্ন ব্যক্তিজনাৰ জীৱন আৰু কৰ্মৰ ওপৰত সূক্ষ্ম আলোকপাত কৰিছে। এই অনন্য প্ৰতিভাসম্পন্ন লেখকজনৰ বিষয়ে সামগ্ৰিক মূল্যায়ন হোৱা নাই বুলি ক'লেও অত্যুক্তি কৰা নহ'ব। গোস্বামীয়ে হেমবৰুৱাৰ অৱদানৰ স্বৰূপ আৰু তেওঁৰ আদৰ্শ আৰু পৰিসৰৰ ওপৰত পোহৰ পেলাইছে। প্ৰবন্ধটোত গোস্বামীৰ ভাৱসাম্য দৃষ্টিভংগীৰ সুন্দৰ পৰিচয় পোৱা যায়। ক্ষুদ্ৰ পৰিসৰত আধুনিক অসমীয়া সাহিত্যত হেমবৰুৱাৰ স্থান মন কৰিবলগীয়া। এই কথা অস্বীকাৰ কৰাটো সত্যৰ অপলাপ কৰা হ'ব। গোস্বামীয়ে হেমবৰুৱাক আধুনিক

অসমীয়া কবিতাৰ পথিকৃৎ হিচাপে চূড়ান্তভাৱে পতিয়ন যাব পৰাকৈ স্থান নিৰ্ণয় কৰিছে :

'নতুন চেতনাৰ গম খেদি কোনো কোনো সমালোচক দেৱকান্ত বৰুৱাৰ ওচৰ পায়গৈ। কিন্তু ভালদৰে বিচাৰ কৰি চালে দেৱকান্ত বৰুৱাক নতুন কাব্য আন্দোলনৰ লগত জড়িত কৰাৰ কোনো যুক্তি নাই, কিয়নো তেওঁৰ দৃষ্টিভঙ্গী ৰোমাণ্টিক আৰু তেওঁৰ উক্তি আৱেগিক।

হেম বৰুৱাই নিজে উৎকৃষ্ট কবিতা এৰি নাযাব পাৰে। কিন্তু আধুনিক কবিতা প্ৰচাৰৰ বাবে তেওঁ যি পৰিৱেশ সৃষ্টি কৰিছিল তাৰ ফলতে লাহে লাহে নতুন কাব্য-আন্দোলনে গা কৰি উঠিল বুলি কোৱাৰ থল আছে। আধুনিক কাব্য আন্দোলনৰ গুৰি ধৰাৰ সন্মান হেম বৰুৱাৰ প্ৰাপ্য। মোৰ বিশ্বাস, ইতিহাসে তেওঁৰ এই সন্মান নিদিয়াকৈ নাথাকে।'

এনে বলিষ্ঠ প্ৰত্যয়সম্পন্ন মন্তব্যৰ বাবে গোস্বামীৰ সমালোচনাত্মক প্ৰবন্ধ সদায় আদৰণীয় হৈ থাকিব। সমালোচনাত্মক দৃষ্টিভংগীৰ ভাৰসাম্য ইয়াতকৈ অধিক আগুৱাব নোৱাৰে। ঠায়ে ঠায়ে প্ৰকাশ পোৱা গদ্যধৰ্মিতা সত্বেও গোস্বামীয়ে হেম বৰুৱাৰ 'মমতাৰ চিঠি', 'জাৰৰ দিনৰ সপোন' আৰু 'আইতা'ৰ দৰে কবিতাৰ আৱেদনক আদৰণি জনাইছে।

হেম বৰুৱাৰ জীৱন আৰু কৰ্মৰ ওপৰত দিয়া চূড়ান্ত মন্তব্য অকাট্য :

'সক্ৰিয়ভাৱে ৰাজনীতিৰ লগত জড়িত হৈ থকা এগৰাকী ব্যক্তিয়ে প্ৰায় পোন্ধৰ বছৰৰ ভিতৰত যিমানখিনি সৃষ্টি কৰিলে তালৈ লক্ষ্য কৰিলে গাজাখুৰি গল্প কৰা এই মানুহজন যে কেনে কৰ্মনিষ্ঠ আৰু অধ্যৱসায়ী তাৰ গম ভালকৈ পোৱা যায়।'

গোস্বামীয়ে হেম বৰুৱাৰ ভাৱপ্ৰৱণতা আৰু বাস্তৱবোধৰ মাজত থকা দ্বন্দ্ব আৰু তাৰ সমন্বয়ৰ সফল প্ৰচেষ্টাক সুন্দৰভাৱে বিশ্লেষণ কৰিছে। তেখেতৰ মতে মানুহৰ মাজত বৈষম্য, অৰ্থনৈতিক অসাম্য আৰু অবিচাৰ দেখি তেওঁৰ সমাজবাদী মন মাটিৰ পৃথিৱীলৈ আকৃষ্ট হৈছিল যদিও, ভাৱপ্ৰৱণতাই তেওঁক এই আদৰ্শৰ লগত বুজা পৰা কৰাৰ ক্ষেত্ৰত বাধা দিছিল।

নানান ঘাত-প্ৰতিঘাতৰ মাজেদি আৰু কলেজৰ অধ্যক্ষ হিচাপে গোস্বামীদেৱৰ ওপৰত পৰা গুৰু দায়িত্ব নিষ্ঠাৰে সৈতে পালন কৰিও তেখেতে জীৱনত অসমীয়া সাহিত্যৰ বাবে যি কৰিলে তাৰ কথা ভাবিলে তবধ মানিব লাগে। মনস্তাত্বিক আৰু সংস্কাৰকামী উভয়বিধ চুটিগল্পতে তেখেতে সমানে দক্ষতা দেখুৱাইছে। সমাজৰ অন্যায় অবিচাৰৰ বিপক্ষে থিয় দি তেখেতে প্ৰগতিশীল

গল্প-সাহিত্যৰ বাটকটীয়া হোৱাৰ উপৰিও শিল্পীসুলভ নিষ্ঠাৰ বাবে আৰু জীৱনবোধৰ গভীৰতাৰ বাবেও অসমীয়া ভাষাৰ শ্ৰেষ্ঠ গল্পকাৰৰ ভিতৰত স্থান অধিকাৰ কৰিছে। তেখেতৰ ৰূপায়িত জীৱনৰ আয়তন বহল। দৰিদ্ৰ গাঁৱলীয়া জীৱনক সাহিত্যৰ ভিতৰুৱা কৰি তেখেতে ৰোমাণ্টিক বাস্তৱতাৰো প্ৰতিভূ স্থানীয় হৈছে। গোস্বামীয়ে তেখেতৰ অসংখ্য গল্পৰ যোগেদি, বিভিন্ন চৰিত্ৰৰ সমাৱেশেৰে এখন স্বয়ংসম্পূৰ্ণ জগত সৃষ্টি কৰিবলৈ সক্ষম হৈছে। তেখেতৰ প্ৰতিভা বহুমুখী— তেখেত একেধাৰে কবি, ব্যংগ্য ঔপন্যাসিক, চুটিগল্পকাৰ আৰু সমালোচক। তাৰুণ্যৰ সময়ৰ বাবে আৰু শিল্পীসুলভ নিৰ্বাচন শক্তিৰ প্ৰণোদনত তেখেতে শেষৰ দুই ধাৰাতে তেখেতৰ জীৱনৰ শ্ৰেষ্ঠ অৱদান দি গ'ল। তেখেত অসমৰ এনে এজন বিৰল প্ৰতিভা যিজনে সমালোচনাত্মক আৰু সৃষ্টিশীল উভয় দিশতে অবিস্মৰণীয় অৱদান দি গৈছে। অসমীয়া সাহিত্য-প্ৰেমিকে এইজনা মহান সাহিত্যিকক সদায় শ্ৰদ্ধাৰে সুঁৱৰিব। ❑

---

* এই প্ৰবন্ধটো "ত্ৰৈলোক্য গোস্বামী : জীৱন আৰু কৃতি" গ্ৰন্থত শ্ৰীউমাকান্ত শৰ্মাৰ নামত ভুলক্ৰমে প্ৰকাশিত হৈছিল, ছপাশালৰ ভুলৰ প্ৰভাৱত এনে ঘটিছিল। দৰাচলতে প্ৰবন্ধটোৰ লেখক অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা।

# সাহিত্যাচাৰ্য অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা

নবীনচন্দ্ৰ শৰ্মা

সাহিত্যাচাৰ্য অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাদেৱৰ সৈতে আমাৰ চিনাকি প্ৰাথমিক স্কুলত পঢ়ি থকা দিনৰেপৰা বিশেষকৈ তেখেতৰ বাঙ্ময় সৃষ্টিৰ মাধ্যমেৰে যিহেতু আমি স্কুলত পঢ়ি থাকোঁতেই তেখেতৰদ্বাৰা ৰচিত সংকলিত পুথি *সোণালী পাঠ, মিঠা পাঠ, নতুন সোণালী পাঠ, সোণালী ব্যাকৰণ* আদি পাঠ্যপুথি ৰূপে পঢ়িছিলোঁ। মহামানৱ মহাত্মা গান্ধীৰ দেহাৱসানৰ পৰৱৰ্তী কালত তেখেতৰদ্বাৰা ৰচিত "আমাৰ বাপুজী" কবিতাটি পঢ়িছিলো। কবিতাটিৰ প্ৰথম স্তৱকটি আজিও মনত আছে :

*আমাৰ বাপু মানুহ নাছিল*
*নৰ ৰূপী ভগৱান,*
*সমস্বৰে সৰে যাৰ*
*গাইছে বন্দনা গান।*

হাইস্কুলৰ নৱম আৰু দশম শ্ৰেণীত পঢ়ি থাকোঁতে আমি Matriculation Assamese Poetical Selections নামৰ কিতাপখন পঢ়িব লগা হৈছিল পাঠ্যপুথি স্বৰূপে। কবিতা পুথিখনত সন্নিবিষ্ট কবিতাসমূহৰ ভিতৰত এটা কবিতাৰ কথা আজিও মনত আছে—যিটো কবিতা ৰচনা কৰিছিল প্ৰয়াত সাহিত্যাচাৰ্য হাজৰিকাদেৱে। কবিতাটোৰ নাম 'কৌমুদী'। হৰিজনসকলৰ সামাজিক কল্যাণৰ বাবে জাতিৰ পিতা মহাত্মা গান্ধীয়ে যি আন্দোলনৰ সূত্ৰপাত কৰিছিল তাত অৰিহণা বা দান স্বৰূপে নাৰীসকলে তেওঁলোকৰদ্বাৰা পৰিহিতা অয়-অলংকাৰবোৰ আগবঢ়াইছিল। হৰিজনসকলৰ সামাজিক কল্যাণৰ বাবে কৌমুদী নামৰ ষোড়শী গাভৰু এগৰাকীয়ে কিদৰে নিজ দেহৰ স্বৰ্ণাভৰণবোৰ অকাতৰে মহাত্মাৰ দান পাত্ৰত দান স্বৰূপে অৰ্পণ কৰিছিল তাৰ মহিমাময় বৰ্ণনাৰে কবিতাটি ...। আমাৰ কবিয়ে পৰোপকাৰিণী কৌমুদীৰ সেই অতুলনীয় দানৰ মহিমাময় বৰ্ণনা এনেদৰে দিছে :

*মহীয়সী মাতৃ-মূৰ্তি ক্ষুদ্ৰ বালিকাত*
*জ্বলি উঠে হ'ই প্ৰতিভাত।*
*পুণ্যময়ী ভাৰতত নাৰী কাননৰ*
*ফুলি উঠে দেৱ পাৰিজাত।*

কবি হাজৰিকাদেৱৰ এই কবিতাটিৰ জৰিয়তে আমিও অনুপ্ৰাণিত হৈছিলোঁ — দুখীয়াৰ দুখ বিমোচন কৰিবলৈ, সমাজৰ কল্যাণ সাধন কৰিবলৈ — চৰম ত্যাগৰ বিনিময়ত।

আমি হাইস্কুলৰ স্তৰত পঢ়ি থাকোঁতে তেখেতৰ অমৰ সৃষ্টি *কথা-কীৰ্তন, কথা-দশম (আগছোৱা আৰু শেষ ছোৱা), পুৰণি সাহিত্যৰ পাৰিজাত, ৰামায়ণৰ ৰহঘৰা, নীলা চৰাই, গ্ৰিসৰ সাধু, এগুাৰছনৰ সাধু, অপেস্বৰীৰ দেশ, ঈছপৰ সাধু, ল'ৰাৰ জাতক, দিগ্বিজয়ী, ৰাণী হিমানী* আদি পুথিও বৰ আন্তৰিকতাৰে পঢ়িছিলো। *দিগ্বিজয়ী* (সংকলিত) পুথিখন আমি অষ্টম শ্ৰেণীত পঢ়ি থাকোঁতে দ্ৰুত পাঠ ৰূপে পঢ়িছিলোঁ।

কবি হাজৰিকাদেৱৰ *কথা-কীৰ্তন, কথা-দশম, পুৰণি সাহিত্যৰ পাৰিজাত* আদি গ্ৰন্থৰ প্ৰভাৱ চেমনীয়াসকলৰ ওপৰত অত্যন্ত গভীৰ আৰু তাৎপৰ্যপূৰ্ণ। গ্ৰন্থকেইখনৰ কথাবস্তুৰ সম্মোহিনী আৰু ৰমণীয়তাই আমাক গভীৰভাৱে আকৰ্ষণ কৰিছিল আৰু পৰৱৰ্তী কালত *কীৰ্তন, দশমকে* আদি কৰি পুৰণি অসমীয়া সাহিত্য অধ্যয়নত এই পুথিকেইখন পালতৰা নাৱক বতাহে সহায় কৰা দিছে। সেইদৰে স্বৰ্গীয় হাজৰিকাদেৱৰ *ৰামায়ণৰ ৰহঘৰা* গ্ৰন্থখন মই তিনি-চাৰিবাৰমান পঢ়িছিলো আৰু ৰামায়ণ-কথাবৃত্তৰ বিষয়ে কিছু কিছু জানিবৰ বাবে এই গ্ৰন্থখনে মোক অনুপ্ৰাণিত কৰিছিল আৰু কবিৰাজ মাধৱ কন্দলীৰ *ৰামায়ণ, কৃত্তিবাসী ৰামায়ণ* আদি পঢ়িবৰ বাবেও প্ৰয়োজনীয় পথ সুকৰ কৰি দিছিল।

ইয়াৰ পৰা সহজে অনুমান কৰিব পাৰি যে, স্বৰ্গীয় হাজৰিকাদেৱৰ শিশু সাহিত্য ৰচনাত এক অন্তৰ্নিহিত উদ্দেশ্য আছিল। ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰাৰ বলিষ্ঠ ধাৰক আৰু বাহক মহাকাব্য আৰু পুৰাণৰাজি অধ্যয়ন নকৰাকৈ, চিন্তা-চৰ্চা নকৰাকৈ যেনেদৰে ভাৰত-মনীষাক জনা নাযায়, তেনেদৰে *কীৰ্তন, দশম* আদি নপঢ়াকৈও অসম মনীষাৰ বিষয়ে জনা নাযায়। *ৰামায়ণ, মহাভাৰত, পুৰাণ, উপপুৰাণ* আদি বিশ্বকোষসদৃশ নিৰ্মিতিৰ প্ৰতি ছেমনীয়াসকলৰ মন-প্ৰাণ যাতে শিশুকালৰেপৰাই আকৃষ্ট হয় তাৰ প্ৰতিবিধানৰ কল্লেই শিশুমনস্তত্ত্ব দক্ষ স্বৰ্গীয় হাজৰিকাদেৱে *ৰামায়ণ ৰহঘৰা, অমৃত মহাভাৰত* আদি গ্ৰন্থ ৰচনা কৰিছিল। স্বৰ্গীয় হাজৰিকাদেৱে হাইস্কুলতো চাকৰি কৰিছিল, বি. টি. বি. এল. ডিগ্ৰীও লাভ

কৰিছিল। গতিকে তেখেত নিশ্চিতভাৱেই সচেতন আছিল যে, ল'ৰা-ছোৱালীক জনাৰ জৰিয়তে নজনাৰ আৰু সহজ বিষয়ৰ জৰিয়তে টান বিষয়ৰ শিক্ষা দিব লাগিব। শিক্ষাবিধি, শিশু মনস্তত্ত্ব আৰু জাতীয় চেতনাৰদ্বাৰা উদ্বুদ্ধ হৈ যে, স্বৰ্গীয় হাজৰিকাদেৱে শিশু সাহিত্য ৰচনা কৰিছিল আৰু এই ক্ষেত্ৰত তেওঁ যে, বিস্ময়কৰভাৱে সাফল্য লাভ কৰিছিল তাত সন্দেহ নাই।

আমি স্কুলত পঢ়ি থকা দিনৰেপৰা অভিনয় কৰিছিলোঁ — *বেউলা* নাটৰ গৰখীয়া চৰিত্ৰ, বিবাহ যাত্ৰী, সমদল যাত্ৰী, সাধাৰণ সৈনিক আদিৰ ভাও। সৰস্বতী পূজা, মথনী বা আন আন উপলক্ষত আমাৰ অঞ্চলত যাত্ৰা-পাৰ্টী বা থিয়েটাৰ অনুষ্ঠিত হৈছিল আৰু এনে অভিনয়ৰ প্ৰসংগত স্বৰ্গীয় হাজৰিকাদেৱৰ বিশেষ কেইখনমান নাটকে আগস্থান পাইছিল। এই নাটককেইখনৰ ভিতৰত *সাবিত্ৰী, বেউলা, কনৌজ কুঁৱৰী, ছত্ৰপতি শিৱাজী* আৰু *মূলা গাভৰু* উল্লেখযোগ্য। এম ই পৰীক্ষা দি উঠি আমি কেইবাজনো ছাত্ৰই লগ হৈ কবি-নাট্যকাৰ হাজৰিকাদেৱৰ *ছত্ৰপতি শিৱাজী* নাটৰ অভিনয় কৰিছিলোঁ। তেনেদৰে *বেউলা* নাটখনো আমি মঞ্চস্থ কৰিছিলোঁ।

হাজৰিকাদেৱৰ নাটকসমূহৰ আকৰ্ষণ জন-গণ-মনত অখণ্ডনীয়। যি কলাকাৰৰ নিৰ্মিতিয়ে জন-গণৰ মন-প্ৰাণত গভীৰ সাঁচ বহুৱাব পাৰে তেৱেঁই সাৰ্থক কলাকাৰ, তেৱেঁই কালজয়ী স্ৰষ্টা। স্বৰূপাৰ্থত হাজৰিকা ছাৰো সাৰ্থক কলাকাৰ, কালজয়ী নাট্যকাৰ। অসমীয়া ৰঙ্গমঞ্চৰপৰা বঙলা নাটৰ প্ৰভাব অপসাৰণ কৰিবৰ বাবে হাজৰিকাছাৰ আৰু সেই সময়ৰ অন্যান্য অসমীয়া নাট্যকাৰে নাটক ৰচনা কৰিছিল। দ্বিতীয়তে চহৰবোৰত স্থায়ী ৰঙ্গমঞ্চ বা নাট্যমঞ্চ স্থাপিত হোৱা বাবে নিয়মিতভাৱে অভিনয় কৰিবলৈ নাটকৰ প্ৰয়োজন হৈছিল আৰু সেই প্ৰয়োজন পূৰ্তিৰ বাবে ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা, নাট্যাচাৰ্য ফণী শৰ্মা, সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকা আদি কলাকাৰী নাট্যকাৰসকলে নাট ৰচনা কৰিছিল। গুৱাহাটী কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ দাবী পূৰণৰ বাবেই হাজৰিকাদেৱে নাট ৰচনা কৰিছিল সঁচা ; কিন্তু তাৰ মাজতো আন কেইটিমান উদ্দেশ্য নিহিত হৈ আছে ঃ মৌলিক অসমীয়া নাট-নাটিকা প্ৰণয়ন ; তেখেতৰ দৃষ্টিত সুন্দৰসেৱী আছে, সুন্দৰ-সাধক নাই — এনে এটা অভাৱ উপলব্ধিৰ সুন্দৰ পৰিণতি তেওঁৰ নাটকাৱলী আদি অন্যান্য গ্ৰন্থসমূহ অন্যহাতে জাতীয় চেতনা, ভাৰত-প্ৰীতি, অসম-প্ৰীতি, মানৱ-প্ৰীতি আদি গুণ জন-গণ-প্ৰাণত উদ্বুদ্ধ কৰাবলৈ তেখেতে প্ৰয়াস কৰিছিল—নাট্য ৰচনাৰ সংযোগত।

কবি-নাট্যকাৰ হাজৰিকাদেৱে এখন-দুখন নাটক ৰচনা কৰিয়েই ক্ষান্ত থকা নাছিল, প্ৰায় ডেৰ কুৰিখন নাটক ৰচনা কৰিছিল ; যেনে—*শ্ৰীৰামচন্দ্ৰ, সীতা, সতী, সাৱিত্ৰী, দময়ন্তী, শকুন্তলা, বেউলা, নন্দ দুলাল, কুণ্ডিল কুঁৱৰী (ৰুক্মিণী হৰণ), চম্পাৱতী, নৰকাসুৰ, কুৰুক্ষেত্ৰ, কনৌজ কুঁৱৰী, ছত্ৰপতি শিৱাজী, টিকেন্দ্ৰজিৎ, মূলা গাভৰু, ছেৰছাহ, পানিপথ, মাতৃমংগল, কল্যাণী, আহুতি, মৰ্জ্জিয়না, মানস-প্ৰতিম, বনিজ কোঁৱৰ, অশ্ৰুতীৰ্থ, তপতী বিসৰ্জন* আদি। ইয়াৰপৰা দেখা যায় যে, ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰাৰ প্ৰতি পাঠক-শ্ৰোতা আৰু দৰ্শকৰ মনাকৰ্ষণ কৰিবলৈ তেখেতে নাটক ৰচনা কৰিছিল আৰু এই প্ৰসংগত আমাৰ নাট্যকাৰে সাফল্যৰ গৌৰৱো নিঃসন্দেহে দাবী কৰিব পাৰে।

স্বৰ্গীয় হাজৰিকাদেৱ অনায়াসসিদ্ধ কবি তেখেতৰ কবিত্ব যেন ঈশ্বৰ প্ৰদত্ত। কবি হাজৰিকাদেৱে যিকোনো সময়তে, যিকোনো পৰিস্থিতিতে, যিকোনো বিষয়ৰ কবিতা একোটি ৰচিব পাৰে, মঞ্জুল কবি, হৃদয় সংবাদী কবি *অসমীয়া লোক-সংস্কৃতিৰ আভাসৰ* প্ৰথম সংস্কৰণটোৰ বাবে আগকথা এটি লিখি দিবলৈ ছাৰক মই অনুৰোধ কৰিছিলোঁ। এই কিতাপখনৰ অন্তৰ্গত 'ওজাপালি' সম্পৰ্কীয় আলোচনাত দৰঙৰ মাৰৈগাঁৱৰ পৰশু সেখ নামৰ এগৰাকী সুকনানি ওজাৰ বিষয়ে উল্লেখ কৰা হৈছিল। হাজৰিকা ছাৰে পৰশু ওজা বা পৰশু সেখ ওজাৰ বিষয়ে কিবাকিবি জানিবলৈ ইচ্ছা কৰাত মোৰ সীমিত জ্ঞানেৰে কিছু কথা কৈছিলোঁ। কেইদিনমানৰ পিছত মই এদিন তেখেতৰ ঘৰলৈ গৈছিলোঁ। ছাৰে 'তপোবন'ৰ সন্মুখৰ বাৰন্দাতে বহিবলৈ দি পৰশু সেখৰ বিষয়ে লিখা কবিতা এটি মোৰ হাতত দি পঢ়িবলৈ দিলে। মই আগ্ৰহেৰে পঢ়িবলৈ ল'লোঁ ছাৰৰ অনুভৱ ক্ষমতা, প্ৰকাশভংগীৰ বিচিত্ৰতা আৰু শব্দচয়নৰ চাতুৰ্য্য দেখি বিস্ময় বিমুগ্ধ নোহোৱাকৈ থাকিব নোৱাৰিলোঁ। তাতোকৈ লোক-শিল্পীসকলৰ সুন্দৰৰ উপাসনাৰ স্পৃহা আৰু প্ৰাণৰ আকুতি কি গভীৰ আৰু সংবেদনশীলভাৱে এই গৰাকী কবিয়ে উপলব্ধি কৰিব পাৰিছিল তাকে দেখিও বিস্ময় বিভোল নোহোৱাকৈ থাকিব নোৱাৰিলোঁ। তেনে পৰ্যায়ৰ আন এটি কবিতা 'দেৱদাসী' যিটি কবিতা কবি হাজৰিকাদেৱৰ অবিস্মৰণীয় নিৰ্মিতি। দেৱদাসীয়ে শিল্পীপ্ৰাণৰ সমস্ত আকুতি আৰু হৃদয়ৰ সীমাহীন প্ৰেমানুভূতিৰে পাষাণ মূৰ্তিৰ সন্মুখত নৃত্য কৰে পাষাণ মূৰ্তিক জগাই তুলিবলৈ কিন্তু সকলো চেষ্টা-প্ৰচেষ্টা আৰু আত্মত্যাগ অথলে যায়। সুপ্ত পাষাণ মূৰ্তি মুহূৰ্তৰ বাবেও জাগ্ৰত হৈ নুঠে, এবাৰ সহানুভূতি সিক্ত মাতো নামাতে, পুঞ্জীভূত গভীৰ বেদনা বুজিবলৈও যত্ন নকৰে। দেৱদাসীৰ সীমাহীন আত্মত্যাগ আৰু কাৰুণ্যৰ গভীৰতা আমাৰ কবিয়ে একান্ত সহানুভূতিৰে দিছে বাঙ্ময় ৰূপ ঃ

*ব্যথাভৰা জীৱনৰ পুঞ্জীভূত বেদনা বিপুল,*
*নিবেদিছোঁ চৰণত এই মোৰ অন্তৰ আকুল।*
*নাচোনৰ চেৱে চেৱে সংগীতৰ প্ৰতি লহৰত,*
*একেটি মাথোন সুৰ বাজি উঠে হৃদয় বীণত।*
*ভাষা নাই বুজাবৰ — অশ্ৰুময়ী কৰুণ কাহিনী*
*হে দেৱতা ! হে পাষাণ ! শুনা শত শোকৰ ৰাগিনী।...*
*অবিচাৰ জগতৰ নকৰিবা তুমি অবিচাৰ*
*লবা প্ৰভু নিঘিনাই হৃদয়ৰ ষোড়শোপচাৰ।*
*লবই লাগিব তুমি এই মোৰ ভক্তিভৰা ফুল*
*জীৱনৰ, যৌৱনৰ বাৰ্থতাৰ তুমিয়েই মূল।*

স্বদেশ প্ৰীতি, জাতীয় চেতনা আৰু মানৱতাবোধেই কবি হাজৰিকাদেৱৰ প্ৰায়খিনি কবিতাৰ চালিকাশক্তি। তেখেতৰ কবিতাৰ ভাষা নিমজ, নিখুঁট আৰু আৱেগ সঞ্চাৰী। ডেকাকালৰেপৰা কবি হাজৰিকাই কবিতা লিখিছে ; কিন্তু তেখেতৰ কবিতাত নাই ভাবৰ অসংলগ্নতা, ছন্দৰ বিষমতা আৰু ভাষাৰ কঠোৰতা। ডেকা কালৰেপৰা জীৱনৰ শেষ সময়লৈকে ৰচিত কবিতাসমূহ একুৰি দুখন পুথিত সন্নিবিষ্ট কৰা হৈছে ; যেনে—*দীপালী, পাঞ্চজন্য, মণিমালা, মুকুতামালা, তপোবন, কৌমুদী, ৰুনুক-জুনুক, মাণিকীমধুৰী, গান্ধী-মালিকা, সাহিত্য-তীৰ্থ, ফেঁহুজালি, ৰাংঢালী, মণিকূট, অপৰাজিতা, গগনা, ঐক্যতান, মধুমল্লিকা, মনতগৰ* ইত্যাদি।

কবি হাজৰিকা ছাৰ এগৰাকী যশস্যাশালী গীতিকাৰো আছিল। তেখেতে কোনো দিনে গীতিকাৰ হ'বলৈ চেষ্টা কৰা নাছিল ; যদিও অভিনয়ৰ বাবে দুই-চাৰিটা গীত ৰচনা কৰিছিল আৰু দেশৰ বিভিন্ন ৰাজনৈতিক পৰিস্থিতিতো তেখেতে গীত ৰচনা কৰিছিল। বিশেষকৈ চীনৰ ভাৰত আক্ৰমণৰ (১৯৬২) পটভূমিত কবি হাজৰিকাই কেইবাটিও গীত ৰচনা কৰিছিল। তেখেতৰ এই কবিতাসমূহ চাৰিটা খণ্ডত প্ৰকাশিত হৈছে : *ৰক্তজবা, জয়তু জননী, ৰণ-ঝঙ্কাৰ* আৰু *ঝঙ্কাৰ*। হাজৰিকা ছাৰৰ গীতসমূহ স্বদেশানুৰাগেৰে উজ্জীবিত।

হাজৰিকা ছাৰে কথা-বতৰাৰ মাজে মাজে আৰু ভাষণৰ প্ৰসংগতো হাস্য-ব্যংগৰ সমল সংমিশ্ৰণ কৰি কথা-বতৰা আৰু ভাষণ সজীৱ তথা ৰসাল কৰি তুলিছিল। তেখেতৰ হাস্য-ব্যংগ্য স্থূল নহ'লেও তাত বক্ৰোক্তাৰ গম্ভীৰতা কম অনেক ক্ষেত্ৰত পোনপটীয়া। সামাজিক দুষ্কৃতি সংস্কাৰৰ বাবেই প্ৰয়াত হাজৰিকাদেৱে তেওঁৰ কবিতা, নাটকৰ বচন আৰু গদ্য ৰচনাত ব্যংগ্যৰ মচলা

মিশ্রণ কৰি নিৰ্মিতিবাজিৰ আকৰ্ষণ বৃদ্ধি কৰিছে—যিহেতু তেখেতৰ ব্যংগ-হাস্যৰ উৎস বেদনাসিক্ত সামাজিক বিবিধ পৰিস্থিতি। ব্যংগ্য-হাস্য ৰচনা প্ৰভাৱশীল হৈ উঠে সেইবোৰৰ বিষয়বস্তু নিৰ্বাচন কৌশল, উপস্থাপন পদ্ধতি, বৰ্ণনাভংগীৰ চাতুৰ্য্য, শব্দ চয়নৰ প্ৰণালী আৰু ৰাইমৰ বিশেষত্বৰ আধাৰত। হাজৰিকাদেৱৰ হাস্য-ব্যংগ ৰচনাৰাজি এই বৈশিষ্ট্যসমূহেৰে সমৃদ্ধ।

প্ৰয়াত হাজৰিকাদেৱৰ *মঞ্চলেখা* অনুপম নিৰ্মিতি। তেখেত নাট্যকাৰ, ভাল নাট্যকাৰ হ'বলৈ হ'লে ভাল অভিনেতা বা ভাৱৰীয়া হ'ব লাগিব, আৰু ভাল নাট্যকাৰ, ভাল ভাৱৰীয়া হ'ব লাগিলে ৰঙ্গমঞ্চ সম্পৰ্কেও তেওঁৰ ভাল জ্ঞান থাকিব লাগিব। হাজৰিকাদেৱ এই তিনিওটা দিশতেই আছিল কাঠিকৰ। দ্বিতীয়তে, অসমৰ ৰঙ্গমঞ্চ সম্বন্ধেও বিশেষকৈ ইয়াৰ অতীত-বৰ্তমান-ভবিষ্যৎ সম্পৰ্কেও তেখেতৰ আছিল ত্ৰুটিশূন্য ধাৰণা। প্ৰয়াত হাজৰিকাদেৱৰ নিৰহ-নিপানী সাধ্য সাধনাৰ কালজয়ী ফল তেখেতৰ *মঞ্চলেখা*। *মঞ্চলেখাৰ* আঁচনি তেখেতে নিজাকৈ তৰি লৈছিল : "এই গ্ৰন্থৰ বাবে নিজাকৈ আঁচনি তৰি লৈছিলোঁ।" বিশিষ্ট সাংবাদিক শ্ৰীৰাধিকামোহন ভাগৱতীয়ে স্বৰ্গীয় হাজৰিকাদেৱৰ *মঞ্চলেখাৰ* বিষয়ে এনেদৰে লিখিছে : "*মঞ্চলেখা* গুৰিৰপৰা অন্তলৈকে উপযোগী আৰু তথ্যবাহক কৰি তুলিবলৈ হাজৰিকাই যে তিলমানো চেষ্টা এৰি দিয়া নাই তাৰ প্ৰমাণ পুথিৰ পাতে পাতে দিব পাৰিব নিশ্চয়। .... কেৱল এই বিষয়ত এনে প্ৰচেষ্টা হাতত লৈ প্ৰথম বাট দেখাওঁতা হিচাপেই নহয়, পুথিৰ গুণগত বৈশিষ্ট্যৰ বাবেও হাজৰিকাই গৌৰৱৰ অধিকাৰী হ'ব। বিষয়ৰ প্ৰতি শ্ৰদ্ধা আৰু সেই অনুসাৰে নিষ্ঠাৰে হাজৰিকাই এই সাহিত্য-কৰ্ম সম্পাদন কৰিছে। ..... *মঞ্চলেখা* সমাদৰণীয় পুথি হিচাপে অসমীয়া সাহিত্য ভঁৰাললৈ আন এটি উল্লেখযোগ্য বৰঙণি।"

*মঞ্চলেখাৰ* বাবে প্ৰয়াত হাজৰিকাদেৱে ১৯৬৯ চনৰ সাহিত্য অকাডেমি বঁটা লাভ কৰিছিল। এই সময়ত তেখেতৰ বয়স হৈছিল প্ৰায় তিনিকুৰি সাত বছৰ।

*ভাৱণিকা* আৰু *স্মৃতিলেখাত* ক্ৰমে তেখেতৰ বিবিধ ভাষণ আৰু জীৱনৰ স্মৃতিৰাজি সুবলা সুবদী ৰূপত উপস্থাপন কৰা হৈছে।

এগৰাকী সুদক্ষ অনুবাদক হিচাপেও হাজৰিকাৰ কীৰ্তি বৈ বৈ যোৱা। ইয়াৰ প্ৰমাণ তেখেতৰ *গোঁৰী কৌৰৱৰ সাধু* নামৰ গ্ৰন্থখন। এই গ্ৰন্থখন এখন জাপানী উপন্যাসৰ ভাঙনি। বঙ্কিম চন্দ্ৰৰ '*আনন্দ মঠ*' নামৰ বিখ্যাত উপন্যাসখনো তেখেতে অসমীয়া ভাষাত অনুবাদ কৰিছিল। এই প্ৰসংগত হাজৰিকাৰ *বণিজ কৌৰৱ*, *অশ্ৰু অৰ্ঘ্য*, *মৰ্জিয়ানা*, *মানস-প্ৰতিমা* আদি নাটকলৈ আঙুলিয়াব পাৰি।

সংকলন আৰু সম্পাদনাৰ ক্ষেত্ৰতো হাজৰিকাদেৱৰ অৱদানৰ তুলনা নাই। ইয়াৰ প্ৰমাণ স্বৰূপে তেখেতৰদ্বাৰা সংকলিত আৰু সম্পাদিত প্ৰায় ডেৰকুৰিখন গ্ৰন্থৰ নাম উল্লেখ কৰিব লাগিব। এই গ্ৰন্থসমূহৰ ভিতৰত *হেমচন্দ্ৰ বৰুৱা, উদ্ধৱ বং-চ'ৰা, লোকগীতি সংগ্ৰহ, অসম সাহিত্য সভা বাৰ্ষিকী, ভাৰণাৱলী (তিনিখণ্ড), কেঁহোকলি, বেজবৰুৱাৰ গ্ৰন্থাৱলী (১ম আৰু ২য়)* আদি উল্লেখযোগ্য। গ্ৰন্থ সম্পাদন-সংকলনৰ প্ৰসংগত তেখেতে সমকালীন সমাজৰ দৃষ্টিভংগী, আদৰ্শ আৰু ৰুচিৰ প্ৰতি চকু ৰাখিছিল।

প্ৰয়াত হাজৰিকাদেৱৰ জন্ম হৈছিল ১৯০৩ চনত আৰু তেখেতৰ দেহাৱসান হৈছিল ১৯৮৬ চনত, পৰমায়ুস প্ৰায় চাৰিকুৰি তিনিবছৰ আৰু এই সময়ছোৱাৰ ভিতৰত তেখেতে প্ৰায় ছয়কুৰি গ্ৰন্থ ৰচনা কৰিছিল। অসমীয়া ভাষাত বোধকৰোঁ (মোৰ সীমিত জ্ঞানেৰে) হাজৰিকা ছাৰেই সৰ্বাধিক গ্ৰন্থ প্ৰণয়ন কৰিছে। বৃটিছৰ ঔপনিবেশিক ক্ষমতাৰ ভৰপক অৱস্থাত হাজৰিকাদেৱৰ জন্ম, শিক্ষা-দীক্ষা গ্ৰহণ আৰু বিদ্যায়তনিক জীৱন আৰম্ভ। বৃটিছ শাসন যন্ত্ৰৰ বিৰুদ্ধে জন-গণ-মনত জাতীয় আৰু সাংস্কৃতিক চেতনা জগাই তুলিবলৈ তেখেতে বহুমুখী, কৰ্মচঞ্চল আৰু জীৱন্ত অনুষ্ঠান-প্ৰতিষ্ঠানৰ দৰে অবিৰত গতিত সামাজিক প্ৰকাৰ্য সাধন কৰি আছিল। তেখেত আছিল অসমৰ জাতীয় আৰু সাংস্কৃতিক জীৱনৰ ধৈৰ্যশীল কাণ্ডাৰী।

আশী বছৰত তেখেতক অসম সাহিত্য সভাই সম্বৰ্দ্ধনা জনাইছিল। আনুষ্ঠানিকভাৱে আৰু সেই সম্বৰ্দ্ধনাৰ উত্তৰ ছাৰে কৈছিল : "মই জনতাৰ সাহিত্যিক, জনতাই মোক পাহৰিব নোৱাৰে।"

ছাৰ কিমান আশাবাদী আৰু কিমান আত্মবিশ্বাসী আছিল তাৰ স্পষ্ট আভাস ছাৰৰ এই উক্তি বিশেষৰূপৰা বুজিব পাৰি। এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি যে, কাব্য-কবিতাৰ লোকপ্ৰিয়তা নিৰ্ভৰ কৰে বিশ্বস্ততাৰ আধাৰত আৰু লোকপ্ৰিয়তাই কাব্য-কবিতাৰ স্থায়িত্ব আৰু কালজয়িতা প্ৰদানত বিশিষ্ট ভূমিকা গ্ৰহণ কৰে। জন-গণ-মনে ছাৰৰ কাব্য-কবিতাত বিশ্বস্ততা স্থাপন কৰিব পাৰে ; সেইবাবে তেখেতৰ নিৰ্মিতিৰাজি কালজয়ী হোৱাই স্বাভাৱিক।

ভাৰত মনীষাত তেখেতৰ আছিল অটল বিশ্বাস আৰু গভীৰ শ্ৰদ্ধা। ভাৰতৰ ঐতিহ্য আৰু পৰম্পৰা সম্পৰ্কে তেখেতে পোষণ কৰিছিল স্বকীয় আৰু বৈশিষ্ট্যপূৰ্ণ দৰ্শন আৰু দৃষ্টি। সেয়েহে ভাৰতীয় পটভূমিত তেখেতে স্বকীয় আৰু বৈশিষ্ট্যপূৰ্ণভাৱে কৃষ্ণ, ৰাম, শিৱাজী আদিৰ চৰিত্ৰ ৰূপায়ণ কৰিছে। ভাৰতীয় জীৱন ধাৰাৰ প্ৰতি তেখেত ইমানেই আকৃষ্ট যে, বিশ্ববিশ্ৰুত নাট্যকাৰ হেলেণীয়েৰ

অমৰ নাটক *মাৰ্চেণ্ট অৱ ভেনিচ, কিংলিয়েৰ* আদি নাট সম্পূৰ্ণ ভাৰতীয় অৰ্থাৎ অসমীয়া পটভূমিত সজাইছে, পৰাইছে আৰু ঠগ-গঢ় দিছে। ভাৰতীয় ঐতিহ্য আৰু পাশ্চাত্য ঐতিহ্য উভয়তে তেখেত বিশ্বাসশীল, তথাপি পাশ্চাত্য পৰম্পৰাক ভাৰতীয় ঠাচত আনি সুগঢ়ী কৰিবলৈ তেখেতে ভাল পায়, চেষ্টা কৰে। হাজৰিকা ছাৰৰ মনৰ দিগন্ত অতিকে বিশাল সৰ্ব আদৰ্শ, সৰ্ব সম্প্ৰদায়, সৰ্ব নৃগোষ্ঠী, সৰ্ব সংস্কৃতিৰ নিবিড়ভাৱে স্পৰ্শ কৰি আছে তেওঁৰ সেই উদাৰতাই। হিন্দু বৌদ্ধ, জৈন, শিখ, খৃষ্টান, ইছলাম, শাক্ত, শৈৱ, বৈষ্ণৱ, নৱবৈষ্ণৱ, গাণপত্য আদি ধৰ্ম, পন্থ, সম্প্ৰদায় আদিৰ প্ৰতি সমভাব থকা মানুহৰ সংখ্যা আজিৰ সমাজত তেনেই কম ; কিন্তু আমাৰ ছাৰ এই ক্ষেত্ৰত আছিল ব্যতিক্ৰম। তেনেদৰে উজনী অসম আৰু মধ্য অসমৰ বহুতো পণ্ডিত-সাহিত্যিকে নামনি অসমৰ (গোৱালপাৰা অঞ্চল সমন্বিতে) ভাষা-সাহিত্য-সংস্কৃতি আৰু ইয়াৰ শ্ৰষ্টা মানুহ-লোক-জন আদিত গুৰুত্ব দিব নোখোজে। আনকি তেওঁলোকে গোৱালপাৰা অঞ্চলৰ ভাষাক বঙলা ভাষা আৰু দৰং, কামৰূপ, নলবাৰী, বৰপেটা, কোকৰাঝাৰ আদি জিলাৰ ভাষাক বঙলুৱা বুলি ক'বলৈও ভ্ৰূক্ষেপ নকৰে। হাজৰিকা ছাৰে কোনো দিনে, কোনো কালে তেনে সংকীৰ্ণভাব পোষণ কৰা নাছিল। আকাশ উপম উদাৰতা, মহাসাগৰ সদৃশ জ্ঞানৰ গভীৰতা আৰু পৰ্বত সদৃশ স্থৈৰ্য্য আছিল তেখেতৰ চাৰিত্ৰিক বিভূষণ। খং নামে চণ্ডাল বুলি তেখেতে কোনো দিনে কাকোকে খং কৰা নাই ; আত্মোলব্ধিত অভিমান আৰু অহংকাৰে অন্তৰায়ৰ সৃষ্টি কৰে বুলি তেখেতে কোনো পৰিস্থিতিতে অভিমান কৰা নাই, অহংকাৰ কৰা নাই। জনতা জনাৰ্দনৰ প্ৰতি দেশৰ ধৰণী কৃষকৰ প্ৰতি, দেশ ৰক্ষক জোৱানৰ প্ৰতি ছাৰে গভীৰ শ্ৰদ্ধাৰ ভাব পোষণ কৰি আহিছে। মানৱৰ মহত্ত্ব আৰু ক্ষমতা তথা পৱিত্ৰতাত তেখেতৰ আছিল গভীৰ প্ৰত্যয় আৰু প্ৰতীতি।

অসমীয়া ভাষাৰ উৎস সংস্কৃত, তাত তিল মানো সন্দেহ নাই, কিন্তু তাৰ বিকাশ আৰু গঠনত অসংস্কৃতীয় অৰ্থাৎ থলুৱা আৰু জনজাতীয় ভাষাৰ প্ৰভাৱ সুদূৰ প্ৰসাৰী যাৰ দ্বাৰা আমাৰ চিৰ চেনেহী অসমীয়া ভাষা জননী ৰজা-প্ৰজা, কাড়ী-পাইক, বুঢ়া-বুঢ়ী, ডেকা-গাভৰু, পানীভাৰী-খৰিকটীয়া, শিক্ষিত-অশিক্ষিত, ধনী-দুখীয়া, হিন্দু-মুছলমান-খৃষ্টান, জাতি-জনজাতি সকলোৰে ভাব প্ৰকাশৰ উমৈহতীয়া মাধ্যম স্বৰূপে কাম কৰি আহিবলৈ সক্ষম হৈছে।

হাজৰিকা ছাৰে দৈনিক কাকত, সাপ্তাহিক কাকত, বিভিন্ন আলোচনী আদি নিষ্ঠাৰে পঢ়িছিল আৰু এইবোৰত ছপা হোৱা ন-পুৰণি লেখক-লেখিকা, কবি-সাহিত্যিক আদিৰ বিবিধ লিখা পঢ়িছিল। ভাল-বেয়া আদিৰ বিষয়ে তেখেতে

হাতত লগ পোৱা তেনে লেখক-লেখিকাক কৈছিল, উৎসাহ যোগাইছিল, অনুপ্ৰেৰণা দিছিল। ময়ো লিখা-মেলাৰ জৰিয়তেই ছাৰৰ সৈতে চিনা-জনা হৈছিলোঁ। তেখেতৰ কেইবাখনিও গ্ৰন্থৰ (যেনে—*উছৱৰ ভোগজৰা, উছৱৰ বং চ'ৰা)* উৎস - সংবাদ পত্ৰবোৰেই।

লোকবিদ্যা বিশেষকৈ অসমীয়া লোকবিদ্যাৰ বিভিন্ন ক্ষেত্ৰত আছিল তেখেতৰ গভীৰ দখল। হাজৰিকা ছাৰৰ প্ৰতিখন গ্ৰন্থতেই লোক-জীৱন প্ৰীতিৰ স্বাক্ষৰ নিহিত হৈ থকা দেখা যায়। বাচিক কলাৰ অন্যতম উপশ্ৰেণী প্ৰবাদ প্ৰবচন, ফঁকৰা-যোজনাত ছাৰৰ ইমান দখল আছিল যে, তেখেতে কথা-বতৰা পাতোতে, লিখোঁতে প্ৰবাদ-প্ৰবচন আৰু যোজনা-পটন্তৰ ব্যৱহাৰ কৰিছিল প্ৰচুৰভাৱে। অৱশ্যে কোনো কোনো ক্ষেত্ৰত এনে প্ৰয়োগে পৰিবেশন গুৰুত্ব কিছু পৰিমাণে কমাইছিল যেন লাগে। লোকগীতৰ প্ৰতি তেখেত সদায় সৰ্বদাই আকৃষ্ট হৈছিল। *লোকগীত সংগ্ৰহ* নামৰ গ্ৰন্থ এখনিও ছাৰে সংকলন আৰু সম্পাদন কৰিছিল। গুৱাহাটী আকাশবাণীৰ জৰিয়তে লোকগীত প্ৰচাৰ ব্যৱস্থা হোৱাৰ লগে লগে অনেক গায়কে *বৰগীত*বোৰেকে সামান্য ইফাল-সিফাল কৰি, অথবা ক্ষেত্ৰৰপৰা লোকগীত সংগ্ৰহ কৰি অনাৰ দুখ-কষ্ট সহ্য কৰিব নোৱাৰি কাৰোবাৰ হতুৱাই বা নিজেই লোকগীত লিখি গুৱাহাটী আকাশবাণীৰ জৰিয়তে প্ৰচাৰ কৰিছিল। লোকগীতৰ এনে দুখ লগা অৱস্থা দেখি ছাৰে কৈছিল—"আজিকালি গুৱাহাটী আকাশবাণীত লোকগীতৰ বেহানি চলিছে।"

কথা প্ৰসংগত এদিন তেওঁ কৈছিল : মই অভিধান লেখকসকলক বৰ শ্ৰদ্ধা কৰোঁ—অভিধান প্ৰণয়নৰ বাবে প্ৰয়োজন অধ্যৱসায় আৰু কঠোৰ পৰিশ্ৰম। অভিধান প্ৰণয়নকাৰীসকলহে প্ৰকৃতাৰ্থত সাহিত্যিক।

ছাৰে লিখি-মেলি যিদৰে ভাল পাইছিল পঢ়ি-শুনিও বৰ ৰং পাইছিল। তেখেতৰ 'তপোবন'ৰ বাৰাণ্ডা আৰু কোঠালীবোৰ বাতৰি কাকত, আলোচনী আৰু কিতাপেৰে সদা-সৰ্বদাই ভৰি থাকে। ছাৰৰ ঘৰলৈ মই নানা কাৰণবশতঃ বিশেষকৈ পঢ়া-শুনা বিষয়ক) গৈছিলোঁ, তপোবনৰ বাৰাণ্ডাত ছাৰে পঢ়ি-শুনি বা লিখি-মেলি থাকে। দুৱাৰ মুখত থিয় হৈ মই মাত লগাওঁ—ছাৰ !

"অ' নবীন নেকি ? ছাৰে সোধে।

"হয় ছাৰ।"—মই কওঁ।

'বহা'।—ছাৰে মোক বহিবলৈ নিৰ্দেশ দিয়ে।

ছাৰৰ কাষতেই সজাই থোৱা 'চিয়াৰ' এখনত বহি লৈ ছাৰৰ মুখৰ ফালে চালোঁ। ছাৰে চাহ আৰু মুড়িৰ লাৰু খাই তৃপ্তি পাইছিল, মোকো খাবলৈ দিছিল।

.... ড° সূৰ্যকুমাৰ ভূএগ্রা ছাৰৰ ইতিমধ্যে লোকান্তৰ ঘটিছে। অসম বাণীত স্বৰ্গীয় ভূএগ্রাছাৰৰ স্মৃতি ব্যঞ্জক দুজন লেখকৰ দুটা প্ৰবন্ধ ছপা হৈছে—এটা লিখিছিল ডলী তালুকদাৰে, আনটো লিখিছিল আন এজন তালুকদাৰে। চকুৰ জেউতি কিছু কমা বাবে ছাৰে বিয়লিৰ বিষণ্ণ পোহৰত পঢ়া-শুনা কৰিবলৈ টান পাইছিল। তেখেতে "অসম বাণী"খন মোৰ ফালে আগুৱাই দি ক'লে বোলে ডলী তালুকদাৰ আৰু তালুকদাৰে লিখা প্ৰবন্ধ দুটা সৰবকৈ পঢ়াচোন। ছাৰৰ নিৰ্দেশ মতে প্ৰবন্ধ দুটা পঢ়িলোঁ। ছাৰে সুধিলে :

কোনটোত সাহিত্য আছে ?

অলপ ভাবি-গুনি ক'লো—

ডলী তালুকদাৰৰটোত।

এৰা, তোমাৰ অনুমান সত্য। আনটো সেৰসেৰীয়া। ছাৰ আছিল ভবিষ্যৎ দ্ৰষ্টা। এটা পীৰিৰ পিছত আন এটা পীৰি আহিব লাগিব—এদল সাহিত্যিকৰ পিছত আন এদল সাহিত্যিক আহিব লাগিব। তেহে কোনো এটা জাতিৰ সাহিত্যিক পৰম্পৰা ৰক্ষিত হ'ব। ছাৰ আছিল নবীন আৰু প্ৰবীণৰ সংযোগ সেঁতু। আশাবাদী হাজৰিকা ছাৰে তেখেতৰ অনুগামী সাহিত্যিকসকলক মৰম কৰিছিল, চেনেহ কৰিছিল, অনুপ্ৰেৰণা যোগাইছিল, উদ্দীপনা প্ৰদান কৰিছিল। ছাৰ আছিল উৎসাহ-উদ্দীপনা-প্ৰেৰণা-সাহস আৰু আশাবাদৰ জ্বলন্ত প্ৰতীক। জয়তু হাজৰিকা ছাৰ। □

# ডক্টৰ মহেশ্বৰ নেওগ ঃ কৃতি আৰু কৃতিত্ব

নগেন শইকীয়া

একো একোজন মানুহ কেতিয়াবা একোটি জাতীয় অনুষ্ঠানলৈ ৰূপান্তৰিত হয়। এই ৰূপান্তৰ ঘটে মানুহজনৰ চিন্তা, বৌদ্ধিক অৰ্হত্ব, সৃষ্টিশীল প্ৰতিভা আৰু ইবিলাক স্বাভাৱিকভাৱে অভিব্যক্ত হোৱা তেওঁৰ কাম আৰু ব্যক্তিত্বৰ মাজেদি। সমকালীন অসমত স্বকীয় প্ৰতিভা আৰু দক্ষতাৰে নিজৰ ব্যক্তিত্বক এটি একাডেমিলৈ ৰূপান্তৰ ঘটোৱা মানুহজন ডক্টৰ মহেশ্বৰ নেওগ (১৯১৫-১৯৯৫)। বেজবৰুৱা আৰু বাণীকান্ত কাকতিৰ বৌদ্ধিক উত্তৰাধিকাৰ অৰ্জন কৰোঁতা ডক্টৰ নেওগৰ জীৱিতকালত, যোৱা তিনিটা দশকতকৈ অধিক কাল অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিৰ বিভিন্ন সমস্যাৰ প্ৰশ্নবোৰে শেষ উত্তৰ বিচাৰি ওচৰ চাপিবলগীয়া হৈছিল ডক্টৰ মহেশ্বৰ নেওগৰ। এনেকৈয়ে, বেজবৰুৱাৰ দৰেই ডক্টৰ নেওগো হৈ উঠিছিল অসমীয়া ভাষা-সাহিত্যৰ অলিখিত 'ডিক্টেটৰ' বা সৰ্বাধিনায়কস্বৰূপ। শেষ উনবিংশ শতিকাৰ অসমীয়া সাহিত্যৰ মাজেদি সবলভাৱে আত্মপ্ৰকাশ কৰা উদাৰ মানবিকতাবাদ, দেশাত্মবোধ আৰু আদৰ্শবাদৰ সমন্বিত বৌদ্ধিক সামাজিক ব্যক্তিত্বৰ উত্তৰাধিকাৰৰ লগত নেওগৰ ব্যক্তিত্বৰ মাজত যোগ হৈছিল বিংশ শতিকাৰ এটা বৈজ্ঞানিক মনৰ। এনে এক বিৰল সমন্বয়ৰ বাবেই মহেশ্বৰ নেওগ উনবিংশ শতিকা আৰু বিংশ শতিকাৰ অসমৰ বৌদ্ধিক সেতুত পৰিণত হৈছিল। এহাতে উনবিংশ শতিকাৰ আৰু তাৰো আগৰ অসমত এক যথাৰ্থ নৱজাগৰণ সংঘটন কৰা নৱ-বৈষ্ণৱ আন্দোলনৰ প্ৰতি তেওঁৰ আছিল এক গভীৰ শ্ৰদ্ধা আৰু আকৰ্ষণ, আনহাতে পাৰ হৈ যোৱা সমগ্ৰ অতীতক তাৰ পৃষ্ঠভূমিত ৰাখি মূল্যায়ন কৰাৰ বাবে তেওঁৰ আছিল এটি বৈজ্ঞানিক মন। সেইবাবেই ডক্টৰ মহেশ্বৰ নেওগৰ মাজত দেখা পোৱা যায়—এহাতে তত্ত্ব আৰু তথ্য-জিজ্ঞাসু তথা তথ্য অন্বেষক এটি নিৰলস সাধক-ব্যক্তিত্ব। আনহাতে দেশৰ ঐতিহ্যৰ প্ৰতি সশ্ৰদ্ধ এটি মন।

ডক্টৰ নেওগৰ বিচৰণ ক্ষেত্ৰখন বৰ বহল। পুৰণি শিলালিপিৰপৰা আধুনিক কবিতালৈকে, শাস্ত্ৰীয় নৃত্য-গীতৰপৰা লোক-শিল্পলৈকে, প্ৰাচীন ভাস্কৰ্য-স্থাপত্যৰপৰা আধুনিক চিত্ৰশিল্পলৈকে, ভাষাতত্ত্বৰপৰা নৃতত্ত্বলৈকে, প্ৰাচ্যাতত্ত্বৰপৰা নন্দনতত্ত্বলৈকে, ইতিহাসৰপৰা দৰ্শন আৰু ধৰ্মলৈকে এই সকলো ক্ষেত্ৰতে ডক্টৰ নেওগে বিচৰণ কৰি গ'ল। এই ক্ষেত্ৰসমূহৰ প্ৰায় সকলোবোৰ দিশতে বিজ্ঞানসম্মত বিশ্লেষণ কৰিব পৰা এক বিৰল দক্ষতাৰ তেখেত আছিল অধিকাৰী। ডক্টৰ নেওগৰ অধ্যয়ন আৰু পাণ্ডিত্যৰ এটা ঘাই বিশিষ্টতা হ'ল— এক গভীৰ জাতীয় চৈতন্যৰ দ্বাৰা উদ্দীপিত হৈয়ো, বস্তুনিষ্ঠ, ঐতিহাসিক দৃষ্টিভংগীৰে প্ৰতিটো বিষয় বিচাৰ কৰাৰ দক্ষতা; আৰু আনটো বিশিষ্টতা হ'ল— তেওঁৰ অধ্যয়নৰ সকলোবোৰ বিষয় প্ৰত্যক্ষভাৱেই অসম, অসমীয়া সাহিত্য ভাষা, সাহিত্য, সংস্কৃতি আৰু অসমীয়া জাতিৰ ইতিহাসৰ লগত জড়িত। সেইবাবেই তেখেতৰ সকলো অধ্যয়নৰ প্ৰাসঙ্গিকতা অসমৰ লগত অবিচ্ছেদ্যভাৱে জড়িত। নিজৰ অধ্যয়নৰ এই বিশিষ্টতাৰ মাজেদি, সকলোৰে অজ্ঞাতেই তেওঁ 'অসমতত্ত্ব' অধ্যয়নৰ (Assamese Studies) এটি ভেটি স্থাপন কৰি দি গ'ল। ডক্টৰ নেওগৰ এই অধ্যয়নে অসম-সম্পৰ্কীয় অধ্যয়নক প্ৰাচ্যতত্ত্ব অধ্যয়নৰ অন্তৰ্ভুক্ত কৰি প্ৰাচ্যতত্ত্ব অধ্যয়নকো এটি নতুন আয়তন দান কৰি গ'ল। সেইবাবেই প্ৰাচ্যবিদ্যাৰ পণ্ডিত মণ্ডলীৰ মাজতো ডক্টৰ নেওগৰ বাবে এখনি আসন নিৰ্দিষ্ট হৈ আছিল। নেওগৰ পাণ্ডিত্যৰ গভীৰতা আৰু মৌলিকতা অনুভৱ কৰিয়েই, তেওঁতকৈ বয়সত ডাঙৰ, আন্তৰ্জাতিক খ্যাতিসম্পন্ন ভাষাতত্ত্ববিদ তথা প্ৰাচ্যতত্ত্ববিদ পণ্ডিত ডঃ সুনীতিকুমাৰ চট্টোপাধ্যায়ে ডঃ নেওগৰ তিনিকুৰি বছৰ পূৰ্ণ হোৱা উপলক্ষে ৰচনা কৰি পঠিয়াইছিল সংস্কৃত ভাষাত এটি প্ৰশস্তি (দ্ৰষ্টব্য, নৱমালতী নেওগ চক্ৰৱৰ্তীৰ দ্বাৰা সম্পাদিত আৰু ডঃ নেওগৰ একাশী বছৰীয়া জন্মদিন উপলক্ষে প্ৰকাশিত ইংৰাজী গ্ৰন্থ Maheswar Neog।) ই এটি উল্লেখযোগ্য আৰু তাৎপৰ্যপূৰ্ণ ঘটনা।

**পাৰিবাৰিক-সংস্কৃতিক উত্তৰাধিকাৰ**

১৮৫৩ খ্ৰীষ্টাব্দৰ 'অৰুনোদই'ত (সংখ্যা এপ্ৰিল) এটি বাতৰি ওলাইছিল : "২৫ মাৰ্চ শুকুৰবাৰৰ ৰাতি দুপৰমানৰ সময়ত কৌৰপুৰ মৌজাৰ ৰতি নেওগ নামে এজন মানুহৰ ঘৰৰ ওচৰতে বাদ্ধি থোৱা খুটিৰ ম'হৰ মাজত বজ্ৰপাত পৰি পাঁচজনী ম'হ মৰিল।" এই ৰতি নেওগ বা ৰতিকান্ত নেওগেই আছিল এই বংশৰ প্ৰথম নেওগ। তেওঁৰ পিতাক কান্তিৰাম আছিল বৰ্জাৰৰীয়া বৰবৰা। মানৰ

আক্ৰমণত ভটীয়াই গৈ নগাঁও পোৱা ৰতিকান্ত, পুৰন্দৰ সিংহ ১৮৬৪ খ্ৰীষ্টাব্দত ইংৰাজৰ কৰতলীয়া ৰজা হোৱাৰ পিছত, কৌৱৰপুৰলৈ ঘূৰি আহে। ৰজাই তেওঁক ৰজাদৈয়াঙত গৈ আশ্ৰয় লোৱা ৰংপুৰীয়াসকলক ওভোতাই আনি পুনৰ সংস্থাপনৰ দায়িত্ব দি নেওগ পাতে। তেতিয়াৰপৰা তেওঁ 'নেওগ' হ'ল। এই ৰতিকান্ত নেওগৰে নাতি যজ্ঞোৰাম নেওগ ; তেওঁৰ পুত্ৰ মাণিকচন্দ্ৰ নেওগ আৰু মাণিকচন্দ্ৰৰ তিনি পুত্ৰ ডিম্বেশ্বৰ, মহেশ্বৰ আৰু মোক্ষেশ্বৰ। মাণিকচন্দ্ৰৰ পুত্ৰসকলৰ জন্মৰ আগতেই উনবিংশ শতিকাৰ শেহৰফালে নেওগ পৰিয়ালে কৌৱৰপুৰ এৰিলে আৰু ডিম্বেশ্বৰ নেওগে স্মৰণীয় কৰি থৈ যোৱা 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ তাণ্ডৱণ' দিখৌৰ পাৰৰ 'কমাৰফদীয়া'ত থিতাপি ল'লেহি। ডঃ নেওগে অনুমান কৰে "সেই প্ৰব্ৰজন আমাৰ ককাৰ দিনতে ঘটিছিল" (জীৱনৰ দীঘ আৰু বাণি, পৃঃ ১৬)। কমাৰফদীয়াৰ পৰিচয় দি নেওগে লিখিছে, "সৰু গাঁও কমাৰদফীয়া। পিছে মোৰ জন্মৰ সময়ত (১৯১৫) সি বহৰহীয়া আছিল বুলিয়ে ক'ব লাগিব। কমাৰফদীয়াৰ নামঘৰতে গোট খাব পৰা মুঠ একুৰি সাত-আঠ ঘৰ মানুহ। সকলোৰেই কলিতা-বোধহয় এঘৰ এৰি। সকলোৰেই আউনীআটী সত্ৰৰ সাতামপুৰুষীয়া দাস বুলি গৌৰব কৰে। সকলোৰে প্ৰধান উপজীব্য কৃষি।" ইয়াৰ লগালগিকৈ আছিল "আহোম, কৈবৰ্ত আৰু পুৰণি ভকত (মায়ামৰীয়া) লোকৰ বাস। .... এই সকলোৰে পাৰিবাৰিক আৰু সামাজিক জীৱনৰ গোটবোৰ সুকীয়া হ'লেও সকলোৰে মাজত সদায় অবিচ্ছেদ্য সৌহাৰ্দ্যৰ টান বৰ্তমান আছিল। সকলোৰে মাজত সম্বোধনত দদাই-ভতিজা, ককাই-ভাই, বাই-ভনী, পেহী-ভতিজীৰ সম্বন্ধ।... উনবিংশ শতকৰ সোঁমাজত কমাৰফদীয়া বৌদ্ধিক সম্পন্নতাৰে উজ্জ্বল হৈ উঠিছিল" (পৃঃ ১৮, ২০)। শিৱসাগৰত স্থাপিত স্কুলত পঢ়িবলৈ অহা গোলাঘাট, যোৰহাট, ডিব্ৰুগড় আদিৰ ছাত্ৰসকলৰ অনেকে কমাৰফদীয়া লোকৰ বাৰীত 'বহা' সাজি আছিলহি। এওঁবিলাকৰ অনেকেই পিছলৈ নিজৰ কৃতিৰে আত্মপৰিচয় স্থাপন কৰি গৈছে। ইয়াতেই ১৮৭০ খ্ৰীষ্টাব্দত ডেকাসকলে "কমাৰফদীয়া ইয়ং কোম্পানী" স্থাপন কৰি তাত দেওবাৰে দেওবাৰে নৃত্য-গীত, সাহিত্য চৰ্চা, বক্তৃতা প্ৰদান আদিৰ আখৰা কৰিছিল (সহজানন্দ ভৰালী, শিৱসাগৰ নাট্য সমাজৰ ইতিবৃত্ত, পৃঃ ৪৪)। ঘনশ্যাম বৰুৱা, ৰমাকান্ত বৰকাকতী, লক্ষ্মীনাথ কাকতী, যোগেন্দ্ৰনাথ বৰুৱা, ৰাজেন্দ্ৰনাথ বৰুৱা, ৰাধাকান্ত সন্দিকৈ, কালীনাথ হাজৰিকা আদি পিছৰ কালত অসমৰ সাহিত্য, সংস্কৃতি, ৰাজনীতি আদিৰ লগত জড়িত হৈ পৰা গুণীসকলে ছাত্ৰাৱস্থাত কমাৰফদীয়াতে থিতাপি লৈ কমাৰফদীয়াত এটা নব্য সাংস্কৃতিক

পৰিমণ্ডল গঢ়ি তুলিছিল (জীৱনৰ দীঘ আৰু বাণি পৃঃ ২৩-২৭)। কিন্তু এই পৰিমণ্ডলে পৰম্পৰাগতভাৱে চলি অহা "তিথি-মহোৎসৱ, ভাওনা, সবাহ, ফাকুৱা-হুচৰিৰ আনন্দপূৰ্ণ কোলাহল" স্তিমিত কৰিব পৰা নাছিল। (পৃঃ ২৭)।

মাণিকচন্দ্ৰ নেওগৰ ইংৰাজী শিক্ষাৰ লগত পৰিচয় নাছিল; বঙলা ভাষাৰ শিক্ষাৰ লগতহে প্ৰাথমিক পৰিচয় ঘটিছিল। তৎসত্বেও সংস্কৃতৰ চাণক্য শ্লোককে ধৰি পুৰণি অসমীয়া পুথি-পত্ৰৰ লগত আছিল ঘনিষ্ঠ পৰিচয়। "কীৰ্তন, দশম আদি ধৰ্মগ্ৰন্থ আৰু নাম-প্ৰসংগত তেওঁ পাৰংগত আছিল, শিক্ষিত লোকৰ লগত সততে সংশ্ৰৱ ৰাখিছিল" (পৃঃ ২৯)। সেয়ে নহয়, তেওঁ "শিক্ষাৰ মোল বিশেষকৈ বুজিছিল বুলি নিজৰ বৰবাৰীখনৰ এটা চুকে চাপ ভাঙি তাতে ১৯০৩-০৪ জুন মানত এখন পঢ়াশালি স্থাপন কৰিলে। সেয়ে আমাৰ বিদ্যা-শিক্ষাৰ ভেটি ১১৩ নং কমাৰফদীয়া স্কুল। দেউতা গীত-মাত, বিশেষকৈ ভকতীয়া গতিৰ ভঁৰাল আছিল। পুৱা-গধূলি আমাৰ গোসাঁই ঘৰত তেওঁ নিতৌ 'নিৎপ্ৰসং' কৰিছিল মধুৰ কণ্ঠেৰে। "কৃষ্ণ শংকৰ গুৰুহৰি বুলি অকণমানকৈ আশোৱাৰী ৰাগ টানি বৰগীত এটি (প্ৰায়ে 'নাম পৰম ধন') গাই এটি কীৰ্তন ঘোষাৰ পিছত যুগল-পটল নামঘোষাৰে সাধাৰণতে প্ৰসংগ সামৰিছিল" (পৃঃ ৪০)। তেওঁৰ মাতৃ চন্দ্ৰপ্ৰভা নেওগো আছিল আনুষ্ঠানিক শিক্ষা নথকা গৃহিণী; কিন্তু তেওঁৰ মুখত লাগি আছিল বৰগীত, আইনাম, সদাশিৱৰ নাম, গোসাঁইৰ নাম। ডঃ নেওগে লিখিছে, "আমাৰ ঘৰখন মহাপুৰুষীয়া হ'লেও, দেৱীপূজাৰ প্ৰসাদৰ আমাৰ ঘৰত অপ্ৰবেশ হ'লেও, হাঁহ পৰ্যন্ত নুপুহিলেও, হাঁহ-ছাগৰ মঙহ ঘৰত নিষিদ্ধ হ'লেও সেইদিনত কিন্তু গাঁৱত আইমতা সবাহ হ'লে আই তাঁলে গৈছিল, নিজে আই নাম লগাই দিছিল" (পৃঃ ৪১)। সম্বন্ধীয় ককাক—'কাৰ্য প্ৰবেশ'ৰ ৰচক কালীনাথ হাজৰিকা, "দীনদুখী" (লা-মিজাৰেবলৰ অনুবাদ)ৰ লিখক সৰু মোমায়েক থানেশ্বৰ হাজৰিকা আৰু সৰ্বোপৰি গোহুৰ বহুৰৰ ডাঙৰ, ককাইদেৰেক ডিম্বেশ্বৰ নেওগ এইসকলৰ সান্নিধ্য আৰু ব্যক্তিত্ব আৰু কৰ্মৰ প্ৰত্যক্ষ বা অপ্ৰত্যক্ষ প্ৰভাব—ইবিলাককো আমি পাৰিবাৰিক আৰু সাংস্কৃতিক উত্তৰাধিকাৰৰ শাৰীতে থ'ব পাৰোঁ। এহাতে এটা গ্ৰামীণ অসমীয়া সাংস্কৃতিক পৰিমণ্ডল আৰু আনহাতে 'কমাৰফদীয়া ইয়ং কোম্পানী'ৰ দৰে নৱ-গঠিত অনুষ্ঠানে সুমুওৱা নব্য সাংস্কৃতিক উপাদান—এয়ে আছিল ঊনবিংশ শতিকাৰ শেহ আৰু বিংশ শতিকাৰ আগভাগৰ কমাৰফদীয়া তথা চহৰমুখী বত্তাহে কোবোৱা অসমৰ অগ্ৰণী গ্ৰাম্য জীৱনৰ বিশেষত্বপূৰ্ণ চৰিত্ৰ। মহেশ্বৰ নেওগৰ জন্ম এনে এক গ্ৰামীণ পাৰিবাৰিক আৰু সাংস্কৃতিক পৰিমণ্ডলতে হৈছিল আৰু এই পৰিমণ্ডলেই তেওঁৰ বৌদ্ধিক

ব্যক্তিত্ব গঠনত যোগাই গৈছিল বিশেষ বৰঙণি। এহাতে, পুৰণি অসমীয়া ঐতিহ্য আৰু সাংস্কৃতিক বিশেষত্ব যি নৱবৈষ্ণৱ আন্দোলনৰ মাজত আহি এক সুস্থ-সবল বিকাশ লাভ কৰিছিল আৰু আনহাতে পাশ্চাত্য শিক্ষা আৰু সভ্যতা যি এক তথ্য-ভিত্তিক, যুক্তিবাদী নতুন দৃষ্টিভংগী আৰু মানবিতাকবাদী দৰ্শন দান কৰিছিল—এই দুয়োটাৰে সমন্বয়ত অসমত গঢ় লৈ উঠিছিল—এটি নতুন বৌদ্ধিক পটভূমি। অৰ্থাৎ, ঐতিহ্য আৰু আধুনিকতাৰ এক সম্মিলন আৰম্ভ হ'ল এইছোৱা সময়তে। পৰবৰ্তী কালত ডঃ মহেশ্বৰ নেওগৰ মাজত ঐতিহ্যৰ প্ৰতি প্ৰকাশ লাভ কৰা গভীৰ আকৰ্ষণৰ আঁৰত তেওঁৰ গ্ৰামীণ সাংস্কৃতিক আৰু পাৰিবাৰিক পটভূমিৰ প্ৰভাৱ যিদৰে অনুমান কৰিব পাৰি, তেনেদৰেই ঐতিহ্য অন্বেষণ কৰাৰ আৰু বিচাৰ কৰাৰ বৈজ্ঞানিক ঐতিহাসিক দৃষ্টিভংগীৰ আঁৰত পাশ্চাত্য শিক্ষাৰ প্ৰভাৱো অনুমান কৰিব পাৰি।

### ঊনবিংশ শতিকাৰ বৌদ্ধিক উত্তৰাধিকাৰ

ডিম্বেশ্বৰ নেওগে কৈছিল 'মই বিংশ শতিকাত জন্ম গ্ৰহণ কৰিলেও ঊনবিংশ শতিকাতে মাতৃগৰ্ভত থিত লৈছিলোঁ' এই এটা বাক্যৰে, ঊনবিংশ শতিকাৰ অসমৰ বৌদ্ধিক পৰিমণ্ডলৰ প্ৰভাৱ যে তেওঁৰ ওপৰত এৰাব নোৱাৰাকৈ পৰিছিল, সেই বিষয়ে তেওঁ নিঃসন্দেহ কৰি থৈ গৈছে। মহেশ্বৰ নেওগৰ জন্ম ১৯১৫ চনত। সেইফালৰপৰা এইজন নেওগ সম্পূৰ্ণ বিংশ শতিকাৰ। কিন্তু ডঃ নেওগে তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত সবিস্তাৰে দেখুৱাইছে (ৰোমাণ্টিক বিস্তাৰ : বেজবৰুৱাৰ যুগ) যে দ্বিতীয় মহাযুদ্ধৰ আগলৈকে সম্প্ৰসাৰিত আধুনিক অসমীয়া ভাষা-সাহিত্যৰ ভাব আৰু ৰূপ (spirit and form)ৰ জন্ম আৰু বিকাশ ঊনবিংশ শতিকাতে হৈছিল। তদুপৰি, ডঃ নেওগে বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ আধুনিক অসমীয়া সাহিত্য যে লক্ষ্মীনাথ বেজবৰুৱাৰ সাহিত্যক ব্যক্তিত্বৰ দ্বাৰা নিয়ন্ত্ৰিত সেই কথাও দ্ব্যৰ্থহীনভাৱে কৈছে। তেওঁ অসমীয়া সাহিত্যৰ দুটা সোণালী যুগৰ চিনাকি দি কৈছে, "প্ৰথম সোণালী যুগৰ সৃষ্টি হৈছে শংকৰী সাহিত্য। এই সাহিত্যৰ কেন্দ্ৰীয় পুৰুষ আছিল শংকৰদেৱ আৰু তেওঁৰ প্ৰতিভাশালী শিষ্য মাধৱদেৱ।" আৰু 'বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধৰ আধুনিক অসমীয়া সাহিত্যক একগোট কৰি তাৰ আধ্যাত্মিক ধৰণীস্বৰূপে একমাত্ৰ লক্ষ্মীনাথ বেজবৰুৱাৰ বিশাল ব্যক্তিত্বই বৰ্তমান। নিঃকিন হ'লেও বৰ্তমান যুগটো অসমীয়া সাহিত্যৰ দ্বিতীয় সোণালী যুগ।"

এই দুইটা যুগৰ দুটি কেন্দ্ৰীয় ব্যক্তিত্ব শংকৰদেৱ আৰু বেজবৰুৱা—ডঃ নেওগৰ অধ্যয়নৰ যাই উদ্দীপকো আছিল আৰু বিষয়ো আছিল। প্ৰসংগতঃ

উল্লেখযোগ্য যে বেজবৰুৱাই শংকৰদেৱক আধুনিক মানুহৰ বাবে ন-কৈ আৱিষ্কাৰ আৰু প্ৰতিষ্ঠা কৰি গ'ল। শংকৰদেৱৰ ব্যক্তিত্ব, প্ৰতিভা আৰু কৰ্মৰাজিক অস্বীকাৰ কৰিবলৈ বিচৰা সৰু গোটবোৰৰো মুখ মাৰি বেজবৰুৱাই বাঁহীত লিখা ৰচনাৰে শংকৰদেৱৰ নৱমূল্যায়ন প্ৰতিষ্ঠা কৰিলে; তদুপৰি বাণীকান্ত কাকতিয়ে 'ভৱানন্দ পাঠক' নামেৰে লিখা কঠোৰ সমালোচনাত্মক প্ৰবন্ধলানি বাঁহীত প্ৰকাশ কৰি 'আসাম প্ৰদীপিকা'ৰ মত আৰু মন্তব্যৰ শক্তিশালী প্ৰত্যুত্তৰ দাঙি ধৰিলে। যথাৰ্থতে বেজবৰুৱাৰ মাজতেই ঊনবিংশ শতিকাৰ অসমৰ বৌদ্ধিক আৰু সাংস্কৃতিক জাতীয় চৈতন্যই সবল প্ৰকাশ লাভ কৰিলে। অসমীয়া ভাষাৰ যিটো মান্যৰূপ হেমচন্দ্ৰ বৰুৱাই প্ৰতিষ্ঠা কৰি গ'ল, যাৰ বিষয়ে বেজবৰুৱাই 'মোৰ জীৱন সোঁৱৰণ'ত সশ্ৰদ্ধ উল্লেখ কৰি গৈছে সেই মান্যৰূপৰ সাহিত্যিক বিকাশ আৰু প্ৰতিষ্ঠা দান কৰিলে বেজবৰুৱাই ; অসমৰ প্ৰাচীন সাংস্কৃতিক ঐতিহ্য যি নৱ-বৈষ্ণৱ আন্দোলনৰ মাজত শংকৰদেৱৰ যোগেদি আহি নতুন আয়তন লৈ প্ৰতিষ্ঠিত হ'ল, সেই সাংস্কৃতিক ঐতিহ্যৰ প্ৰতি আকৰ্ষণ আৰু শ্ৰদ্ধাও জগাই তুলি গ'ল বেজবৰুৱাই; অসমীয়া ভাষা-সাহিত্যৰ ইতিহাস চৰ্চাৰ, অসমৰ লোকজীৱন আৰু লোক-সংস্কৃতি চৰ্চাৰ আৰু অসমৰ সামগ্ৰিক ইতিহাস চৰ্চাৰো পথ প্ৰশস্ত কৰি গ'ল বেজবৰুৱাই। ডঃ নেওগে বেজবৰুৱাৰ মাজেদিয়েই শংকৰদেৱক প্ৰত্যক্ষ কৰিছে আৰু বেজবৰুৱাক প্ৰত্যক্ষ কৰিছে বেজবৰুৱায়েই প্ৰতিষ্ঠা কৰি যোৱা "নতুন প্ৰাণৰ ন-চকুযুৰি"ৰে, অৰ্থাৎ শেষ ঊনবিংশ শতিকা আৰু বিংশ শতিকাৰ প্ৰথম ভাগতে গঢ় লৈ উঠা প্ৰাচ্য আৰু প্ৰতীচ্য দৃষ্টিভংগীৰ সমন্বিত দৃষ্টিভংগীৰ মাজেদি। ডঃ নেওগেই আধুনিক অসমীয়া সাহিত্যৰ প্ৰথম পৰ্বক—'বেজবৰুৱাৰ যুগ' আখ্যা দি 'জোনাকী'ৰ জন্মৰ পৰা দ্বিতীয় বিশ্বযুদ্ধৰ আৰম্ভণিলৈকে এই সময়ছোৱাৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীক এটি নতুন চিনাকি দি গ'ল। এই চিনাকি কেৱল ব্যক্তিনিষ্ঠ মূল্যায়নৰ সপ্ৰশংস চিনাকি নহয়; বৰং সমগ্ৰ যুগটোৰ নিৰ্যাস সঠিকভাৱে এই পৰিচয়ৰ মাজেদিয়েই যে ফুটি উঠিছে সেই বিষয়ে দ্বিমত হ'বলগীয়া নাই। জাতীয় চৈতন্য, উদাৰ মানৱিকতাবাদী দৃষ্টিভংগী আৰু ঐতিহ্যৰ প্ৰতি শ্ৰদ্ধা—ঊনবিংশ শতিকাৰ এইকেইটা ঘাই উপাদানৰ লগত ডঃ নেওগৰ মাজত সংযুক্ত হৈছিলহি তথ্যৰ শুদ্ধতা আৰু যুক্তিৰ উপযোগিতাৰে প্ৰতিটো বিষয় বিচাৰ কৰি চোৱাৰ এক বৈজ্ঞানিক দৃষ্টিভংগী। ইয়াৰ ফলস্বৰূপে ঊনবিংশ শতিকাৰ ৰোমাণ্টিক ভাবাবেগ বিংশ শতিকাৰ বৈজ্ঞানিক যুক্তিবাদৰ দ্বাৰা নিয়ন্ত্ৰিত হ'ল আৰু অসমীয়া ভাষাৰ—ভাষা-সাহিত্য-সংস্কৃতিৰ সমালোচনাক এটা সন্তুলিত ৰূপত প্ৰতিষ্ঠিত কৰিলে।

ডঃ নেওগে এনে এক দৃষ্টিভংগী আহৰণ কৰিব পৰাৰ গুৰিতে আছিল তেওঁৰ তীব্ৰ সংবেদনশীল মন আৰু মেধা, এহাতে সংস্কৃত আৰু আনহাতে ইংৰাজী ভাষাৰ লগত ঘনিষ্ঠ পৰিচয় আৰু আনহাতে বিজ্ঞান আৰু বৈজ্ঞানিক দৃষ্টিভংগীৰ লগত থকা পৰিচয়। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে নেওগে প্ৰবেশিকাত উত্তীৰ্ণ হৈ কটন কলেজত বিজ্ঞান বিভাগৰ আই. এ. অৰ্থাৎ প্ৰাক্‌স্নাতক শ্ৰেণীত ভৰ্তি হৈছিল। আই. এ.ত উত্তীৰ্ণ হোৱাৰ পিছত তেওঁ বিজ্ঞান এৰি কলা শাখালৈ আহে আৰু ইংৰাজীত 'সন্মান'ৰ বিষয় লৈ পঢ়া-শুনা কৰে। পাশ্চাত্য সাহিত্য, চিন্তা, ভাৱনাৰ লগত ইংৰাজী সন্মানৰ বিষয়টিয়ে তেওঁৰ পৰিচয় গাঢ় কৰি তোলে। প্ৰাকস্নাতক শ্ৰেণীত থাকোঁতেই এ.এছ.এল., ক্লাবৰ লগত যুক্ত হোৱা 'কটনিয়ান'ত ইংৰাজী কবিতাৰে কাব্য-প্ৰয়াস কৰা (Stray pleasures), ইংৰাজী ভাষাত হোমছ আৰু নিকোলছ্ নামৰ দুগৰাকী মহিলাই অসমীয়া সাহিত্যৰ বিষয়ে লিখা প্ৰবন্ধ অসমীয়ালৈ অনুবাদ কৰি চমু পাতনিৰে সৈতে 'আৱাহন'ত প্ৰকাশ কৰা, সূৰ্যকুমাৰ ভূঞাৰ নিৰ্দেশত, আনন্দৰাম ঢেকিয়াল ফুকনৰ ( A Native ছদ্মনামত লিখা) A few Remarks on the Assamese Language and Vernacular Education in Assam অসমীয়ালৈ অনুবাদ কৰি 'আৱাহন'ত ধাৰাবাহিকভাৱে প্ৰকাশ কৰা আদি কাৰ্যৰে নেওগৰ লিখক-জীৱনৰ শুভ আত্মপ্ৰকাশ ঘটিল (জীৱনৰ দীঘ আৰু বাণি, ১২১-১২২ পৃঃ)। তাৰো আগতেই অৱশ্যে স্কুলীয়া জীৱনতে লিখক জীৱনৰ অংকুৰটিৰ উদগম ঘটিছিল। কবিতা লিখা, হাতেলিখা আলোচনী, বাতৰিকাকত উলিওৱা, বেজবৰুৱা 'বাঁহী'ত গল্প লিখা (জী.দী.বা, পৃঃ ৭৮-৭৯) আদিৰ মাজতে দুপতীয়া লিখকজন ওলাই আহিছিল। কলেজত পঢ়াৰ সময়ত চন্দ্ৰকুমাৰ আগৰৱালা, কমলাকান্ত ভট্টাচাৰ্য, জ্ঞানদাভিৰাম বৰুৱা, ৰঘুনাথ চৌধাৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, নলিনীবালা দেৱী, সৰ্বেশ্বৰ শৰ্মা কটকী, দৈৱচন্দ্ৰ তালুকদাৰ, উমেশচন্দ্ৰ চৌধাৰী, মহেন্দ্ৰনাথ ডেকা ফুকন, মাধৱচন্দ্ৰ বেজবৰুৱা, হৰেন্দ্ৰনাথ বৰুৱা, কালিৰাম মেধিৰ দৰে কবি, দেশপ্ৰেমিক লিখক, প্ৰত্নতাত্ত্বিক, ভাষাতাত্ত্বিকসকলৰ সান্নিধ্য লাভ হৈছিল। আনহাতে সূৰ্যকুমাৰ ভূঞাৰ দৰে সকলো বিষয়তে পৰিচ্ছন্নতা আৰু পাটিপাট্য বজাই ৰাখোঁতা জাতীয়তাবাদী ঐতিহাসিক আৰু কবিক আৰু অসমীয়া ভাষা, সাহিত্য আৰু সামাজিক-নৃতাত্ত্বিক বিষয়ক স্বচ্ছ আৰু গভীৰ দৃষ্টিৰে তলিলৈকে চাই মূল্যায়ন কৰাৰ বিৰল ক্ষমতাৰ অধিকাৰী বাণীকান্ত কাকতিৰ দৰে পণ্ডিতক কলেজীয়া জীৱনৰ শিক্ষকৰূপে পাই সেইসকলৰ সান্নিধ্যৰ দ্বাৰাও অনুপ্ৰাণিত হোৱাৰ সুযোগ তেওঁ লাভ

কৰিছিল। এই দুয়োগৰাকী শিক্ষকৰ প্ৰতি থকা গভীৰ শ্ৰদ্ধা ডঃ নেওগে যথাস্থানত অকুণ্ঠ চিত্তে প্ৰকাশ কৰি গৈছে। দেখা যায় এই দুয়োগৰাকীৰ কামেও যেন ডঃ নেওগৰ বাবে আৰ্হি থৈ গৈছিল। কেৱল এই আৰ্হি বাহিৰৰ ৰূপৰ আৰ্হি নহয়, চিন্তা আৰু ভাবনাৰো আৰ্হি। ঊনবিংশ শতিকাৰ জাতীয়তাবাদ, ঐতিহ্যপ্ৰীতি আৰু মানবিকতাবাদ আৰু নৱন্যাস জাগৰণে অনা জ্ঞান-সাধনাৰ প্ৰতি আগ্ৰহ—এই বৌদ্ধিক বিশিষ্টতাসমূহ 'জোনাকী যুগৰ সাৰথি'সকলৰ সকলোৰে মাজেদি কম-বেছি পৰিমাণে প্ৰকাশিত হৈছিল ; অৱশ্যেই বেজবৰুৱাৰ মাজত ইবিলাকৰ সৰ্বোচ্চ বিকাশ ঘটিছিল, আৰু বেজবৰুৱাৰ বৌদ্ধিক উত্তৰাধিকত্বই বাণীকান্ত কাকতি, ডিম্বেশ্বৰ নেওগ, সূৰ্যকুমাৰ ভূঞা আদিৰ মাজেদি একো একোটি দিশত উজ্জ্বল প্ৰকাশ লাভ কৰিছিল। মহেশ্বৰ নেওগে শংকৰদেৱ-বেজবৰুৱা-বাণীকান্তৰ যিটো ধাৰা সেই ধাৰাৰ অনুগামী স্বৰূপেই নিজৰ বৌদ্ধিক জগত গঢ়ি তুলিলে। এনেকৈয়ে ডঃ নেওগে ঊনবিংশ শতিকাৰ বৌদ্ধিক উত্তৰাধিকত্বও লাভ কৰিলে আৰু বিংশ শতিকাৰ আধুনিকতাবাদৰ ফালেও চকু দিলে।

### পাশ্চাত্য বৈজ্ঞানিক দৃষ্টিভংগী

পূবৰ যে বৈজ্ঞানিক দৃষ্টিভংগী এটি আমাৰ ন্যায়শাস্ত্ৰ আৰু দৰ্শনসমূহৰ মাজত আৰু গণিত আৰু জ্যোতিষ-চৰ্চাৰ মাজত নাছিল এনে নহয়। কিন্তু পশ্চিমীয়া আনুষ্ঠানিক শিক্ষাই আমাৰ জীৱনৰ নিয়ন্ত্ৰক হৈ উঠাত স্বাভাৱিকতে পশ্চিমীয়া দৃষ্টি আৰু বিদ্যায়তনিক পদ্ধতিৰ প্ৰভাৱ প্ৰবল হৈ পৰিল। স্নাতক শ্ৰেণীত ইংৰাজী অনাৰ্ছ লৈ, অসমীয়া, সংস্কৃত আৰু ইতিহাস বিষয় হিচাপে বাছি ল'লে, "নিজৰ দেশখনক বুজিবৰ কাৰণে" (জী.দী.বা., ১২৫); ছেইক্সপীয়েৰ, গেলছ্‌বৰ্দি,' টমাছ হাৰ্ডি, ৱৰ্ডছৱাৰ্থ, শ্বেলী, কীটছ, বাইৰন, টেনিছন, আৰ্নল্ড, হেজলিট আদিৰ লগত ঘনিষ্ঠ পৰিচয় স্থাপন কৰি ইউৰোপীয় সাহিত্যৰ ধাতু বুজি পাবলৈ যত্ন কৰিলে; আৰু এই পৰিচয়ে মহেশ্বৰ নেওগৰ পৰৱৰ্তী কালৰ কৃতি আৰু কৃতিত্বৰ সৌধ নিৰ্মাণৰ বাবে এটি শকত ভেটি বান্ধি দিলে। এহাতে সংস্কৃত ব্যাকৰণ আৰু সাহিত্য, আনহাতে ইংৰাজী ভাষা-সাহিত্য আৰু আনফালে দেশৰ ইতিহাস—এই তিনিওটাৰ সমন্বিত অধিগ্ৰহ (?) ডঃ নেওগৰ মাজত ৰসগ্ৰাহী মন, ঐতিহাসিক দৃষ্টিভংগী আৰু ভাষাৰ শুদ্ধতাৰ প্ৰতি সৰ্তকতা গঢ়ি তুলিলে। তদুপৰি, তথ্য আৰু যুক্তিনিৰ্ভৰ বৈজ্ঞানিক দৃষ্টিভংগীও তেওঁ আহৰণ কৰিলে। আবেগ-নিৰ্ভৰ নৱন্যাসিকতাবাদ তেওঁৰ কবিমনটোৰ সীমাৰ

মাজতে বন্দী হ'ল। তেওঁৰ আগবয়সত লিখা আৰু শেহ বয়সত প্ৰকাশ কৰা 'ৰক্তকমল'ৰ মাজত ছন্দোবদ্ধ কবিতাৰ আৰু পিছৰ বয়সত ৰচনা কৰা 'মুছাফিৰখানা' আৰু 'সঞ্চাৰিণী দীপশিখা'ৰ কবিতাৰ মাজত কবি নেওগৰ দুটা কবিসত্তাৰ পৰিচয় ফুটি উঠিছে। তেওঁৰ অন্য সকলো কৰ্মত ফুটি উঠিছে তথ্যানুসন্ধানী, বস্তুনিষ্ঠ, ঐতিহাসিক-চেতনাসম্পন্ন বৈজ্ঞানিক দৃষ্টিভংগী। সেইবাবেই পূৰ্বৰ কোনো ব্যৱহৃত তথ্য যদি নতুনকৈ পোৱা তথ্যই নাকচ কৰিছে, তেওঁ বিনাদ্বিধাই তাক গ্ৰহণ কৰিছে। উদাহৰণ : ঊনবিংশ শতিকাত অসমৰ পৰা অসমীয়া ভাষা অপসাৰণ কৰি বঙলা ভাষা প্ৰবৰ্তন কৰাৰ সম্পৰ্কে 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ প্ৰথম সংস্কৰণত প্ৰকাশ কৰা অভিমত পৰৱৰ্তী সংস্কৰণত সংশোধন কৰা কাৰ্যলৈ আঙুলিয়াই দিব পাৰি। তেনেদৰে 'মোৱামৰীয়া বিদ্ৰোহ' সম্পৰ্কীয় ডঃ নেওগৰ বিশ্লেষণলৈও আঙুলিয়াব পাৰি।

## পুথি-সম্পাদনাৰ বৈজ্ঞানিক দৃষ্টিভংগী

ডঃ নেওগৰ কৃতি আৰু কৃতিত্বৰ উজ্জ্বল পৰিচয় বহন কৰিছে তেখেতে সম্পাদনা কৰা পুথিসমূহে। এই যাত্ৰা আৰম্ভ হৈছিল শংকৰদেৱৰ 'ভক্তি-প্ৰদীপ'ৰ সম্পাদনাৰে ১৯৫৪ চনত। ভক্তি-প্ৰদীপেই তেখেতক শংকৰদেৱৰ অধিক ওচৰ চপাই লৈ গ'ল। অৱশ্যে তেতিয়া বিষয়ৰ তথা তথ্যৰ শুদ্ধতাৰ ওপৰত গুৰুত্ব দিলেও পাঠ-সমীক্ষাৰ পদ্ধতি প্ৰয়োগ কৰা হোৱা নাছিল। ১৯৪৯ চনত সম্পাদনা কৰি উলিওৱা আধুনিক যুগৰ কবি হিতেশ্বৰ বৰবৰুৱা 'চকুলো আৰু মালচ'ৰ পাঠৰ সম্পাদনা কৰাৰ প্ৰয়োজন হোৱা নাছিল। ১৯৫৩ চনত প্ৰকাশিত 'আচাৰ্য সংহতি' (সংস্কৃতত ৰচিত)ৰ বা ১৯৫১ চনত প্ৰকাশিত 'শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত'ৰ ক্ষেত্ৰতো দেখা যায়—পুথিৰ বয়স, বিষয়, লিখক, ভাষা আদিৰ বিষয়ে আলোচনা কৰোঁতে ঐতিহাসিক দৃষ্টিভংগীয়েই ঘাইকৈ ক্ৰিয়া কৰিছিল। পীতাম্বৰ কবিৰ 'উষা পৰিণয়' (প্ৰথম সংস্কৰণ ১৯৫১) আৰু দুৰ্গাবৰ কয়স্থৰ 'গীতি-ৰামায়ণ (১৯৬০)ৰ ক্ষেত্ৰত কিন্তু ৰসৰ বিচাৰো কৰি মূল্যায়ন কৰাৰ যত্ন কৰিছে। লগতে তথ্যৰ শুদ্ধতাৰ ওপৰত দিয়া গুৰুত্ব আছেই। ১৯৫৪ চনত প্ৰকাশিত হৰিবৰ বিপ্ৰৰ 'লৱকুশৰ যুদ্ধ' আৰু ১৯৬১ চনত প্ৰকাশিত 'বব্ৰুবাহনৰ যুদ্ধ'ৰ মাজতো নেওগৰ বৈজ্ঞানিকভাৱে তথ্যানুসন্ধানকাৰী মনটোৰ পৰিচয় ফুটি উঠিছে। বহুজনা নেওগ আৰু আন অনেকে 'হৰিহৰ বিপ্ৰ' বুলি ঠাৱৰোৱা নামটো যে 'হৰিবৰ বিপ্ৰ' হ'ব লাগে, সেই তথ্যটো প্ৰতিপন্ন নকৰালৈকে তেওঁ এৰি দিয়া নাই। পিছৰ কালতো দেখা গৈছে, কোনো অসত্য

তথ্য বা ভুল ব্যাখ্যা কোনোবাই কৰিলে নেওগে সজোৰে, যুক্তি আৰু তথ্যসহকাৰে তেনে তথ্য আৰু ব্যাখ্যা খণ্ডন কৰিছে। 'বৰগীত' সম্পৰ্কে ৰাজমোহন নাথৰ ব্যাখ্যা আৰু অভিমত কঠোৰ ভাষাৰে সমালোচনা কৰি আনকি ন্যায়ালয়ত থিয় দিয়াৰ প্ৰয়োজনো হৈছিল ; শেহত কিন্তু ডঃ নেওগৰ যুক্তিয়েই ৰক্ষা পৰিছিল। শংকৰদেৱৰ 'কীৰ্তন-ঘোষা' আৰু মাধৱদেৱৰ 'নামঘোষা' সম্পাদনাৰ সময়ত মূল পাঠৰ সম্ভাব্য শুদ্ধ ৰূপ দিয়াৰ বাবে কৰি যোৱা যত্ন উল্লেখযোগ্য। ৰামানন্দ দ্বিজ আৰু ৰামগোপাল প্ৰণীত শংকৰদেৱ আৰু ভৱানীপুৰীয়া গোপাল আতাৰ চৰিত (প্ৰকাশ ১৯৫৭), পঢ়িয়া মাধৱ আতাৰ চৰিত (১৯৭১), বৰদোৱা গুৰুচৰিত (১৯৭৭)—এই চৰিতপুথিসমূহৰ সম্পাদনাৰ শীৰ্ষ বিন্দুটো 'গুৰুচৰিত কথা'ৰ সম্পাদনা (১৯?)। মন কৰিবৰলগীয়া কথা, ডঃ নেওগে ভট্টদেৱৰ ক্ষেত্ৰতো 'কথা-ভাগৱত' বা 'কথা-গীতা' বুলি ন-কৈ 'ভাগৱত কথা' বা 'গীতা-কথা' ব্যৱহাৰ কৰিছে; আৰু গুৰুচৰিতৰ ক্ষেত্ৰতো কথাত লিখাখনিক 'গুৰুচৰিত-কথা'হে বুলিছে, 'কথা-গুৰুচৰিত' বোলা নাই। আমাৰ পৰম্পৰাত 'কথা' শব্দটি সদায় পিছত ব্যৱহৃত হোৱালৈ চাই (ৰামকথা, কৃষ্ণ কথা), ভাগৱত, গীতা আৰু গুৰুচৰিতৰ ক্ষেত্ৰতো যে পিছত ব্যৱহৃত হ'লেহে যথাযথ হ'ব, সেই বিষয়ে বোধকৰোঁ দ্বিমত হ'বলগীয়া নাই। তদুপৰি এই পুথিসমূহ বিশেষকৈ 'ভাগৱত কথা', 'বৰদোৱা গুৰুচৰিত' আৰু 'গুৰুচৰিত কথা' সম্পাদনাৰ সময়ত ডঃ নেওগে সমীক্ষিত পাঠ প্ৰস্তুত কৰি পাঠত থাকিব পৰা ত্ৰুটী দূৰ কৰি সম্ভাব্য মূল পাঠ দাঙি ধৰিবলৈ যত্ন কৰিছে। উপেন্দ্ৰচন্দ্ৰ লেখাৰু সম্পাদিত 'কথা গুৰুচৰিত'ৰ অসম্পূৰ্ণতা আৰু পাঠৰ বিকাৰ আঁতৰাই 'গুৰুচৰিত কথা'ক ডঃ নেওগে গ্ৰহণীয় ৰূপ দি গ'ল; তদুপৰি বিস্তৃত ভূমিকাত 'গুৰুচৰিত কথা'ৰ প্ৰাসংগিকতাই বিচৰা প্ৰতিটো বিষয়ৰ বিচাৰ সন্নিবিষ্ট কৰি গৈছে।

ডঃ নেওগে সম্পাদনাৰ সময়ত গুৰুত্ব দিয়া বিষয়কেইটি হ'ল—(১) পুথিৰ বয়স, (২) লিখকৰ নাম, স্থান, সময়, শিক্ষা, অন্যান্য অৰ্হতা, (৩) পুথিৰ আখৰ, (৪) পুথিৰ বিষয়ৰ বিচাৰ, (৫) পুথিৰ ভাষা আৰু ব্যাকৰণগত বিশিষ্টতাসহ, (৬) পুথিত উল্লিখিত প্ৰসংগ আৰু (৭) পুথিখনিৰ গুৰুত্ব। তেখেতে সম্পাদনা কৰি থোৱা পুথিৰ ভিতৰত কেইখনমান পুথিয়ে পৰৱৰ্তী কাললৈ আৰ্হি ৰাখি থৈ গৈছে। তাৰ ভিতৰত (১) শ্ৰীহস্তমুক্তাৱলীৰ অসমীয়া সংস্কৰণ, (২) শ্ৰীহস্তমুক্তাৱলীৰ সংস্কৃত মূল আৰু ইংৰাজী ভাঙনিৰ সংস্কৰণ, (৩)বিল্বমংগলৰ অসম-সংস্কৰণ, (৪) হৰিস্মৃতি-সুধাংকুৰ, (৫) সত্ৰীয়া নৃত্য,

(৬) প্ৰাচ্য শাসনাৱলী, (৭) গুৰুচৰিত কথা, (৮) অৰুনোদই, (৯) ভক্তি-ৰত্নাকৰ—এইকেইখনি প্ৰধান। প্ৰত্যেকখনিৰ সম্পাদনাৰ ক্ষেত্ৰত ডঃ নেওগে প্ৰতিটো বিষয়ৰ ইতিহাস, তথ্য আৰু তাত্ত্বিক বিশেষত্বৰ ওপৰত কেনেভাৱে গুৰুত্ব দিছে সি লক্ষ্যণীয়। ভাব, বিষয়, ৰূপ আৰু ৰস—এই চাৰিওটি চকুৰ আগত ৰাখি কৰা বিশ্লেষণৰ দ্বাৰা প্ৰতিটো বিষয়েই হৈ উঠিছে নিটোল, নিখুঁত আৰু নিৰ্ভৰযোগ্য।

ডঃ নেওগৰ সম্পাদনাৰ ঘাই বিশেষত্বই হ'ল মূল পাঠ উদ্ধাৰ, নিৰ্ভৰযোগ্য মূল পাঠৰ অবিকৃত ৰূপৰ সংৰক্ষণ, মূল পাঠৰ প্ৰয়োজন থ'লত পুনৰ্নিৰ্মাণ, প্ৰতিটো শব্দৰ প্ৰয়োগ মূল পাঠৰ ভাব, বিষয়, সময় আৰু ভাষাৰ পটভূমিত বিচাৰ কৰি চোৱা আৰু ভূমিকাত এক সমীক্ষাত্মক আলোচনা দাঙি ধৰা। ভাৰতবৰ্ষত সমীক্ষিত পাঠ প্ৰস্তুত কৰাৰ ক্ষেত্ৰত ভি. এছ. সুকথঙ্কৰ আৰু এছ. এম. কাত্ৰেৰ আলোচনামূলক গ্ৰন্থই বিশেষ বৰঙণি যোগাইছে। তদুপৰি পুণাৰ ভাণ্ডাৰকাৰ ইন্‌ষ্টিটিউট্ অব অৰিয়েণ্টেল ৰিছাৰ্চৰ নাম লবই লাগিব। ডঃ নেওগ এই অনুষ্ঠানৰ আজীৱন সদস্য আছিল আৰু পাঠ সমীক্ষাৰ তাত্ত্বিক আৰু প্ৰায়োগিক দিশটোৰ লগত ঘনিষ্ঠভাৱে পৰিচিত হৈছিল। মন কৰিবলগীয়া এয়ে যে এই ঘনিষ্ঠতাৰ দ্বাৰা তেখেতে যিখিনি আহৰণ কৰিলে, সেইখিনিৰে অসমীয়া পুথিৰ পাঠ-নিৰ্ণয় আৰু সম্পাদনাক এক নতুন আয়তন দি গ'ল। এই দিশত ডঃ নেওগ অসমত অদ্বিতীয় হৈ আছে। তেখেতে ৰচনা কৰা 'পাঠ-সমীক্ষা' বিষয়ক তত্ত্বৰ পুথিখনে এই বাটেৰে যোৱাসকলক সদায় পোহৰ দেখুৱাই থাকিব।

আধুনিক গ্ৰন্থসমূহ সম্পাদনাৰ ক্ষেত্ৰতো ডঃ নেওগে অসমত এক আৰ্হি স্থাপন কৰি দিছে। বেজবৰুৱাৰ 'দিনলেখা', 'পত্ৰলেখা', 'চিত্ৰলেখা' আৰু তেখেতে সংকলন কৰা, 'সঞ্চয়ন', 'ভক্তি-গীত সংকলন', 'ব্ৰজবুলি গীতগুচ্ছ', 'বাণীকান্ত চয়নিকা' আদি প্ৰতিখন গ্ৰন্থই সম্পাদনাৰ ক্ষেত্ৰত তেখেতৰ দৃষ্টিৰ তীক্ষ্ণতা তথা সূক্ষ্মতা ধৰি ৰাখিছে। এই গ্ৰন্থসমূহৰ 'ভূমিকা'সমূহ আমাৰ সাহিত্য আলোচনাৰ ভঁৰালৰ একো একোটি মূল্যবান সম্পদ। সম্পাদিত ৫০ খন গ্ৰন্থৰ প্ৰত্যেকখনিয়েই অসমৰ গ্ৰন্থ সম্পাদকসকলৰ বাবে উত্তম আৰ্হিস্বৰূপে পথপ্ৰদৰ্শন কৰিব।

### ইতিহাস-চেতনা

ডঃ নেওগৰ প্ৰখৰ ইতিহাস-চেতনা আন এটি মন কৰিবলগীয়া বিষয়। তেখেতে আমাৰ সাংস্কৃতিক ইতিহাসৰ অধ্যয়নৰ ক্ষেত্ৰত এই চেতনাৰ পৰিচয় ৰাখি থৈ গৈছে। 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি' শীৰ্ষক গ্ৰন্থখনিত কোনো কোনোৱে

তেখেতৰ গুৰু বাণীকান্ত  কাকতিৰ 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা'ৰ প্ৰভাব লক্ষ্য কৰিব খোজে। কিন্তু তেনে কৰাসকলে এটা কথা পাহৰি যায় যে গ্ৰন্থ দুখনিৰ শিৰোনামাতে দুয়োখনিৰে লক্ষ্য উল্লিখিত হৈ আছে। ডঃ কাকতিৰ সমাজতাত্ত্বিক আৰু নৃ-তাত্ত্বিক বিচাৰ বা ঐতিহাসিক দৃষ্টিভংগীৰ লগত ডঃ নেওগৰ বিচাৰৰ বিৰোধ নাই। কিন্তু কাকতিয়ে পুৰণি ধৰ্মৰ ধাৰাসমূহৰ বিচাৰ-বিশ্লেষণেৰে সিবিলাকৰ সামাজিক-নৃতাত্ত্বিক পৰিচয় আৰু ভাৰতীয় ধৰ্মৰ ইতিহাসত অসমৰ স্থানৰ ইংগিত দি গৈছে। ডঃ নেওগে পুৰণি অসমীয়া সমাজ-জীৱনৰ পটভূমিত সাংস্কৃতিক ধাৰাসমূহ উত্থাপন কৰিছে। তেখেতৰ 'Religions of the North-East' আৰু 'অসমৰ ধৰ্মৰ বুৰঞ্জীঃ আন্ধাৰ আৰু পোহৰ' এই দুখনি গ্ৰন্থৰ ক্ষেত্ৰতো সামাজিক-ঐতিহাসিক (socio-historical) দৃষ্টিভংগী লক্ষ্য কৰিব পাৰি। চৰিত পুথি কেইখনি সম্পাদনা কৰোঁতে (ৰামানন্দ দ্বিজৰ 'গুৰুচৰিত', 'বৰদোৱা চৰিত' আৰু 'গুৰুচৰিত কথা') তেখেতৰ এই ঐতিহাসিক দৃষ্টিয়ে গ্ৰন্থকেইখনিৰ ঐতিহাসিক স্থানো নিৰ্ণয় কৰি দি গৈছে। এফালে বিষয়ৰ প্ৰতি তেখেতৰ গভীৰ আকৰ্ষণ আৰু আনফালে বিষয়-বিচাৰত নিৰ্মোহ স্থিতি এই দুয়োটাৰে এক বিৰল সমন্বয় তেখেতৰ ৰচনাৰ মাজত সংঘটিত হৈছে। এই বিৰল সমন্বয় তেখেতৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ মাজতো ফুটি উঠিছে। অমাৰ সাহিত্যৰ বুৰঞ্জীকাৰসকৰ ভিতৰত ডিম্বেশ্বৰ নেওগৰ বৈষ্ণৱ সাহিত্য আৰু নৱন্যাস যুগৰ সাহিত্যৰ আলোচনাত ৰস-বিচাৰৰ দৃষ্টিয়ে স্পৰ্শ কৰি গৈছে। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' তথা 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত'ত বিষয়ৰ পৰিচয় সহজভাৱে দাঙি ধৰাৰ যত্ন কৰা হৈছে; আৰু ডঃ নেওগৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত তথ্যৰ শুদ্ধতা নিৰ্ণয়ত আৰু প্ৰতিটো বিষয়ৰ ঘাই ভাব-শক্তি (spirit) চিনাক্ত কৰাত গুৰুত্ব দিয়া হৈছে। 'আধুনিক অসমীয়া সাহিত্য' শিৰোনামাৰে সংকলিত গ্ৰন্থখনিত সন্নিবিষ্ট ৰচনাকেইখনিত ৰসৰ পৰিচয় দাঙি ধৰাৰো যত্ন কৰা হৈছে। আধুনিক সাহিত্য-বিচাৰত তেখেতৰ দৃষ্টিভংগীও আধুনিক। ' অসমীয়া সাহিত্যৰ ৰূপৰেখা'ৰ আধুনিক ভাগটি আৰু এই বিষয়ৰ অন্যান্য ৰচনাসমূহতো আমি এই দৃষ্টিভংগীৰ পৰিচয় পাওঁ। ডঃ নেওগৰ সাহিত্য-সমালোচনাৰ আৰু এটি বৈশিষ্ট্য মনকৰিবলগীয়া। সেই বিশেষত্ব হ'ল—ডঃ নেওগে বিষয়সমূহৰ নিৰ্ভৰযোগ্য পৰিচয় দাঙি ধৰে; বিশেষ এটা নিজা দাৰ্শনিক দৃষ্টিৰে সিবিলাকৰ পৰিচয় দিয়াৰ যত্ন নকৰে; অৰ্থাৎ তেওঁ বিয়াল্ ভূৰলোকে সম্ভৱ সিমানলৈকে নিৰপেক্ষ ঐতিহাসিক বিচাৰকৰ দায়িত্ব পালন কৰে। সেইবাবে কোনো বিশেষ দাৰ্শনিক গোটেই তেওঁৰ বিচাৰৰ বিপক্ষে ক'বলগীয়াও নাথাকে।

**ভক্তি আন্দোলন আৰু শ্ৰীশঙ্কৰদেৱৰ অধ্যয়ন**

ডঃ নেওগৰ অধ্যয়নৰ এক বিশাল অংশ আগুৰি আছে শংকৰদেৱে। তেঁখেতৰ গৱেষণাৰ বিষয় আছিল শংকৰদেৱ আৰু তেওঁৰ সময় (Sankaradeva and His Times) প্ৰাচ্যতত্ত্ববিদ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈয়ে ডঃ নেওগৰ এই গ্ৰন্থক— "An outstanding contribution" বুলি কৰা মন্তব্য প্ৰণিধানযোগ্য। প্ৰথিতযশা পণ্ডিত ডঃ সুশীলকুমাৰ দে, যি ডঃ নেওগৰ গৱেষণা গ্ৰন্থৰ অন্যতম পৰীক্ষক আছিল, তেওঁ লিখিছিল, "This is the first connected and fully documented account in English that I have read of Sankaradeva and his times. The thesis gives ample evidence of diligent scholarship, a real and painstaking zeal in investigation inspired by a love of the subject itself, and a remarkable grasp over the fundamental question,...It definitely marks a great contribution to the study of Vaisnavism," দক্ষিণ ভাৰতৰ এগৰাকী প্ৰসিদ্ধ পণ্ডিত K.A. Nilakanta Sastriয়ে ডঃ নেওগৰ গৱেষণা গ্ৰন্থখনিৰ সম্পৰ্কে উচ্চ অভিমত প্ৰকাশ কৰাৰ উপৰিও স্থানান্তৰত ডঃ নেওগৰ বিষয়েও "He is one of the top experts of Assam in several cultural subjects, including Sanskrit, Assamese, Bengali, Art, Architecture, Music, Dance and Drama." Sankaradeva and His Timesৰ পৰ্যালোচনা কৰি প্ৰসিদ্ধ পণ্ডিত Dr. V. Raghavanaএ মাদ্ৰাজৰ Journal of Oriental Research পত্ৰিকাত কৰা মন্তব্য বা Journal of Ancient Indian Historyয়ে দিয়া অভিমত, ডঃ নীহাৰৰঞ্জন ৰায়, ডঃ ডি. চি. সৰকাৰ আদি প্ৰথিতযশা পণ্ডিতসকলে এই গ্ৰন্থখনিৰ ভূয়সী প্ৰশংসা কৰি গৈছে।

এই গ্ৰন্থখনিৰে ডঃ নেওগে শঙ্কৰদেৱক অসমৰ বাহিৰৰ আৰু দেশৰো বাহিৰৰ বিদ্বৎমণ্ডলীক শঙ্কৰদেৱৰ কৃতি আৰু কৃতিত্বৰ লগত ব্যক্তিত্ব আৰু প্ৰতিভাৰ লগত পৰিচয় কৰাই দিলে। বেজবৰুৱাই শঙ্কৰদেৱক আধুনিক অসমীয়া মানুহৰ সন্মুখত দাঙি ধৰিলে, ডঃ নেওগে বিশ্বৰ আগত দাঙি ধৰিলে। তেওঁৰ শঙ্কৰদেৱ-সম্পৰ্কীয় ৰচনা সংখ্যা আৰু ওজন দুয়োটাতে গধুৰ। অসমীয়াত লিখা শ্ৰীশ্ৰীশঙ্কৰদেৱ বিখন গ্ৰন্থ ডঃ বাণীকান্ত কাকতিয়ে "A scientific endeavour to study the Mahapurusha's genius from all angle" বুলি কৈছিল, যিখন গ্ৰন্থৰ বিষয়ে তত্ত্বদৰ্শী ৰাধানাথ ফুকনে "It is a great book" বুলি কৈছিল, সেই গ্ৰন্থৰ উপৰিও নেচনেল বুক ট্ৰাষ্টৰ দ্বাৰা প্ৰকাশিত 'Sankardev' খনিও সৰু হ'লেও উল্লেখযোগ্য। শঙ্কৰদেৱৰ ধৰ্মৰ দাৰ্শনিক তত্ত্বৰ আঁউল ভাঙি সৰ্বভাৰতীয় বৈষ্ণৱ ভক্তি আন্দোলনৰ পটভূমিত শঙ্কৰদেৱক স্থাপন কৰি 'ভক্তিৰত্নাকৰ' গ্ৰন্থৰ সম্পাদনাৰে (পাঞ্জাবী বিশ্ববিদ্যালয়ৰ

দ্বাৰা প্ৰকাশিত) ডঃ নেওগে ভাৰতীয় বৈষ্ণৱ ভক্তি আন্দোলনৰ অধ্যয়নক এটি নতুন আয়তন দান কৰি গ'ল।

শঙ্কৰদেৱৰ দৰ্শন আৰু ধৰ্মতত্ত্বৰ ব্যাখ্যাকে কেৱল তেওঁ কৰি যোৱা নাই ; শঙ্কৰদেৱে প্ৰৱৰ্তন কৰা সাংস্কৃতিক ধাৰাসমূহৰ বৈজ্ঞানিক ব্যাখ্যাও ডঃ নেওগেই দাঙি ধৰিছে ঃ Rythm in the Vaishnava Music of Assam, 'স্বৰ-ৰেখাত বৰগীত', 'সত্ৰীয়া নৃত্য'—এই তিনিওখন গ্ৰন্থই সেই সেই বিষয়ত অধ্যয়নৰ পথ মুকলি কৰি দি গৈছে। সত্ৰীয়া নৃত্য আৰু গীত যে ভাৰতীয় ধ্ৰুপদী নৃত্য আৰু গীতৰ অসমীয়া ৰূপ বা শঙ্কৰী ৰূপ, সেই বিষয়ে সন্দেহৰ অৱকাশ নথকাকৈ ডঃ নেওগে স্বমত প্ৰতিষ্ঠা কৰি থৈ গৈছে। আমাৰ সত্ৰসমূহত পৰম্পৰাগতভাৱে শিকাই অহা আৰু শিকি অহা বিষয়বোৰৰো ব্যাকৰণ আছে, আৰু এই ব্যাকৰণ যে লিখিত ৰূপলৈ অহাৰ বাবেহে বাট চাই আছে, এই বৈজ্ঞানিক মত আৰু জিজ্ঞাসাক ডঃ নেওগৰ কামেই প্ৰতিষ্ঠা দিলে। তেওঁৰ অসমীয়া পুথিচিত্ৰৰ বিষয়ে লিখা ৰচনাই সেই বিষয়ৰ প্ৰথম ৰচনা। ভাৰতৰ বিভিন্ন ৰাজ্যৰ পুথি-চিত্ৰৰ অধ্যয়নৰ লগত ডঃ নেওগৰ ৰচনাই অসমৰ পুথি-চিত্ৰৰ অধ্যয়নো সংযোগ কৰি দিলে। মন কৰিবলগীয়া কথা এয়ে যে আমাৰ চিত্ৰসমূহত মোগল ৰীতিৰ প্ৰভাৱ পৰিলেহি যদিও সি সম্পূৰ্ণ 'মোগলাই' হৈয়ো নপৰিল। তদুপৰি আমাৰ চিত্ৰসমূহৰ 'কম্প'জিছন' ৰীতি আৰু কমপ্ৰেচ'ৰ মাজত একোটা বিষয় দাঙি ধৰাৰ ৰীতি এইবোৰত থলুৱা শিল্পীৰ কল্পনা-প্ৰতিভাৰ যে প্ৰকাশ ঘটিছে, ডঃ নেওগৰ ৰচনাই সেই বিষয়ে অৱহিত হ'বলৈকো আঙুলিয়াই দিলে। তেখেতে প্ৰাচ্যবিদ সন্মিলনৰ 'সুকুমাৰ কলা শাখা'ৰ সভাপতিৰ ভাষণত কোৱা কথাখিনিও প্ৰণিধানযোগ্য (দ্ৰষ্টব্য, Tradition and Style)। পিছত ডঃ কপিলা বাৎস্যায়নৰ লগত যুটীয়াভাৱে সম্পাদনা কৰা 'গীত-গোবিন্দ'ৰ প্ৰসঙ্গও এইখিনিতে উল্লেখযোগ্য।

### লোক-সাহিত্য আৰু লোক-সংস্কৃতিৰ গৱেষক

ডঃ নেওগক আমি প্ৰাচ্যতত্ত্ববিদ বুলি অভিধা দিছোঁ। কিন্তু তেখেত যে অসমীয়া লোক-সাহিত্য আৰু লোক-সংস্কৃতিৰো গৱেষক সেই কথা বহুত সময়ত হয়তো পাহৰি থাকোঁ। অসমীয়া গীতি-সাহিত্য আৰু 'চ'তাই পৰ্ব্বত আৰু চিৰি লুইত'ৰ ৰচনাৰ মাজত নেওগৰ বিষয়ে চিনাক্ত কৰাৰ আৰু সমীক্ষাত্মক দৃষ্টিৰে দাঙি ধৰাৰ দক্ষতা প্ৰকাশিত হৈছে। জনজীৱনক তেখেতে যেতিয়াই চাইছে, সূক্ষ্ম দৃষ্টিৰে চাইছে। অসমীয়া লোকজীৱনৰ উপৰিও অৰুণাচলৰ জন-জীৱন বিষয়ক ৰচনাকেইখনিৰ মাজতো সেই অনুসন্ধিৎসা জাগ্ৰত হৈ আছে। ডঃ কাকতিৰ মাজত থকা সামাজিক-নৃতত্ত্ব অধ্যয়নৰ ধাৰাটো ডঃ নেওগৰ মাজলৈও প্ৰবাহিত হৈ আহিছে।

ভাষাৰ বিষয়ত ডঃ নেওগৰ দৃষ্টিভংগী বেজবৰুৱাৰ দৃষ্টিভংগীৰ দৰেই— শব্দ প্ৰয়োগত উদাৰ কিন্তু জতুৱা ঠাচ ৰক্ষা কৰাত আৰু ব্যাকৰণ-সনাত কঠোৰ। ভুল বাক্য-গাঁথনি বা বিজতৰীয়া প্ৰকাশভংগী তেওঁ সহিব নোৱাৰিছিল। কাৰোবাৰ লিখাত তেনে পালে, তেওঁ অতি কঠোৰভাৱে সমালোচনা কৰিয়েই নেৰিছিল, ব্যংগও কৰিছিল। 'মণিদীপ'ত প্ৰকাশিত 'ভাষাৰ ধেমালি' শিতানৰ প্ৰবন্ধলানি তেনে চোকা ধৰণৰ ঔষধ আছিল। আনহাতে 'আকাশবাণী' যোগে প্ৰচাৰিত তেওঁৰ অসমীয়া ভাষা-বিষয়ক পাঠলানি আছিল সম্পূৰ্ণ ওলোটা। পিছত 'নিকা অসমীয়া ভাষা' নামেৰে প্ৰকাশিত এই ৰচনাসমূহ শুদ্ধ অসমীয়া লিখা আৰু কোৱাৰ বাবে প্ৰয়োজনীয় সহায়ক। আখৰ জোঁটনিৰ ক্ষেত্ৰত তেখেত আছিল সৰলীকৰণৰ পক্ষপাতী আৰু সেই বাবে কাউৰী, বগলী আদিত হ্ৰস্ব ই'কাৰ ব্যৱহাৰ কৰা দেখি অনেকে আঁৰত সমালোচনা কৰিছিল। বিদেশী শব্দৰ ক্ষেত্ৰত দন্ত্য আৰু মূৰ্ধণ্য বৰ্গৰ বৰ্ণৰ সংযুক্ত ৰূপটোও অনেকে গ্ৰহণ কৰিব পৰা নাছিল। সেয়ে হ'লেও এনে আখৰ-জোঁটনিৰ ব্যৱহাৰ ঘাইকৈ নিজৰ লিখাতহে কৰিছিল ; 'নিকা অসমীয়া ভাষা'ত বা 'চন্দ্ৰকান্ত অভিধান'ত অন্তৰ্ভুক্ত কৰা নাছিল। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে এতিয়ালৈকে অসমীয়া ভাষাত ব্ৰনছনৰপৰা আৰম্ভ কৰি ছখন অভিধান প্ৰকাশিত হ'ল ; ইয়াৰ ভিতৰত 'হেমকোষ'ৰ পিছতেই ডঃ নেওগৰ সম্পাদনাত প্ৰকাশিত চন্দ্ৰকান্ত অভিধানতে কেৱল অভিধান ৰচনা তত্ত্বৰ কিছু প্ৰয়োগ হোৱা দেখা গৈছে। চন্দ্ৰকান্ত অভিধানত থকা ভুল দেখুৱাই ডঃ গোলোকচন্দ্ৰ গোস্বামীয়ে কটু সমালোচনা কৰিছে। কিন্তু ডঃ গোস্বামীয়ে এই অভিধানখনৰ ভাল গুণকেইটা আওকাণ কৰি গৈছে। অভিধান কেৱল শব্দৰ পোনপটীয়া অৰ্থ থকা শব্দাৰ্থ-কোষ নহয় ; ই শব্দৰ ব্যুৎপত্তি আৰু ব্যৱহাৰৰ বিভিন্নতাৰ পৰিচয়ো দিব পাৰিব লাগে। সীমিত পৰিসৰত ডঃ নেওগে সেই দিশটোলৈও চকু দি গৈছে।

ত্ৰিশখন মৌলিক গ্ৰন্থ, তিনিখন কবিতাৰ পুথি, এখন গল্পৰ পুথি, আঠখন নাটক, প্ৰাচ্যবিদ্যা সম্মিলনৰ বাবে সম্পাদনা কৰা ছখন গ্ৰন্থ, ইংৰাজীত সংকলন কৰা চাৰিখন গ্ৰন্থ, প্ৰায় কুৰিখন সভাপতিৰ ভাষণ, সম্পাদিত ৫০ খন গ্ৰন্থ, ইংৰাজী কবিতাৰ পুথি এখন, অসমীয়ালৈ অনুবাদ কৰা গ্ৰন্থ এখন, চিত্ৰকলাৰ সম্পাদিত পুথি দুখন, চন্দ্ৰকান্ত অভিধানৰ দুটা সংস্কৰণৰ উপৰিও প্ৰকাশন পৰিষদৰ অসমীয়া অভিধান আৰু অসম চৰকাৰৰ 'চলন্ত অভিধান'ৰ সম্পাদনাৰে সম্পাদিত অভিধান চাৰিখন, বিবিধ বিষয়ৰ দুখন (ভগৱতীপ্ৰসাদ বৰুৱা আৰু নিজৰা লগৰী), প্ৰায় ২০০ ইংৰাজীত আৰু ১৫০ খন অসমীয়াত লিখা গৱেষণামূলক ৰচনা আৰু সিঁচৰতি হৈ থকা জনপ্ৰিয় সৰু সৰু লিখাৰে ডঃ নেওগৰ কৃতিৰ সংখ্যা, আকাৰ আৰু ওজন

তিনিওটাই আকোঁৱালি নোপোৱা। 'জীৱনৰ দীঘ আৰু বাণি'য়ে তেখেতৰ কৃতিসমূহৰ পৰিচয় সামৰা নাই, তাৰ পটভূমিৰ পৰিচয়হে দিছে।

১৯৩৯ চনত বি. এ. পাছ কৰাৰ পিছতে মাদ্ৰাজৰ Indian Reviewত ওলোৱা অসমীয়া সাহিত্যৰ পৰিচয় শীৰ্ষক আৰু অসমীয়া বিয়ানাম বিষয়ক প্ৰবন্ধ দুটিৰে আৰম্ভ হৈছিল পণ্ডিত ডঃ নেওগৰ বিদ্যায়তনিক যাত্ৰা। সেই যাত্ৰা থমকি ৰ'লহি যোৱা বছৰ ডঃ কপিলা বাৎস্যায়নৰ সৈতে যুটীয়াভাৱে সম্পাদনা কৰি উলিওৱা 'শ্ৰীহস্তমুক্তাৱলী'ৰ নতুন সংস্কৰণটিত। এই সুদীৰ্ঘ পথ অতিক্ৰম কৰি আহোঁতে ডঃ নেওগৰ লক্ষ্য আছিল সদায় স্থিৰ আৰু দৃষ্টি আছিল স্বচ্ছ। সেই লক্ষ্য অসম, অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু অসমীয়া মানুহৰ শ্ৰেষ্ঠ কৰ্মখিনিক বিদ্যায়তনিক জগতলৈ উলিয়াই দিয়া ; সেই দৃষ্টি আছিল বস্তুনিষ্ঠ ঐতিহাসিকৰ বৈজ্ঞানিক দৃষ্টি। সেই বাবেই তেওঁ কেতিয়াও ক'তো ৰ'বলগীয়া হোৱা নাই ; ক'তো তেওঁৰ বাট কেণা লগা নাই আৰু ক'তো পিছলৈ ঘূৰি চাবলগীয়া হোৱা নাই। তেওঁ মানুহৰ অজ্ঞতাক ক্ষমা কৰিছিল, কিন্তু মূৰ্খালিক কেতিয়াও ক্ষমা নকৰিছিল।

অসম সাহিত্য সভাক বিদ্যায়তনিক অনুষ্ঠানৰ মৰ্যাদা দিবলৈ যত্ন কৰা তেওঁ আছিল এসময়ৰ সভাৰ প্ৰধান সম্পাদক আৰু পিছত সভাপতি। মঙলদৈ অধিৱেশনৰ সভাপতিৰ আসনৰপৰা দিয়া তেওঁৰ ভাষণটিৰ মাজতো নেওগ মানুহজনৰ পণ্ডিত-ব্যক্তিত্বৰ পৰিচয় ফুটি উঠিছে ; ফুটি উঠিছে অসমপ্ৰাণ ব্যক্তিত্বটিও। যথাৰ্থতেই ড° মহেশ্বৰ নেওগ বিংশ শতিকাৰ অসমীয়া শ্ৰেষ্ঠ পণ্ডিতসকলৰ ভিতৰৰ অন্যতম বিচক্ষণ যোগ্য ব্যক্তিত্বশালী পণ্ডিত। ▢

# অধ্যাপক সত্যেন্দ্ৰনাথ শৰ্মা ঃ জীৱন আৰু কৃতি

সত্যেন্দ্ৰনাৰায়ণ গোস্বামী

সত্যেন্দ্ৰনাথ শৰ্মা গুৱাহাটী বিশ্ববিদ্যালয়ৰ আধুনিক ভাৰতীয় ভাষা বিভাগৰ এগৰাকী বহুবিশ্ৰুত পণ্ডিত। অধ্যাপক শৰ্মাৰ কৰ্তব্য পৰায়ণতা, শিক্ষাৰ্থী আৰু শিক্ষকতাৰ প্ৰতি থকা আন্তৰিকতা, অধ্যয়ন-অধ্যাপনা আৰু গৱেষণাৰ প্ৰতি থকা অদ্যম অভিলাষ, অসমীয়া ভাষা-সাহিত্য সাধনাৰ একাগ্ৰতা আৰু নিতান্ত অনাড়ম্বৰ তথা সহজ-সৰল জীৱন যাপন পদ্ধতিয়েই তেওঁক সকলোৰে আদৰণীয় কৰি তুলিছে। অসমীয়া সাহিত্য কাননত কেবাটাও দিশত তেওঁৰ অবদানৰ আৰ্হিৰে বাট বুলি তেওঁৰ চকুৰ আগতে ভালেকেইগৰাকী লিখক-লেখিকা, শিক্ষক-শিক্ষয়িত্ৰী কেবল যে উপকৃতহে হৈছে এনে নহয়, কাগজ-কলম হাতত লৈ আদৰণীয় ৰূপত প্ৰতিষ্ঠিত হোৱাও দেখা গৈছে। সেই খিনিতে অধ্যাপক শৰ্মাৰ জীৱনৰ সাৰ্থকতা। গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা পোনপ্ৰথমে যি তিনিগৰাকী বিশিষ্ট গৱেষকে অধ্যাপক বিৰিঞ্চি কুমাৰ বৰুৱাৰ তত্ত্বাৱধানত বিশ্ববিদ্যালয়ৰ সৰ্বোচ্চ ডি. ফিল. (পিএইছ.ডি) লাভ কৰিছিল সেইসকলৰ ভিতৰত অধ্যাপক শৰ্মা, ড° মহেশ্বৰ নেওগ আৰু ড° প্ৰফুল্লদত্ত গোস্বামী। অসমীয়া বিভাগত সুদীৰ্ঘকাল গভীৰ নিষ্ঠা সহকাৰে সুখ্যাতিৰে অধ্যাপনা কৰি অধ্যাপক শৰ্মাই এই বিশ্ববিদ্যালয়ত ভাৰতৰ আন চাৰিটা বিশ্ববিদ্যালয়ৰ দৰে ৰবীন্দ্ৰনাথ ঠাকুৰৰ নামেৰে সৃষ্টি কৰা অধ্যাপকৰ পদ অলংকৃত কৰি আধুনিক ভাৰতীয় ভাষা বিভাগটো প্ৰতিষ্ঠা কৰিছিল। অকল সেয়ে নহয় সক বৰ প্ৰায় আঢ়ৈ কুৰিৰো অধিক সংখ্যক গ্ৰন্থ প্ৰণেতা এই গৰাকী বিশিষ্ট পণ্ডিতে অসম সাহিত্য সভাৰ নিচিনা এটা মহান জাতীয় অনুষ্ঠানৰ সভাপতিৰ আসন অলংকৃত কৰাটো এক বিশেষ কৃতিত্বৰ কথা। সুবিখ্যাত সদিতা সভাৰো তেওঁ আছিল এগৰাকী সৰবৰহী সদস্য।

এইগৰাকী ব্যক্তিয়ে কিন্তু সোণ-ৰূপৰ চামুচ মুখত লৈ অসমী আইৰ কোলাত জন্ম লোৱা নাছিল। পোহৰমহীয়া আপইতা কালতে জন্মদাত্ৰী মাতৃক

হেৰুৱাই তেওঁ কেউপিনে অন্ধকাৰ দেখিছিল, যদিও তাৰ মাজতে জিলিকি উঠিছিল এধানি পোহৰৰ ৰেঙণি। সেয়া আছিল তেওঁৰ মাজুবায়েক। সেই মাজুবায়েকৰ কোলা-বোকা বগাই তেওঁৰ মাতৃসুলভ আদৰ যত্নত ডাঙৰ-দীঘল হৈ পৰৱৰ্তী জীৱনত খ্যাতি লাভ কৰি অসমী আইৰ মুখত হাঁহি বিৰিঙাব পৰা ব্যক্তিৰূপে পৰিগণিত হৈছে। সেইগৰাকী বাইদেৱেকৰ কথা ক'বলৈ পালে ড° শৰ্মাৰ মুখমণ্ডল আত্মতৃপ্তিত উজ্জ্বল হৈ পৰে। অধ্যাপক শৰ্মাৰ ভাষাত 'সেইগৰাকী বাইদেৱে আছিল মোৰ মাতৃ স্বৰূপা। বৌটিয়ে মোক জনমহে দিলে, কিন্তু মাতৃৰ মৰম-চেনেহ পালো মাজু বাইদেউৰ পৰাহে। তেওঁহে মোৰ আচল মাতৃ।' এইদৰে বায়েকক বখানি তেওঁ তৃপ্তি লাভ কৰে।

তাহানিৰ শিৱসাগৰ জিলাখন এতিয়া তিনি টুকুৰা হৈ সৰু সৰু তিনিখন জিলা হ'ল। সেই শিৱসাগৰ জিলাৰ জাঁজী এখন সৰু কিন্তু শস্যে মৎস্যে ভৰা লেখৰ গাঁও আছিল। সেইখন গাঁৱতে অধ্যাপক শৰ্মাৰ জন্ম; কোষ্ঠীমতে ১৯১৭ খ্ৰীষ্টাব্দৰ ১০ ছেপ্টেম্বৰ তেওঁৰ জন্ম তাৰিখ; ভাদ মাহৰ পূৰ্ণিমা তিথিত জন্ম লাভ কৰা অধ্যাপক শৰ্মাৰ যশস্যা পূৰ্ণিমাৰ শুভ্ৰ জ্যোৎস্নাৰ নিচিনা বিস্তাৰিত। স্বৰ্গীয় গেলাপ চন্দ্ৰ শৰ্মা আছিল তেওঁৰ পিতৃ আৰু স্বৰ্গীয়া চেনেহী দেৱী আছিল তেওঁৰ মাতৃ। অসমৰ বিশিষ্ট পণ্ডিত তীৰ্থনাথ শৰ্মা আছিল তেওঁৰ জ্যেষ্ঠ ভ্ৰাতৃ আৰু অসমৰ উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ শ্ৰীভোলানাথ শৰ্মা হ'ল তেওঁৰ দ্বিতীয় অগ্ৰজ। প্ৰথম অগ্ৰজৰ লগত তেওঁৰ বয়সৰ পাৰ্থক্য বহু, দ্বিতীয় অগ্ৰজৰ লগত সেই ব্যৱধান তেনেই কম, মাত্ৰ ডেৰ বছৰ। শ্ৰীভোলানাথ শৰ্মা সৰুৰে পৰা খেল-ধেমালি, পঢ়া-শুনা আদি সকলো বিষয়তে তেওঁৰ লগৰীয়া আছিল। দুয়োৰে মাজত মৰম-চেনেহৰ বন্ধন অতি দৃঢ়। কেতিয়াবা কিবা কাৰণে এজনৰ অথন্তৰ লাগিলে ইজনেও তাৰ সমভাগী হৈ কন্দাকটা কৰিছিল বুলি শুনিছোঁ। সেয়ে সূচায় তেওঁলোকৰ ভ্ৰাতৃ-স্নেহ আৰু মিলা-প্ৰীতৰ গভীৰতা। আনহাতে ডাঙৰ ককায়েকক দুয়োজনে শ্ৰদ্ধা ভক্তি কৰিছিল। ডাঙৰ ককায়েকে দুয়োকে যথেষ্ট মৰম কৰিছিল যদিও সুযোগ পালেই অভিভাৱকৰ দৰে ভাল-বেয়া কথাৰ বুজনি দিছিল। ককায়েকে হাক-বচন তেওঁলোকে কেতিয়াও অমান্য নকৰিছিল। এইটো তেওঁলোকৰ ঘৰখনৰে আছিল এটা মনকৰিবলগীয়া কথা। তাতে আকৌ ঘৰখনত সততে বিৰাজ কৰিছিল নৈষ্ঠিক ব্ৰাহ্মণ পৰিয়ালৰ কঠোৰ নীতি-নিয়ম। সেই নীতি নিয়মৰ মাজত ডাঙৰ হোৱা বাবেই অধ্যাপক শৰ্মাৰ জীৱনতো বংশগত আচাৰ-বিচাৰত বিশেষ পৰিৱৰ্তন ঘটা নাছিল।

অধ্যাপক শৰ্মাৰ পিতৃ গোলাপ চন্দ্ৰ শৰ্মাই ১৯০১ খ্ৰীষ্টাব্দত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছতে আবকাৰী বিভাগৰ পৰিদৰ্শক অৰ্থাৎ মদ নিয়ন্ত্ৰণ

বিভাগৰ পৰিদৰ্শকৰ চাকৰিত যোগদান কৰিছিল। সেইদিনত মানুহে চৰকাৰী চাকৰি পোৱাটো বৰ গৌৰৱৰ কথা বুলি ভাবিছিল যদিও কোনো ব্ৰাহ্মণ পৰিয়ালৰ ল'ৰাই পুলিচ আৰু আবকাৰী বিভাগৰ কাম কৰিবলৈ ভাল নাপাইছিল। যিজনে কৰিছিল তেৱোঁ একমাত্ৰ চৰকাৰী চাকৰিৰ মৰ্যাদাৰ কথা ভাবিহে তেনে কামলৈ আগবাঢ়িছিল। কিয়নো সেইবোৰ কামত নীতি-নিয়ম সকলো সময়তে মানি চলিবলৈ বহু অসুবিধা হয় বুলি বহুতৰে ধাৰণা আছিল; কিন্তু অধ্যাপক শৰ্মাৰ পিতৃৰ ক্ষেত্ৰত সেই ধাৰণা সঁচা নহয় বুলি প্ৰমাণিত হৈছিল। কিয়নো তেওঁ বাহিৰত থকা কালত নাইবা মফচ্ছলত অ'লৈ ত'লৈ যাওঁতে যি ঠাইত থাকিবলগীয়া হৈছিল তাতে তেওঁ নিজে ৰান্ধি-বাঢ়ি খাইছিল। অৱশ্যে স্বাধীনতা লাভৰ আগৰ কালত নৈষ্ঠিকসকলৰ জীৱনত এনে অভিজ্ঞতা নিত্য নৈমিত্তিক কথা বুলি ক'লেও একো ভুল নহয়। তেওঁ চাকৰি কালত যোৰহাটৰ উপৰিও তেজপুৰ, মঙলদৈ, হাইলাকান্দি, শিলচৰ, তিনিচুকীয়া আদি ঠাইলৈ বদলি হৈ সেইবোৰ ঠাইত থাকিবলগীয়া হৈছিল। সেই সূত্ৰেই অধ্যাপক শৰ্মাৰো সেইবোৰ ঠাই বাল্য কালতে দেখাৰ সুযোগ হৈছিল।

অধ্যাপক শৰ্মাৰ পিতৃয়ে কম বয়সতে বিয়া কৰাইছিল। বিয়াৰ সময়ত তেওঁৰ বয়স যোল আৰু শান্তি বিয়া কৰা সময়ত কন্যাৰ অৰ্থাৎ অধ্যাপক শৰ্মাৰ মাতৃৰ বয়স বাৰ। অৱশ্যে সেই কালত ল'ৰা ডেকা হ'লে বিয়া পাতি দিয়াটো অভিভাৱকৰ কৰ্তব্য ৰূপে পৰিগণিত হৈছিল। পাঁচোটি সন্তানৰ মাতৃৰ অধ্যাপক শৰ্মা আছিল পঞ্চম তথা কনিষ্ঠ সন্তান। পৰিবাৰৰ অকাল মৃত্যু হোৱাত বন্ধু-বান্ধৱ, আত্মীয়-স্বজনৰ উপদেশ আৰু টানি ধৰা অনুৰোধৰ উপৰিও ঘৰ-সংসাৰ চলোৱা সুবিধাৰ্থে তেওঁ দ্বিতীয়বাৰ বিয়া কৰাবলৈ বাধ্য হৈছিল। সেই কালত প্ৰথম পৰিবাৰৰ মৃত্যু হ'লে দ্বিতীয় বিবাহ কৰাটো সমাজত এটা প্ৰচলিত নিয়ম যেনেই আছিল। দ্বিতীয় পক্ষৰ ল'ৰা-ছোৱালীবোৰো সমাজত প্ৰতিষ্ঠিত ব্যক্তিৰূপেই সুপৰিচিত; কোনোজন কলেজৰ অধ্যাপক, কোনোজন কলেজৰ অধ্যক্ষ, কোনোজন ইঞ্জিনিয়াৰ তথা আমেৰিকাবাসী ইত্যাদি।

ল'ৰা-ছোৱালীৰ স্বভাৱ চৰিত্ৰ আচলতে ঘৰুৱা পৰিৱেশতে গঢ় লয়। অধ্যাপক শৰ্মাৰ জাঁজীৰ ঘৰখনত খুৰাকহঁতৰ ল'ৰা-ছোৱালীৰে সতে একেলগে থকা বাবে পৰিয়ালটো আছিল বহুলোকেৰে ভৰা এখন জাকৰুৱা ঘৰ। শাহু-শহুৰ, বোৱাৰী তথা জা-জীয়ৰী, ল'ৰা-ছোৱালীৰে ভৰা ঘৰৰ ল'ৰা-বুঢ়া শিশু সকলোৰে মাজত পাৰস্পৰিক বুজাবুজি, সহানুভূতি, মিলা-প্ৰীতি, আদৰ যত্নৰ বাতাৱৰণ আছিল। ডাঙৰ-সৰু, ভাল-বেয়া বিচাৰ-বিবেচনা আদিৰো সুন্দৰ অনুশীলন ঘটে

নিজৰ ঘৰখনতে। অধ্যাপক শৰ্মাৰ জীৱনত সেইখিনি শিক্ষা ঘৰতে হৈছিল। তেওঁৰ পিতৃ আছিল ব্যক্তিত্ব সম্পন্ন ধুনীয়া থূলন্তৰ পুৰুষ। তেওঁ সনাতন ধৰ্মৰ স্বীকৃত সন্ধ্যা আহ্নিক পূজা-পাৰ্বণ আদিত আস্থাশীল। তেওঁ গান-বাজনা, জ্যোতিষ-গণনাৰে পৰা আৰম্ভ কৰি সংস্কৃতৰ চৰ্চা, ঘৰুৱা সকলো কাম, আনকি মেচিনত চিলাই কৰা কামতো পাকৈত আছিল। পুৰুষ-মহিলা উভয়ৰে নানা সাজপাৰ নিজে কাটি লৈ চিলাই কৰিছিল। বুদ্ধি বৃত্তিত বৰ চতুৰ লোক আছিল। প্ৰতিজন পুত্ৰই পিতাকৰ সেই গুণবোৰ কিছু পৰিমাণে পাইছিল; অন্ততঃ বুদ্ধি-বৃত্তি আৰু ব্যক্তিত্বৰ ক্ষেত্ৰত সেইটো কথা ন-দি ক'ব পাৰি। তেওঁ কৰ্ম জীৱনত যিকণ সময় পাইছিল নিজৰ ল'ৰা-ছোৱালীৰ লগত শিক্ষামূলক আৰু নীতিমূলক কথা পাতি, চাণক্যৰ নীতিশতকৰ শ্লোক আবৃত্তি কৰি ভাল পাইছিল। তেওঁ ল'ৰাইতক লোকে বেয়া বোলা কামৰপৰা আঁতৰি থাকিবলৈ দঢ়াই দঢ়াই উপদেশ দিছিল। সমাজত বিশেষ স্থান থকা তেনে এজন পিতৃৰপৰা লাভ কৰা শিক্ষাৰ বাবেই অধ্যাপক শৰ্মাই বাল্যকালতে নিজৰ জীৱন গঢ় দিয়াৰ সুযোগ পাইছিল। শৈশৱ কালত ল'ৰা-ছোৱালীয়ে বহু কথা ঘৰখনৰপৰা, ওচৰ-চুবুৰীয়াপৰা অনুকৰণ কৰি আয়ত্ত কৰে। অধ্যাপক শৰ্মাৰ জীৱনতো সেয়ে হৈছিল। চমু কথাত তেওঁৰ জীৱনৰ ব্যক্তিত্বৰ বিকাশ আৰু স্বভাৱ চৰিত্ৰৰ ভেটি নিৰ্মিত হৈছিল সেই পৰিয়ালটোৰ ভিতৰতে।

অধ্যাপক শৰ্মাৰ বিদ্যাৰম্ভ হয় পাঁচ বছৰ বয়সত জাঁজীৰ বৰুৱা গাঁৱৰ প্ৰাথমিক বিদ্যালয়ত। কিছুদিনৰ বাবে তেওঁ যোৰহাট নৰ্মাল স্কুলৰ প্ৰেক্টিচিং স্কুলতো পঢ়িছিল। সেয়া আছিল পশ্চিমীয়া আদব-কায়দাৰ বাহিৰৰ সম্পূৰ্ণ অসমীয়া আদব-কায়দাৰ স্কুল। সেই সময়ত তেওঁৰ শ্ৰদ্ধাৰ শিক্ষক আছিল স্বৰ্গীয় আদ্যনাথ শৰ্মা। ১৯৩৪ খ্ৰীষ্টাব্দত জাঁজী উচ্চ মাধ্যমিক স্কুলৰ পৰাই তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত প্ৰথম বিভাগত সংস্কৃতত ডিষ্টিংছন লাভ কৰি প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হৈছিল। সেই সময়ত স্কুলত প্ৰধান শিক্ষক আছিল বিশিষ্ট সমাজকৰ্মী আৰু শিক্ষাবিদ স্বৰ্গীয় হেমনাথ শৰ্মা এম. এ. আৰু ধ্বনিকবি স্বৰ্গীয় বিনন্দচন্দ্ৰ বৰুৱা আছিল সহকাৰী শিক্ষক। এইগৰাকী হেমনাথ শৰ্মাৰ নামেৰেই জাঁজীত কলেজ প্ৰতিষ্ঠিত হৈছে। অসমৰ প্ৰখ্যাত কটন কলেজৰপৰা ১৯৩৬ খ্ৰীষ্টাব্দত আই. এ. পৰীক্ষাতো তেওঁ প্ৰথম শ্ৰেণী লাভ কৰি কটন কলেজতে স্নাতক শ্ৰেণীত ভৰ্তি হৈ সংস্কৃতৰ সন্মান (Honours) পাঠ্যক্ৰম গ্ৰহণ কৰি থাকোতেই শাৰীৰিক অসুস্থতাৰ বাবে দ্বিতীয় বছৰত সন্মান পাঠ্যক্ৰম এৰি দিবলগীয়া হৈছিল। ১৯৩৯ খ্ৰীষ্টাব্দত তেওঁ বি. এ. পৰীক্ষাত ডিষ্টিংছনসহ

উত্তীৰ্ণ হৈ অসম উপত্যকাৰ স্নাতকসকলৰ ভিতৰত দ্বিতীয় স্থান লাভ কৰিছিল। সেইবাবে সংস্কৃতৰ সন্মান পাঠ্যক্ৰম এৰি দিবলগীয়া হোৱা খেদ নাইকিয়া হৈছিল। তাৰ পাছত তেওঁ কলিকতালৈ এম. এ. পঢ়িবলৈ যাত্ৰা কৰিছিল আৰু ডাঙৰ ককায়েক পণ্ডিত তীৰ্থনাথ শৰ্মাৰ লগত ভাড়া ঘৰত থাকি বিশ্ববিদ্যালয়ত আধুনিক ভাৰতীয় ভাষা বিভাগত (অসমীয়া) নাম ভৰ্তি কৰে। সেই সময়ত অসমীয়া, বাংলা, উৰিয়া, হিন্দী, গুজৰাটী আদি বিষয়বোৰ একেটা বিভাগৰে অন্তৰ্ভুক্ত আছিল। অধ্যাপক শৰ্মাই আছিল অসমীয়া বিষয়ৰ দ্বিতীয়টো দলৰ ছাত্ৰ। প্ৰথম দলৰ ডিম্বেশ্বৰ নেওগ, হৰিচন্দ্ৰ ভট্টাচাৰ্য, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু আদি আছিল ছয়গৰাকী ছাত্ৰ আৰু দুৰ্গাৱতী শইকীয়া একেজনী ছাত্ৰী। এওঁলোক আটায়ে দ্বিতীয় বিভাগত উত্তীৰ্ণ হৈছিল, নেওগৰ স্থান আছিল প্ৰথম। অধ্যাপক শৰ্মাই ১৯৪১ খ্ৰীষ্টাব্দত এম. এ. পৰীক্ষাত বিশেষ কৃতিত্ব সহকাৰে প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান লাভ কৰি উত্তীৰ্ণ হৈ আশুতোষ স্বৰ্ণ পদকৰ উপৰিও দুশ টকা মূল্যৰ কিতাপৰ এটি টোপোলা উপহাৰ স্বৰূপে কলিকতা বিশ্ববিদ্যালয়ৰপৰা লাভ কৰিছিল। অধ্যাপক শৰ্মা কলিকতাত থকা কালতে কলিকতাৰ কলেজষ্ট্ৰীট অঞ্চলটো আছিল শিক্ষিত লোকৰ অতি পৰিচিত ঠাই। তাত পুৰণি কিতাপৰ দোকানবোৰত কিতাপৰ পাত লুটিওৱাটো এটা অভ্যাসত পৰিণত হৈছিল বুলি কৈ তেওঁ এতিয়াও বৰ আমোদ পায়। কম দামতে তাত পুৰণি কিতাপ কিনিছিল হেনো।

ছাত্ৰাবস্থাত দেউতাকৰ চাকৰি কালত অধ্যাপক শৰ্মাই অসমৰ ভিন ভিন ঠাইৰ লগত পৰিচিত হৈ উজনি আৰু নামনি অসমৰ সমাজ সংস্কৃতিৰ বিষয়ে বহু কথা নিজে দেখি-শুনি জনাৰ সুযোগ পাইছিল। কটন কলেজৰ হোষ্টেলত নানা ঠাইৰ বহু ছাত্ৰক লগ পাই সহপাঠীসকলৰ ঘনিষ্ঠতাৰ যোগেদি সেই বিষয়ে আৰু কিছু দকৈ জনাৰ সুযোগ পাইছিল। পৰৱৰ্তী কালত কলিকতা বিশ্ববিদ্যালয়ত অধ্যাপক অম্বিকানাথ বৰাদেৱে শ্ৰেণীত সাঁচিপতীয়া পুথি মেলি বক্তৃতা দি পাঠদান কৰিছিল। অধ্যাপক বৰাই কৈছিল যে ঐতিহ্যমণ্ডিত অসম দেশ, পুৰণি ভালেমান মূল্যবান সম্পদেৰে দেশখন ভৰি আছে, তাক উদ্ধাৰ কৰোঁতাৰ অভাৱ। মাধৱ কন্দলী, শংকৰদেৱ, মাধৱদেৱ, ভট্টদেৱ, ৰামসৰস্বতী আদিৰ অতি মূল্যবান ৰচনাৰাজিয়ে ধোৱা চাং শুৱনি কৰিহে আছে। সেইবোৰ বিদ্বৎ সমাজৰ আগত তুলি ধৰা দৰকাৰ। অধ্যাপক বৰাৰ মন্তব্যই অধ্যাপক শৰ্মাক পুৰণি অসমীয়া সাহিত্যৰ বিষয়ে চৰ্চা কৰিবলৈ উদ্বুদ্ধ কৰিছিল আৰু তেতিয়াই তেওঁ সাহিত্যৰ অভাৱ সম্পৰ্কে পৰৱৰ্তী জীৱনত কিবা কিছু কৰাৰ

সংকল্প লৈছিল। সেইবাবেই অসমৰ সমাজ-সংস্কৃতিৰ গাঁথনিত কল্পনাতীত অৰিহণা যোগাই অহা সত্ৰানুষ্ঠান আৰু পুৰণি সাঁচিপতীয়া পুথিৰ উদ্ধাৰৰ প্ৰতি তেওঁ বিশেষভাৱে আকৃষ্ট হৈ পৰিছিল। শিক্ষা জীৱনত মনৰ নিভৃততম কোণত সঞ্চিত সংকল্পবীজ তেওঁৰ পৰৱৰ্তী কৰ্মজীৱনত অঙ্কুৰিত হৈ পত্ৰেপুষ্পে সুশোভিত হৈ সৌৰভ বিলাই আছে। অধ্যাপক শৰ্মাই অধ্যাপনাকে জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰিলে। ১৯৪২ খ্ৰীষ্টাব্দত তেওঁ অসমৰ বিখ্যাত কটন কলেজত এচিষ্টেণ্ট প্ৰবক্তাৰ পদত নিযুক্ত হ'ল, তাৰ পিছত যথানিয়মে প্ৰবক্তাৰ পদলৈ উন্নীত হ'ল। ইতিমধ্যে গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠিত হোৱাত তেওঁ অসমীয়া বিভাগত ১৯৪৯ খ্ৰীষ্টাব্দত প্ৰবক্তা ৰূপে নিযুক্তি লাভ কৰে। ইয়াত ক্ৰমে ১৯৫৭ খ্ৰীষ্টাব্দত ৰীডাৰ পদত অধিষ্ঠিত হয়; সেই পদতে বিভাগীয় মুৰব্বী অধ্যাপক ড° বিৰিঞ্চি কুমাৰ বৰুৱা আমেৰিকাৰ ইণ্ডিয়ানা বিশ্ববিদ্যালয়লৈ ভিজিটিং প্ৰফেছৰৰূপে যোৱাত তেওঁ বিভাগৰ মুৰব্বীৰূপে কাৰ্য নিৰ্বাহ কৰিছিল। শিক্ষকতাৰ যশস্যাৰ লগত এই কালছোৱাত প্ৰশাসনীয় দক্ষতাৰো পৰিচয় দি তেওঁ সৰবৰহী হৈ উঠিছিল। ফলত তেখেতে বিশ্ববিদ্যালয়ৰ শ্ৰেণীসমূহৰ সচিব ৰূপেও (১৯৬৫-৬৭) দুবছৰমান কাম কৰিবলগীয়া হৈছিল। শিক্ষক হিচাপে অধ্যাপক শৰ্মাৰ যি সুনাম সেই একে সুনাম বিশ্ববিদ্যালয়ৰ সচিবৰ কাৰ্যকালতো প্ৰবৰ্তিছিল। সেই সময়ত কোনো ছাত্ৰাবাসতে কোনো ৰকমত অনিয়মৰ ঘটনা ঘটা নাছিল বুলি কোৱা শুনিবলৈ পোৱা যায়।

বিশ্ববিদ্যালয়লৈ অহাৰ পাছতেই অধ্যাপক শৰ্মাই ছাত্ৰ কালৰ মনৰ আশা পূৰণৰ সুযোগ বিচাৰি ফুৰিছিল। সেই সূত্ৰেই তেওঁ ছাত্ৰ-ছাত্ৰীৰ অভাৱৰ কথা ভাবি পীতাম্বৰ দ্বিজৰ 'উষা পৰিণয়' (১৯৫১) পুথিখন সম্পাদনা কৰি উলিয়ায়। তাৰ তিনি বছৰ পাছত ৰঘুনাথ মহন্তৰ 'কথা-ৰামায়ণ' খনি সম্পাদনা কৰি ছপা কৰি উলিয়ালে। এই দুষ্প্ৰাপ্য পুথি দুখনিৰ সম্পাদনা কাৰ্যই তেওঁৰ অধ্যয়নৰ নিষ্ঠা আৰু গভীৰতাৰ লগতে পাণ্ডিত্যৰো পৰিচয় দিয়ে। সাধাৰণতে বিশ্ববিদ্যালয় অধ্যয়ন আৰু গৱেষণাৰ ক্ষেত্ৰ ৰূপেহে প্ৰসিদ্ধ। গৱেষণা কৰ্মত নিজেও প্ৰবৃত্ত হ'ব লাগিব আৰু ছাত্ৰ-ছাত্ৰীকো তাৰ প্ৰতি আকৃষ্ট কৰিব পাৰিব লাগিব, অন্যথা বিশ্ববিদ্যালয়ৰ শিক্ষকতালৈ মন মেলা উচিত নহয়। অধ্যাপক শৰ্মাৰো লক্ষ্য আছিল সেয়ে। গতিকে বিশ্ববিদ্যালয়ৰ চাকৰিত নিযুক্তি লাভ কৰাৰ পিছতেই ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ তত্ত্বাৱধানত 'নৱ-বৈষ্ণৱ আন্দোলন আৰু অসমৰ সত্ৰ-অনুষ্ঠান' শীৰ্ষক গৱেষণা কাৰ্যত প্ৰবৃত্ত হৈ ইংৰাজীত লিখা এই গ্ৰন্থখনৰ বাবে ১৯৫৫ চনত বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট (ডি.ফিল.) ডিগ্ৰী লাভ

কৰাই নহয় গৱেষণাৰ ক্ষেত্ৰত এটা নতুন অধ্যায়ৰ সূচনা কৰিলে। অসম সাহিত্য সভাৰ লগত নানা দায়িত্বপূৰ্ণ কামত উঠিপৰি লগাৰ উপৰিও এসময়ত সমগ্ৰ অসমতে ইতিহাস সৃষ্টি কৰা সৰিতা শাখা সাহিত্য সভাৰ লগতো বিশেষভাৱে জড়িত হৈছিল আৰু সেই সময়ত সভাই প্ৰকাশ কৰা পুথি কেইখন আজিও সমাদৃত হৈ আছে।

অধ্যাপক শৰ্মাই অসমীয়া বিষয়ৰ শিক্ষকসকলৰ দুটা দায়িত্বৰ বিষয়ে সচেতন হ'বলৈ কয়—নিজৰ জীৱিকাৰ বাবে চাকৰি আৰু অসম তথা অসমীয়া ভাষা-সাহিত্যৰ উন্নতি হকে গঠনমূলক চিন্তা-চৰ্চা। তেওঁৰ জীৱনত সেই কথা আখৰে আখৰে পালন কৰা যেন লাগে। সেই কাৰণেই সম্ভৱতঃ তেওঁৰ কাপত আমি সহায়ক গ্ৰন্থ সদৃশ কোনো পুথি নাপাওঁ; প্ৰায়বিলাকেই গম্ভীৰ সমালোচনা ধৰ্মী আৰু ছাত্ৰ-ছাত্ৰীতকৈয়ো আন পঢ়ুৱৈসকলৰ বাবে বেছি উপযোগী গ্ৰন্থহে তেখেতে লিখি গৈছে।

অধ্যাপক শৰ্মাই বিশ্ববিদ্যালয়ৰ অতি সম্মাসূচক পদৰী ৰবীন্দ্ৰনাথ ঠাকুৰ অধ্যাপক পদ লাভ কৰি আধুনিক ভাৰতীয় ভাষা বিভাগটো প্ৰতিষ্ঠা কৰাৰ লগতে ১৯৬৭ খ্ৰীষ্টাব্দৰপৰা গৱেষণা কৰ্মত বিশেষভাৱে মনোনিৱেশ কৰাৰ সুযোগ পাইছিল। এই বিভাগৰপৰা ১৯৭৮ খ্ৰীষ্টাব্দত অৱসৰ পালেও বিশ্ববিদ্যালয় কৰ্তৃপক্ষই পুনৰায় তেওঁৰ পাণ্ডিত্যৰ স্বীকৃতিৰূপে তিনি বছৰৰ অধিক কালৰ বাবে তেওঁৰ চাকৰি কাল বৃদ্ধি কৰিছিল। সেই সময়ছোৱাত তেওঁৰ তত্বাৱধানত কেৰাজনো কৃতী লোকে ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল। তদুপৰি তেওঁ কেবাখনো অতি মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল আৰু সেইবোৰ গ্ৰন্থৰ কোনো আৰ্হিও নাছিল। অৱসৰ লোৱাৰ পিছত অধ্যাপক শৰ্মাই ডিব্ৰুগড় বিশ্ববিদ্যালয়ত বিশ্ববিদ্যালয়ৰ অনুদান আয়োগৰ বিশেষ আঁচনিত ভিজিটিং প্ৰফেছৰ ৰূপে এলানি বক্তৃতা প্ৰদান কৰিছিল (১৯৮১-৮২) আৰু তাৰেই সুফল 'ৰামায়ণৰ ইতিবৃত্ত' গ্ৰন্থখনি। তদুপৰি তেওঁ বিশ্ববিদ্যালয় অনুদান আয়োগৰ দ্বাৰা জাতীয় অধ্যাপক ৰূপেও মনোনীত হৈছিল (১৯৮৬) আৰু ভাৰতীয় ঐতিহাসিক গৱেষণা কাউন্সিলৰ ফেলোছিপ (১৯৮৩-৮৬) লাভ কৰিও এখনি গ্ৰন্থ যুগুত কৰিছিল। সাহিত্য সভাৰ 'মোহন চন্দ্ৰ শৰ্মা বঁটা', 'দুৰ্গাধৰ বৰকটকী বঁটা'ৰ উপৰিও অসম প্ৰকাশন পৰিষদৰ শ্ৰেষ্ঠ গ্ৰন্থ শীৰ্ষক বঁটা লাভ কৰি নিজৰ ঠাইত যিদৰে তেওঁ সাহিত্যিক হিচাপে স্বীকৃতি লাভ কৰিছিল সৰ্বভাৰতীয় পৰ্যায়তো কেৰালাত সৰ্বভাৰতীয় লিখক সংস্থাৰপৰা 'প্ৰশস্তি পত্ৰ' (১৯৮৫), ভাৰতীয় জাতীয় কংগ্ৰেছৰ লেখক নিকায়ৰপৰা দিল্লীত 'প্ৰশস্তি প্ৰত্ৰ (তাম্ৰ পত্ৰ)'

(১৯৮৬) লাভ কৰাটো তেওঁৰ সাহিত্যিক জীৱনৰ উল্লেখযোগ্য কৃতিত্ব। অধ্যাপক শৰ্মাই অসম অকাডেমিৰ লগত জন্ম লগ্নৰেপৰা জৰিত হৈ থাকি একেৰাহে প্ৰায় সোতৰ বছৰ কাল সভাপতিৰূপে (১৯৬৫-৮২) দায়িত্ব লৈ দক্ষতাৰে সেই কাম কৰাটোও মন কৰিবলগীয়া কথা। সাহিত্য অকাডেমিকে ধৰি অসম তথা ৰাজ্যিক আৰু দিল্লী তথা ৰাষ্ট্ৰীয় ভালেমান বিদ্যায়তনিক অনুষ্ঠানৰ লগত তেওঁৰ ঘনিষ্ঠ সম্পৰ্কৰ কথা সকলোৰে বিদিত। ১৯৯০ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাই অধ্যাপক শৰ্মাক "সাহিত্যাচাৰ্য" উপাধিৰে বিভূষিত কৰে। জীৱনৰ শেষ ছোৱাত ১৯৯১ খ্ৰীষ্টাব্দত অসম চৰকাৰে "শ্ৰীমন্ত শংকৰদেৱ বঁটা'ৰে তেওঁক পুৰস্কৃত কৰি গুণীৰ গুণ বুজা কাম কৰিছে। ১৯৯৫ খ্ৰীষ্টাব্দতে অসম সাহিত্য সভাই অধ্যাপক শৰ্মাক "সদস্য মহীয়ান" বিভূষাৰে অলংকৃত কৰে।

শিক্ষকতা জীৱনৰ কৃতিত্ব হ'ল যিকোনো বিশ্ববিদ্যালয়ৰ অধ্যাপকৰ বাবে গৱেষণা কৰ্ম। অধ্যাপক শৰ্মা সেইপিনৰ পৰা বিচাৰ কৰিবলৈ গ'লে এক আদৰ্শ স্বৰূপ। তেওঁ ব্যক্তিগত গৱেষণাৰ উপৰিও বহু ছাত্ৰ-ছাত্ৰীক গৱেষণাৰ বাবে উৎসাহিত কৰিছিল। তেওঁৰ তত্ত্বাৱধানত প্ৰায় পঁচিশ গৰাকী কৃতী লোকে ডক্টৰেট ডিগ্ৰী লাভ কৰিছিল। সেইসকলৰ ভিতৰত ড° বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য, ড° কিৰণ চন্দ্ৰ শৰ্মা, ড° সৰ্বেশ্বৰ ৰাজগুৰু, ড° হৰিনাথ শৰ্মা দলৈ, ড° নিৰ্মল প্ৰভা বৰদলৈ, ড° বাণীকান্ত শৰ্মা, ড° নবীন চন্দ্ৰ শৰ্মা, ড° শৈলেন ভৰালী, ড° বসন্ত কুমাৰ শৰ্মা, ড° মঞ্জুমালা দাস আদিৰ নাম বিশেষ উল্লেখযোগ্য। তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলে শ্ৰেণীৰ পাঠদান কাৰ্যত কিমান উপকৃত হৈছিল, বিচাৰ-খোচাৰ কৰি হ'লেও প্ৰসঙ্গ পুথি পঢ়িবলৈ কিমান প্ৰেৰণা পাইছিল আৰু এম এ পাছ কৰাৰ পিছত গৱেষণা কৰিবলৈ কিমান উদগনি পাইছিল সেই কথা ক'বলৈ পালে বৰ গৌৰৱ অনুভৱ কৰা দেখিবলৈ পাওঁ। শিক্ষক হিছাপে তেওঁ নিঃসন্দেহে এক অনুকৰণীয় ব্যক্তি।

আজীৱন শিক্ষক হ'লেও অধ্যাপক শৰ্মাৰ দৰাচলতে স্থায়ী পৰিচয় হ'ল তেওঁৰ সাহিত্যৰাজি। ১৯৩৬ খ্ৰীষ্টাব্দৰপৰা সাহিত্য চৰ্চাত মনোনিৱেশ কৰি 'আৱাহন'ৰ পাতত আত্মপ্ৰকাশ কৰা এইগৰাকী পণ্ডিতে প্ৰথম ছোৱাত নিজৰ লিখনি পূৰঠ কৰিবলৈ বুলি পত্ৰিকা, আলোচনী আদিত প্ৰবন্ধ পাতি লিখিছিল। পাছলৈ অৱশ্যে পুথি আকাৰত লিখিবলৈ লয়। কেইখনমান পুথি তেওঁ ড° বিৰিঞ্চি কুমাৰ বৰুৱা কিম্বা ড° প্ৰফুল্ল দত্ত গোস্বামীৰ লগত যুটীয়াভাৱে সম্পাদনা কৰিও প্ৰকাশ কৰিছে। ভেনে পুথি 'মনসা কাব্য' 'মধুমালতী' আৰু

'মাধৱ সুলোচনা'। আনফালে ব্যক্তিগতভাৱে সম্পাদনা কৰা গ্ৰন্থৰ ভিতৰত ৰাম সৰস্বতীৰ 'গীতগোবিন্দ', শংকৰোত্তৰ কালৰ নাটৰ সংকলন 'অংকমালা', কবি চন্দ্ৰ দ্বিজৰ 'কুমাৰ হৰণ' গৌৰীকান্ত দ্বিজৰ 'বিঘ্নেশ জন্মোদয়', শুক্ৰধ্বজৰ 'সাৰৱতী' টীকাসহ 'গীতগোবিন্দম্' সাহিত্য সভাই প্ৰকাশ কৰা 'ৰূপকত্ৰয়ম্' আদিয়েই বিশেষ উল্লেখযোগ্য। এই গ্ৰন্থবোৰ সম্পাদনা কৰিবলৈ যাওঁতে তেওঁ সম্পাদনাৰ আধুনিক পদ্ধতি অনুসৰণ কৰাটো মনকৰিবলগীয়া। আকৌ সংকলন কৰি সম্পাদনা কৰি উলিওৱা গ্ৰন্থও তেওঁৰ এক ডজনৰ কম নহয়। সেইবোৰৰ ভিতৰত 'ভক্তিগীত পদ সঞ্চয়ন', 'দাৰ্শনিক পৰিচয়', 'বৈদিক যুগ', 'নিবন্ধ মালা' (১ম আৰু ২য়)', জ্যোতিপ্ৰসাদ আগৰৱালাৰ ৰচনাৱলী 'মৌ', ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত যুটীয়াভাৱে কৰা 'কৃপাবৰ বৰুৱাৰ ভাবৰ বুৰবুৰণি' আদিয়েই প্ৰধান। তেওঁ অনুবাদ কৰা গ্ৰন্থ মাত্ৰ তিনিখন—'মাটিৰ মানুহ', 'আকবৰ' আৰু 'প্ৰাচ্য নাট্যাভিনয়'। অধ্যাপক শৰ্মাই উৰিয়া ভাষাও জানিছিল। উৰিয়া পণ্ডিত ড° কালিন্দ্ৰীচৰণ পাণিগ্ৰাহীৰ উপন্যাস 'মাটিৰ মণীষ'ৰ অসম তেওঁ কোঠাৰী আয়োগৰ শিক্ষা প্ৰতিবেদনৰ অনুবাদ ড° বাণীকান্ত শৰ্মাৰ সহযোগত সম্পূৰ্ণ কৰে। তদুপৰি অধ্যাপক শৰ্মাই 'Gauhati University: Its History and Working' মুখ্য সম্পাদকৰূপে সহকাৰী সম্পাদক ড° বাণীকান্ত শৰ্মাৰ লগত সম্পূৰ্ণ কৰি দিছিল।

ড° শৰ্মাৰ সাহিত্যৰাজিৰ উজ্জ্বল স্বাক্ষৰ হ'ল অসমীয়া সাহিত্য বুৰঞ্জী গ্ৰন্থ 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত'। এইখন গ্ৰন্থ আচলতে তেখেতৰ পূৰ্বৰ 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'ৰ আধাৰত ৰচিত। অসমীয়া সাহিত্যৰ যিমানবোৰ বুৰঞ্জী আছে সেই সকলোবোৰৰ ভিতৰতে অধ্যাপক শৰ্মাৰ এইখন গ্ৰন্থ উৎকৃষ্ট বুলি বিবেচিত হৈ আছে। এনেকুৱা সাহিত্যৰ বুৰঞ্জী ভাৰতীয় আধুনিক ভাষাৰ এক বিৰল উদাহৰণ বুলিব পাৰি। একেদৰে 'অসমীয়া নাট্য সাহিত্য', 'অসমীয়া উপন্যাসৰ ভূমিকা', 'উপন্যাসৰ গতিধাৰা' 'অসমীয়া কাহিনী কাব্যৰ প্ৰৱাহ' যথাক্ৰমে নাটক, উপন্যাস আৰু কাহিনী কাব্যৰ ওপৰত ৰচিত সাৰ্থক সৃষ্টি। বিষয়বস্তুৰ উপস্থাপন, তাৰ ব্যাখ্যা, তাৎপৰ্য বিশ্লেষণ আৰু গদ্যৰীতি অতি চমৎকাৰ। ভাষা গতিশীল, ক'তো কঠিনতা নাই, বুজিবলৈকো অকণো কষ্ট নহয়, সকলো পাঠকৰ বাবে উপাদেয় প্ৰকাশভঙ্গী। যুক্তিৰ উত্থাপন আৰু তাৰ যথাযথ ব্যাখ্যাই প্ৰতিখন গ্ৰন্থকে পাঠকৰ কেৱল হৃদয় গ্ৰাহ্য কৰিয়ে এৰা নাই মনত গভীৰ সাঁচ বহুৱাব পাৰিছে আৰু কিছুমানক তেনে ৰচনাৰ প্ৰতি অনুপ্ৰেৰণাও যোগাই গৈছে। লিখক সাহিত্যিকৰ জীৱনৰ তাতেই সাৰ্থকতা। অধ্যাপক শৰ্মা

তেনে এজন সাৰ্থক সমালোচক তথা প্ৰাবন্ধিক। সৰু ল'ৰা-ছোৱালীৰ বাবে যুগুত কৰা 'পাৰ্থ সাৰথি'ও এখনি মনোৰম পুথি। তেওঁৰ নানা ঠাইত সিঁচৰতি হৈ থকা প্ৰবন্ধৰাজিৰ বুজন সংকলন তিনিটা হ'ল 'সাহিত্যৰ আভাস', 'প্ৰবন্ধচয়ন' আৰু 'পুৰণি সাহিত্য অধ্যয়ন', অবশ্যে ইয়াত সন্নিবিষ্ট নোহোৱাকৈও আৰু ভালেমান প্ৰবন্ধ নানা ঠাইত বিক্ষিপ্ত হৈ আছে। অধ্যাপক শৰ্মাৰ অত্যাধুনিক গ্ৰন্থ দুখন হ'ল যথাক্ৰমে 'বিশ্ব মহাকাব্য পৰিচয়' আৰু 'মহাভাৰতৰ চৰিত্ৰাৱলী' দুয়োখনেই বুজন আকাৰৰ অসমীয়া পাঠকৰ বাবে নতুন গ্ৰন্থ।

এইখিনিতে এটা কথা উল্লেখ কৰিব লাগিব— সেয়া হ'ল তেওঁৰ ঘৰুৱা জীৱন। ১৯৪২ খ্ৰীষ্টাব্দত ড° শৰ্মাই যোৰহাটৰ প্ৰখ্যাত টেনিচ আৰু ফুটবল খেলুৱৈ আৰু আগশাৰীৰ উকিল স্বৰ্গীয় মাণিক চন্দ্ৰ বৰুৱাৰ প্ৰথমা কন্যা শ্ৰীমতী প্ৰতিমা দেৱীৰ পাণিগ্ৰহণ কৰি সুন্দৰ ঘৰুৱা জীৱন যাপন কৰে। সাংসাৰিক জীৱনত তেওঁলোক কিমান সুখী সেই কথাৰ জ্বলন্ত স্বাক্ষৰ হ'ল অধ্যাপক শৰ্মাৰ কৃতিত্ব। আজীৱন ৰুগ্ন দেহী শৰ্মাৰ সেৱাই হ'ল তেওঁৰ পৰিবাৰৰ একমাত্ৰ কাম। তেনে এগৰাকী সহধৰ্মিণী হোৱা কাৰণেহে তেওঁ জীৱনৰ সৰ্বস্তৰতে সুখ্যাতি লাভ কৰিবলৈ সমৰ্থ হৈছে। কাৰণ সংসাৰী লোকৰ বাবে গৃহৰ সুখেই সকলো কৃতিত্বৰ মূল।

বিশ্ববিদ্যালয়ৰ সোণালী জয়ন্তী বৰ্ষৰ সময়তে স্বাধীনতাৰ সোণালী বৰ্ষৰ শুভ মুহূৰ্তত আধুনিক ভাৰতীয় ভাষা বিভাগৰ ত্ৰিশ বছৰীয়া যৌৱনকালৰ এটা পবিত্ৰ মুহূৰ্তত বিভাগৰ প্ৰতিষ্ঠাতা অধ্যাপকগৰাকীৰ প্ৰতি শ্ৰদ্ধা সহকাৰে অভিনন্দন জনাবলৈ পাই আমি ধন্য মানিছিলোঁ এই বুলিয়েই যে দুজন মাত্ৰ শিক্ষকেৰে শুভাৰম্ভ হোৱা এই বিভাগটো পৰৱৰ্তী কালত দহগৰাকী শিক্ষকেৰে সমৃদ্ধ হৈ পি, এইচ, ডি, গৱেষণাৰ উপৰিও প্ৰায় আঠটা বিভিন্ন পাঠ্যক্ৰমত ব্যস্ত হৈ পৰা এটা অতি বলিষ্ঠ বিভাগত পৰিণত হৈছে। বিশ্ববিদ্যালয়ৰ কলা শাখাত এই বিভাগতে সৰ্বপ্ৰথম এম. ফিল. পাঠ্যক্ৰম আৰু একেদৰে বড়ো ভাষাৰ ডিপ্লোমা, এম. এ. পাঠ্যক্ৰমৰ শুভাৰম্ভ হয়। এইক্ষেত্ৰত এই প্ৰবন্ধ লেখকসহ আধুনিক ভাৰতীয় ভাষা বিভাগৰ অধ্যাপক, ড° বাণীকান্ত শৰ্মা, প্ৰবক্তা ভূপেন নাৰ্জাৰী, ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ভাষা তত্ত্ববিভাগৰ অধ্যাপক ৰোহিনীকুমাৰ মহন্ত প্ৰভৃতি কৃতবিদ্য লোকৰ তৎপৰতা স্বীকৃত হৈ আছে। ৰবীন্দ্ৰনাথ ঠাকুৰ অধ্যাপক শৰ্মাই এই বিভাগৰ সকলো বিষয়তে জড়িত হৈ পথ প্ৰদৰ্শন কৰি আছিল। □

# জ্যোতিপ্ৰসাদ আগৰৱালা ঃ প্ৰতিভাৰ দুৰ্লভ আকৰ

গোবিন্দ দাস

আধুনিক অসমীয়া সমাজ-জীৱনৰ এক সংকটময় আৰু বেমেজালিপূৰ্ণ সময়ত জ্যোতিপ্ৰসাদ আগৰৱালাই (১৯০৩-১৯৫১ খ্ৰিঃ) জন্মগ্ৰহণ কৰে। পশ্চিমীয়া সভ্যতাৰ প্ৰভাৱ আৰু ভাৰতৰ অন্য প্ৰদেশৰ লোকৰ উপস্থিতিৰ আগ্ৰাসনে সামূহিক অসমীয়া সাংস্কৃতিক জীৱনক সেইসময়ত অস্থিৰ আৰু বিব্ৰত কৰি তোলে। অসমীয়া ঐতিহ্যৰ বৰভেঁটিক আধুনিক মনৰ দৃঢ় পৰশেৰে যুগজয়ী কৰাৰ এক বৈপ্লৱিক মানসিকতাৰে জ্যোতিপ্ৰসাদে অসমীয়া সামাজিক-সাংস্কৃতিক জীৱনৰ প্ৰায় সৰ্ব ক্ষেত্ৰতে যেন নৱ-জাগৰণৰ এক তৰাবুলীয়া বুটা বাছি গৈছে। তেওঁৰ বৰ্ণাঢ্য জীৱন-চৰ্যা আৰু সাংস্কৃতিক সৃষ্টিযজ্ঞৰ সুবাসে ক্ৰমে ক্ৰমে অসমীয়া মানুহক তেওঁৰ মহাপ্ৰয়াণৰ প্ৰায় দুকুৰি পোন্ধৰ বছৰ পিছতো অধিকভাৱে আলোড়িত কৰিবলৈ ধৰিছে। এই নিবন্ধত জ্যোতিপ্ৰসাদৰ সাহিত্য-সংগীত-কথাছবি সাধনাৰ বিস্ময়কৰ সৃষ্টিশীলতাৰ বিষয়ত আলোচনা কৰাৰ প্ৰয়াস কৰা হ'ব।

**নাটকঃ** অসমীয়া আধুনিক নাট্য-সাহিত্যৰ আৰম্ভণ গুনাভিৰাম বৰুৱাৰ 'ৰাম-নৱমী' (১৮৫৭), আৰু হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়াৰ কীৰ্তন' (১৮৬১)ৰ মাজেৰে প্ৰতিষ্ঠিত হয়। এই শ্ৰেণীৰ সাহিত্যত জ্যোতিপ্ৰসাদৰ পূৰ্বে আন আনসকলৰ লগতে লক্ষ্মীনাথ বেজবৰুৱা আৰু পদ্মনাথ গোহাঞিবৰুৱায়ো বিশিষ্ট অৱদান আগবঢ়ায়। নাট্যশ্ৰেণী হিচাপে এইসকল নাট্যকাৰৰ নাটসমূহ সামাজিক, পৌৰাণিক আৰু ঐতিহাসিক নাট্য শ্ৰেণীতে সীমিত আছিল। পীড়িত অসমীয়া জাতিৰ সামূহিক ৰূপান্তৰৰ চেতনাইহে বহুপৰিমাণে ইবোৰৰ সৃষ্টিৰ ঘাই অনুপ্ৰেৰণা আছিল। সেই কাৰণে অনিবাৰ্যভাৱে যৌগিক কলা হিচাপে নাটকৰ শ্ৰেষ্ঠ নাট্যধৰ্ম ইয়াত বহুপৰিমাণে সমুজ্জ্বল নাছিল। আধুনিক অসমীয়া

নাট্য-সাহিত্যই পোনপ্ৰথমে প্ৰাণ-প্ৰাচুৰ্যময় আৰু অভিনৱ নাট্য-বৈভৱেৰে প্ৰকাশ হ'বলৈ যেন জ্যোতিপ্ৰসাদলৈহে অপেক্ষা কৰি আছিল। প্ৰকৃততে জ্যোতিপ্ৰসাদৰ নাটলানিতে অসমীয়া আধুনিক নাটকে ষোল কলাৰে যেন পূৰ্ণতা লাভ কৰে। জ্যোতিপ্ৰসাদে চৈধ্য বছৰ বয়সতে নাট ৰচনাত হাত দিছিল আৰু মৃত্যুৰ কেইবছৰমান আগলৈকে (১৯৪৫-৪৬) এই সৃষ্টি-কৰ্মৰ লগত জড়িত হৈ আছিল। তেওঁ ৰচনা কৰা নাটসমূহ হ'লঃ 'শোণিতকুঁৱৰী', 'কাৰেঙৰ লিগিৰী', 'ৰূপালীম', 'লভিতা', 'নিমাতী কইনা', আৰু 'খনিকৰ'। অসমাপ্ত নাটসমূহ হ'লঃ 'সোণপখিলা', 'কনকলতা', আৰু 'সুন্দৰকোঁৱৰ'। বিষয় বস্তু আৰু উপস্থাপনৰ বৈভৱে তেওঁৰ নাটসমূহৰ শ্ৰেণী বিভাজনতো বৈচিত্ৰ্য আৰু গৰিমা দান কৰিছে। পৌৰাণিক বিষয়বস্তুৰ 'শোণিতকুঁৱৰী'খন ড° মহেন্দ্ৰ বৰাৰ মতে 'কাব্যনাট' (poeticdrama) বা 'সপোন নাটক'। 'কাৰেঙৰ লিগিৰী'ক ড° সত্যেন্দ্ৰনাথ শৰ্মাকে প্ৰমুখ্যে বিভিন্ন যশস্বী সমালোচকে কাল্পনিক নাট, সমস্যামূলক নাটক, গহীন সমাজিক নাটক, ট্ৰেজেদি আদি বুলিছে। 'ৰূপালীম'খনক বেলজিয়ামৰ প্ৰতীকবাদী নাট্যকাৰ মেটাৰলিংকৰ 'Monnavanna'ৰ শ্ৰেণীত থৈ সমালোচকসকলে আলোচনা আগবঢ়াইছে। 'লভিতা'খনক নাট্যকাৰে নিজেই বাস্তৱমূলক কাহিনীৰ নাট বুলিছে। কোনো কোনো নাট্যসমালোচকে ইয়াক গহীন সামাজিক নাটকৰ শাৰীত থ'লেও ড° মহেন্দ্ৰ বৰাই এইখনক 'দলিল নাটক' (Documentary drama) বুলিছে। 'নিমাতী কইনা'ক প্ৰসিদ্ধ নাট সমালোচক ড° শৰ্মাই ৰূপকধৰ্মী (Allegory) আৰু ড° বৰাই ৰূপকধৰ্মী আৰু প্ৰতীকবাদীৰ দোমোজাৰ সম্পদ বুলিছে। 'খনিকৰ'খন এখন সামাজিক নাটক।

জ্যোতিপ্ৰসাদৰ নাট ছখন বৰ্ণিল শ্ৰেণী বৈচিত্ৰ্যৰে যিদৰে আকৰ্ষণীয়; তদনুৰূপ নাটকীয় কলা-কৌশল, বৃত্ত-নিৰ্মাণ, সংলাপ, চৰিত্ৰাংকন, গীতপ্ৰয়োগ আদিৰ ক্ষেত্ৰতো তেওঁৰ সৃজনশীল শ্ৰীহস্তৰ পৰশে জয়জয়তে অসমীয়া নাট-সাহিত্যক অভিনৱত্বৰ গৰিমাৰে উজ্জ্বল কৰি তুলিছে। নাটকীয় কলা-কৌশলৰ ফালৰপৰা নাটকেইখনত দৃশ্য সংযোজনৰ ক্ষেত্ৰত মিতব্যয়িতা গ্ৰহণ কৰিছে। পৰীক্ষামূলক দৃশ্যৰ অৱতাৰণাৰে নাটকক মনোগ্ৰাহী কৰি তুলিছে। 'কাৰেঙৰ লিগিৰী'ৰ প্ৰথম অংকৰ চতুৰ্থ বাক্‌হীন দৃশ্যটি তাৰ এক উৎকৃষ্ট উদাহৰণ। নাটকেইখনত পটভূমিৰ বিস্তৃত বৰ্ণনা আছে। নাট্যকাৰে নাটকৰ সম্পাদ্য-বিষয়ৰ (Premise) শলাগিবলগীয়াকৈ নাটকেইখনৰ আৰম্ভণিৰ দৃশ্যতে উপস্থাপন কৰি বাহুল্য বৰ্জন কৰিছে। নাটকীয় কাহিনীৰ গতিশীলতাক প্ৰাণময় কৰি তুলিবলৈ নাট্যকাৰে ঔৎসুক্য, সংকট, বিস্ময়, নাট্যশ্লেষ আদিৰ সুপ্ৰয়োগ কৰি দৰ্শকক

অন্তৰ্মুখী কৰি ৰখাত সফল হৈছে। স্বগতোক্তি, পাৰ্শ্বভাষণ আদি আধুনিক নাট্য-কলাক নুশুজা কলা-কৌশলবোৰ নাট্যকাৰে পৰিহাৰ কৰিছে আৰু তেনে দুই-এটা কলা-কৌশলৰ য'ত য'ত প্ৰয়োগ হৈছে সিবোৰে নাট্য-বৃত্ত আৰু চৰিত্ৰক গৰিমা দান কৰিছে। নাটকেইখনত হাস্যৰসৰ প্ৰয়োগ নাট্যৰসাস্বাদনৰ সহায়ক স্বৰূপ হৈছে। কাৰ্য-ঐক্যৰ প্ৰতি নাট্যকাৰে সম্মান প্ৰদৰ্শন কৰিছে। নাট্য-ধৰ্মৰ বৈচিত্ৰ্য আৰু নান্দনিকতাৰে নাটকীয় সংঘাতক (conflict) অৱতাৰণা কৰিছে। এইদৰে নাটকীয় কৌশলে পোন পহিলা অসমীয়া নাটত হীৰক উজ্জ্বল হৈ প্ৰকাশিত হৈছে।

বৃত্ত-নিৰ্মাণ বা প্ল'ট-নিৰ্মাণৰ ক্ষেত্ৰত নাটকীয় ঘটনাৰ কাৰ্য-কাৰণ সম্বন্ধ তথা বিশ্বাসযোগ্যতাৰ বিষয়ত থকা দখলৰ ওপৰতেই নাট্যকাৰৰ সফলতা-বিফলতা বহুপৰিমাণে নিৰ্ভৰ কৰে। কিয়নো ঘটনাৰ পিছত ঘটনাৰ বৰ্ণনাই প্ল'ট বা বৃত্ত গঢ়িব নোৱাৰে। সামগ্ৰিকভাৱে নাটকেইখনত নাট্যকাৰে নাটকীয় কাহিনীৰ বহু ঘটনাৰ মাজৰপৰা উপযুক্ত আৰু বিশ্বাসযোগ্য ঘটনা নিৰ্বাচন কৰি নাট্য-গতিশীলতা বজাই ৰাখি দক্ষতাৰে নাট্যবৃত্ত নিৰ্মাণ কৰিছে। উল্লেখযোগ্য যে পৌৰাণিক, কাল্পনিক, বাস্তৱিক আৰু সামাজিক আদি বিভিন্ন উৎসৰপৰা নাট্য-কাহিনী আহৰণ কৰি জ্যোতিপ্ৰসাদে সমান দক্ষতাৰে ভিন ভিন নাট্য-বৃত্ত নিৰ্মাণত শিল্প-নৈপুণ্য প্ৰদৰ্শন কৰিছে। নাট্য ঘটনাৰ বিন্যাসৰ সমস্যা, ঘটনাৰ ধাৰাবাহিকতা ৰক্ষাৰ সমস্যা নাটধৰ্ম ৰক্ষা কৰি নাট্যকাৰে যোগ্যতাৰে সমাধান কৰিছে। নাট্যৰচনাৰ ক্ষেত্ৰত প্ৰাৰম্ভণ (exposition) নিৰ্মাণ এক জটিল বিষয়। সমালোচক এগ্ৰিয়ে(Egri) এখন ভাল নাটকৰ ৰচনৰ ক্ষেত্ৰত এইদৰে নিৰ্দেশনা দিছেঃ 'A play might start exactly at the point where a conflict will lead upto a crisis.' প্ৰতিখন নাটকতে নাট্যকাৰে এই বিষয়ত সিদ্ধহস্ততাৰ প্ৰমাণ দাঙি ধৰিছে। প্ৰতিখন নাটকৰ নাট্যবৃত্ত ৰচনৰ ক্ষেত্ৰত এক চিনেমাটিক শৈল্পিক আচৰণ পৰিলক্ষিত হয়। 'ৰূপালীম'ত ইয়াৰ বিচৰণ গভীৰ আৰু ব্যাপক।

সংলাপেই নাটকৰ শ্ৰেষ্ঠ মাধ্যম। ইয়াৰ যোগেদি নাট্যকাৰে নাটকীয় বৃত্তৰ কাৰ্য আৰু চৰিত্ৰৰ মন-গহনৰ বৰ্ণাঢ্য মানসিক অৱস্থাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ অতি সাৰ্থক প্ৰকাশ কৰিব পাৰে। জ্যোতিপ্ৰসাদে সংলাপৰ ৰূপ, শৈলী আৰু পৰিমিতি যথাযথভাৱে হৃদয়ংগম কৰি প্ৰয়োগ কৰাত তেওঁৰ সমসাময়িক আৰু অগ্ৰজ নাট্যকাৰসকলৰ তুলনাত সম্পূৰ্ণ সফল হৈছে। আচলতে জ্যোতিপ্ৰসাদ শব্দৰ যাদুকৰ। অসমীয়া নাট্য-সংলাপে জ্যোতিপ্ৰসাদৰ শব্দ-যাদুৰ পৰশত

আলোকসঞ্চাৰী হৈছে। তেওঁ গদ্যবদ্ধ আৰু ছন্দোবদ্ধ সংলাপ পৰিস্থিতি অনুযায়ী, চৰিত্ৰৰ সামাজিক আৰু মানসিক অৱস্থা অনুযায়ী আৰু ইংগিত লক্ষ্যবস্তু অনুযায়ী গভীৰ নৈপুণ্যেৰে প্ৰয়োগ কৰিছে। নাটকৰ প্ৰয়োজনত নাট্যকাৰে কেতিয়াবা দীঘলীয়া আৰু কেতিয়াবা খুদ-খুদ বাক্যৰ সংলাপেৰে ৰসাস্বাদনৰ মৌচাক নিৰ্মাণ কৰিছে। কেতিয়াবা কেতিয়াবা গদ্য সংলাপে কাব্যিক অভিব্যঞ্জনাৰে মন্ত্ৰমুগ্ধ ৰূপ গ্ৰহণ কৰিছে।

জ্যোতিপ্ৰসাদৰ নাটসমূহ নাচ-গানৰ প্ৰাচুৰ্য্যেৰে মুখৰিত। সেইবুলি ইবোৰ সেইকালৰ নাট ৰচনাৰ ঐতিহ্য বহন কৰি মাত্ৰ নাটসমূহত সংযোজিত হোৱা নাই। নাটসমূহৰ গীতবোৰৰ অধিকাংশই অন্তৰংগ গীত। 'নিমাতী কইনা'খন নৃত্য-গীত আৰু ছিন্ন অমিত্ৰাক্ষৰ ছন্দৰ সংলাপেৰে পৰিপূৰ্ণ এক অসমীয়া নাট্যসাহিত্যৰ অভিনৱ নাট্যকৰ্ম। জ্যোতিপ্ৰসাদৰ নাটৰ গীতৰ এক ঐতিহাসিক মূল্য আছে। নাট্যকাৰে নাটসমূহত গীতৰ প্ৰয়োগ মূলতঃ নাট্যকলাৰ প্ৰয়োজন আৰু এক জাতীয় আকাংক্ষা পূৰণৰ খাটিৰত কৰিছে। জ্যোতিয়ে নিজেই কৈছেঃ '...সেইকাৰণেই 'শোণিতকুঁৱৰী' নাটখন অসমীয়া সংগীত বুৰঞ্জীৰ এটা আটাইতকৈ লাগতিয়াল পাত।'

চৰিত্ৰাংকনত জ্যোতিপ্ৰসাদে শলাগিবলগীয়াকৈ নাট্য-দক্ষতা প্ৰদৰ্শন কৰিছে। তেওঁৰ নাটসমূহৰ সৰু-বৰ সকলো চৰিত্ৰই ব্যক্তিগত বৈচিত্ৰ্যেৰে সমুজ্জ্বল। চৰিত্ৰাংকন কলাত সংক্ষিপ্ততা (brevity), একমুখিতা (concentration), মুখ্য দিশ (leading point), বিশেষ লক্ষণ (peculiarities), ঔচিত্য (propriety) আদি তাত্ত্বিক সম্পদৰাজি চৰিত্ৰসমূহত সফলভাবে প্ৰয়োগ কৰি জ্যোতিয়ে পৰম নৈপুণ্যৰ পৰিচয় দিছে। নায়ক-নায়িকা চৰিত্ৰ তথা প্ৰধান চৰিত্ৰ অংকনত নাট্যকাৰ জ্যোতিৰ মনোহাৰিত্বপূৰ্ণ আৰু শৈল্পিক দক্ষতা বিশাল ৰূপত দেখা যায়। নাটকীয় বহু চৰিত্ৰৰ যোগেদি নাট্যকাৰে মানুহক ৰূপান্তৰৰ অতিথি হিছাপে অংকন কৰিছে। অত্যাচাৰ, আভিজাত্য, ক্ষমতান্ধতা, উৎপীড়ন, অন্যায় আদিবোৰ এই যাত্ৰা পথৰ বাধা স্বৰূপে উপলব্ধি কৰিছে। প্ৰেম, সমতা, ন্যায় আদিৰ বাবে নাটকৰ প্ৰায়বোৰ ন্যায়পক্ষৰ চৰিত্ৰই জেহাদ ঘোষণা কৰি আনকি মৃত্যুৰ মাজেদিও অমৰত্ব লভিছে। সত্য, ন্যায় আদি প্ৰতিষ্ঠাত হেঙাৰ হিছাপে থিয় দিয়া মতান্ধতা, আভিজাত্য, ভেম, ক্ষমতা আদিৰ বিৰুদ্ধে ব্যক্তিজীৱন বিপন্ন কৰিও সংঘৰ্ষৰ পথত নমাই দিছে মনস্বী নাট্যকাৰ জ্যোতিয়ে— তেওঁৰ বহুকেইটা নাটকীয় চৰিত্ৰক। জ্যোতিপ্ৰসাদৰ নাটকৰ

শৈল্পিক মান, খনিকৰী দক্ষতা, বিষয়-বস্তুৰ প্ৰাণময় গভীৰতা তথা জীৱনবোধৰ মহানতাৰ বিচাৰ-বিশ্লেষণ কৰি তেওঁক অসমীয়া মনস্বী সমালোচকসকলে ওজা নাট্যকাৰ বুলি স্বীকৃতি দিছে। নাট্যকাৰৰ 'কাৰেঙৰ লিগিৰী'ৰ কাহিনীটো য'ত শেষ কৰা হৈছে; অসম্পূৰ্ণ নাট 'সুন্দৰ কোঁৱৰ'ৰ কাহিনীটো তাৰ পিছৰপৰা আৰম্ভ কৰা হৈছে। এই প্ৰস্তাভৰা নাটখন সম্পূৰ্ণ হোৱা হ'লে জ্যোতিপ্ৰসাদৰ জীৱন-দৰ্শনৰ সম্পূৰ্ণ পোহৰ নাটৰ মাজেৰে সহজে আৰু নিৰ্ভুল ৰূপত উপলব্ধ হ'লহেঁতেন। ইয়াত যুদ্ধ আৰু হিংসাক অভিনৱ ৰূপত বিৰোধিতা কৰাৰ প্ৰয়াস আছে।

কবিতাঃ শিশুৰ বাবে লেখা কবিতাখিনিক হিচাপত নধৰিলে জ্যোতিপ্ৰসাদৰ কবিতা সংখ্যা তিনি কুৰিতকৈও কম। অৱশ্যে তেওঁৰ বহু গীত কবিতাৰ শাৰীৰে খনিকৰী সম্পদ। ড° সত্যেন্দ্ৰনাথ শৰ্মাই এটি গুৰুত্বপূৰ্ণ মন্তব্য এইদৰে দিছেঃ 'জ্যোতিপ্ৰসাদ মূলতঃ আছিল কবি; নাট্যকাৰ ৰূপটিও কবিৰেই এটি প্ৰসাৰিত ৰূপ মাত্ৰ।' এইটো সঁচা যে, জ্যোতিপ্ৰসাদৰ সমগ্ৰ ৰচনাৰাজিত তেওঁৰ আন্তৰিক কবি সত্তাৰ পৰিব্যাপ্তিৰ অনুৰণন অনুভৱ কৰা যায়। তেওঁৰ কবিতাৰ ভাব-সম্পদলৈ লক্ষ্য কৰি কেবাজনো সমালোচকে ৰুচি অনুযায়ী বিভিন্ন মন্তব্য আগবঢ়াইছে। এই ক্ষেত্ৰত প্ৰজ্ঞাশীল সমালোচক ইমদাদ উল্লাই জ্যোতিপ্ৰসাদৰ কবিতাৰ চাৰিটি ভাব-সম্পদলৈ বিশেষভাৱে আঙুলিয়াইছে। সেইকেইটা হ'লঃ (ক) বিশ্বৱিয়পা সৰ্বাত্মক সৌন্দৰ্যৰ ভাৱনা (খ) কলা- সংস্কৃতিৰ বিভিন্ন ৰূপ (গ) বিপ্লৱী আৰু জাতীয়তাবাদী চিন্তা-চৰ্চা আৰু (ঘ) শিশু-মনস্তত্ত্ব।

জ্যোতিপ্ৰসাদ কবিতা মূলতঃ ৰমন্যাসিক মনোধৰ্মৰে পৰিপূৰ্ণ। কবিয়ে একপ্ৰকাৰ উত্তৰাধিকাৰী সূত্ৰে অসমীয়া জাতীয়তাবাদী ধ্যান-ধাৰণা অৰ্থাৎ স্বদেশানুৰাগ লাভ কৰিছে। তেওঁৰ বহু কবিতাত এই আদৰ্শৰ অনলশিখা দীপ্তিমান। এনেবোৰ কবিতাই বৈপ্লৱিক মেজাজেৰে অগ্ৰসৰ হৈ বিৰল মানৱতাবাদী আৰু সমাজবাদী চেতনা ঐশ্বৰ্যৰ পৰিধিৰ মাজত গৈ অৱস্থান কৰিছে। অসমীয়া জাতীয় বীৰ-বীৰাংগনা আৰু সুপুৰুষসকলৰ প্ৰশস্তিৰ মাজেৰে আন এজানি কবিতাই আন এক বিশাল মাত্ৰা লাভ কৰিছে। কবিতা থূলৰ ঐতিহাসিক চেতনা তেজী ঘোঁৰাৰ দমত ধাৱমান হৈছে। নিস্ব সাধাৰণ মানুহৰ প্ৰতি সহানুভূতি আৰু গণতান্ত্ৰিক চেতনাবোধে এই শ্ৰেণীৰ কবিতাক এক অভিনৱ গতি দিছে।

জ্যোতিপ্ৰসাদৰ কবিতাৰ ৰমন্যাসিকতা সৰ্বজন স্বীকৃত। স্বদেশানুৰাগী ভাব-বস্তুৰ বাহিৰেও অজনীয়াকে হ'লেও অতীন্দ্ৰিয় বা ৰহস্যবাদৰ প্ৰভা থকা

দুই-এটা কবিতা আছে। ভ্ৰাতৃ অৰুণকুমাৰ আগৰৱালাৰ আত্মহত্যাই বিষাদঘন এটি ইলিজীৰ জন্ম দিছে। 'কাঞ্চনজংঘা'ত প্ৰকৃতিও ৰমক-জমক কৈ ওলাই আহিছে। প্ৰেমৰ এক সৌন্দৰ্যময় ৰূপৰ লগতে ঐহিকত্যৰ আস্বাদো দুই-এটি কবিতা অনুভৱ কৰা যায়। মুখ্যতঃ এক প্ৰাণময় শিল্পীসত্ত্বা আৰু মহাপ্ৰকৃতিৰ মহাসৌন্দৰ্যৰ বিশালতা কবিৰ এইলানি কবিতাত প্ৰচুৰ। জ্যোতিপ্ৰসাদে কবিতা লেখা সময়ত ৰমন্যাসিক কাব্য-চেতনা শুকাবলৈ লৈছিলে আৰু অমূল্য বৰুৱা-হেম বৰুৱাইঁতে 'আধুনিক' আদৰ্শৰ কবিতা-বাণী অসমীয়া কাব্যলৈ আমদানি কৰিছিল। আধুনিক কবিতাই 'খোজকঢ়া ছন্দৰে যায় দিঠকলে' বুলি জ্যোতিয়ে ওলগনি জনাইছিল। জ্যোদিপ্ৰসাদৰ জীৱন আৰু কৰ্মৰ থলী যদিও বহুলাংশে ৰমন্যাস যুগটোৰ ভিতৰুৱা; তথাপি তেওঁৰ কাব্য-জীৱন সংক্ৰান্তি কালৰহে অন্তৰ্গত। সেয়েহে জ্যোতিপ্ৰসাদৰ কাব্য-আলোচনা দুয়োটা কালকে চকুৰ আগত ৰাখি কৰাটো গ্ৰহণীয় পন্থা হ'ব।

জ্যোতিপ্ৰসাদৰ কবিতাত এক প্ৰচুৰ্য্যৰ পয়োভৰ অনুভৱ কৰা যায়। কবি-সমালোচক নৱকান্ত বৰুৱাই কৈছেঃ '.....He appears to be quite verbose like whitman and Nazrul Islam.' জ্যোতিপ্ৰসাদৰ কবিতাৰ ধ্বনিৰ মিল, অনুপ্ৰাস, নাটকীয় কাব্যভংগী আদিয়ে কবিতাৰাজিলৈ সৌন্দৰ্যমণ্ডিত গতিশীলতা বা ধ্বনিৰ প্ৰবাহমানতা আনি দিছে। এইবোৰে তেওঁৰ কবিতাৰ ছন্দৰ মিল আৰু মুক্তিৰ পয়োভৰৰ মাজেৰে ইয়াৰ আবৃত্তিযোগ্যতাক মহৎ ৰূপ দিছে। সমালোচক নলিনীধৰ ভট্টাচাৰ্যই কৈছেঃ '...আনহাতে তেওঁৰ কাব্যত অনুভূতি মুক্তক ছন্দৰ প্ৰাণোচ্ছল গতিৰে এক অদ্ভুত সততাৰে তীব্ৰ আৰু উজ্জ্বল।' জ্যোদিপ্ৰসাদ শব্দৰ যাদুকৰ। কাব্যতো নতুন নতুন শব্দৰ সৃষ্টি কৰি তেওঁৰ যাদুকৰী প্ৰতিভাৰ পৰিচয় জ্ঞাপন কৰিছে। স্বজাতি, স্বদেশ, বিশ্ব আৰু মানুহৰ কল্যাণৰ বাবে কবিৰ আছিল গভীৰ দায়বদ্ধতা। সেই দায়বদ্ধতা হীৰকবুলীয়া হৈ উজ্জ্বলি আছে তেওঁৰ কাব্য পৰিক্ৰমাত। জ্যোতিপ্ৰসাদৰ কবিতাৰ চাগে এইটোয়ে আটাইতকৈ শলাগিবলগীয়া দিশ।

**শিশু-সাহিত্যঃ** একুৰিমান গীত-কবিতা, এটি গল্প, অসম্পূৰ্ণ 'সোণ-পখিলা' নামৰ নাটক আৰু অসম্পূৰ্ণ 'অৰুণিৰ ৰামায়ণ'—মুঠতে এইখিনিয়ে জ্যোতিপ্ৰসাদৰ শিশু-সাহিত্যৰ সমষ্টি। শিশুহঁত সদায়ে এখন কল্পনাৰ জগতত বাস কৰে। সেইখন জগতত গছে-পাতে-শিয়াল-সিংহই কথা কয়, জোন-বেলি-তৰা মাটিলৈ নামি আহে। শিশু-কিশোৰৰ বয়স অনুসৰি ভাবনাৰ জগতখনৰ পৰিৱৰ্তন হয়। এতেকে শিশুৰ সাহিত্য সৃষ্টি কৰোঁতাসকলে শিশু-মনস্তত্ত্ব

নাজানিলে সাহিত্য-কৰ্মত সফল হ'ব নোৱাৰে। জ্যোতিপ্ৰসাদ শিশু-মনস্তত্ত্বত আকৰ্ষণীয়ভাৱে সিদ্ধহস্ত আছিল। শিশুৰ এই মনস্তাত্ত্বিক জগতখন তেওঁৰ ৰচনাত ৰমক-যমককৈ প্ৰকাশিত হৈছে। তেওঁৰ কাব্যৰ ছত্ৰে ছত্ৰে ই বিৰাজমান। জ্যোতিয়ে শিশু-চেমনীয়াৰ সপোন আৰু দিঠকত থিয়গড়াত থিয় হৈ শিশু-চেতনাক মনোৰমকৈ অৱলোকন কৰিছে। শিশুমনত ঈৰ্ষাও আছে আৰু জ্যোতিপ্ৰসাদৰ কবিতাত তাৰ নিৰ্ভেজাল বৰ্ণনাও আছে।

মাকেই হ'ল শিশুৰ বাবে অতি নিকটৰ, আদৰৰ, অতি নিৰ্ভৰযোগ্যতাৰ আঁকৰ। মাক আৰু শিশুৰ এই পৰম আত্মীয়তা জ্যোতিয়ে বৰ্ণাঢ্য ৰূপত অংকন কৰিছে।

'অকণিৰ ৰামায়ণ' অসম্পূৰ্ণকৈ নোৱোৱা হ'লে; ই অসমীয়া সাহিত্যৰে এক সুবৰ্ণ সাতসৰী হ'লহেঁতেন। এই অসমাপ্ত ৰামায়ণখনৰ মাজেৰে জ্যোতিয়ে কিছু মহান মানৱীয় আদৰ্শ আৰু নৈতিক জ্ঞান কিশোৰ প্ৰজন্মলৈ বুলি হীৰকবুলীয়াকৈ খচিত কৰিব বিচাৰিছিল। এই খণ্ডিত কাব্যৰ মাজেৰে জ্যোতিয়ে প্ৰাচীন ভাৰতীয়, অসমীয়া ঐতিহ্যৰে কিশোৰ প্ৰজন্মক চিনাকি কৰি দিব বিচৰাৰ লগতে সনাতন মানৱীয় মূল্যবোধৰ প্ৰতিও আকৃষ্ট কৰিবলৈ যত্নপৰ হৈছে। অসমীয়া জাতীয়তাবাদ জ্যোতিপ্ৰসাদৰ জীৱন আদৰ্শৰেই অন্যতম অভিব্যক্তি। কিশোৰ প্ৰজন্মক ইয়াৰ সাধনাৰেও গুৰি শিপাৰ সন্ধান দিবলৈ বাঞ্ছা কৰিছে। এই গ্ৰন্থৰ কাহিনী বৰ্ণনাৰ সৰলতা, সৰসতা, নগৰ, উৎসৱ, প্ৰাকৃতিক দৃশ্যৰ বৰ্ণনাৰ চিত্ৰময়তাই মনোৰম কৰি তুলিছে। বাল্মীকিৰ আশ্ৰমৰ বৰ্ণনাৰ মাজেৰে কবিয়ে মনোৰমভাৱে পৰিস্ফুট কৰিছে অসমৰ সমাজ-জীৱনৰ প্ৰাণময় চিত্ৰ। শিশু-সাহিত্যখিনিৰ বিষয়-সম্পদ, ভাব-সম্পদ, প্ৰকাশভংগী, শব্দ-চয়ন, শিশু-মনস্তত্ত্ব আদিৰ সুসমন্বয় সাধিত ৰূপটোৱে এটি হৃদয়গ্ৰাহী আৰু প্ৰাণৱন্ত ৰূপ পৰিগ্ৰহ কৰিছে। জ্যোতি-প্ৰতিভাৰ ইয়ো এক মনোগ্ৰাহী জীৱন্ত প্ৰকাশ।

**গীতঃ** আধুনিক অসমীয়া গীত-সংগীতৰ জগতখনত এক মন্ত্ৰদ্ৰষ্টা, দিক্‌নিৰ্ণয়কাৰী কলাকাৰ হিছাপে যেন আবিৰ্ভূত হৈছিল জ্যোতিপ্ৰসাদ আগৰৱালা। তেওঁৰ গীত-সংগীতে অসমীয়া আধুনিক কলাৰ ক্ষেত্ৰখনত ঐতিহাসিক ভূমিকা গ্ৰহণ কৰাৰ বিষয়ত 'শোণিত-কুঁৱৰী' নাটৰ পাতনিত নাট্যকাৰে নিজেই লেখি থৈ গৈছে। ১৯৮৮ চনত প্ৰকাশিত 'জ্যোতিপ্ৰসাদৰ গীত' নামৰ গ্ৰন্থখনত ৩৬১ টি গীত সন্নিৱিষ্ট কৰা হৈছে। এক বৈপ্লৱিক আস্থা আৰু সাধনাৰে জ্যোতিপ্ৰসাদ গীত-সংগীতৰ ক্ষেত্ৰখনত সোমাই পৰিছিল। ব্ৰিটিছ

অধিকৃত অসমৰ শিক্ষিত খিলঞ্জীয়া অসমীয়াসকলৰ গৰিষ্ঠ সংখ্যকে হিন্দুস্থানী আৰু বঙলা গীত-সংগীতৰ ৰাগিত আকণ্ঠ নিমজ্জিত হৈ থলুৱা বৰ্ণাঢ্য সুৰ-গীতক এলাহু কৰীয়া হ'বলৈ এৰি দিছিল। এনে এক অৱস্থাৰ প্ৰত্যাহ্বান কিশোৰ জ্যোতিপ্ৰসাদে বৈপ্লৱিক মেজাজেৰে গ্ৰহণ কৰি অসমীয়া সুৰ আৰু গীতৰ পুনঃআত্মপ্ৰতিষ্ঠাত আটাইতকৈ গুৰুত্বপূৰ্ণ ঐতিহাসিক ভূমিকা গ্ৰহণ কৰিছিল।

ঐতিহাসিক ভূমিকাই জ্যোতি-সংগীতৰ শেষ কথা নহয়। তেওঁৰ গীতৰ বুকুত থলুৱা অসমীয়া ধ্ৰুপদী আৰু লোকসংগীতৰ, ভাৰতীয় ধ্ৰুপদী গীতৰ আৰু পাশ্চাত্য সংগীতৰ এক পমি যোৱা ত্ৰিবেণী সংগম দেখা যায়। সাংগীতিক এই ঐশ্বৰ্যৰ লগত তেওঁৰ গীতসমূহত মনোমুগ্ধকৰ ৰূপত ভাব-বস্তু অনুযায়ী গঢ়ি তোলা শব্দ আৰু বাক্যচয়নৰ নৈপূণ্যপূৰ্ণ বিহাৰে গীতবোৰক বৰ্ণিল আৰু সহৃদয় কাব্য-সম্পদেৰে মুখৰিত কৰি তুলিছে। সুৰ-লয়ো ভাব-বস্তু অনুযায়ী নিৰ্মাণ হৈছে। জ্যোতিপ্ৰসাদৰ সংগীতৰ এই গুৰুত্বপূৰ্ণ আৰু বৈচিত্ৰ্যময় বৈশিষ্ট্যলৈ সাধাৰণ অসমীয়া গণপুঞ্জৰ লগতে সংগীতৰ তাত্ত্বিক সাধক আৰু আলোচকেও এইবোৰ গীতক 'জ্যোতি-সংগীত' এটি সুকীয়া ঘৰণৰ বা ধাৰাৰ সংগীত হিচাপে আখ্যায়িত কৰে। এই সুকীয়া শ্ৰেণীৰ বিষয়ত সংগীতসাধক ড° বীৰেন্দ্ৰনাথ দত্তই এনেদৰে মন্তব্য দিছেঃ 'In fact, lyrical and musical composition was Jyotiprasad's forte_he was a composer parexcellence. But it must be borne in mind that a song-maker though he was, he was not just that. This song-creations constitute a class by themselves not only because they bear the unmistakable stamp of his unique aesthetic sensibility but also because they bear testimony to the fact that their creator was an original thinker and an innovator.' একালত যদিও সংগীতজ্ঞ তফজ্জুল আলীয়ে 'জ্যোতি-সংগীত'ক এটি সুকীয়া ধাৰা হিচাপে মানি ল'বলৈ টান পাইছিল; পিছলৈ তেওঁ পূৰ্ব মন্তব্য সলনি কৰি এইদৰে কয়ঃ 'Now, I feel that the naming is fully justified and it is a due tribute to his genius as a music composer.'

**গদ্য-সাহিত্যঃ** জ্যোতিপ্ৰসাদৰ অতি বিখ্যাত প্ৰবন্ধসমূহৰ উপৰিও কেইটামান চুটিগল্প, এখনি অসম্পূৰ্ণ উপন্যাস আৰু দুখনি অসম্পূৰ্ণ জীৱনী আছে। তেওঁৰ গল্পকেইটি হ'লঃ 'ৰূপহী', 'কণীভৰা', 'সোণতৰা', 'সোণাৰ অভিমান', 'যুঁজাৰু', 'সতীৰ সৌৰভ', 'সন্ধ্যা' আৰু 'প্ৰত্নতাত্ত্বিকৰ কলাচুমুটি'।

'বগীতৰা' আৰু 'সতীৰ সৌৰৰণ' বিদেশী গল্পৰ আলমত ৰচিত হ'লেও ই নিভাঁজ অসমীয়া ৰূপ পৰিগ্ৰহণ কৰিছে। 'সোণটিৰ অভিমান' বেজবৰুৱাৰ 'মুক্তি' চুটিগল্পৰ সমধৰ্মী। চুটিগল্পকেইটাৰ মাজেৰে অসমীয়া গাঁৱলীয়া সমাজখন জাকিমাৰি প্ৰকাশিত হৈছে। নিৰলংকাৰ আৰু পোনপটীয়া বাক্য-বিন্যাসে স্বভাবোক্তিৰ গৰিমা লাভ কৰিছে। নাটক বা প্ৰবন্ধৰাজিৰ কাব্যিক কথনভংগীয়ে সৰল বৰ্ণনাভংগীক বাট এৰি দিছে। ইবোৰত গাঁৱৰ বাস্তৱ-জীৱন বাস্তৱিক কথাশৈলীৰে প্ৰকাশিত হৈছে। উপন্যাসখনৰ ক্ষেত্ৰত ড° সত্যেন্দ্ৰনাথ শৰ্মাই লিখিছে ঃ 'জ্যোতিপ্ৰসাদে জীৱনৰ অন্তিম সময়ছোৱাত 'আমাৰ গাওঁ' নামৰ এখন উপন্যাস ৰচনা আৰম্ভ কৰি সম্পূৰ্ণ কৰিব নোৱাৰিলে। এই উপন্যাসৰ প্ৰধান চৰিত্ৰ অভিনৱ বৰুৱা জ্যোতিপ্ৰসাদৰে আত্মপ্ৰসাৰণ বুলি ক'ব পাৰি। উপন্যাসখনৰ খণ্ডিত অংশৰপৰা অনুমান কৰিব পাৰি যে বৰ্তমান অসমীয়া গাওঁবোৰৰ অৰ্থনৈতিক দুৰৱস্থাৰ ভেঁটিত কাহিনীটো পৰিকল্পিত হৈছিল।'

'মহাত্মাগান্ধীৰ জীৱন সোঁৱৰণী'খনত পৰাধীনতাৰ গ্লানিৰ বৰ্ণনা আছে। গান্ধীৰ জন্মৰপৰা অসহযোগ আন্দোলনত তেওঁ গ্ৰেপ্তাৰ হোৱালৈ বৰ্ণিত হৈছে। বিহাৰৰ নীল খেতিয়ক আৰু জালিয়ানাৱালাবাগৰ দেশপ্ৰেমিকৰ ওপৰত সাম্ৰাজ্যবাদী ব্ৰিটিছে দেখুওৱা নৃশংসতা বিস্তৃতভাৱে বৰ্ণনা কৰি তেওঁৰ মানৱতাবাদী আৰু সমাজবাদী চেতনাৰ অনিবাৰ্যতা প্ৰকাশ কৰিছে। গান্ধী-ভক্তি জ্যোতিপ্ৰসাদৰ জীৱন-দৰ্শনৰ এক অবিচ্ছেদ্য উজ্জ্বল প্ৰভা। 'চন্দ্ৰকুমাৰ আগৰৱালা' নামৰ জীৱনীখন তেওঁৰ জীৱন-পথৰ দিক্‌নিৰ্ণয়ক তথা অনুপ্ৰেৰণাদাতা মাজু ৰ্দেউতাৰ প্ৰতি শ্ৰদ্ধাৰ উপহাৰ স্বৰূপ। এই জীৱনীখনত অসমীয়া জাতীয় জীৱনৰ পুৰোধা ব্যক্তি চন্দ্ৰকুমাৰ আগৰৱালাৰ জন্ম-শিক্ষা-বিবাহ-বংশ আদিৰ পৰিচয় আৰু তেওঁৰ কাব্যৰ গৌৰৱ আৰু গৰিমা বৰ ন্যায়নিষ্ঠভাৱে বিশ্লেষণ কৰিছে। চন্দ্ৰকুমাৰৰ জাতীয়তাবাদী, সৌন্দৰ্য বিমুগ্ধ আৰু ৰহস্যবাদী জীৱন-চেতনা আৰু কাব্য-চেতনাৰ চমকপ্ৰদ বিচাৰ আগবঢ়াইছে। সামৰণিত জ্যোতিয়ে লেখিছেঃ 'এইজীৱনীৰ দ্বিতীয় খণ্ডত চন্দ্ৰকুমাৰৰ মানৱ কবিৰ ভাগটো ভালকৈ ফঁহিয়াই চাবলৈ আশা ৰাখি প্ৰথম খণ্ডৰ ইয়াতে অন্ত পেলালোঁ।' অসমীয়া সাহিত্যৰে হতভাগ্য যে দুয়োখন জীৱনীয়ে অসম্পূৰ্ণ হৈ ৰ'ল।

**কথাছবি ঃ** অসমীয়া কথাছবি-শিল্পৰ জন্মদাতা ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা। বিদেশলৈ পঢ়িবলৈ গৈ জাতীয় জীৱনৰ ৰূপান্তৰৰ মন্ত্ৰদ্ৰষ্টা জ্যোতিয়ে এই নৱতম শিল্প মাধ্যমৰ বিষয়ত সাতমাহৰে প্ৰশিক্ষিত জ্ঞান লৈ

স্বদেশলৈ উভতি আহে আৰু মৰসাহ কৰি অসমীয়া কথাছবি নিৰ্মাণত হাত দিয়ে। এজনা ভৱিষ্যদ্ৰষ্টাৰূপে তেওঁ অনুভৱ কৰিছিলঃ '...দিনে দুবাৰকৈ বিদেশী ফিল্মে অসমীয়াৰ আগত বিদেশী সভ্যতাৰ নিদৰ্শন দাঙি কৃষ্টিৰ পোহৰ পেলাই, ভাষাৰ লালিত্য শুনাই, সংগীতেৰে মন-প্ৰাণ হৰি অসমীয়াক নিজত্বৰপৰা অতি বেগেৰে আৰু নিজকে প্ৰতিবোধ কৰিব নোৱাৰাকৈ আৰু অজানিতে আঁতৰাই লৈ যাবগৈ। বিশেষকৈ সৰু-সৰু অসমীয়া ল'ৰা-ছোৱালীবোৰে—স্কুল-কলেজৰ ল'ৰাবোৰৰ ওপৰত cinemaৰ দুৰ্দান্ত প্ৰতাপ আৰু ইহঁতৰ মনত চালুকীয়া কালৰে বিদেশী সভ্যতা, কৃষ্টি আদিয়ে দকৈ সাঁচ বহুৱাই দিব আৰু সিহঁতক অতি সোণকালে বিজতৰীয়া কৰি পেলাব।' এনে এক সৰ্বগ্ৰাসী প্ৰভাৱৰপৰা জাতীয় জীৱনক ৰক্ষা কৰিবলৈ তেওঁ 'জয়মতী' আৰু 'ইন্দ্ৰমালতী' কথাছবি নিৰ্মাণ কৰে।

১৯৩৫ চনৰ ১০ মাৰ্চ তাৰিখে কলিকতাৰ 'ৰাওনাক' কথাছবি-গৃহত ৰসৰাজ বেজবৰুৱা, পৃথ্বীৰাজ কাপুৰ, কে. এল. চাইগল আদি বিশিষ্ট দৰ্শকৰ সন্মুখত অসমীয়া প্ৰথম সবাক কথাছবি 'জয়মতী' প্ৰদৰ্শিত হয়। এইখন কথাছবি প্ৰকৃত আৰু বাস্তৱিক ফিল্মীয় কলা-শৈলীৰে নিৰ্মাণ কৰিবলৈ জ্যোতিপ্ৰসাদে অবৰ্ণনীয় কষ্টৰ সন্মুখীন হয়। চিত্ৰনাট্য, পৰিচালনা, সংগীত, নৃত্য আদি সকলো দিশ জ্যোতিপ্ৰসাদে অকলে মনন আৰু মন্থন কৰিবলগীয়া হৈছিল। 'জয়মতী'ৰ শব্দই তেওঁক বাৰুকৈ প্ৰতাৰণা কৰিছিল। সেই প্ৰতাৰণাৰ প্ৰত্যাহ্বান তেওঁ বীৰৰ দৰে কান্ধ পাতি লৈ সকলো চৰিত্ৰৰ মাত তেওঁ নিজে দি সুদূৰ লাহোৰত তাক সমাধান কৰিছিল। নাৰি চৰিত্ৰৰ অভিনয় নাৰীৰে কৰোৱাৰ যিটো কাম ভাৰতৰ ১৯১৩ চনৰ প্ৰথম নিৰ্বাক হিন্দী ছবি 'ৰাজা হৰিশ্চন্দ্ৰ'ত দাদাচাহেব ফাল্‌কেই কৰিব পৰা নাছিল; সেই কামটিকে ১৯৩৫ চনত জ্যোতিয়ে 'জয়মতী' কথাছবিত কৰিছিল। অতি এমুঠি অসমীয়া দৰ্শক থকাৰ সময়ত, এটিও অসমত চিত্ৰগৃহ নথকাৰ সময়ত জাতীয় ৰূপান্তৰৰ স্বাৰ্থত জ্যোতিয়ে 'জয়মতী' কথাছবি কৰি সেইকালৰ প্ৰায় ৩০ হাজাৰৰ দৰে টকাৰ ভয়ংকৰ আৰ্থিক লোকচান ভৰি পৰিয়াললৈ চৰম আৰ্থিক বিপৰ্যয় মাতি আনিছিল। 'জয়মতী'ক লৈ অত্যুৎসাহী কোনো কোনো অসমীয়া সমালোচকে নেতিবাচক সমালোচনাৰে জ্যোতিৰ মন বেজেৰাই তুলিছিল। কিন্তু বেজবৰুৱাই কৈছিলঃ "... 'জয়মতী' শ্ৰীমান জ্যোতি বোপাৰ অশেষ চেষ্টা, অপৰিসীম ধৈৰ্য আৰু ধন ব্যয়ৰ ফল। তেওঁ প্ৰকৃততে এজন শিল্পী। তৰুণ অসমৰ 'জয়মতী' এখন উজ্জ্বল দাপোণ।...মই দু'ঘণ্টা আহোম ৰাজ্যত সোমাই আছিলোঁ যেন লাগিল।"

১৯৩৯ চনত মাত্ৰ বাৰ-চৈধ্য দিনমানৰ ভিতৰত তেওঁৰ দ্বিতীয়খন কথাছবি 'ইন্দ্ৰ-মালতী' সম্পূৰ্ণ কৰি তোলে। অসমীয়া প্ৰথম আৰু দ্বিতীয়খন কথাছবি নিৰ্মাণ গৌৰৱৰ অধিকাৰীও জ্যোতিয়েই। জ্যোতিয়ে লেখিছেঃ '...এই ছবিখন জয়মতীৰ খৰচলৈ চাই বৰ কম খৰচত কৰা হৈছে। ইয়াৰ খৰচ বহু কটকিনা কৰি আৰু সময়ত ফিল্মখনৰ অংগক্ষতি কৰি আৰু সৌন্দৰ্য হানি কৰিও খৰচ ৰখা হৈছে। সেইকাৰণে কিছুমান অসমীয়া ফিল্ম-দৰ্শকে ইন্দ্ৰ-মালতীখন যিমান ভাল হ'ব বুলি আশা কৰিছিল; সিমান হয়তো হোৱা নাই।' অসমত কথাছবি-শিল্পৰ শিল্পী আৰু কলা-কুশলী গঢ় লৈ উঠাৰ প্ৰেৰণা দি বিশ্বৰ বৰঘৰলৈ অসমীয়া অভিনয়পাৰদৰ্শিতা লৈ যোৱাৰ আলোক-যাত্ৰাৰ পথটো চিকুণাই দিলে— 'জয়মতী' আৰু 'ইন্দ্ৰ-মালতী'য়ে। জ্যোতিয়ে এই বাবেও অসম আৰু অসমীয়াৰ মাজৰ চিৰকাল অমৰ হৈ ৰ'ব।

প্ৰবন্ধ ঃ 'নালীয়াপুলৰ বিপদ-সংকেত'সহ জ্যোতিপ্ৰসাদৰ মুঠ প্ৰবন্ধৰ সংখ্যা উনৈছ। 'শিল্পীৰ পৃথিৱী'সহ তেওঁৰ প্ৰায়বোৰ ৰচনাই কোনো কোনো উপলক্ষে দিয়া অভিভাষণ। এই প্ৰবন্ধসমূহত জ্যোতিপ্ৰসাদে নিজস্ব মননেৰে সংস্কৃতিৰ স্বৰূপ, মানুহ আৰু শিল্পীৰ স্বৰূপ, ৰাষ্ট্ৰ-নিৰ্মাণত সাংস্কৃতিক চেতনাৰ বৈভৱ আদিৰ অলোচনা সবিস্তাৰে কৰা দেখা যায়। আধুনিক জীৱন-যাত্ৰাত ঐতিহ্যৰ ইতিবাচকতা তেওঁ বিৰল আন্তৰিকতাৰে গ্ৰহণ কৰিছে। তেওঁৰ এই প্ৰবন্ধলানিৰ কেইটামান প্ৰবন্ধত অসমীয়া সংস্কৃতিৰ স্বৰূপ, অসমীয়া স্থাপত্যৰ গৰিমা, অসমীয়া কথাছবি শিল্পৰ ভৱিষ্যত, বিহুৰ বিভূতি আদিৰ বিষয়ত মননশীল চৰ্চা আগবঢ়াইছে। আকৌ কেইটামান প্ৰবন্ধত ৰসৰাজ বেজবৰুৱা প্ৰমুখ্যে সেই কালৰ অসমীয়া সমাজ-জীৱনৰ ধৰণী স্বৰূপ ব্যক্তিত্বৰ প্ৰতি তেওঁ শ্ৰদ্ধামিশ্ৰিত আলোচনা আগবঢ়াইছে। প্ৰবন্ধলানিৰ সমগ্ৰ বক্তব্যৰ পৃষ্ঠভূমিত তেওঁৰ অবিনাশী অসমীয়া জাতীয়তাবাদী মনটোৱে কেতিয়াবা প্ৰত্যক্ষভাৱে আৰু কেতিয়াবা পৰোক্ষভাৱে গংগা আৰু পাতালী গংগাৰ দৰে বৈ আছে।

তেওঁৰ দুকুৰি আঠ বছৰীয়া চুটি জীৱন কালছোৱা পৰাধীন ভাৰতৰ স্বাধীনতাৰ দ্ৰোহৰ মাজেৰে পাৰ হৈ গৈছে। ভাৰতৰ স্বাধীনতাৰ যুঁজৰ তেওঁ এজন ধুমুহা গতিৰ অদমনীয় যুঁজাৰু আছিল। তেওঁ আছিল গান্ধীৰ একনিষ্ঠ সেৱক। কোনো কোনো প্ৰবন্ধত তেওঁ হিংসা আৰু অহিংসাৰ প্ৰয়োগৰ দ্ব্যৰ্থহীন মন্তব্য আগবঢ়াই তেওঁৰ জীৱন-দৰ্শনৰ এটি ফাল উন্মুক্ত কৰি থৈ গৈছে। প্ৰায় আজীৱন কাল কংগ্ৰেছ দলৰ সমৰ্থক হৈও কংগ্ৰেছীৰ দুষ্কৃতিৰ কংগ্ৰেছৰ জয়জয় ময়ময় সময়তো তেওঁ ন্যায়নিষ্ঠ মননেৰে সমালোচনা আগবঢ়াইছে। ধনতন্ত্ৰবাদ, সাম্ৰাজ্যবাদ আৰু সমাজবাদৰ বিষয়ত জ্যোতিপ্ৰসাদে বৰ মুকলিকৈ তেওঁৰ

বিশ্বাস প্ৰকট কৰিছে। তলৰ উদ্ধৃতিকেইটাই তেওঁৰ উপৰ্যুক্ত চিন্তা-ঐশ্বৰ্যক প্ৰজ্ঞাশীল ৰূপত দাঙি ধৰিছে।

✿...এই যে মানুহৰ খাই-বৈ তৃপ্তি পোৱাৰ পাছতো জীৱনক আনন্দপূৰ্ণ কৰিবলৈ মধুৰ দৰ্শন, মধুৰ শ্ৰৱণ তাক লাগে—এই যে পেটৰ ভোক-পিয়াহৰ দৰেই তাৰ এই স্বাভাৱিক সৌন্দৰ্যমুগ্ধতা-সৌন্দৰ্যৰ বাবে হেঁপাহ- এই হেঁপাহতেই আছিল সংস্কৃতিৰ নীহাৰিকাৰূপ। (শিল্পীৰ পৃথিৱী)

✿...যদি বাস্তৱৰ মীমাংসাৰ বাবে তেওঁলোকে অৰ্জুনৰ দৰে হাতত গাণ্ডীৱ তুলি ল'বলগীয়া হয়, তথাপিও তেওঁলোকে মানৱাদৰ্শৰূপে ভাৰতীয় তেজৰ সন্তান হৈ অহিংসাই যে মানৱ-জীৱনৰ চৰম আদৰ্শ, তাক মানি ল'বই লাগিব। জীৱনৰ সকলো ক্ষেত্ৰতেই অহিংসাৰ প্ৰয়োগ কৰিব পাৰিলে মানৱ সংস্কৃতিৰ পূৰ্ণ বিকাশ হ'ব। (শিল্পীৰ পৃথিৱী)

✿...মনৰ উৎকৰ্ষণেই হৈছে মানুহৰ ওপৰলৈ গতি কৰাৰ উপায়। এই উৎকৰ্ষণেই হৈছে সংস্কৃতি। (পোহৰলৈ)

✿...পাত্ৰাপাত্ৰ চাই আমি সত্যাগ্ৰহৰ অস্ত্ৰাগাৰৰপৰা অস্ত্ৰ আনিব লাগিব আৰু আৱশ্যক হ'লে আমি খাৰ-বাৰুদৰ কুঠৰীলৈকেও যাব লাগিব...। (পোহৰলৈ)

✿...কেৱল non-killingক মই অহিংসা বোলা নাই। শোষণ, পীড়ন, দলন, স্বাৰ্থবাদ, প্ৰভুত্ব, ক্ষমতালিপ্সা—এইবোৰ সকলোৱে হিংসা।

(সংগীত সন্মিলনৰ অভিভাষণ)

✿...প্ৰগতিৰ বৰভেটি হৈছে ঐতিহ্যৰ সত্য। আজি আমাৰ সাংস্কৃতিক প্ৰগতি আমাৰ অসমীয়াৰ, ভাৰতীয়ৰ ঐতিহ্যৰ সত্যৰ ওপৰত অৱশ্যেই প্ৰতিষ্ঠিত হ'বই লাগিব। আজি আমি বিশ্ব প্ৰগতিৰ জোনাকী বাটত লগ পোৱা গণতন্ত্ৰই হওক, সমাজতন্ত্ৰই হওক, সাম্য-তন্ত্ৰই হওক, বিহকে আমি অভাৰতীয় মনীষা, প্ৰতিভাৰপৰা আনিব খোজোঁ— তাকেই আনি কিন্তু আমাৰ দেশত প্ৰতিষ্ঠা কৰিব লাগিব আমাৰ ঐতিহ্যৰ সেই সেই তন্ত্ৰ বিষয়ক সত্যৰ ওপৰতহে। (শিল্পীৰ পৃথিৱী)

✿...য'ত অন্তৰলৈ সুন্দৰ নামিছে, তাত দেশৰ এভাগত ধুনীয়া ফুলনি আৰু আনফালে ভগা উৱলি যোৱা উকথা পজা থাকিব নোৱাৰে। য'ত অন্তৰ সংস্কৃতি সুপ্ৰতিষ্ঠিত হৈছে—সেইদেশৰ মহানগৰীবোৰত পান-ভোজনৰ উভৈনদী, ৰেষ্টুৰা হোটেলৰ আগত ময়লা পেলোৱা ডাষ্টবিনৰপৰা জৰ্কা ওলোৱা মানুহে চুৱাপাতনিৰপৰা চোবাই পেলোৱা আহাৰ বিচাৰি কোনোমতে প্ৰাণটো ৰাখিব নালাগে। (আইদেউৰ জোনাকী বাট)

এনে ধৰণৰ বহু আন্তৰিক, সততাযুক্ত আৰু আত্ম-প্ৰত্যায়িত চিন্তা-বৈভৱেৰে জ্যোতিয়ে অসমীয়া বৌদ্ধিক সমাজখনৰ চিন্তাৰ জগতখনত ৰবভূঁইকঁপৰ জোঁকাৰণি তুলি থৈ গৈছে আৰু আজিও অসমীয়া সমাজখনক তীব্ৰতৰ ৰূপত জোঁকাৰি আছে। জাতীয়তাবাদী জ্যোতিপ্ৰসাদৰ আশাবাদেৰে পুষ্ট মানৱতাবাদী জীৱন-দৰ্শন, জীৱন-শিল্পীৰ গৰিমা এই প্ৰবন্ধ-সাহিত্যত প্ৰত্যক্ষৰূপত প্ৰকাশিত হৈছে। এই প্ৰবন্ধলানিত সেইসময়ৰ সমসাময়িক আৰ্থ-ৰাজনৈতিক আৰু সামাজিক-সাংস্কৃতিক সংঘাতৰ বতৰা ইয়াৰ বুকুত সোমাই আছে আৰু সেইবিষয়ত তেওঁৰ বিশ্বাস আৰু মনন স্পষ্ট ৰূপত প্ৰতিভাত হৈছে। বহুলোকে তেওঁলোকৰ নিজা নিজা বিচাৰ-বিবেচনাৰে জ্যোতিপ্ৰসাদক বিভিন্ন বাদ-মতবাদৰ সম্পূৰ্ণ বিশ্বাসী বুলি সুকীয়া সুকীয়াকৈ প্ৰতিষ্ঠা কৰিব বিচাৰে; কিন্তু আমাৰ বিনম্ৰ বিচাৰত জ্যোতিপ্ৰসাদৰ মনীষাত নিজস্ব এক উদাৰনৈতিক জীৱন-দৰ্শনে পাহ মেলি ফুলি উঠিছিল। ঐতিহ্যৰ সত্যৰ ওপৰত প্ৰতিষ্ঠিত 'ৰূপান্তৰেহে জগত ধুনীয়া কৰে' বুলি গায়ত্ৰী-মন্ত্ৰ গোৱা জ্যোতিপ্ৰসাদ আগৰৱালা এজনা যোল অনাই জীৱন-শিল্পী আছিল। □

# কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানীঃ এটি আলোচনা

এলিজা শৰ্মা

মানুহৰ দুখ বেদনা শোক তাপ বা অতিশয় আনন্দৰ মূৰ্ত্ত অভিব্যক্তিয়ে সদায় কবিতাৰ ৰূপ লয়। মহৰ্ষি বাল্মীকিয়ে তমসা নদীৰ পাৰত গা ধুবলৈ গৈ শৰাহত ক্ৰৌঞ্চ এটাৰ সঙ্গিনীৰ কৰুণ বিননিত মৰ্মাহত হৈ ব্যাধক কৰা তিৰস্কাৰে কবিতাৰ ৰূপেৰেহে আত্মপ্ৰকাশ কৰিছিল। সেই কবিতাৰ ছন্দেৰেই পিছত ৰামায়ণ ৰচনা কৰি মহৰ্ষি বাল্মীকি মহাকবি বাল্মীকি হৈছিল। বাৰ বছৰ বয়সতে বিয়া হৈ তিনিবছৰ পিছতে বাতৰোগত আক্ৰান্তা, সন্তানহীনা ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়েও তেওঁৰ দৈহিক দুখ যন্ত্ৰণা, মানসিক অশান্তি, বেদনাক কবিতাৰ ৰূপত প্ৰকাশ কৰি কাব্যভাৰতী উপাধিৰে বিভূষিতা হৈছিলগৈ।

উনবিংশ শতিকাৰ নবম দশকৰ কথা। সেই সময়ত ছোৱালীয়ে স্কুলীয়া শিক্ষা লাভ কৰাৰ প্ৰশ্নই উঠা নাছিল। ঘৰুৱা শিক্ষকৰ সহায়ত সামান্য শিক্ষা লাভ কৰাৰ পিছতে বাৰ বছৰ বয়সত ধৰ্মেশ্বৰী দেৱীৰ বিয়াই হ'ল আৰু তাৰ দুই তিনি বছৰ পিছৰেপৰা তেওঁ বাতৰোগত আক্ৰান্ত হ'ল। যৎপৰোনাস্তি চিকিৎসাৰ অন্ততো ৰোগে এৰা নিদিলে বৰং ক্ৰমাৎ বৃদ্ধিহে হৈ আহিব ধৰিলে আৰু কলিকতাত কৰা চিকিৎসা, বায়ু পৰিবৰ্ত্তন একোৰেই তেওঁৰ পঙ্গুত্বক ৰোধিব নোৱাৰিলে। ক্ৰমাৎ লৰচৰ কৰিব নোৱাৰা হৈ শেষত শয্যাসায়ী হ'ব লগীয়াত পৰিল। সোণালী সপোন ৰচাৰ অফুৰন্ত আশা মনত লৈ বিবাহ বন্ধনত সোমোৱাৰ পিছতে দুৰাৰোগ্য ব্যাধিয়ে যেতিয়া সকলো আশা ভাঙি চিঙি থানবান কৰি পেলায় তেতিয়া মন কিমান ব্যাকুল হ'ব, অসহায়ভাৱে কিদৰে মন তোলপাৰ কৰিব সেই কথা সহজেই অনুমেয়। এই দুখবোৰে লাহে লাহে কবিতাৰ আকাৰ ল'ব ধৰিলে। কিন্তু সেই কবিতা সংখ্যাত কিমান হ'ব? দুটা চাৰিটা বা খুব বেছি হ'লে দহ পোন্ধৰটা। একেবিলাক দুখৰ কথাকে তাতকৈ বেছি আৰু কিমান কবিতাত প্ৰকাশ কৰিলে হয়? কিন্তু নহয়। সেই দুখৰ মাজতে অতি মৰমিয়াল, পৰশ, দয়ালু স্বামীৰ অফুৰন্ত মৰমে, ঘৰখনৰ প্ৰতিজন সদস্যৰ

অপৰিসীম সহৃদয়তাই সন্তানহীনা নাৰীৰ ভাগিন-ভতিজাই নিজ সন্তানৰ দৰে প্ৰদান কৰা অপত্য স্নেহে তেওঁক তেওঁৰ দুখৰ সমানেই সুখো দি তেওঁৰ কবিতাৰ নিজৰাত অহৰহ পানীৰ যোগান ধৰিব ধৰিলে। সেয়েহে তেওঁৰ শোকৰ সঙ্গীত পিছলৈ প্ৰেম-ভালপোৱা, অপত্যস্নেহ, জাতীয় ভাবৰ চেতনা বিশ্ববৰেণ্য লোকৰ প্ৰতি শ্ৰদ্ধাঞ্জলি সন্তানৰ প্ৰতি উপদেশ, নতুন প্ৰজন্মৰ প্ৰতি সকীয়নি, জন্মভূমিৰ প্ৰতি প্ৰেম, প্ৰকৃতি প্ৰেম, ভগৱৎ-প্ৰেম আদিলৈ ৰূপান্তৰ ঘটিব ধৰিলে।

যি সময়ত সন্তানহীনা নাৰীকেই এলাগী বুলি মাকৰ ঘৰলৈ পঠিয়াই পুৰুষে পুনৰ লাগী তিৰোতা ঘৰলৈ আনে, তেনে সময়ত, অকল সন্তানহীনাই নহয় ঘৰৰ কোনো কামত নহা পঙ্গু তিৰোতা এগৰাকী, যাৰ চিকিৎসাতেই হয়তো উপাৰ্জনৰ আধাতকৈয়ো বেছি খৰছ হয়, তেনে তিৰোতাৰ সুপ্ত কাব্য-প্ৰতিভাক খুচৰি উলিয়াই তাত সাৰ পানী দি সঞ্জীবিত কৰা দৃষ্টান্ত অতি বিৰল। চলনশক্তিহীন পত্নীৰ কবিতা নিজে সজাই পৰাই চিজিল কৰি ৰখা, আলোচনী বাতৰি কাকতক নি কবিতাৰ যোগান ধৰা আৰু প্ৰকাশৰ পিছত সেইবিলাক চপাই কোছাই সযতনে ৰখা আদি কামৰ মাজত যি প্ৰেম অন্তৰ্নিহিত হৈ আছে সেই প্ৰেমেই কবিৰ জীৱনৰ পাথেয় আছিল। সেই প্ৰেমৰ মাজতে কবিয়ে ভগৱানৰ ৰূপ দেখা পাইছিল। সেয়েহে তেওঁৰ কবিতাত; বিশেষকৈ “ফুলৰ শৰাই”ত থকা কবিতাত, তেওঁৰ জীৱনৰ যি দুখ প্ৰকাশ হৈছে পিছত “প্ৰাণৰ পৰশ”ত স্বামীৰ মৃত্যুৰ আগলৈ লিখা কবিতাসমূহত আৰু সেই দুখ দেখিবলৈ পোৱা নাযায়। স্বামীৰ প্ৰেমৰূপ ভেষজে শাৰীৰিক দুখ যন্ত্ৰণা নাইকিয়া কৰি পৃথিৱীত সুন্দৰতাখিনিত দৃষ্টি নিবদ্ধ কৰিবলৈ তেওঁক সমৰ্থ কৰি তুলিলে। শাৰীৰিক দুখৰ অভিব্যক্তিৰ স্থান ঐশ্বৰিক ভাবচিন্তাই দখল কৰিলে। মনে মুক্ত বিহঙ্গৰ দৰে প্ৰকৃতিৰ ৰূপ অনুধাৱন কৰিব ধৰিলে।

কবিতা লিখো বুলয়েই মানুহে লিখিব নোৱাৰে। অন্তৰৰ সুখ দুখৰ অনুভূতি সমূহে কল্পনাৰ ৰহণ সানি যেতিয়া মনগহনত জোৰে খুন্দিয়াব ধৰে তেতিয়াই কবিতাৰ জন্ম হয়। ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ এই প্ৰতিভা জন্মগত। বৈবাহিক জীৱনৰ আৰম্ভণিতে যি মধুৰ সপোন মনতে ৰচনা কৰি স্বামীগৃহত ভৰি দিছিলহি তাৰ মূৰ্ত্ত প্ৰকাশ হৈছে তেখেতৰ প্ৰথম কবিতাপুথি “ফুলৰ শৰাই”ত থকা “পুৱা”, “প্ৰীতি উপহাৰ”, “ফুলাফুল”, “মিলন” আদি কবিতাত—

আজলী লতাই পাই তৰুৰ আশ্ৰয়
উলাহেৰে সাৱটি ধৰিলে,
সংসাৰ ক্ষেত্ৰত এটি সঙ্গী লগ পাই
মন প্ৰাণ দুয়োকে সঁপিলে। (প্ৰীতি উপহাৰ)

হৃদয় তন্ত্ৰী জোঁকাৰি উঠিলে
মিলনৰ এটি সুৰ,
হ'ল বিনিময় দুখনি হৃদয়
আছিল বহুত দূৰ। (মিলন)

কিন্তু দুৰাৰোগ্য ব্যাধি এজাক কালধুমুহাৰ দৰে আহি তেওঁৰ সকলো সপোন, সকলো আশা ভাঙি চিঙি চূৰ্ণীকৃত কৰি পেলালে।

কবিৰ মনৰ সপোন ভাগি গলেও তেওঁৰ দৰদী স্বামীয়ে তেওঁ মানুহজনীক ভাগি পৰিব নিদিলে। তিৰোতাৰ পৰম আৰাধ্য বস্তু স্বামীৰ অকৃত্ৰিম নিঃস্বাৰ্থ প্ৰেমে কালধুমুহাত ভাঙি পৰা লতাজুপিক পুনৰ ঠন ধৰাই তুলিলে। শাৰীৰিক বেদনাত জৰ্জ্জৰ, আশাভঙ্গৰ বেদনাত কাতৰ কবিৰ অন্তৰ্নিহিত কাব্য প্ৰতিভা তেওঁৰ স্বামীৰ চকুত ঠিকেই ধৰা পৰিছিল আৰু সেয়েহে তেওঁ প্ৰিয়তমা পত্নীক দুখত ভাগি পৰিব নিদি মনৰ দুখবোৰ কবিতাৰ আকাৰে সজাই পৰাই তুলিবলৈ উদগনি দিছিল। স্বামীৰ অকৃত্ৰিম ভালপোৱাই কবিৰ মনলৈ আত্মবিশ্বাস ঘূৰাই আনিলে। এই ভালপোৱাই তেওঁক উপলব্ধি কৰিবলৈ শিকালে যে পাৰ্থিব সুখ সম্ভোগেই জীৱনৰ আচল কথা নহয়। এইবোৰৰ উৰ্দ্ধলৈ গৈ আত্মাৰ পৃথিবীত বিচৰণ কৰিব পাৰিলেহে প্ৰকৃত সুখৰ সন্ধান পাব পাৰি। তেওঁৰ মনত পতিপ্ৰেম আৰু ভগবৎ প্ৰেম একাকাৰ হৈ গ'ল। সামান্য শিক্ষিতা কবিৰ কল্পনাত সৰস্বতীয়ে বাহ ল'লে।

জীৱনৰ উদ্দেশ্য নিস্ফল হোৱাৰ যন্ত্ৰণা "উদ্দেশ্য" নামৰ কবিতাৰ মাজেৰে তেওঁ ফুটাই তুলিলে—

মিছাতেই চাই ৰ'লো আশা-দীপ গছি
হয়বা কিজানি মোৰ জীৱন সফল,
নুমাব লগীয়া হ'ল শলিতাও হায়!
জীৱনৰ চিন্তা হ'ল যেনিবা গৰল। (উদ্দেশ্য)

শেষ সম্বল হিচাপে তেওঁ ভগবানকে কাকুতি মিনতি কৰিছে। নিকৰুণ ভগবানৰ প্ৰতি অভিমানত মন ভৰি পৰিছে—

সুধিবিছোঁ শোকাৰ্ত্তৰ কৰুণ কিনিনি
নেবাজেনে কৰুণ সুৰত,
মোৰ এই অন্তঃস্থল ভেদা হুমুনিয়াহ
নেলাগেনে তেওঁৰ প্ৰাণত। (বিনয়-বাতৰি)

কিন্তু লাহে লাহে পাৰ্থিব দুখ যন্ত্ৰণাই তেওঁৰ মন কাবু কৰিব নোৱাৰা হৈ অহা যেন দেখা যায়। পাৰ্থিব সুখৰ প্ৰতি তেওঁৰ স্পৃহা নাইকিয়া হ'ল।

এই সুখ যে মৰীচিকা সদৃশ সেই ধাৰণা তেওঁৰ মনত স্পষ্ট হৈ উঠিল। অপাৰ্থিব অতীন্দ্ৰিয় সুখৰ অন্বেষণত তেওঁ নিৰত হ'ল—

আতৰোৱা দেৱ মায়া তমোৰাশি
তিলেক পোহৰ দানি।
তিলেকৰ হেতু নিয়া আতৰাই
মায়াৰূপী ৰাক্ষসিনী।। (মায়া)

হৃদয়ৰ বল, সজ জ্ঞান, শুদ্ধমতি, শুভ্ৰতা, বিনয়-নম্ৰতা আৰু ভক্তিৰেহে যে দয়াময় ভগবানক পূজি সন্তুষ্ট কৰিব পাৰি সেই কথা তেওঁ উপলব্ধি কৰিব পাৰিলে (প্ৰভু মোক দিয়া) আৰু সুখ ক'ত কেনেকৈ পাব পাৰি সেই জ্ঞানো তেওঁ লাভ কৰিবলৈ সক্ষম হ'ল—

সংসাৰৰ জ্বালা যন্ত্ৰণাই যাৰ
নোৱাৰে টলাব মন,
বিপদ সঙ্কুল সঙ্কট ধৰাত
চিৰ সুখী সেই জন। (প্ৰকৃত সুখ ক'ত)

এই মহান জ্ঞান লাভ কৰাৰ লগেলগে তেওঁ আকাশ, বতাহ, তৰা, বিজুলী, নৈ, সাগৰ, স্বামীভক্তি, শিশুৰ হাঁহি, দুখৰ চকুলো, গছ, ফুল, পাত সকলোতে ঈশ্বৰৰ অস্তিত্ব অনুভৱ কৰিব ধৰিলে। সৰ্বশক্তিমান বিশ্বব্যাপী হৈ আত্মাৰূপ ধৰি তেওঁৰ হৃদয়তে বিৰাজ কৰিছে বুলি কোনোবাই যেন আহি তেওঁক কাণে-কাণে কৈ গ'লহি। (তুমিয়েই নেকি?)

কবিৰ হিয়া-মণিকূটৰ মাজত সুবৰ্ণ কমল আসনত কোনোবা এজনে অভিনৱ সাজেৰে বিৰাজ কৰা তেওঁ অনুভৱ কৰিব পাৰিলে। (কোন তুমি?) আৰু লগে লগে তেওঁৰ মনৰ শোক-তাপ-বেদনা-যন্ত্ৰণা ক্ৰমান্বয়ে নাইকিয়া হৈ আহিল। শয্যাশায়ী হৈ থাকিবলগীয়া হোৱা সত্ত্বেও তেওঁ তেওঁৰ কল্পনাৰ জৰিয়তে বিশ্ব ভ্ৰমণ কৰিব ধৰিলে, জ্ঞান-বুদ্ধি ক্ৰমান্বয়ে বৃদ্ধি পালে আৰু মনৰপৰা কলুষ; কালিমা সকলো আঁতৰি যোৱা হেতুকে কোনো বস্তুৰে বেয়া ৰূপটো তেওঁৰ চকুত নপৰা হ'ল। মনৰ নেতিবাচক ভাবধাৰা অন্তৰ্হিত হ'ল আৰু ইতিবাচক ভাবধাৰাই সেই স্থান গ্ৰহণ কৰিলে। সকলো বস্তুকে সুন্দৰ দেখা হ'ল। সুন্দৰক লগ পাব খুজিলে প্ৰথমে নিজৰ জীৱন সুন্দৰ কৰি তুলিব লাগিব। বাহিৰে ভিতৰে সুন্দৰ হ'ব পাৰিলেহে বিশ্বৰ সকলোতে সুন্দৰৰ প্ৰতিমূৰ্ত্তি দেখা পোৱা যায়। এবাৰ যদি সুন্দৰক হৃদয়ত সাবটি ধৰিব পৰা যায় তেতিয়াহলে মানুহে দুখ, শোক, তাপ, ক্লেশ, জৰা, মৃত্যু, ভয় এই সকলোৰেপৰা অব্যাহতি পাব পাৰিব, কাৰণ সুন্দৰ সদানন্দময়। (সুন্দৰ),এয়ে হৈ পৰিল কবিৰ জীৱন দৰ্শন। তেওঁৰ অন্তৰত বিশ্ববাঁহীৰ সুৰ বাজি উঠা তেওঁ শুনিবলৈ পালে।

তেওঁৰ উপলব্ধি হ'ল যে সেই সুৰেই পৃথিৱীৰ সকলোবে অন্তৰ প্ৰেমভাবেৰে সমৃদ্ধ কৰিছে। সেই সুৰৰ তানেই এই বিৰাট বিশ্বক প্ৰেমৰ ডোলেৰে বান্ধি থৈছে আৰু সেই সুৰৰ ঝঙ্কাৰতেই ব্ৰহ্মসত্য নিনাদিত হৈছে (বিশ্বসুৰ)। এই বিৰাট উপলব্ধিৰ ফলস্বৰূপেই হয়তো তেওঁৰ দৃষ্টি নিজৰপৰা আঁতৰি সমগ্ৰত নিবদ্ধ হ'ল। সেয়েহে "ফুলৰ শৰাই"ৰ কবিতাত পোৱা তেওঁৰ অসহায় ভাবৰ লেখমানো "প্ৰাণৰ পৰশ"ত থকা; তেওঁৰ স্বামীৰ মৃত্যুৰ আগলৈকে লিখা; কবিতা সমূহত পোৱা নাযায়।

একেজোপা গছতে পৰি থকা দেখিবলৈয়ো একে দুটা পখীৰ জৰিয়তে কবিয়ে মন আৰু বিবেকৰ মাজত হোৱা অন্তৰ্দ্বন্দ্ব অতুলনীয় সুন্দৰভাৱে ফুটাই তুলিছে। (দুটি পখী)

"সখিয়তী" কবিতাটো পঢ়িলে ৰঘুনাথ চৌধাৰীৰ কেতেকী চৰাইলৈ মনত পৰে যদিও দুয়োজন কবিৰ দৃষ্টিভঙ্গীৰ আকাশ-পাতাল প্ৰভেদ। বিহগী কবিয়ে নিজৰ দুখত অতিশয় কাতৰ হৈ শেষ আশাৰ ৰেঙণি কেতেকী চৰাইৰ গীততে দেখা পাইছে, দুয়োৰে একে ধ্যান একে জ্ঞান যেন অনুমান হৈছে আৰু সেয়েহে চৰাইজনীক জন্মজন্মান্তৰৰ লগৰী কৰি ল'ব বিচাৰিছে। কদাপিতো দুয়োৰে বিচ্ছেদ নোহোৱাটো কামনা কৰিছে। কিন্তু কাব্যভাৰতীয়ে জগতৰ সকলো প্ৰাণী পৰম পিতাৰ সন্তান বাবেহে সখিয়তী আৰু তেওঁৰ একে প্ৰাণ বুলি কৈছে। তেওঁৰ মতে কোনো প্ৰাণীৰ মাজতেই ভিনপৰ নাই কাৰণ জগতৰ সকলো প্ৰাণী বিশ্বৰ গৰাকী পৰম পিতাৰ সন্তান।

সন্তানৰ প্ৰতি থকা কবিৰ আকুলতা আৰু শিশুৰ প্ৰতি থকা স্নেহ "শিশুৰ প্ৰতি" কবিতাত সুন্দৰভাৱে প্ৰকাশ পাইছে—

দেৱৰ বিভূতি মৰতত যেন
শিশুৰ আকাৰে আহি,
বাকি দিলা কিনো মোৰ ৰহঘৰা
সৰল প্ৰাণৰ হাঁহি। (শিশুৰ প্ৰতি)

যিমানে দিন গৈছে কবিৰ মন জ্ঞানসমৃদ্ধ হৈ আহিছে। পাৰ্থিৱ সুখৰ অসাৰতা তেওঁৰ দৃষ্টিত স্পষ্ট হৈ উঠিছে। ভোগ-বিলাস-বিষয়-বাসনা যে পাৰ্থিৱ বৈভৱহে, এইবিলাক যে পৃথিৱীতে লয় পাব আৰু সত্য, সৰলতা, উদাৰতা- এইবিলাক যে স্বৰ্গীয়, ইয়াৰ কোনো হৰণ ভগন নাই আৰু এইবিলাকৰ পৰা যে অফুৰন্ত তৃপ্তি লাভ কৰিব পাৰি সেই কথা তেওঁ অনুভৱ কৰিব পৰা হৈছে। (সম্পদ)

দীনা, হীনা, ক্লান্ত ভিক্ষাৰিণী বাণী কবিয়ে উপলব্ধি কৰিছে যে লোভ,

মোহ, ভয়, অহমিকা জ্ঞান, কামনা আৰু সংশয় ত্যাগ কৰিব পাৰিলেই মানুহে বিশ্বতেই বিশ্বৰূপ লাভ কৰি সত্যৰ সন্ধান পাব পাৰে। ফলত তেওঁৰ জ্ঞানচক্ষু উন্মীলিত হৈ বিশ্বতত্ত্বৰ দৰ্শন কৰিবলৈ সমৰ্থ হয়। তাৰ বাবে লোকালয় ত্যাগ কৰি পৰ্বতৰ গুহা, বৃক্ষৰ কোটৰ বিচাৰি অৰণ্যত বাস কৰিব নালাগে নাইবা মহাতপা হ'বৰো আৱশ্যক নকৰে। (সন্ন্যাসী আৰু ভিক্ষাৰিণী)।

দৈহিক যন্ত্ৰণা, পঙ্গুত্ব আনকি দৃষ্টিক্ষীণতায়ো কবিক নিষ্ক্ৰিয়, নিস্পৃহ বা নিৰাসক্ত কৰিব পৰা নাছিল। দেহটো তেওঁৰ দিনে-দিনে যিমান বেয়া হৈ গৈছিল মনটো সিমান সুন্দৰ হৈ পৰিছিল। অকল কবিতাতেই নহয় বাস্তৱতো তেওঁ সকলো জীৱতে সুন্দৰৰ ৰূপ দৰ্শন কৰিছিল। সেই সময়ৰ সমসাময়িক ঘটনা বিলাকে সামাজিক পৰিস্থিতি বা সমাজ ব্যৱস্থাই তেওঁক উদ্বিগ্ন কৰি তুলিছিল আৰু কবিতাত তাৰ প্ৰকাশো হৈছিল। ক'লা টকাৰ আমদানিয়ে ধনী গৃহস্থক যে দয়ামায়াহীন কৰি পেলাইছিল, ভাল মাত এষাৰিয়ে যে মানুহৰ ক্ষুধা তৃষ্ণাও দূৰ কৰি হিয়া শাঁত কৰিব পাৰে সেই কথা "ধনী গৃহস্থ আৰু কণা মগনীয়া"ত সুন্দৰ প্ৰকাশ হৈছে।

দেশ বিভাজনৰ সময়ত দেশত কি দুৰাৱস্থাৰ সৃষ্টি হৈছিল, মানুহৰ মনৰপৰা যে দয়া-মমতা আঁতৰি গৈছিল আৰু কি বিভীষিকাৰ মাজেৰে মানুহে কাল কটাবলগীয়াত পৰিছিল তাক স্বচক্ষে দেখা মানুহজনকেও সুন্দৰভাৱে তেখেতে ফুটাই তুলিব পাৰিছে।

শঙ্কৰদেৱ, মাধৱদেৱকে আদি কৰি লাচিত বৰফুকনৰ পৰা বাণীকান্ত কাকতি দেৱলৈকে অসম মাতৃৰ সুসন্তান সকলৰ স্মৃতিৰ উদ্দেশ্যেও তেখেতে ভক্তিঅৰ্ঘ্য প্ৰদান কৰি কবিতা লিখিবলৈ এৰা নাছিল।

শাৰীৰিকভাৱে উপস্থিত থাকিব নোৱাৰি কবিয়ে একো একোটা সুন্দৰ কবিতাৰ যোগেদিয়েই অসম সাহিত্য সভাৰ বাৰ্ষিক অধিৱেশনসমূহত ভাষা জননীৰ বন্দনা কৰিছিল।

স্বাধীনতা আন্দোলনৰ পৰিপ্ৰেক্ষিতত তেখেতে ভালেমান দেশপ্ৰেমমূলক, জাতীয় চেতনা উদ্বোধক কবিতা লিখি দেশবাসীক স্বাধীনতা ৰণৰ প্ৰতি উদ্বুদ্ধ কৰিবলৈ প্ৰয়াস কৰিছিল। দেশৰ নতুন প্ৰজন্মই যাতে মনত শিশুৰ সৰলতা অক্ষুণ্ণ ৰাখি, নেতিবাচক দৃষ্টিভঙ্গী আঁতৰাই, কৰ্মক আকোৱালি লৈ আৰু ভৱি নিপিছলাকৈ সৎপথেৰে জীৱনত আগবাঢ়ি গৈ সুন্দৰ জীৱন লাভ কৰে এই উপদেশ আৰু আশীৰ্বাদ দিবলৈয়ো তেওঁ এৰা নাই। (সত্যপথ)

স্বামীৰ অমৰ প্ৰেম আৰু ঘৰখনৰ প্ৰতিজন সদস্যৰে জনাকিল মৰম চেনেহে

কবিৰ জীৱন কিছু সুস্থিৰ কৰি আনিছিল। কিন্তু হঠাতে স্বামীবিয়োগে তেওঁৰ জীৱনত পুনৰ আউল লগালে। তেওঁৰ মনৰ মাজত বোৱা ধুমুহাৰ কথা "আৰ্ত্ত অতিথি" আৰু "সপোন" এই দুটা কবিতা পঢ়িলেই সুন্দৰকৈ অনুভৱ কৰিব পৰা যায়—

গোটেই শৰীৰ মোৰ লাগিছে কঁপিব,
নোৱাৰো নোৱাৰো আৰু থিৰেৰে থাকিব।
মেলা মেলা ৰুদ্ধ দ্বাৰ চোৱা চকু মেলি,
ভাগি ছিগি গ'ল মোৰ দেহৰ সঁজুলি।

- - - - - - - - - - - - -

ভিক্ষা পাত্ৰটিও মোৰ সুলকি পৰিল,
পাৰ্থিবৰ ক্ষুধা তৃষ্ণা সকলো এৰিল।
(আৰ্ত্ত অতিথি)

"অশ্ৰুঅৰ্ঘ্য" কবিতাটি কবিয়ে তেওঁৰ মৃত স্বামীৰ উদ্দেশ্যে দিয়া শেষ অৰ্ঘ্য। মাত্ৰ কেইশাৰীমান কথাৰ মাজেৰে কবিয়ে তেওঁৰ স্বামীৰ যি গৰিমা প্ৰচাৰ কৰিলে আজিলৈকে কিজানি কোনো পত্নীয়ে তেওঁৰ প্ৰিয়তম স্বামীৰ হৈ তেনে গৰিমা প্ৰচাৰ কৰিব পৰা নাই। ছাহজাহানৰ পত্নীপ্ৰেম জগত বিখ্যাত। তাৰ চানেকি তাজমহল আজিও যমুনাৰ দাঁতিত জিলিকি আছে। কবিৰ স্বামীয়ে তেওঁৰ বাবে ৰাইজে দেখাকৈ কোনো ওখ দেউল সজা নাই। কিন্তু—

কি অসীম কৰুণা তোমাৰ,
কিবা স্নেহ দিলা মোৰ প্ৰতি।।

— — — — —

জগতে নাজানে তাক,
ভগবান আছে মাথোঁ সাক্ষী।
সংসাৰৰ সুখ-ভোগ ত্যেজি,
কি আদৰ্শ থই গলা ৰাখি।। (অশ্ৰু অৰ্ঘ্য)

কবিৰ সুস্থিৰ জীৱনলৈ আকৌ অস্থিৰতা নামি আহিল। নিজকে পুনৰ শান্ত সংযত কৰিবলৈ তেওঁৰ ভালেখিনি সময়ৰ আৱশ্যক হৈছিল। পৰিয়াল আৰু আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলোৱেই যদিও কোমল হৃদয়া, সংবেদনশীল। কবিক অতিশয় মৰম চেনেহ কৰিছিল আৰু সহানুভূতি দেখুৱাইছিল তথাপি স্বামীৰ উদাৰ, অকপট স্নেহত তেওঁ ইমান নিৰ্ভৰশীল হৈ পৰিছিল যে স্বামীহীন জীৱনৰ ভাৰ তেওঁৰ বাবে অসহনীয় হৈ পৰিছিল। "ব্যথা", "অপেক্ষা", "নীৰৱ-দেৱতা", "ভালপোৱা তুমি মোৰ", "ব্যৰ্থতা" আদি কবিতাত কবিৰ অকলশৰীয়া অসহায় অস্থিৰতাৰ ভাব ফুটি উঠা দেখা

গৈছে। প্ৰকৃতাৰ্থত তেওঁৰ সুখ-দুখ হাঁহি-কান্দোনৰ লগৰী স্বামীৰ সহযোগত কবিয়ে শাৰীৰিক দুখ-যন্ত্ৰণাৰ কথা প্ৰায় সম্পূৰ্ণ আওকাণ কৰি সত্য শিৱ সুন্দৰৰ ৰূপ হৃদয়ত স্থাপন কৰি উচ্চ ভাব, উন্নত চিন্তা, সমসাময়িক, সামাজিক, ৰাজনৈতিক সকলো কথাতে শাৰীৰিকভাৱে যাব নোৱাৰিলেও কবিতাৰ যোগেদিয়েই সহযোগ কৰিছিল। "অন্তৰ জগত" কবিতাটি পঢ়িলেই বুজিব পাৰি যে স্বামীৰ প্ৰেৰণাতেই কবিয়ে নিজৰ বাহ্যিক জগতখনৰ নিৰানন্দময় ৰূপটো সম্পূৰ্ণ আওকাণ কৰি নিজৰ অন্তৰৰ ভিতৰত এখন সুজলাসুফলা শস্যশ্যামলা, আশা আৰু আনন্দেৰে পৰিপূৰ্ণ, বিমল জেউতি আৰু ৰূপালী আকাশ থকা সুন্দৰ জগত সৃষ্টি কৰি ল'বলৈ সক্ষম হৈছিল আৰু সেই জগতত নিজে ৰাজৰাণী হৈ বিৰাজ কৰাত অভ্যস্ত হৈ পৰিল। স্বামী বিয়োগৰ লগেলগে কবি উভলা গছৰ দৰে শকতিহীন হতাশ হৈ পৰিল। কি কৰোঁ, ক'লৈ যাওঁ কৈ তেওঁৰ হৃদয়ে হাহাকাৰ কৰি উঠিল। "অৰ্ঘ্য" আৰু "মিনতি" কবিতাত আতুৰ অসহায় কবিৰ বিধাতাৰ প্ৰতি সকৰুণ মিনতি, অভিমান আৰু কাতৰতাৰ প্ৰকাশ অতি স্পষ্ট। কিন্তু সত্য শিৱ সুন্দৰৰ ওপৰত থকা অগাধ বিশ্বাস আৰু তেওঁৰ প্ৰতি থকা অবিচল ভক্তিয়ে লাহে লাহে তেওঁক পুনৰ শান্ত সংযত কৰি তুলিলে—

বিশ্বাসতে বিশ্বম্ভৰ হয় দৰশন
　　বিশ্বাসতে প্ৰেমাস্পদে কৰে পৰশন্।
বিশ্বাসে উৎসাহ আৰু বিশ্বাসেই বল
　　বিশ্বাসেই দিয়ে ধৈৰ্য্য প্ৰেৰণা সুফল,
বিশ্বাসেই শ্ৰেষ্ঠ ধন বিশ্বাসে মহান
　　বিমলিন অন্তৰত বিশ্বাসৰ স্থান।। (বিশ্বাস)

কোনোবাই যেন আহি তেওঁৰ কাণে কাণে কৈ গ'ল—

ত্যাগত তৃপিতি ত্যাগত মুকুতি
　　ত্যাগতে স্বৰ্গ সুখকো পাই
কামনাশূন্য কৰ্ম কৰিলে
　　লভিবা পৰম শান্তিৰ ঠাই।

— — — —

দগধ প্ৰাণত লভিবা শান্তি
　　ৰব হৃদয়ত শান্তি বান (শান্তি)

তেওঁৰ মন-গহনত স্বামী আৰু ভগৱান এক হৈ পৰিল। জীৱিত কালত যি স্বামীৰ অকুন্ঠ প্ৰেৰণাতে কবিয়ে কবিতাৰ পিছত কবিতা লিখি গৈছিল এতিয়াও যেন সেই স্বামীয়েই সত্য-শিৱ-সুন্দৰৰ লগত একাকাৰ হৈ আকাশৰ পৰাই তেওঁক প্ৰেৰণা যোগাব ধৰিলে। কবিয়ে আকৌ লেখনী হাতত তুলি

ল'লে। কিন্তু নিজৰ অসহায়া ৰূপটো আৰু স্বামীসঙ্গ পুনৰ্লাভৰ আশা ক্ষীণভাৱে হ'লেও কবিতাবোৰত মূৰ্ত হৈ থাকিব ধৰিলে। "অশ্ৰুধাৰা" নামটো যেন যথাৰ্থতে অশ্ৰুধাৰাই। "মূৰ্ত্তদেৱতা", "ব্যথাৰ আৰতি", "উপেক্ষা", "ধ্ৰুৱতৰা", "অন্তৰ্দ্ধান", "ব্যৰ্থ সপোন" আদি কবিতাবোৰত অশ্ৰুধাৰা জিৰ্‌জিৰ্‌কৈ নিগৰি আহি তেওঁৰ অন্তৰ ধুৱাই থকাৰ উমান পোৱা যায়।

পঢ়াশলীয়া শিক্ষা, কিতাপৰ দুটামান পাত পঢ়িব পৰা বা দুটামান বিশ্ববিদ্যালয়ৰ ডিগ্ৰী থাকিলেও যে মানুহে প্ৰকৃত জ্ঞান লাভ কৰিব নোৱাৰিব পাৰে আৰু সেইবিলাক একো নথকাকৈয়ো মানসিক দৃষ্টিৰ বিকাশ ঘটাই, হৃদয় শুদ্ধ কৰি লৈ জ্ঞানচক্ষু লাভ কৰিও যে মানুহ প্ৰকৃত জ্ঞানী হ'ব পাৰে কাব্যভাৰতী ধৰ্মেশ্বৰী দেৱী বৰুৱানী আৰু জলন্ত উদাহৰণ। "মহাশূন্য", "স্বৰ্গ ক'ত" আৰু "বিকাশ" কবিতা বিশ্লেষণ কৰি চালে এই কথাৰ সত্যতা উপলব্ধি কৰিব পৰা যায়।

অশ্ৰুধাৰা নিগৰি নিগৰি এসময়ত শেষ হৈ গ'ল। কবিৰ জীয়াই থকাৰ স্পৃহা সমূলঞ্চে লোপ পালে। আত্মাৰূপী পখীটোৱে সজা এৰি উৰা মাৰিবলৈ অস্থিৰ হৈ পৰিল। মনৰ চিন্তা ভাৱনাই ইহজগতৰ লগত সম্পৰ্ক এৰি পৰজগতৰ চিন্তাতহে অধীৰ হ'ল। কল্পনাই বৈকুণ্ঠধামৰ ৰূপ সৌন্দৰ্য্যকহে আশ্ৰয় কৰিব ধৰিলে। "জীৱন তৰী" যেন সেই কল্পনাৰে মূৰ্ত প্ৰকাশ। কবি মানসিকভাৱে যেন মৃত্যুৰ বাবে সাজু হ'ল। "জীৱন তৰী"ৰ সকলো কেইটা কবিতাই আত্মাৰূপী পখীটিৰে সৈতে কবিৰ জীৱন নৈখন পাৰ হৈ যিখন "মনোৰম পুৰ" পাৰ তাৰেই মৰম বৰ্ণনাৰে পৰিপূৰ্ণ। জীৱনবেলি মাৰ যোৱাৰ লগেলগে জীৱন তৰী অৰ্থাৎ দেহটো সকলোৱে এই জগততে এৰি থৈ—

নদীজলে স্নান কৰি এই সাজ পৰিহৰি
আন এটি সাজে আমি যাব যে লাগিব,
(ৰূপহী-নৈ)

শেষত কবিয়ে আত্মাৰ প্ৰকৃত স্বৰূপ বুজি পাইছে আৰু কাতৰভাৱে প্ৰাৰ্থনা জনাইছে—

ধৰা তুমি মোৰ হাত তুমি জগতৰ নাথ
ভৱ সিন্ধু কৰা তুমি পাৰ।
মোৰ ই জীৱন তৰী পাৰ কৰা তুমি হৰি
পখী ৰূপে হই কৰ্ণধাৰ।। (জীৱ স্তুতি)

ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতাৰ ভাষা অতি সহজ-সৰল সাৱলীল। দাঁত ভঙা শব্দৰ প্ৰয়োগ নাই। বেছিভাগ কবিতাই চিত্ৰধৰ্মী। " শাওণৰ সুৰ" কবিতা পঢ়িলে মেঘৰ গাজনিৰে, চিকমিক বিজুলীৰে, ধাৰাসাৰ বৰষুণেৰে আৰু নদ-

নদী, খাল-বিল উপচি পৰা পানীৰে এখন সুন্দৰ চিত্ৰ আমাৰ চকুৰ আগত ভাহি উঠে। ঠিক সেইদৰে “বিহুৱতী বহাগী”, “বহাগীৰ বিহুবান”, “ভোগালী বিহু” আদিতো বৰ্ণনাবোৰ চিত্ৰময়। উপমাও অতি সুন্দৰ—

প্ৰকৃতি জীয়াৰী শাওণী কুৱঁৰী
গাভৰু গুৱনী গুৱলা বুকু
বিৰহ কাতৰা প্ৰেম অশ্ৰুভৰা
লোতক বাগৰা দুয়োটি চকু। (শাওনৰ সুৰ)

বহুত কবিতা ৰূপক ধৰ্মী। ৰূপকৰ সহায়েৰে জীৱনৰ চিত্ৰ দাঙি ধৰাত কবি সিদ্ধহস্ত—

ধুনীয়া প্ৰকৃতি দেৱী
পৰিলেহি সেতাঁ
চিনিব নোৱাৰা হ'ল
লাহৰ সেওঁতা।। (ধুমুহা)

মানৱ দেহ যে ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম এই পঞ্চভূতেৰে গঠিত আৰু মৃত্যুৰ পিছত যে ই পঞ্চভূততে লীন হয় তাৰ বৰ্ণনা অতুলনীয়—

পাঁচ সজুলিৰে সজা তৰীখনি
পাঁচে পাঁচে যাব মিলি,
পাঁচে পাঁচে মিলি ল'ব আঁকোৱালি
পাঁচতে হ'ব মিহলি।
পৃথিবীয়ে এটি ল'ব যে সাৰটি
ন'ইয়ে এটিক নিব,
সূৰুযে এটিক নিব যে সাদৰে
বায়ুয়ে এটিক ল'ব।
এটি গুচি যাব শূন্য দিশলৈ
শূন্যত আছে বাট চাই
আপোন সজুলি আপোনাতে মিলি
আপোনাতে দিব ঠাই।

(ৰূপহী বুকুত জীৱন তৰী)

হাতেৰে কলম ধৰিব আৰু নিজ চকুৰে এবাৰ পঢ়ি চাব নোৱাৰাকৈ মুখে মুখে ৰচনা কৰা কবিতাই যেতিয়া ইমান মনোগ্ৰাহী হাত-চকু কৰ্মক্ষম হোৱা হ'লে যে কি কৰিলেহেঁতেন কল্পনাই কৰিব নোৱাৰি। □

# দৈৱচন্দ্ৰ তালুকদাৰৰ সাহিত্য কৃতি

ভূপেন্দ্ৰ কুমাৰ বৰ্মা

পৃথিৱীৰ বহু শিল্পী-সাহিত্যিকে নানা ঘাত-প্ৰতিঘাত আৰু নানা প্ৰতিকূল অৱস্থাৰ মাজেদিও কঠোৰ সাহিত্য সাধনাত ব্ৰতী হৈ থকাৰ দৰে দৈৱচন্দ্ৰ তালুকদাৰেও প্ৰায় অৰ্ধ শতিকা কাল অৰ্থাৎ তেওঁৰ মৃত্যুৰ আগমুহূৰ্তলৈ একনিষ্ঠ আৰু অক্লান্তভাৱে সাহিত্য সাধনাত ব্ৰতী হৈ আছিল। সাহিত্যৰ এনে এটা বিভাগ নাই য'ত তেওঁ হাত ফুৰোৱা নাই। চুটি গল্প, কবিতা, নাটক, উপন্যাস, জীৱনী, শিশু সাহিত্য, বুৰঞ্জী আদি সকলো বিষয়ে তেওঁৰ ৰচনাত ঠাই পাইছে। সাংবাদিকতাৰ দিশতো তেওঁ বিশেষ অৰিহণা আগবঢ়াইছিল। তেওঁ একেধাৰে কবি, সাহিত্যিক, ঔপন্যাসিক, বুৰঞ্জীবিদ, সাংবাদিক আদি বিভিন্ন প্ৰতিভাৰ অধিকাৰী আছিল। তেওঁৰ ৰচনাৰ ব্যাপকতা দেখি তবধ মানিব লাগে। বিভিন্ন বিষয়ৰ প্ৰায় ডেৰশতাধিক গ্ৰন্থ ৰচনা কৰি এক অসাধ্য সাধন কৰিছিল। সাহিত্যিক গুণগত দিশৰ ফালৰ পৰা বিচাৰ কৰিলে তালুকদাৰৰ আটাইবোৰ গ্ৰন্থই যে উচ্চ সাহিত্যিক মানদণ্ড লাভ কৰিবলৈ সক্ষম হৈছিল এনে কথা ক'ব নোৱাৰি। কিন্তু সংখ্যাগত দিশৰ ফালৰ পৰা তালুকদাৰে যে এক অসাধ্য সাধন কৰিছিল এই কথা স্বীকাৰ কৰিবই লাগিব। কিন্তু ২০০২ চনত তেওঁৰ জন্মশতবাৰ্ষিকী পালনৰ পাছতো এই সাহিত্যিকগৰাকীৰ জীৱন আৰু সাহিত্য কৰ্মৰ বিষয়ে বিশেষ আলোচনা হোৱা নাই। অৱশ্যে তেওঁৰ জীৱন কালতেই সাহিত্যৰথী বেজবৰুৱাই তেওঁৰ ৰচিত গ্ৰন্থ সম্পৰ্কে আগবঢ়োৱা মন্তব্য বিশেষভাৱে উল্লেখযোগ্য। তালুকদাৰৰ ঘৰৰ পুথিভঁৰালত ১৫১খন গ্ৰন্থ প্ৰকাশিত আৰু অপ্ৰকাশিত অৱস্থাত পোৱা গৈছে। পৰিয়ালৰ ফালৰপৰা জনোৱা মতে বানপানী আৰু পোক-পৰুৱা আদিৰে কুটাৰ ফলত কেইখনমান গ্ৰন্থ নষ্টও হৈছে।

নলবাৰী জিলাৰ উল্লাবড়ী গাঁৱত ১৯০১ চনত (৩০ ফাগুন ১৮২২ শকাব্দ) এক মধ্যবিত্ত পৰিয়ালত দৈৱচন্দ্ৰ তালুকদাৰৰ জন্ম হয়। পিতৃৰ নাম জগৎৰাম তালুকদাৰ আৰু মাতৃৰ নাম মোমতিপ্ৰিয়া। দেউতাকে গুৱাহাটীত সৰু-

সুৰা ব্যৱসায় কৰিছিল। তালুকদাৰৰ জন্মৰ কিছুদিন পাছতেই দেউতাক গুৱাহাটীলৈ আহে আৰু শুক্লেশ্বৰ, উজানবজাৰ আদিত কেইবছৰমান থকাৰ পিছত শান্তিপুৰত নিগাজীকৈ সৰু ঘৰ এটি সাজি থাকিবলৈ লয়। শান্তিপুৰ নামটোও হেনো তালুকদাৰৰেই সৃষ্টি।

**শৈশৱ কাল : শিক্ষাৰম্ভ :**

গুৱাহাটীতেই তালুকদাৰৰ শিক্ষা জীৱন আৰম্ভ হয়। এই সম্পৰ্কে তেওঁ আত্মজীৱনীত উল্লেখ কৰিছে—"মোৰ এই সৌভাগ্য যে মই বঙালী ক, খ নপঢ়ি অসমীয়া ক, খ পঢ়িবলৈ পাইছিলোঁ আৰু স্কুল কলেজৰ পৰা তেতিয়া বাঙালী ভাষা দূৰ হৈ অসমীয়া ভাষাই স্থান পাইছিল। হেমচন্দ্ৰ বৰুৱা, আনন্দৰাম ঢেকিয়াল ফুকন আদিয়ে চলোৱা আন্দোলনৰ প্ৰায় ডেৰকুৰি বছৰৰ পাছত এমুঠি শিক্ষিত অসমীয়াই এই সুফল কৰিছিল।"

শ্ৰেণীত তালুকদাৰে প্ৰায়ে প্ৰথম স্থান লাভ কৰিছিল আৰু প্ৰতি বছৰে বঁটা লাভ কৰিছিল। ১৯১৯ চনত তেওঁ কটন কলেজিয়েট স্কুলৰ পৰা বৃত্তি আৰু সোণৰ পদক লাভ কৰি সুখ্যাতিৰে মেট্ৰিক পাছ কৰে। ১৯২১ চনত কটন কলেজৰ পৰা আই. এছ. চি. পৰীক্ষাত বৃত্তি লৈ পাছ কৰে। বি. এছ. ছিও. কটন কলেজতেই পঢ়িছিল। কিন্তু বিভিন্ন কাৰণত অধ্যয়ন সম্পূৰ্ণ নহ'ল। দেশজুৰি তেতিয়া স্বাধীনতা আন্দোলনৰ ধ্বনিয়ে আকাশ-বতাহ নিনাদিত কৰি তুলিছিল। গান্ধীজীৰ আহ্বানত ছাত্ৰসকলে স্কুল, কলেজ ত্যাগ কৰি আন্দোলনত যোগদান কৰাৰ ফলত বৃটিছ সাম্ৰাজ্যৰ ভেটি কঁপি উঠিছিল। তালুকদাৰেও এদিন হঠাৎ কলেজ ত্যাগ কৰি আন্দোলনত যোগদান কৰিলে। ফলস্বৰূপে সিমানতে শিক্ষা জীৱনৰ অন্ত পৰিল। স্কুল, কলেজত থাকোঁতে পঢ়া-শুনাত তেওঁ যেনে পাকৈত আছিল, খেল-ধেমালি আৰু সাঁতোৰতো তেনে পাকৈত আছিল।

**ছাত্ৰ আন্দোলনত যোগদান :**

অসম ছাত্ৰ সন্মিলনেই তেতিয়া অসমৰ এক মাত্ৰ ছাত্ৰ অনুষ্ঠান। ছাত্ৰ সন্মিলন তেতিয়া এক জাতীয় অনুষ্ঠানত পৰিণত হৈছিল। কাৰণ অসমৰ ভাষা সাহিত্যৰ উন্নতি সাধন, ছাত্ৰ আৰু জনসাধাৰণৰ মাজত শিক্ষা প্ৰচাৰ আৰু জাতীয় চেতনা জাগৰণ—এয়েই আছিল সন্মিলনৰ প্ৰধান উদ্দেশ্য। সেয়ে ছাত্ৰ সন্মিলনে এক ব্যাপক জনপ্ৰিয়তা লাভ কৰিছিল। তালুকদাৰেও ছাত্ৰ সংযোগীসকলৰ লগত সন্মিলনত যোগদান কৰি অনুষ্ঠানটো শক্তিশালী কৰি জাতীয় স্বাৰ্থ পূৰণ কৰাত আত্মনিয়োগ কৰিছিল।

১৯২০ চনত ছাত্ৰ সন্মিলনৰ সম্পাদক আছিল ত্যাগবীৰ হেমচন্দ্ৰ বৰুৱা। সহঃসম্পাদক দৈবচন্দ্ৰ তালুকদাৰ আৰু তিলক শৰ্মা। ৰাজৰোষত পৰি ছাত্ৰনেতাসকল গ্ৰেপ্তাৰ হোৱাত ছাত্ৰ সন্মিলনৰ নেতৃত্বৰ দায়িত্ব পৰিল তালুকদাৰ আৰু আন কেইজনমানৰ ওপৰত। সন্মিলনৰ ষষ্ঠ অধিৱেশন অনুষ্ঠিত হয় গুৱাহাটীৰ হৰিসভাত। সভাপতিত্ব কৰিছিল কটন কলেজৰ দৰ্শনৰ অধ্যাপক আৰ. আৰ. টমাছে। সেই সভাত দৈবচন্দ্ৰ তালুকদাৰ প্ৰধান সম্পাদক আৰু শুকদেৱ গোস্বামী সহকাৰী সম্পাদক নিৰ্বাচিত হয়। ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'জন্মভূমি' এওঁলোকৰ যত্নতেই প্ৰকাশ পায়। ছাত্ৰ সন্মিলনৰ দৰে 'একতা সভাৰো গুৰু দায়িত্ব এসময়ত তালুকদাৰেই বহন কৰিছিল। নাগপুৰত অনুষ্ঠিত 'ভাৰত ছাত্ৰ সন্মিলন'তো তালুকদাৰ আৰু তৰুণ ভট্টাচাৰ্যই অসমৰ হৈ প্ৰতিনিধিত্ব কৰিছিল।

মাতৃ বিয়োগ, আৰ্থিক অনাটন আৰু ঘৰুৱা নানা সমস্যাৰ বাবে তালুকদাৰে চৰকাৰী চাকৰিত সোমাব লগা হয়। গুৱাহাটী ডি চি অফিচত ১৯২৫ চনত যোগদান কৰে কেৰাণীৰ চাকৰিত। তেওঁৰ অন্তৰত কিন্তু স্বদেশপ্ৰেম আৰু সাহিত্য সেৱাৰ মনোভাৱ আজীৱন অব্যাহতভাৱে নিজৰাৰ দৰে বৈ থাকিল।

### অসমীয়া সাহিত্যলৈ অবদান

স্বদেশৰ পৰাধীনতাৰ গ্লানি আৰু বেদনা অনুভৱ কৰি তালুকদাৰে কলেজ ত্যাগ কৰি যেনেকৈ আন্দোলনত জঁপিয়াই পৰিছিল ঠিক সেইদৰে ভাষা জননীৰো দুৰ্দশা দেখি অসমীয়া সাহিত্য চৰ্চাত আত্মনিয়োগ কৰিছিল। মৃত্যুৰ আগমুহূৰ্তলৈ অবিশ্ৰান্তভাৱে তেওঁ সেই কাৰ্যত ব্ৰতী হৈ আছিল। বেজবৰুৱা, গোহাঞিবৰুৱা আদিৰ দৰে অসমীয়া সাহিত্যৰ অভাৱ পূৰণৰ প্ৰতি লক্ষ্য ৰাখি তেৰোঁ সাহিত্যৰ সকলো দিশতে হাত বুলাইছিল। কবিতা, নাটক, উপন্যাস, গল্প, প্ৰবন্ধ, শিশু সাহিত্য, হাস্যৰসাত্মক ৰচনা, বুৰঞ্জী, ৰাজনীতি আদি সকলো বিষয়তে তেওঁৰ অবদান উল্লেখযোগ্য। তেওঁৰ ৰচনাসমূহ সমসাময়িক অসমৰ সামাজিক, সাংস্কৃতিক আৰু বিভিন্ন দিশৰ মূল্যবান তথ্যৰে সমৃদ্ধ। অসমৰ অতীত ঐতিহ্য আৰু গৌৰৱপূৰ্ণ কাহিনীসমূহ তেওঁৰ ৰচনাত সঘনে ভুমুকি মাৰিছিল।

#### কবিতা ঃ বেজবৰুৱাৰ সমালোচনা

জীৱনৰ আদি ভাগত তালুকদাৰ আছিল প্ৰধানতঃ এগৰাকী কবি। তেওঁৰ

প্ৰথম প্ৰকাশিত কবিতাপুথি হ'ল প্ৰেমপট (১৯২২)। 'প্ৰেমপট'ৰ আলোচনা প্ৰসঙ্গত বেজবৰুৱাই বাঁহীত এটি সাৰুৱা মন্তব্য দিছিল। আমাৰ নতুন চাম লেখকৰ বাবে এই পৰামৰ্শ নিশ্চয় আৰ্হি স্বৰূপ হ'ব। বেজবৰুৱাই লিখিছিল— "আজিকালি অসমীয়া সাহিত্যত বিজাতীয় ভাব, বাক্য, বচন আৰু ছন্দৰ এটা বৰ উপদ্ৰব সোমাইছে। তাৰ ঘাই কাৰণ আমাৰ অসমীয়া লেখকসকলে সৰুৰে পৰা বিজাতীয় সাহিত্য, বাক্য-বচন কণ্ঠস্থ কৰি এক প্ৰকাৰ বিজাতীয়তাত গ্ৰোস্ত হৈ উঠিছে। তেওঁলোকৰ Mentality তেই এই ঘূণ। আমাৰ স্বদেশ ভাবতো যে মনোজ্ঞ কবিতা লিখিব পাৰি তাকে দেখুৱাবলৈ 'প্ৰেমপট'ত লেখকে চেষ্টা কৰা দেখা গৈছে। আমি কওঁ তেওঁৰ চেষ্টা অনেক পৰিমাণে সফল নোহোৱাকৈ থকা নাই। উঠি অহা অসমীয়া লেখকসকলক আমি কওঁ যে সাহিত্যতো খদ্দৰ আৰু এৰি মুগালৈ উভতি যাবৰ সময় হৈছে। কাৰণ সি টিকিব, বঙালী শান্তিপুৰীয়া আৰু ঢাকাই ধূতি খুজি-মাগি বা চুৰ তাৰিকৈ বা কিনি আনি পিন্ধি অসমীয়া সাহিত্যই 'ফুলবাবু' হৈছো বুলি ভাবিব পাৰে। কিন্তু তেওঁক চকু থকা অসমীয়া যে নোবোলেই ঘিণাবহে।" (১৩শ বছৰ ষষ্ঠ সংখ্যা বাঁহী)। 'সৌন্দৰ্য' (১৯২৯) নামৰ কবিতাপুথিত প্ৰকৃতিৰ বিভিন্ন সৌন্দৰ্য দাঙি ধৰিছে। 'অন্তৰ ব্যথা' (১৯৩৪) নামৰ কবিতাপুথিৰ মাজেদি অন্তৰৰ বিদ্ৰোহৰ ভাব প্ৰকাশ কৰিছে। ১৯২৩ চনত প্ৰকাশিত কুহিমালা, সৌন্দৰ্য (১৯২৯) আদি কবিতাপুথিবোৰ বেলাড্ জাতীয়। কবিৰ যৌৱন সুলভ সুখ-দুখ, প্ৰেম-প্ৰীতি, আনন্দ-বেদনা আদি ভাব এই কবিতাবোৰৰ মাজেদি প্ৰকাশ পাইছে। সহজ-সৰল প্ৰকাশভঙ্গী আৰু ছন্দৰ সাৱলীল গতি তেওঁৰ কাব্যৰ প্ৰধান বৈশিষ্ট্য। তালুকদাৰৰ মুঠ কবিতাপুথি ৪২ খন। প্ৰকাশিত হৈছে মাথোঁ ৪ খন।

**উপন্যাস ঃ**

তালুকদাৰৰ প্ৰথম উপন্যাস 'কাচনমতী' (১৯১৮)। কিন্তু এইখন প্ৰকাশ হোৱা নাই। তেওঁৰ প্ৰথম প্ৰকাশিত উপন্যাস হ'ল 'ধুঁৱলী-কুঁৱলী' (১৯২৪)। প্ৰকাশিত আন উপন্যাসবোৰৰ ভিতৰত অপূৰ্ণ (১৯৬১), বিদ্ৰোহী (১৯৩৯), আগ্নেয়গিৰি (১৯৪০), দুনীয়া (১৯৬২), কেৰ্কেটুৱা, জয় অসম (পিছত 'এই পথে বিভিয়াই' নামে প্ৰকাশিত) আদিয়েই বিশেষভাবে উল্লেখযোগ্য। এই আটাইবোৰ সামাজিক উপন্যাস। 'অপূৰ্ণ' অসমৰ সামাজিক জীৱনৰ আধাৰত ৰচিত এখনি আদৰ্শ উপন্যাস। 'দুনীয়া' অসমীয়া সামাজিক জীৱনৰ বিভিন্ন সমস্যাৰ ওপৰত ৰচিত আন এখনি সুবৃহৎ উপন্যাস। প্ৰসঙ্গক্ৰমে উল্লেখযোগ্য যে

'অপূর্ণ' উপন্যাসখন গুৱাহাটী বিশ্ববিদ্যালয়ৰ এম. এ. শ্ৰেণী আৰু 'বামুণী কোঁৱৰ' নাটখন গুৱাহাটী আৰু বেনাৰস হিন্দু বিশ্ববিদ্যালযৰ আই. এ. শ্ৰেণী শ্ৰেণীৰ পাঠ্যপুথি আছিল।

সোণপাহি, সৰস্বতী, ভগুাগড়া, নিস্পৃহ পন্থী, শ্ৰীনাথ, আদৰ্শপীঠ, জীৱন নৈৰ গৰা খহনীয়াত (দুখু), তৰুণ অসম আদি উল্লেখযোগ্য উপন্যাস। তালুকদাৰৰ মুঠ উপন্যাস ১৯ খন। তাৰ ভিতৰত সোতৰখন উপন্যাস প্ৰকাশন পৰিষদে প্ৰকাশ কৰি উলিয়াইছে।

**চুটি গল্প ঃ**

তালুকদাৰৰ চুটি গল্পৰ পুথি মুঠ ১১খন। প্ৰকাশিত পুথিৰ সংখ্যা ৪খন। সেইবোৰ হ'ল লাকি লুকা (১৯৬২), ভেকুলী (১৯৬৩), শোধনাগাৰ (১৯৬৩) আৰু ফটা চোলা (১৯৬২)। ৰচনাবোৰৰ প্ৰকাশভঙ্গী কাহিনী জাতীয়। আধুনিক গল্পৰ কলা-কৌশল গল্পবোৰৰ মাজেদি প্ৰকাশ নহ'লেও বহুৰঙী সমাজৰ চিত্ৰ আৰু সমস্যা প্ৰকাশত সফল হোৱা বুলি ক'ব পাৰি।

**শিশু সাহিত্য ঃ**

তালুকদাৰৰ মুঠ শিশু সাহিত্যৰ পুথি ৪ খন। তিনিখনে প্ৰকাশ লাভ কৰিছে। সেইবোৰ হ'ল গান্ধীজীম কি (১৯৪৮), আগলতি পাত (১৯৪৯), অকণিৰ চ'ৰা (১৯৬৩) আৰু অপ্ৰকাশিত পুথি হ'ল মইনাৰ পঁজা (১৯৫৯)। অসমীয়া সাহিত্যত শিশু সাহিত্যৰ অভাৱৰ প্ৰতি লক্ষ্য ৰাখি ৰচনা কৰা এই পুথিবোৰ কিছু হ'লেও অভাৱ পূৰণ কৰাত সফলতা লাভ কৰিছিল।

**নাটক ঃ**

তালুকদাৰে ঔপন্যাসিক আৰু নাট্যকাৰ হিচাপেহে খ্যাতি লাভ কৰিছিল। তেওঁ বহুতো নাটক ৰচনা কৰিছিল। নাটকৰ সংখ্যা মুঠ ৪৯ খন। প্ৰকাশিত নাটক ৮ খন। আলোচনীত প্ৰকাশিত ২ খন আৰু একাঙ্কিকা ৫ খন। বুৰঞ্জীমূলক নাটকসমূহৰ ভিতৰত বামুণী কোঁৱৰ (১৯২৪), হৰদত্ত (১৯৩৫), ভাস্কৰ বৰ্মা (১৯৫১), অসম প্ৰতিভা (১৯২৩), ৰাধা ৰুক্মিণী (১৯৩৬) আৰু সামাজিক নাটৰ ভিতৰত লহগুা (১৯৫৫), বিপ্লৱ (১৯৩৭), ৰেণু আদি উল্লেখযোগ্য। বুৰঞ্জীমূলক নাটসমূহ হৰদত্ত, বীৰদত্ত, ভাস্কৰ বৰ্মা, নৰনাৰায়ণ আনকি মহাপুৰুষ শংকৰদেৱ-মাধৱদেৱ আদিকো 'অসম প্ৰতিভা' নাটকত নাটকৰ চৰিত্ৰ হিচাপে

অঙ্কন কৰিছে। ইয়াৰ প্ৰধান উদ্দেশ্য আছিল অসমৰ প্ৰাচীন গৌৰৱপূৰ্ব ইতিহাস বৰ্তমান পুৰুষৰ আগত দাঙি ধৰা আৰু দেশবাসীক জাতীয় চেতনাৰে অনুপ্ৰাণিত কৰা। দুই এখন নাটক আৰু উপন্যাসত জনজাতীয় আৰু চাহবাগিচাৰ চৰিত্ৰ দাঙি ধৰিও নাট্যকাৰে সংহতিৰ পৰিচয় প্ৰকাশ কৰিছে। 'দুনীয়া' নামৰ নাটকখনত হৰিজনসকলৰ সমস্যাৰ ওপৰত আলোকপাত কৰা হৈছে।

**জীৱনী :**

তালুকদাৰৰ ৰচিত জীৱনীমূলক গ্ৰন্থ ২ খন। এখন হ'ল ঋষি অৰবিন্দ (১৯৪৩), আনখন হ'ল তালুকদাৰৰ আত্মজীৱনী 'জীৱন সোঁৱৰণ'। এই গ্ৰন্থ অকল তালুকদাৰৰ আত্মজীৱনীয়েই নহয়। ই হ'ল অসমৰ বিভিন্ন তথ্য সমৃদ্ধ এক মূল্যবান দলিল স্বৰূপ।

**বুৰঞ্জী সাহিত্য :**

তেখেতৰ ৰচিত বুৰঞ্জী গ্ৰন্থসমূহৰ ভিতৰত 'একতা সভাৰ বুৰঞ্জী', 'বুদ্ধ হাজো', 'লাভলি অসম' আৰু 'কাম্য কামৰূপ' বিশেষভাৱে উল্লেখযোগ্য। হাতে লিখা 'কাম্য কামৰূপ' ২৯টা দীঘল বহীত লিপিবদ্ধ কৰা প্ৰায় এহেজাৰ এশ ত্ৰিশ পৃষ্ঠাৰ এক সুবৃহৎ গ্ৰন্থ। অসমৰ সভ্যতা আৰু সংস্কৃতিৰ ই এক দলিলস্বৰূপ। এই বুৰঞ্জী প্ৰকাশ হ'লে অসমৰ ইতিহাসৰ বহু মূল্যবান তথ্য পোহৰলৈ আহিব বুলি আশা কৰা যায়। এই গ্ৰন্থই তেওঁৰ বিস্তৃত অধ্যয়ন, গৱেষণা আৰু ইতিহাস চেতনাৰ স্বাক্ষৰ বহন কৰিছে। এই গ্ৰন্থখন প্ৰকাশন পৰিষদৰ জিম্মাত প্ৰকাশৰ বাবে থৈ থকা বুলি জানিব পৰা গৈছে।

'সুকন্নামী পদ্মাৱতী' নামৰ বৃহৎ গ্ৰন্থ বেউলা লক্ষ্মীন্দাৰ আৰু পুৰাণৰ কাহিনীসমূহ সম্পাদনা কৰাতো তালুকদাৰৰ এক মহৎ অৱদান। এই গ্ৰন্থখনে অসমীয়া সাহিত্যত এক বিশিষ্ট স্থান অধিকাৰ কৰিছে।

সাংবাদিকতাৰ ক্ষেত্ৰতো তালুকদাৰৰ বিশেষ অৱদান আছে। অসমৰ জাতীয় স্বাৰ্থ ৰক্ষাৰ বাবে বেজবৰুৱাই 'বাঁহী' আৰু অম্বিকাগিৰীয়ে 'চেতনা' উলিওৱাৰ দৰে তালুকদাৰে 'গাণ্ডীৱ' (১৯৫৮) হাতত তুলি লৈছিল। 'অশোক প্ৰেছ' স্থাপন কৰি তাৰ পৰাই 'গাণ্ডীৱ' প্ৰকাশ কৰিছিল।

**বিশিষ্ট ব্যক্তিৰ লগত সম্পৰ্ক :**

ভাৰতৰ ৰাষ্ট্ৰপতিলৈ তেওঁৰ ৰচিত 'বুদ্ধ হাজো' গ্ৰন্থ পঠোৱা আৰু ৰাষ্ট্ৰপতিৰ পৰা পোৱা প্ৰশংসাসূচক পত্ৰ নথিপত্ৰসমূহৰ মাজত পোৱা গৈছে।

ৰাজ্যপাল শ্ৰীপ্ৰকাশ, ৰাজ্যপাল জয়ৰাম দৌলতৰাম আদিৰ লগতো সঘনে দেখা সাক্ষাৎ আৰু আদান-প্ৰদান হৈছিল। অসমৰ কেইবাগৰাকী বিশিষ্ট ব্যক্তিৰ লগতো তেওঁৰ ঘণিষ্ঠ যোগাযোগ আছিল। বেজবৰুৱাৰ বাহিৰেও কৃষ্ণকান্ত সন্দিকৈ, বাণীকান্ত কাকতি, ৰঘুনাথ চৌধাৰী, সূৰ্যকুমাৰ ভূঞা, ডিম্বেশ্বৰ নেওগ, প্ৰাক্তন এম পি হেম বৰুৱা আদি উল্লেখযোগ্য।

এইজনা কৃতী সাহিত্যিকক অসম সাহিত্য সভাই সাহিত্য সভাৰ নলবাৰী অধিৱেশনত (১৯৬৪) কবি সন্মিলনৰ সভাপতি পদত বৰণ কৰিছিল। অসম চৰকাৰেও ১৯৬৪ চনতেই সাহিত্যিক পেন্সনেৰে সন্মানিত কৰিছিল। ডেৰশতকৈও অধিক গ্ৰন্থ ৰচনা কৰি অসমীয়া সাহিত্যৰ বিভিন্ন দিশ সমৃদ্ধ কৰা এই মহান সাহিত্যিকগৰাকীৰ সম্পূৰ্ণ গ্ৰন্থাৱলী প্ৰকাশ কৰি নতুন পুৰুষৰ লগত পৰিচয়ৰ সুযোগ দিলেহে তেওঁৰ প্ৰতি প্ৰকৃত শ্ৰদ্ধা নিবেদন কৰা হ'ব। □

# পণ্ডিত হৰিচন্দ্ৰ ভট্টাচাৰ্য ঃ জীৱন আৰু সাধনা

ভৱপ্ৰসাদ চলিহা

বিশিষ্ট নাট্যকাৰ, নাট্য-সমালোচক আৰু সংস্কৃতজ্ঞ পণ্ডিত ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যদেৱৰ নাম অসমৰ পণ্ডিত সমাজত সুবিদিত। একাধাৰে কবি, নাট্যকাৰ, প্ৰবন্ধকাৰ, অসমীয়া নাট্য-সাহিত্যৰ ইতিহাস প্ৰণেতা, ভাষাবিদ ড° ভট্টাচাৰ্যদেৱ আছিল সংস্কৃত আৰু অসমীয়া দুয়োটা ভাষাৰে বিদগ্ধ পণ্ডিত আৰু গৱেষক। কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিষয়ত এম. এ. উপাধি লাভ কৰাৰ পিছত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট উপাধি লাভ কৰা অধ্যাপক ভট্টাচাৰ্যই গুৱাহাটীৰ সন্দিকৈ ছোৱালী মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰিছিল। ড° ভট্টাচাৰ্য আছিল এজন কৃতী শিক্ষক আৰু অসমীয়া ভাষা-সাহিত্যৰ অক্লান্ত সাধক। অসমত সংস্কৃত শিক্ষাৰ প্ৰসাৰতো তেওঁ বিশিষ্ট অৱদান আগবঢ়াই গৈছে।

অবিভক্ত কামৰূপ জিলাৰ চামতাৰ দলৈপাৰা চুবুৰিত ১৯০৯ চনত হৰিচন্দ্ৰ ভট্টাচাৰ্যৰ জন্ম হৈছিল। তেওঁৰ পিতৃ আছিল মহেশ চন্দ্ৰ ভট্টাচাৰ্য বিদ্যাভূষণ আৰু মাতৃ আছিল ভাগ্যপ্ৰিয়া দেৱী। মহেশ চন্দ্ৰ ভট্টাচাৰ্য আছিল সাহিত্য, ব্যাকৰণ, পুৰাণ আদি শাস্ত্ৰৰ খ্যাতনামা পণ্ডিত। তেওঁ উজনিৰ তেতিয়াৰ নামজ্বলা নাজিৰা হাইস্কুলৰ প্ৰথমজন সংস্কৃত বিষয়ৰ শিক্ষক আছিল। চাকৰি সূত্ৰে তেওঁ নিজৰ পৰিয়ালটোও নাজিৰালৈকে লৈ গৈছিল। হৰিচন্দ্ৰই নাজিৰা হাইস্কুলৰপৰাই ১৯২৫ চনত প্ৰথম বিভাগত সুখ্যাতিৰে মেট্ৰিক পাছ কৰে। তেওঁৰ ককায়েক শৰৎচন্দ্ৰ ভট্টাচাৰ্যইও নাজিৰা স্কুলৰপৰাই মেট্ৰিক আৰু কটন কলেজৰপৰা বি.এ. পাছ কৰিছিল। কিন্তু টাইফয়েদ ৰোগত আক্ৰান্ত হৈ অকালতে প্ৰতিভাশালী শৰৎচন্দ্ৰৰ মৃত্যু ঘটে। হৰিচন্দ্ৰই কটন কলেজৰপৰা প্ৰথম বিভাগত আই. এ. পাছ কৰে আৰু তাৰপৰাই সংস্কৃতত প্ৰথম শ্ৰেণীৰ অনাৰ্ছ লৈ বি. এ. ডিগ্ৰী লাভ কৰে আৰু কলিকতা বিশ্ববিদ্যালয়ৰপৰা 'দময়ন্তী' স্বৰ্ণপদক লাভ কৰে। কিন্তু আৰ্থিক অনাটনৰ কাৰণে তেওঁ উচ্চ শিক্ষাৰ্থে

কলিকতালৈ যাব নোৱাৰি গুৱাহাটীৰ আৰ্ল. ল. কলেজত আইন পঢ়িবলৈ লয়। আইন পঢ়ি থাকোঁতেই হৰিচন্দ্ৰই তেতিয়াৰ নাজিৰাৰ এছ. ডি. চি. অন্নদাচৰণ ভট্টাচাৰ্যৰ তৃতীয়া কন্যা পদ্মাৱতী দেৱীক বিয়া কৰায়। অৱশ্যে, প্ৰচলিত প্ৰথা মতে প্ৰথম বিয়াৰ তিনি বছৰমানৰ পিছতহে কন্যাক স্বামীৰগৃহলৈ নিয়া হয়। অন্নদাচৰণ ভট্টাচাৰ্য আছিল বিখ্যাত সংস্কৃতজ্ঞ পণ্ডিত মহামহোপাধ্যায় ধীৰেশ্বৰচাৰ্যৰ বংশধৰ আৰু অসমৰ দ্বিতীয় গৰাকী এম. এ.। হৰিচন্দ্ৰই আইন কলেজত পঢ়ি থাকোঁতেই নাজিৰা হাইস্কুলত শিক্ষকৰ চাকৰি এটা ওলোৱাত দেউতাকৰ পৰামৰ্শ মতে তেওঁ আইনৰ শিক্ষা সম্পূৰ্ণ নকৰাকৈয়ে নাজিৰা হাইস্কুলত শিক্ষকৰূপে যোগ দিয়েগৈ। তাত কিছুদিন চাকৰি কৰাৰ পিছত উচ্চ শিক্ষাৰ উদ্দেশ্যে হৰিচন্দ্ৰই স্কুলৰপৰা দুবছৰৰ বাবে বিনা দৰমহাৰে ছুটী লৈ এম. এ. পঢ়িবৰ কাৰণে কলিকতালৈ যায়। ১৯৪০ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিষয়ত সুখ্যাতিৰে এম. এ. ডিগ্ৰী লাভ কৰি পুনৰ নাজিৰা হাইস্কুত যোগ দিয়েগৈ। তাত অলপ দিন থকাৰ পিছতে নগাঁও চৰকাৰী হাইস্কুলত নিযুক্তি পাই তাত যোগ দিয়েগৈ। তাত দহ বছৰ চাকৰি কৰাৰ পিছত ১৯৫০ চনত ভট্টাচাৰ্যই গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজত অসমীয়াৰ অধ্যাপক হিচাপে যোগদান কৰে। কিছুদিনৰ কাৰণে তেওঁ গুৱাহাটীৰ কটন কলেজিয়েট স্কুলতো শিক্ষকতা কৰিছিল। ১৯৬৮ চনত হৰিচন্দ্ৰ ভট্টাচাৰ্যই সন্দিকৈ কলেজৰপৰাই অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক হিচাপে অৱসৰ গ্ৰহণ কৰে। মাজতে তেওঁ কিছুদিনৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ অসমীয়া বিভাগতো অস্থায়ী অধ্যাপক হিচাপে অধ্যাপনা কৰিছিল।

হৰিচন্দ্ৰ ভট্টাচাৰ্য মেধাৱী ছাত্ৰ আৰু কৃতী শিক্ষক হোৱাৰ উপৰি তেওঁ আছিল সাহিত্য-সংস্কৃতিৰ এগৰাকী আজীৱন সাধক। নানা প্ৰতিকূল পৰিৱেশৰ মাজতো তেওঁৰ অধ্যয়ন আৰু সাৰস্বত সাধনা অব্যাহত ৰাখিছিল। নাজিৰাত থকা সময়তে তেওঁ নাজিৰাৰ নাট্যমন্দিৰ, সাহিত্য সভা আদি সাহিত্য-সংস্কৃতিমূলক অনুষ্ঠানৰ লগত নিবিড়ভাৱে জড়িত হৈ পৰিছিল। নগাঁও চৰকাৰী হাইস্কুলত যোগ দিয়েই তেওঁ সেই স্কুলৰপৰা বছেৰেকীয়া আলোচনী প্ৰকাশ কৰিবলৈ আৰম্ভ কৰি দিছিল। সেইদৰে ১৯৫০ চনত সন্দিকৈ ছোৱালী কলেজত যোগ দিয়াৰ বছৰতে তেওঁ সেই কলেজৰ বাৰ্ষিক মুখপাত্ৰ 'সন্দিকৈ কলেজ আলোচনী'ৰ তত্বাৱধায়ক অধ্যাপকৰ দায়িত্ব লৈ ১৯৫১ চনত আলোচনীখনৰ প্ৰথম সংখ্যাটো (১ম বছৰ, ১ম সংখ্যা কাতি মাহ ১৮৭৩ শক) প্ৰকাশ কৰে। এই সংখ্যাতে প্ৰকাশ পাইছিল তেওঁৰ অঙ্কীয়া নাটৰ পূৰ্ব্বৰঙ্গ বিধান সম্পৰ্কীয় 'ধেমালি' শীৰ্ষক এটা মূল্যবান প্ৰবন্ধ।

গুৱাহাটীলৈ আহি হৰিচন্দ্ৰ ভট্টাচাৰ্যই যেন বিচাৰি পাইছিল সাহিত্য চৰ্চাৰ এখন বিশাল ক্ষেত্ৰ। তেতিয়া অসম সাহিত্য সভাৰ কেন্দ্ৰীয় কাৰ্যালয় আছিল যোৰহাটত। সাহিত্য সভাৰ গুৱাহাটীৰ কাৰ্যালয় ভগৱতী প্ৰসাদ বৰুৱা ভৱনৰ জন্ম হ'বলৈ তেতিয়াও বহুদিন বাকী। তেতিয়ালৈকে গুৱাহাটীত সাহিত্য চৰ্চাৰ কোনো বিশেষ অনুষ্ঠান-প্ৰতিষ্ঠান গঢ় লৈ উঠা নাছিল। সেয়ে ১৯৫০ চনত কেইজনমান উৎসাহী সাহিত্যিকৰ উদ্যোগত গুৱাহাটীত প্ৰতিষ্ঠিত হয় 'সৱিতা সভা' শীৰ্ষক সাহিত্য চৰ্চাৰ বিশিষ্ট প্ৰতিষ্ঠান। 'সৱিতা-সভা'ৰ প্ৰথম সভাপতি আৰু প্ৰথম সম্পাদক আছিল যথাক্ৰমে বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু নৰেন্দ্ৰনাথ শৰ্মা। নৰেন্দ্ৰনাথ শৰ্মা দুবছৰমান সম্পাদক থকাৰ পিছত অধ্যাপক হৰিচন্দ্ৰ ভট্টাচাৰ্য 'সৱিতা-সভা'ৰ সম্পাদক নিৰ্বাচিত হয়। সেই সময়তে সৱিতা-সভাই আধুনিক অসমীয়া সাহিত্যৰ প্ৰধান নিৰ্মাতা লক্ষ্মীনাথ বেজবৰুৱাৰ বিষয়ে এখন গ্ৰন্থ প্ৰকাশৰ সিদ্ধান্ত লয় আৰু ১৯৫৩ চনত 'সৱিতা-সভা'ই 'বেজবৰুৱাৰ সাহিত্য প্ৰতিভা' শীৰ্ষক এখন গ্ৰন্থ প্ৰকাশ কৰে। এইখনেই আছিল 'সৱিতা-সভা'ৰ প্ৰথম প্ৰকাশন। ইয়াৰ পিছতো হৰিচন্দ্ৰ ভট্টাচাৰ্যৰ উদ্যোগতে 'গোহাঞি বৰুৱাৰ সাহিত্য প্ৰতিভা' শীৰ্ষক আৰু এখন গ্ৰন্থ 'সৱিতা সভা'ই প্ৰকাশ কৰে। এইদৰে সৱিতা-সভাৰ আৰম্ভণিৰ দিনবোৰত ভট্টাচাৰ্যই একেৰাহে কেইবাবছৰো সভাৰ সম্পাদকৰূপে কাৰ্যনিৰ্বাহ কৰি সভাৰ প্ৰতি তেওঁৰ বিশেষ বৰঙণি আগবঢ়ায়। পিছলৈ তেওঁ 'সৱিতা-সভাৰ' সভাপতিৰ পদো অলঙ্কৃত কৰিছিল। অসম সাহিত্য সভাৰ লগতো ড° ভট্টাচাৰ্য ওতপ্ৰোতভাৱে জড়িত আছিল। তেওঁ সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্য হোৱাৰ উপৰি ১৯৬৮ চনত সভাৰ মুখপাত্ৰ 'অসম সাহিত্য সভা পত্ৰিকা'ৰো সম্পাদক আছিল। অসম সাহিত্য সভাই ড° ভট্টাচাৰ্যক ইয়াৰ অভয়াপুৰী অধিবেশনত 'আলোচনা চক্ৰ'ৰ সভাপতিৰূপে বৰণ কৰি তেওঁক সম্মানিত কৰিছিল। ভট্টাচাৰ্যদেৱৰ সাহিত্য চৰ্চাৰ স্বীকৃতি দি অসম চৰকাৰেও তেওঁলৈ 'সাহিত্যিক পেঞ্চন' আগবঢ়াইছিল। উল্লেখযোগ্য যে ২০০৫ চনৰ ৩ এপ্ৰিল তাৰিখে পণ্ডিত ভট্টাচাৰ্যৰ সোঁৱৰণত গুৱাহাটীৰ বিশিষ্ট সাহিত্য-সংস্কৃতিৰ অনুষ্ঠান 'বালিচন্দা'ৰ উদ্যোগত শুক্ৰেশ্বৰ দেৱালয়ৰ প্ৰাঙ্গণত 'ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য পুথিভঁৰাল'ৰ প্ৰতিষ্ঠা আৰু শুভ উদ্বোধন কৰা হয়।

ঘাইকৈ নাট্যকাৰ আৰু নাট্য-সমালোচক হিচাপে প্ৰসিদ্ধ ড° হৰিচন্দ্ৰ ভট্টাচাৰ্যৰ সাহিত্য প্ৰতিভা বিভিন্ন দিশত বিকশিত হৈছিল। বাল্যকালৰ পৰাই সঙ্গীত, কলা আৰু অভিনয়ৰ প্ৰতি তেওঁৰ বিশেষ অনুৰাগ আছিল। ড° ভট্টাচাৰ্যই বিভিন্ন ধৰণৰ প্ৰায় ডেৰকুৰিখন গ্ৰন্থ ৰচনা কৰি গৈছে। তেওঁৰ ৰচনাৱলী

কেইটামান প্ৰধান ভাগত ভগাব পাৰি, যেনে—নাটক আৰু একাঙ্কিকা, হাস্য-ব্যঙ্গ্য ৰচনা, শিশু পুথি, পাঠ্যপুথি, সংস্কৃত আৰু অসমীয়া ভাষাৰ ব্যাকৰণ গ্ৰন্থ, বিবিধ বিষয়ৰ স্বৰচিত প্ৰবন্ধৰ পুথি আৰু নাটক আৰু মঞ্চ সম্পৰ্কীয় গৱেষণামূলক গ্ৰন্থ। ১৯৩৩ চনতে প্ৰকাশ হয় ড° ভট্টাচাৰ্যৰ প্ৰথম গ্ৰন্থ 'আবৃত্তি আভাস'। গ্ৰন্থখন ইংৰাজী, অসমীয়া আৰু সংস্কৃত ভাষাত লিখা কিছুমান চুটি চুটি হাস্যৰসাত্মক আলেখ্যৰ সমষ্টি। ভট্টাচাৰ্যৰ 'হাঁহি ধেমালি' আৰু 'পুৰাণৰ সাধু' দুখন সুন্দৰ শিশু পুথি। সংস্কৃত আৰু অসীয়া ভাষাৰ সুপণ্ডিত আৰু কৃতবিদ্যা শিক্ষক হৰিচন্দ্ৰ ভট্টাচাৰ্যই ভালকৈ জানিছিল যে ভাষা আৰু ব্যাকৰণৰ ভেটি সুদৃঢ় হ'লেহে ছাত্ৰ-ছাত্ৰীৰ বিদ্যা-শিক্ষাৰ পথ সুগম হয়। সেয়ে তেওঁ 'সৰল-সংস্কৃত পাঠ ঃ' (অষ্টম শ্ৰেণীৰ পাঠ্য), 'সংস্কৃত শিক্ষা সোপান', 'সৰল সংস্কৃত শিক্ষা' (১ম ভাগ আৰু ২য় ভাগ), 'সৰল সংস্কৃত ব্যাকৰণ', 'সংস্কৃত ব্যাকৰণ প্ৰভা', 'সংস্কৃত অনুবাদ শিক্ষা', 'অসমীয়া ব্যাকৰণৰ জিলঙণি'। আদি কেইবাখনো মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰে। এই পুথিসমূহ এসময়ত ছাত্ৰ-ছাত্ৰীৰ মাজত বৰ জনপ্ৰিয় আছিল। ড° ভট্টাচাৰ্যই বিভিন্ন বিষয়ৰ অনেক প্ৰবন্ধ বিভিন্ন আলোচনীত প্ৰকাশ কৰিছিল। তাৰে কুৰিটা মূল্যবান প্ৰবন্ধ তেওঁৰ গ্ৰন্থ 'প্ৰবন্ধ প্ৰদীপিকা'ত (১৯৭৯) সন্নিবিষ্ট হৈছে। ভালেমান প্ৰবন্ধ এতিয়াও অসংগৃহীত অৱস্থাত সিঁচৰতি হৈ আছে।

কিন্তু ড° ভট্টাচাৰ্যৰ প্ৰতিভা ঘাইকৈ বিকশিত হৈছে তেওঁৰ নাট্য সাহিত্যত। তেওঁৰ নাটসমূক তিনি ভাগ ভগাব পাৰি—(১) গহীন সামাজিক নাট, (২) শিশু নাট আৰু (৩) একাঙ্কিকা নাট। তেওঁৰ গহীন সামাজিক নাট হ'ল 'ৰমণী শক্তি' আৰু 'কু-পুত্ৰ'। শিশু নাটৰ ভিতৰত পৰে 'কৰ্ণবীৰ' 'প্ৰভু ঈশ্বৰ' আৰু 'বীৰপুত্ৰ'। ড° ভট্টাচাৰ্যৰ একাঙ্কিকা নাটৰ পুথিসমূহ হ'ল—'এক অঙ্কীয়া নাটমালা' (১ম ভাগ), 'এক অঙ্কীয়া নাটমালা (২য় ভাগ), 'এক অঙ্কীয়া নাটমালা' (৩য় ভাগ), 'এক অঙ্কীয়া নাটৰ শৰাই' 'নাট্য বীথিকা' আৰু 'হাঁহি ধেমালি' নামৰ পুথিৰ অন্তৰ্গত 'বীৰ চূড়ামণি' নামৰ নাটখন। দৰ্শকক আমোদ দিয়াৰ লগতে তেওঁৰ নাটবোৰৰ প্ৰধান উদ্দেশ্য হৈছে নানা কৌতুক আৰু ব্যঙ্গ্য-বিদ্ৰূপৰ মাজেদি সমাজৰ দোষ-ত্ৰুটিবোৰ উদঙাই দি সমাজ সংস্কাৰ কৰা। 'ধূম্ৰ-পান-যন্ত্ৰ-স্তোত্ৰম্' সংস্কৃত ভাষাত লিখা ভট্টাচাৰ্যৰ এটি জনপ্ৰিয় ব্যঙ্গ্য কবিতা।

নাট্য সাহিত্যৰ গৱেষক ড° ভট্টাচাৰ্যৰ কীৰ্তিস্তম্ভ হৈছে ইংৰাজী ভাষাত লিখা তেওঁৰ গৱেষণা গ্ৰন্থ 'Origin and Development of the Assamese Drama and the Stage'(1964). এই গৱেষণা গ্ৰন্থৰ বাবেই তেওঁ

১৯৬২চনত প্ৰথিতযশা অধ্যাপক ড° বিৰিঞ্চি কুমাৰ বৰুৱাৰ তত্ত্বাৱধানত গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা ডক্টৰেট উপাধি লাভ কৰিছিল। এইখন গ্ৰন্থতেই তেৰেঁই পোন প্ৰথমে আৰম্ভণিৰপৰা ১৯৪০ চনলৈ অসমীয়া নাট্য সাহিত্য আৰু অসমৰ ৰঙ্গমঞ্চ সম্পৰ্কে বিস্তৃত আলোচনা আগবঢ়াইছে। ইয়াৰ পিছত ১৯৬৮ চনত প্ৰকাশিত অসমীয়া নাট্য সাহিত্য সম্পৰ্কীয় ড° ভট্টাচাৰ্যৰ বৃহৎ গ্ৰন্থ 'অসমীয়া নাট্য সাহিত্যৰ জিলিঙনি' তেওঁৰ অধ্যয়ন আৰু পাণ্ডিত্যৰ মহৎ নিদৰ্শন। মূল ইংৰাজী গ্ৰন্থৰ আধাৰত ৰচিত হ'লেও এই গ্ৰন্থ তেওঁ বিস্তৃতভাৱে আৰু নতুন ৰূপত প্ৰস্তুত কৰিছে। ইয়াত আৰম্ভণিৰপৰা ১৯৬৭ চনলৈকে অসমীয়া নাট্য সাহিত্যৰ আলোচনা কৰা হৈছে। অসমীয়া নাট্য সাহিত্য আৰু অসমৰ মঞ্চ আন্দোলনৰ অধ্যয়ন-চৰ্চাৰ বাবে ড° ভট্টাচাৰ্যৰ এই দুখন গ্ৰন্থৰ অধ্যয়ন অপৰিহাৰ্য হৈ থাকিব। আজীৱন ভাষা-সাহিত্যৰ চৰ্চাতে নিমগ্ন থাকি নানা দিশত অসমীয়া সাহিত্যক সমৃদ্ধ কৰি ড° ভট্টাচাৰ্যই ১৯৯২ চনৰ ৮ জুন তাৰিখে ৮৪ বছৰ বয়সত শুক্ৰেশ্বৰৰ নিজা বাসভৱন 'সেৱা কুটিৰ'ত শেষ নিশ্বাস ত্যাগ কৰে। ইতিপূৰ্বে ১৯৮৬ চনত তেখেতৰ প্ৰিয়তমা পত্নীৰ পৰলোকপ্ৰাপ্তি ঘটে। দুগৰাকী পুত্ৰ আৰু তিনিগৰাকী দুহিতা পণ্ডিত ভট্টাচাৰ্যই মৃত্যুকালত ইহ সংসাৰত এৰি থৈ যায়। ❑

# আচাৰ্য্য ৰজনীকান্ত দেৱশৰ্মা ঃ জীৱন আৰু কৃতিত্ব

**বাণীকান্ত শৰ্মা**

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ প্ৰাচ্য-পাশ্চাত্য বিদ্যানিষ্ণাত পণ্ডিত সমাজৰ এগৰাকী সৰ্বজন সমাদৃত পুৰুষ। এইগৰাকী প্ৰথিতযশা পণ্ডিতৰ সংস্পৰ্শলৈ যিসকল এবাৰ আহিছে তেওঁলোকে তেখেতৰ অমায়িক আৰু মধুৰ ব্যৱহাৰ পাহৰিব নোৱাৰে, যিসকলে তেখেতৰ জ্ঞানগৰ্ভ হাস্য-মধুৰ বক্তৃতা এবাৰ শুনিছে, যিসকলে তেখেতৰ গীতা-ভাগৱত-উপনিষদ্ আদিৰ জ্ঞানগভীৰ ৰসাল ব্যাখ্যা এবাৰ শুনাৰ সুযোগ লাভ কৰিছে, যিসকলে তেখেতৰ ওচৰত বিদ্যালয়, মহাবিদ্যালয়, বিশ্ববিদ্যালয়ৰ শ্ৰেণীকক্ষত শিক্ষাগ্ৰহণ কৰাৰ সুযোগ পাইছে আৰু যিসকলে তেখেতক সহযোগী সদুপদেষ্টাস্বৰূপে লগ পাইছে সেইসকলে জীৱিত কালত তেখেতক পাহৰিব নোৱাৰে। অধ্যাপক দেৱশৰ্মাদেৱৰ গভীৰ পাণ্ডিত্য, জ্ঞাননিষ্ঠা আৰু ব্যক্তিত্বই তেখেতৰ প্ৰতিভা অমৰ কৰি ৰাখিব-'কীৰ্তিযস্য স-জীৱতি।' পৰমভক্তসাধক গোস্বামী তুলসীদাসে এবাৰ মহা মূল্যবান কথা কৈছিল—"যেতিয়া তুমি পৃথিৱীলৈ আহিছিলা তেতিয়া তুমি কান্দি কান্দি আহিছিলা আৰু তেতিয়া তোমাৰ ওচৰ চুবুৰীয়া সকলোৱে হাঁহিছিল। কিন্তু তুমি যেতিয়া এই পৃথিৱী এৰি যোৱা তেতিয়া যেন হাঁহি হাঁহি যোৱা আৰু আনে তোমাৰ নিমিত্তে হিয়া ভুকুৱাই কান্দে।" অধ্যাপক দেৱশৰ্মাদেৱৰ জীৱন চৰিতত এই কথাষাৰৰ সাৰ্থক প্ৰয়োগ ঘটিছে। ১৯৯১ খ্ৰীষ্টাব্দৰ ১৭ জানুৱাৰী বৃহস্পতিবাৰে মাঘ মাহৰ শুক্লা দ্বিতীয়া তিথিত আবেলি ২-৪০ বজাত মাত্ৰ এদিন ৰোগ-ভোগ কৰাৰ পিছতেই অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ নশ্বৰ দেহৰ অৱসান ঘটিছিল।

এইগৰাকী প্ৰাচ্য-পাশ্চত্য জ্ঞাননিষ্ণাত ব্যক্তিৰ জীৱন আৰু কৃতিৰ স্মৃতি ৰোমন্থন কৰিবলৈ ওলালেই যিসকল সাৰস্বত সাধকে অসম মাতৃৰ গৌৰৱ বৰ্দ্ধন কৰি গৈছে সেইসকলৰ স্মৃতি আমাৰ মানসপটত প্ৰতিভাত হয়। সুদূৰ অতীতৰে

পৰা প্ৰাচীন কামৰূপ ৰাজ্য সংস্কৃত ভাষা সাহিত্যৰ চৰ্চাৰ কাৰণে বিখ্যাত। খ্ৰীষ্টীয় দ্বিতীয় শতিকাৰে পৰা সমগ্ৰ প্ৰাচীন কামৰূপত সংস্কৃত ভাষাত প্ৰণীত বেদ-উপনিষদ, বেদান্ত-কাব্য-ব্যাকৰণ, পুৰাণ-ধৰ্মশাস্ত্ৰ, জ্যোতিষ আদি নানা বিষয়ৰ অধ্যয়ন-অধ্যাপনা যে প্ৰচলিত আছিল তাৰ সাক্ষ্য ইতিহাসে বহন কৰিছে। শিলালিপি, তাম্ৰশাসন, শিল্প-ভাস্কৰ্য্য আদিৰ ওপৰিও কালিকাপুৰাণ, যোগিনীতন্ত্ৰ, স্মৃতিশাস্ত্ৰৰ বিভিন্ন গ্ৰন্থ আদিৰ পৰা সংস্কৃত ভাষা-সাহিত্যৰ অধ্যয়ন-অধ্যাপনাৰ বিস্তৃতি কিমান ব্যাপক আছিল তাক সহজেই অনুমান কৰিব পাৰি।

খ্ৰীষ্টীয় সপ্তম শতিকাত প্ৰখ্যাত চীনা পৰিব্ৰাজক হিউয়েন চাঙে সম্ৰাট ভাস্কৰ বৰ্মাৰ ৰাজত্ব কালত কামৰূপলৈ আহি কামৰূপেশ্বৰ ভাস্কৰ বৰ্মাৰ ৰাজ্যৰ পৰিস্থিতিৰ বিষয়ে লিখা টোকাত উল্লেখ কৰিছিল এইদৰে—"সম্ৰাট ভাস্কৰ বৰ্মা বিদ্যানুৰাগী আছিল আৰু তেওঁৰ প্ৰজাসকলেও ৰজাক অনুসৰণ কৰিছিল। দূৰদূৰণিৰ পৰা যোগ্য লোকসকলেও অধ্যয়নৰ কাৰণে ইয়ালৈ আহিছিল।" তদুপৰি ভাস্কৰ বৰ্মাৰ নিধানপুৰ তাম্ৰশাসনত দুশ পাঁচজন বেদজ্ঞ ব্ৰাহ্মণ পণ্ডিতক মাটিবৃত্তি দান কৰাৰ উল্লেখ থকা কথাৰ পৰাও কামৰূপ ৰাজ্যত বহুতো বিখ্যাত পণ্ডিত থকাটো প্ৰতিপন্ন হয়। সেই কালছোৱাত (খ্ৰীঃ ৫৫০-৬৫০) ভাৰতবিখ্যাত দাৰ্শনিক পণ্ডিত কুমাৰিল ভট্টপাদ আৰু ধৰ্মকীৰ্ত্তি নামৰ বিদগ্ধ পণ্ডিত দুগৰাকীৰ কামৰূপত আৱিৰ্ভাৱ হোৱা কথা বহুতো সমালোচক আৰু গৱেষক পণ্ডিতে সিদ্ধান্ত কৰিছে। প্ৰাগ্ বৈষ্ণৱযুগৰ বিদগ্ধ সংস্কৃত ভাষাবিদ পণ্ডিত কবিচূড়ামণি মাধৱ কন্দলীয়ে বাল্মীকি ৰামায়ণ অনুবাদ কৰি অসমীয়া কাব্য-সাহিত্যৰ গৌৰৱময় যুগৰ পাতনি মেলাৰ পূৰ্বেই আঙ্গিৰসসংহিতা, স্বপ্নমৎস্যপুৰাণ, ধৰ্মপুৰাণ আদি গ্ৰন্থৰ প্ৰণেতাসকলে সাৰস্বত-সাধনাৰে কামৰূপ গৌৰৱ বৰ্দ্ধন কৰি গৈছে। তদুপৰি চতুৰ্দশ, পঞ্চদশ আৰু ষোড়শ শতিকাৰ ভিতৰত মহামহোপাধ্যায় ৰাজগুৰু দামোদৰ মিশ্ৰ, মহামহোপাধ্যায় জগদ্‌গুৰু পীতাম্বৰ সিদ্ধান্তবাগীশ, মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ আদিৰ নিচিনা উজ্জ্বল ৰত্নৰ আৱিৰ্ভাৱ হৈছিল। দামোদৰ মিশ্ৰৰ *গঙ্গাজলম* আৰু পীতাম্বৰ সিদ্ধান্তবাগীশৰ *দশকৰ্ম কৌমুদী, সম্বন্ধ কৌমুদী, দুৰ্গোৎসৱ কৌমুদী, প্ৰেত কৌমুদী, সংক্ৰান্তি কৌমুদী* প্ৰভৃতি ওঠৰখন কৌমুদী গ্ৰন্থই আজিও অসমৰ হিন্দু সমাজৰ ধৰ্ম আৰু সমাজ জীৱন পৰিচালনা কৰি আছে। ষোড়শ শতিকাত মহাৰাজ নৰনাৰায়ণৰ নিৰ্দেশক্ৰমে পুৰুষোত্তম বিদ্যাবাগীশে মহামুনি পাণিনি প্ৰণীত *অষ্টাধ্যায়ী*ৰ সমকক্ষ *প্ৰয়োগৰত্নমালা ব্যাকৰণম্* প্ৰণয়ন কৰি অশেষ যশস্যা আৰু গৌৰৱৰ অধিকাৰী হৈ গৈছে।

অসমৰ নৱবৈষ্ণৱ ধৰ্মৰ বৈষ্ণৱকুলতিলক মহাপুৰুষ শংকৰদেৱ, তেওঁৰ প্ৰবীণতম শিষ্য মাধৱদেৱ, তেওঁৰ বান্ধৱপ্ৰতিম দামোদৰদেৱ, হৰিদেৱ, দামোদৰদেৱৰ প্ৰিয়শিষ্য ভট্টদেৱ প্ৰভৃতি পৰম বৈষ্ণৱাচাৰ্যসকলে সংস্কৃত ভাষা-সাহিত্য-দৰ্শন-পুৰাণ আদি শাস্ত্ৰত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল আৰু সংস্কৃত ভাষাত বিৰচিত গ্ৰন্থৰাশিকেই মূলাধাৰৰূপে গ্ৰহণ কৰি অফুৰন্ত বৈষ্ণৱ সাহিত্যৰ সৃষ্টি কৰি অসমীয়া ভাষা জননীৰ চৰণকমলত পাদ্যাৰ্ঘ্য নিবেদন কৰি গৈছে।

ঊনবিংশ শতিকাত পাশ্চাত্য শিক্ষাৰ প্ৰৱেশ ঘটা কালতো গুৰুকুলপদ্ধতিত প্ৰতিষ্ঠিত সংস্কৃত টোল বা চতুষ্পাঠীসমূহত সংস্কৃত ভাষাৰ নানা শাস্ত্ৰৰ অধ্যয়ন-অধ্যাপনা, চিন্তা-চৰ্চা অবিৰত গতিত চলি আছিল। এই শতিকাৰ দ্বিতীয়াৰ্দ্ধত আৰু বিংশ শতিকাৰ প্ৰথমাৰ্দ্ধত যিসকল গুণী-জ্ঞানী কৃতবিদ্য সংস্কৃত পণ্ডিতে সংস্কৃত ভাষা-সাহিত্যৰ পঠন-পাঠনত আত্মোৎসৰ্গ কৰিছিল সেইসকলৰ ভিতৰত মহামহোপাধ্যায় ধীৰেশ্বৰাচাৰ্য্য (পাণ্ডুলা সত্ৰ) মহামহোপাধ্যায় আদ্যনাথ ন্যায়ভূষণ (গৌৰীপুৰ), পণ্ডিতপ্ৰবৰ স্মৃতিব্যাকৰণ শিৰোমণি চন্দ্ৰকান্ত বিদ্যালংকাৰ (গামেৰিমুৰী), ভাগৱত ব্যাখ্যাকৰ্তা পণ্ডিত নাৰায়ণ দেৱ মিশ্ৰ (বৰপেটা), লক্ষ্মীকান্ত পঞ্চতীৰ্থ (বনগ্ৰাম) প্ৰভৃতি চিৰস্মৰণীয় হৈ থাকিব।

ঊনবিংশ শতিকাত পাশ্চাত্য শিক্ষাপদ্ধতিৰে শিক্ষালাভ কৰা পণ্ডিতকুলচূড়ামণি 'প্ৰাগ্‌জ্যোতিষপুৰনন্দন' আনন্দৰাম বৰুৱাই (জন্ম খ্ৰীঃ ১৮৫০, মৃত্যু ১৮৮৯) ভাৰতৰ প্ৰখ্যাত চিভিলিয়ানস্বৰূপে যশস্যাৰ অধিকাৰী হৈ দেৱভাষাৰ ব্যাকৰণ অভিধান প্ৰণয়ন কৰাৰ উপৰিও মহাকবি ভৱভূতিৰ *মহাবীৰচৰিতম*ৰ ভাষ্যকে ধৰি নানা গৱেষণা আৰু সমালোচনামূলক গ্ৰন্থ প্ৰণয়ন কৰি সংস্কৃত সাহিত্যৰ ইতিহাসত আলোড়নৰ সৃষ্টি কৰি অক্ষয় গৌৰৱ অৰ্জন কৰি অসম জননীক বিশ্বৰ মানচিত্ৰত সুপ্ৰতিষ্ঠিত কৰি গৈছে।

বিংশ শতিকাত পাশ্চাত্য শিক্ষা পদ্ধতিৰে শিক্ষা লাভ কৰা গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য্য প্ৰথিতযশা পণ্ডিত কৃষ্ণকান্ত সন্দিকৈদেৱে (খ্ৰীঃ ১৮৯৮-১৯৮২) ধ্ৰুপদী সাহিত্যৰ বিজ্ঞানসম্মত গৱেষণা আৰু সমালোচনাত প্ৰবৃত্ত হৈ *নৈষধচৰিতম্ যশস্তিলকম্ এণ্ড ইণ্ডিয়ান কালচাৰ* আৰু *সেতুবন্ধ*ৰ নিচিনা জগৎ বিখ্যাত তিনিখন গ্ৰন্থৰ সম্পাদনা আৰু ইংৰাজী অনুবাদ কৰাৰ উপৰিও অসমীয়া সাহিত্যলৈ গৌৰৱময় অৰিহণা আগবঢ়াই অসমমাতৃক বিশ্বৰ দৰবাৰত প্ৰতিষ্ঠা কৰি গৈছে।

এই দুগৰাকী লব্ধপ্ৰতিষ্ঠ পণ্ডিতৰ সমসাময়িক অথবা এওঁলোকৰ পৰৱৰ্তী যিসকল কৃতবিদ্য পণ্ডিতে সংস্কৃত ভাষা-সাহিত্যৰ বিভিন্ন শাস্ত্ৰৰ ব্যাখ্যা আৰু

সমালোচনাত মনোনিৱেশ কৰাৰ উপৰিও অসমীয়া ভাষা সাহিত্যৰ বিস্তাৰ আৰু বিকাশৰ অৰ্থে অৰিহণা যোগাইছে সেইসকলৰ ভিতৰত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱৰ নাম চিৰস্মৰণীয় হৈ থাকিব।

বহুবিশ্ৰুত অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাৰ জন্ম ১৮৩৩ শকাব্দৰ ২৫ ফাগুনত (ইং ১৯১২ খ্ৰীষ্টাব্দৰ ১২ মাৰ্চত)। তেখেতৰ জন্মস্থান পুৰণি কামৰূপ জিলাৰ অন্তৰ্গত বৰ্তমানৰ সৰ্থেবাৰী চহৰৰ অনতিদূৰত অৱস্থিত পৰম বৈষ্ণৱ সাৰস্বতসাধক ভট্টদেৱে প্ৰতিষ্ঠা কৰি থৈ যোৱা ব্যাসকুছি সত্ৰ। তেখেতৰ পিতৃ কাত্যায়ন গোত্ৰৰ মহেশ্বৰ দেৱশৰ্মা আছিল এগৰাকী নৈষ্ঠিক দৰিদ্ৰ ব্ৰাহ্মণ আৰু মাতৃ প্ৰভাৱতী দেৱী আছিল এগৰাকী ধৰ্মপ্ৰাণ নাৰী। ব্যাসকুছিসত্ৰখন ব্ৰহ্মপুত্ৰৰ নিচেই কাষতে অৱস্থিত হোৱা বাবে প্ৰায়েই ব্ৰহ্মপুত্ৰৰ বানপানীৰ উপদ্ৰৱত ক্ষতিগ্ৰস্ত হৈছিল। তেখেতৰ শৈশৱ কালতে পিতৃ বিয়োগ ঘটে। তেখেতৰ জ্যেষ্ঠ ভ্ৰাতৃ বিষ্ণুকান্ত দেৱশৰ্মা আৰু জ্যেষ্ঠ ভগিনী দুগৰাকী। ১৯৩৯-৪০ খ্ৰীষ্টাব্দৰ ভিতৰত দেৱশৰ্মাদেৱৰ পৰিয়ালটোৱে ব্যাসকুছি এৰি কালদিয়া নদীৰ পাৰত অৱস্থিত পাটাছাৰকুছিৰ ওচৰতে শ্ৰীপুৰ চাকলাত বসতি স্থাপন কৰে।

দেৱশৰ্মাদেৱৰ প্ৰাথমিক শিক্ষা আৰম্ভ হয় ব্যাসকুছিৰ প্ৰাথমিক বিদ্যালয়ত। তেতিয়াৰ দিনত ইংৰাজী শিক্ষাৰ স্কুলৰ সংখ্যা নিচেই তাকৰ আৰু যি দুই-চাৰিখন আছিল সেইবোৰতো দূৰৈৰ ছাত্ৰসকলৰ কাৰণে থকামিলাৰ বিশেষ সা-সুবিধা নাছিল। কোনো কোনো ঠাইৰ দুই এগৰাকী বদান্য বিদ্যোৎসাহী ব্যক্তিয়ে দৰিদ্ৰ মেধাৱী ছাত্ৰক থকা-মিলাৰ সুবিধা গ্ৰহণ কৰাত অৰিহণা যোগাইছিল। দেৱশৰ্মাদেৱেও পাটাছাৰকুছি মধ্য ইংৰাজী বিদ্যালয়ত এগৰাকী শিক্ষকৰ আশ্ৰয়ত থাকি মধ্য ইংৰাজী বিদ্যালয়ত নাম ভৰ্তি কৰি ইংৰাজী শিক্ষা লাভৰ অৰ্থে মনোনিৱেশ কৰে। মধ্য ইংৰাজী বিদ্যালয়ৰ চূড়ান্ত পৰীক্ষাত সুখ্যাতিৰে সমুত্তীৰ্ণ হৈ দেৱশৰ্মাদেৱে বজালী হাইস্কুলত পঢ়িবলৈ যায় আৰু ১৯৩২ খ্ৰীষ্টাব্দত প্ৰৱেশিকা পৰীক্ষাত বহে। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ অধীনতহে প্ৰৱেশিকা পৰীক্ষা অনুষ্ঠিত হৈছিল আৰু অসম চৰকাৰে অসম উপত্যকা আৰু সুৰমা উপত্যকাৰ প্ৰৱেশিকা পৰীক্ষাৰ্থীসকলৰ কাৰণে কেইটামান পৃথক পৃথক বৃত্তিৰ ব্যৱস্থা কৰিছিল। অতি কম সংখ্যক মেধাৱী ছাত্ৰইহে এই বৃত্তি লাভ কৰিবলৈ সমৰ্থ হৈছিল। দেৱশৰ্মাদেৱে প্ৰৱেশিকা পৰীক্ষাত শতকৰা ৭৫ নম্বৰতকৈ অধিক নম্বৰ পাই ষ্টাৰ পোৱাৰ উপৰিও সংস্কৃত বিষয়ত অসমৰ ভিতৰত সৰ্বোচ্চ নম্বৰ লাভ কৰি বৃত্তি লাভ কৰিছিল। প্ৰৱেশিকা পৰীক্ষাত সমুত্তীৰ্ণ হৈ তেখেতে দৰিদ্ৰতাৰ লগত সংগ্ৰাম কৰি উচ্চ

শিক্ষা লাভৰ কাৰণে তেতিয়াৰ একমাত্ৰ প্ৰখ্যাত চৰকাৰী কটন কলেজত নাম ভৰ্তি কৰে। দুবছৰ অধ্যয়ন কৰাৰ পিছত ইণ্টাৰমেদিয়েট পৰীক্ষাতো সমৃত্তীৰ্ণ হৈ প্ৰতিযোগিতামূলক বৃত্তি লাভ কৰি কটন কলেজতে সংস্কৃত বিষয়ৰ অনাৰ্ছ পাঠ্যক্ৰম অধ্যয়ন কৰি ১৯৩৬ খ্ৰীষ্টাব্দত নৰিয়া গাৰে পৰীক্ষা দি দ্বিতীয় শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰিছিল। তেতিয়াৰ সংস্কৃতৰ প্ৰধান অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়ে তেখেতৰ বুদ্ধিমত্তাৰ ভূয়সী প্ৰশংসা কৰিছিল।

কটন কলেজত অধ্যয়ন কৰা কালত তেখেত গুৱাহাটীৰ উজানবজাৰৰ প্ৰখ্যাত নাৱা গোসাঁইৰ বদান্যতাৰ আশ্ৰয় গ্ৰহণ কৰি চাৰিবছৰ কাল থকা-মিলাৰ সুবিধা লাভ কৰিছিল। তেখেতে নাৱা গোসাঁইৰ পুত্ৰ স্বৰ্গত হৰেশ্বৰ গোস্বামী বাব্-এট্‌লদেৱৰ পঢ়া-শুনাত নানাভাৱে সহায় কৰিছিল। স্বৰ্গত গোস্বামীদেৱে মৃত্যুৰ সময়লৈকে শৰ্মাদেৱৰ লগত বন্ধুত্বৰ মনোভাৱ অক্ষুণ্ণ ৰাখিছিল আৰু তেখেতে কৰা উপকাৰৰ কথা কৃতজ্ঞতাৰে সোঁৱৰণ কৰিছিল।

বি. এ. পৰীক্ষাত অনাৰ্ছসহ সমৃত্তীৰ্ণ হ'ল সঁচা, কিন্তু এম. এ. পঢ়ে কেনেকৈ? এই চিন্তাই দেৱশৰ্মাদেৱক কিছু বিব্ৰত কৰিছিল যদিও তেখেতৰ প্ৰবল জ্ঞানান্বেষণৰ ধাউতিয়ে তেখেতক তাৰ উপায়ো উলিয়াই দিছিল—দৰিদ্ৰতাই মেধা আৰু বুদ্ধি প্ৰতিহত কৰিব নোৱাৰে। অধ্যাপক দেৱশৰ্মাদেৱে কলিকতা বিশ্ববিদ্যালয়ত এম. এ. পঢ়া সম্পৰ্কে নিজে লিখা কথাখিনিকেই তলত উদ্ধৃত কৰা হ'ল—

১৯৩৬ চন। মই সংস্কৃতত অনাৰ্ছ লৈ বি. এ. পাছ কৰিছো। এম. এ পঢ়িবলৈ প্ৰবল ইচ্ছা; কিন্তু কলিকতাত থাকি পঢ়িবলৈ মোৰ আৰ্থিক সামৰ্থ্য নাই। মোৰ পৰম শ্ৰদ্ধেয় শিক্ষাগুৰু শুভানুধ্যায়ী পাঠশালাৰ সত্যদেৱ চৌধুৰীৰ ওচৰত এটা অনুৰোধ লৈ উপস্থিত হ'লোঁ। 'আৱাহন'ৰ সম্পাদক দীননাথ শৰ্মা তেখেতৰ ছাত্ৰ আছিল। মই তেখেতক ক'লো "সম্পাদক শৰ্মাদেৱলৈ এখন চিঠি দিব লাগে যাতে মোক তেখেতে খোৱা-থকাৰ সুবিধা দি 'আৱাহন' কাৰ্যালয়ত ৰাখে; তাৰ বিনিময়ত মই শক্তি অনুসৰি 'আৱাহন'ৰ কামত সহায় কৰিম।" চিঠি গ'ল, প্ৰায় ফিৰত ডাকতে অনুকূল উত্তৰো আহিল। মোৰ মন আনন্দত ভৰি উঠিল। যথা সময়ত কলিকতাত ওলালোগৈ। অসম বান্ধৱ পুণ্যাত্মা হৰেন্দ্ৰনাথ কলিতাদেৱৰ আইডিয়েল হোম' হোটেলত উপস্থিত হ'লোঁ। ৰাতি তাতে থাকি পিছদিনা পুৱা আঠমান বজাত কলিতাদেৱৰ সৈতে তিনি নং গোবিন্দবোস লেনত থকা আৱাহন কাৰ্যালয়লৈ যাত্ৰা কৰিলো। ট্ৰামৰ ভাড়া কলিতাদেৱে দিলে।

আৱাহন কাৰ্যালয়টো এটা অতি পুৰণি দুমহলীয়া ঘৰৰ এটা অংশ। কোঠা বুলিবলৈ মাত্ৰ দুটা: এটা ওপৰত, এটা তলত। ওপৰৰটোত সম্পাদক আৰু তেওঁৰ পৰিয়াল থাকে; কোঠাটোৰ সমুখত এডোখৰ সৰু মুকলি ঠাই আছে।

তলৰ কোঠাটোত বতাহ আৰু পোহৰ দুয়োটা প্ৰয়োজনীয় বস্তুৰে প্ৰৱেশ নিষিদ্ধ। সেইটোৱে মোৰ বাসস্থান হ'ব বুলি জানি মনটো সেমেকি গ'ল। সেই কোঠালিতে, আৰু দুজন লোক—এজন সম্পাদক শৰ্মাদেৱৰ খুলশালী স্বৰ্গীয় হৰগোবিন্দ শৰ্মা 'পাতালপুখুৰী লেখক', আনজন মোৰ স্কুলীয়া সহপাঠী বন্ধু শ্ৰীপ্ৰমোদ শৰ্মা (বৰ্তমান পাণবজাৰৰ অসম প্ৰকাশনীৰ স্বত্বাধিকাৰী) প্ৰসিদ্ধ ব্যৱসায়ী। তেওঁলোক দুয়োজনক সেই আন্ধাৰ কোঠাতে জীয়াই থকা দেখি মোৰ নৈৰাশ্যৰ কিছু লাঘৱ হ'ল।

সম্পাদক ডাঃ শৰ্মাদেৱৰ লগত মোৰ সাক্ষাত হ'ল। তেখেতে মোক মোৰ কৰ্তব্য বুজাই দিলে। আগতে মই তেখেতক দেখা নাছিলো। এই প্ৰথম দেখা। মানুহজন দেখিবলৈ শুৱনি, কথা হিচাপ কৰি কয়, কামৰ মানুহ যেন লাগিল। অসমীয়া জাতিৰ সেৱাৰ উদ্দেশ্যেই তেখেতে অতি কষ্টেৰে এইখন আলোচনী প্ৰকাশ কৰি আছে। তেখেতে বিচাৰে ইয়াৰ কৰ্মীসকলেও জাতিৰ সেৱাৰ প্ৰেৰণাৰে কাম কৰিব। কথাবোৰ মোৰ ভালেই লাগিল। অসমৰ সেই সময়ৰ সৰ্বশ্ৰেষ্ঠ (একমাত্ৰ ?) আলোচনীখনৰ লগত নিজক জড়িত কৰিব পৰাটো এটা সৌভাগ্যৰ কথা। মনলৈ উৎসাহ আহিল, কোঠাটোৰ আন্ধাৰ যেন ভালেখিনি আঁতৰিল।[১]

এনেকুৱা পৰিস্থিতিৰ মাজেৰেই দেৱশৰ্মাদেৱে কলিকতা বিশ্ববিদ্যালয়ত সংস্কৃতৰ স্নাতকোত্তৰ মহলাত অধ্যয়ন কৰিবলগীয়া হৈছিল। অধ্যাপক দেৱশৰ্মাদেৱে স্নাতক মহলাত অধ্যয়ন কৰা সময়ত 'আবাহন' কাকতখন নিয়াৰিকৈ প্ৰকাশ কৰা সময়ত দেৱশৰ্মাদেৱে কেনেকৈ দেহেকেহে খাটিছিল তাক তেখেতৰ সতীৰ্থ শিক্ষাবিদ স্বৰ্গত দণ্ডেশ্বৰ গগৈদেৱে লিখিছে এইদৰে—"বহুত কিতাপ-পত্ৰ পঢ়ি কাকতৰ প্ৰবন্ধ আৰু অন্যান্য বিষয়বোৰ অতি নিয়াৰিকৈ সম্পাদনা কৰাৰ উপৰিও তেখেতে নিজে কিছুমান প্ৰবন্ধ, চুটিগল্প আৰু সংবাদ সংযোজনা কৰিছিল। বিশেষকৈ তেখেতে লেখাবোৰৰ ভাষাটো নিভাঁজ অসমীয়া ৰীতিত সজাই তুলিছিল।"[২] অধ্যাপক দেৱশৰ্মাদেৱে নিজেই সম্পাদক ডাঃ দীননাথ শৰ্মাদেৱৰ কোৱা কথা লিখিছে এইদৰে—"চোৱা, এই উঠি পৰিল, বহি পৰিল, শুই পৰিল এইবোৰ বঙলা ভাষাৰ প্ৰভাৱ, এইবোৰে আমাৰ ভাষাটো

---

১. *হেমন্ত কুমাৰ শৰ্মা (সম্পা)১৯৮১, নগেন্দ্ৰ নাৰায়ণ চৌধুৰী—অসম সাহিত্য সভা পৃঃ ৪১-৪২।*

২. *মুকুন্দ মাধৱ শৰ্মা আৰু বাণীকান্ত শৰ্মা—সম্পাদিত ১৯৯৩, অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা : প্ৰতিভা আৰু ব্যক্তিত্ব পৃঃ ৩০ দণ্ডেশ্বৰ গগৈ, "বহুমুখী অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ"।*

বিজ্ঞতৰীয়া কৰিব।" অৰ্থাৎ সম্পাদকে বঙলুৱা ঠাচ সৰ্বতোভাৱে গুচোৱাৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিছিল। দেৱশৰ্মাদেৱে আকৌ লিখিছে, "যেনে কথা তেনে কাম। মোৰ হাতত পৰি কোনো লেখকেই 'আবাহন'ত উঠি পৰিব, বহি পৰিব, শুই পৰিব নোৱাৰা হ'ল।"৩

এইদৰে প্ৰায় দুবছৰৰো অধিক কাল 'আবাহন'ৰ সম্পাদনা আৰু 'মহিলা জগৎ', 'বৈজ্ঞানিক জগৎ' আৰু বিশ্বপ্ৰবাহ নামৰ তিনিটা শিতানৰ বিষয়বস্তু সংগ্ৰহ সম্পাদনা আদিত ব্যস্ত থাকিও যথাসময়ত এম.এ. পৰীক্ষা দি গুৱাহাটীলৈ উভতি আহি দেৱশৰ্মাদেৱে শিক্ষকতাকেই জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিবলৈ দৃঢ়সংকল্প গ্ৰহণ কৰিলে। সেই সময়ত কলেজৰ সংখ্যা তাকৰ হোৱা কাৰণে বহুতো কৃতবিদ্যালোকে স্কুলতেই চাকৰি জীৱন আৰম্ভ কৰিবলগীয়া হৈছিল। দেৱশৰ্মাদেৱেও প্ৰথমতে সোণাৰাম হাইস্কুল, সন্দিকৈ ছোৱালী কলেজ, কটন কলেজিয়েট স্কুল আদিত শিক্ষকতা কৰি শেষত কটন কলেজত অধ্যাপনা কৰি মূৰব্বী অধ্যাপকৰূপে অৱসৰ গ্ৰহণ কৰাৰ কেইমাহমান আগতেই গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগত অধ্যাপনাৰ দায়িত্ব গ্ৰহণ কৰিছিল। কটন কলেজত তেখেত এগৰাকী বিচক্ষণ শিক্ষকৰূপে পৰিগণিত হোৱাৰ উপৰিও ডি. টি. হোষ্টেল আৰু থাৰ্ড মেছৰ অধীক্ষকৰূপে কাৰ্য পৰিচালনা কৰি ছাত্ৰ সমাজৰ সমাদৰ লাভ কৰিছিল। আনফালে অধ্যক্ষ ড° হিৰণ্য কুমাৰ ভূঞা, অধ্যাপক হৰিশ্চন্দ্ৰ গোস্বামী, অধ্যক্ষ নুৰুল ইছলাম প্ৰভৃতিৰ অতি বিশ্বাসযোগ্য পৰামৰ্শ দাতাৰূপে প্ৰশাসনিক কাৰ্যত নানাভাৱে সহায় কৰিছিল। কিছুদিন তেখেতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগতো অতিথি অধ্যাপৰূপে অধ্যাপনা কৰিছিল। অৱসৰ গ্ৰহণ কৰাৰ পিছতো তেখেতে শিক্ষাজগতৰ নানা কামত নিজকে ব্যাপৃত কৰি ৰাখিছিল। আন কথাত অসংখ্য সাহিত্যিক পণ্ডিত আৰু বিদ্বান লোকে তেখেতৰ পৰা নানা সন্দেহ ভঞ্জনৰ পৰামৰ্শ আৰু উপদেশ গ্ৰহণ কৰি ধন্য হৈছিল।

অধ্যাপক দেৱশৰ্মাদেৱৰ কৰ্মময় জীৱনৰ এটি সম্পূৰ্ণ চিত্ৰ দাঙি ধৰাটো সম্ভৱপৰ নহয়; কিয়নো 'লোকত্তৰাণাং চৰিতং বিজ্ঞাতুং কঃসমৰ্থঃ।" প্ৰতিভাশালীৰ জীৱন চৰিত্ৰ ৰূপায়িত কৰাটো সম্ভৱপৰ নহয়। তথাপি দেৱশৰ্মাদেৱৰ কেইটামান চাৰিত্ৰিক বৈশিষ্ট্য আঙুলিয়াই দিয়াৰ প্ৰয়াস কৰা হ'ব।

---

*৩. ৰজনীকান্ত দেৱ শৰ্মা, 'আবাহন স্মৃতি', হেমন্তকুমাৰ শৰ্মা সম্পাদিত ১৯৮১, নগাঁৱে নাৰায়ণ চৌধুৰী, অসম সাহিত্য সভা পৃঃ ৪২।*

দেৱশৰ্মাদেৱ আছিল এগৰাকী বিনম্ৰ ব্যক্তি। 'বিদ্যা দদাতি বিনয়ং বিনয়াদ্ যাতি পাত্ৰতম্'—বিদ্যাই মানুহক কৰে বিনম্ৰ আৰু শৃঙ্খলাবদ্ধ আৰু শৃঙ্খলাই কৰে মানুহক যোগ্য। এনে যোগ্যজনৰ দ্বাৰা বসুন্ধৰা হৈ পৰে যোগ্য ভোগ্য। তেখেতে সংস্কৃত, ইংৰাজী, অসমীয়া, বঙলা সাহিত্যৰ নানা গ্ৰন্থ অধ্যয়ন কৰি আয়ত্ত কৰিছিল বিপুল জ্ঞান আৰু তেখেতৰ স্মৃতি শক্তি আছিল অসাধাৰণ। যথাসময়ত যথাস্থানত উপযুক্ত যুক্তি আৰু বিচাৰসিদ্ধ কথাৰ অৱতাৰণা কৰিব পৰাটোৱে আছিল তেখেতৰ স্বভাৱ। এই কাৰণেই তেখেত সৰ্বজন সমাদৃত ব্যক্তি; জ্ঞান আৰু বিদ্যাৰ ভৰত তেখেতে বিনয়বচনেৰে সকলোকে মুগ্ধ কৰিব পাৰিছিল। তেখেতে যাপন কৰিছিল এটি সুশৃঙ্খলাবদ্ধ জীৱন। উচ্চ চিন্তা, অনাড়ম্বৰ আৰু সৰল জীৱন নিৰ্বাহ কৰাটোৱে আছিল তেখেতৰ ব্ৰত। 'কামৰ সৰু বৰ নাই, কৰ্মই মানুহৰ জীৱন'—এয়েই আছিল তেখেতৰ জীৱনদৰ্শন। অনাহকত কালাতিপাত কৰাটো আছিল তেখেতৰ স্বভাৱবিৰুদ্ধ। ব্ৰাহ্মমুহূৰ্ত্তত শয্যা ত্যাগ কৰি নিত্য নৈমিত্তিক কামবোৰ নিয়াৰিকৈ কৰাটোৱে আছিল তেখেতৰ স্বভাৱ। আচাৰ্য্য বিনোবাজীৰ নিচিনাকৈ নিজে নিজৰ সাজপাৰ পৰিষ্কাৰকৈ ধুই-মিলি ইস্ত্ৰি কৰি লৈছিল, পিন্ধন-উৰণত আছিল চাফ-চিকুণ সদায় অতি পৰিষ্কাৰ-পৰিচ্ছন্নভাৱে চলিছিল। নিজৰ আৰু পৰিয়ালৰ বস্তুবোৰ অতি পৰিপাটিকৈ ৰাখিছিল। তেখেতে আটোম টোকাৰিকৈ ফুল আৰু অন্যান্য গছবোৰ প্ৰতিপালন কৰি বৰ আনন্দ পাইছিল। এনে কামত তেখেতৰ সুশৃঙ্খলাবোধ আৰু সৌন্দৰ্যবোধ ফুটি ওলাইছিল। কোনো কামতেই পৰ-নিৰ্ভৰশীল নাছিল।

দেৱশৰ্মাদেৱ আছিল এগৰাকী কৃতী আদৰ্শ শিক্ষক। শিক্ষকৰূপে তেখেতৰ খ্যাতি বৈ বৈ যোৱা বিধৰ। অধ্যয়ন শেষ কৰিয়েই শিক্ষকতাকেই জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰি শিক্ষাৰ্থীৰ জীৱনত মচিব নোৱাৰা প্ৰভাৱ পেলাই সকলো শিক্ষাৰ্থীৰে সমাদৰ আৰু শ্ৰদ্ধা-ভক্তি লাভ কৰিছিল। তেখেতৰ প্ৰকাশভঙ্গী আৰু পাঠদানৰ পদ্ধতি এনে ৰসাল, মনোৰম আৰু চিত্তাকৰ্ষক আছিল যে কেতিয়াবা কেতিয়াবা সংস্কৃত বিষয়টো পাঠ্য বিষয় হিচাপে নোলোৱা ছাত্ৰ-ছাত্ৰীয়েও তেখেতৰ শ্ৰেণীকক্ষত সোমাই পঢ়োৱা ৰসাল কথাবোৰ মন্ত্ৰমুগ্ধ হৈ শুনিছিল আৰু তেখেতেও তেনেকৈ ছাত্ৰ-ছাত্ৰী সোমালে কেতিয়াও আপত্তি নকৰিছিল বৰং স্বাগতমহে জনাইছিল। এনে কৃতী শিক্ষকেই হৈছে এটা জাতিৰ ধৰণী; এনে আদৰ্শবান শিক্ষকৰপৰা অনুপ্ৰেৰণা লাভ কৰিব পাৰিলেই ছাত্ৰ-ছাত্ৰী জ্ঞানলাভৰ কাৰণে উদ্বুদ্ধ আৰু আগ্ৰহান্বিত হৈ পৰে। কৃতী শিক্ষক হ'বলৈ হ'লে শিক্ষক হ'ব

লাগে বিশাল জ্ঞানৰ অধিকাৰী আৰু বিদ্যা দানত হ'ব লাগে অকৃপণ। তেখেতে এষাৰ কথা বৰকৈ অনুভৱ কৰিছিল—

অপূৰ্বকো হি ডাণ্ডবো দৃশ্যতে তব ভাৰতি।
অব্যয়ে চ ব্যয়ং যাতি ব্যয়ে চ বিস্তৰং মহৎ।।

—দেৱী সৰস্বতী তোমাৰ ভাণ্ডাৰ কি অপূৰ্ব, ইয়াক ব্যয় কৰিব নোৱাৰিলে ই হয় নিজে নিজে ক্ষয় আৰু ব্যয় কৰিব পাৰিলে ইয়াৰ বিস্তৃতি হয় বিশাল।

সেই কাৰণে তেখেতে শিক্ষকতাকেই জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰিছিল। এগৰাকী বিখ্যাত শিক্ষাবিদ আদৰ্শ শিক্ষকৰ স্বৰূপ সম্পৰ্কে কোৱা কথা এই প্ৰসঙ্গত উল্লেখ কৰাটো সমীচীন হ'ব বোধহয়। শিক্ষাবিদগৰাকীয়ে লিখিছিল এইদৰে :

Famous educators plan new system of pedagogy; but it is the unknown teacher who directs and guides the young. He lives in obscurity and contends with hardship. For him no trumpets blare, no chariots wait, no golden decorations are decreed. He keeps the watch along the borders of darkness and makes the attack on the trenches of ignorance and folly. With patience in his daily work, he strikes to conquer the evil powers which are the enemies of youth. He awakens sleeping spirits. He quickens the indolent, encourages the eager, and steadies the unstable. He communicates his own joy in learning and shares with boys and girls the best treasure of his mind. He lights many candles, which in later years will shine back to cheer him. This is the reward. Knowledge may be gained from books, but the love for knowledge is transmitted only by personal contact. No one has deserved better respect than the unknown teacher. No one is more worthy to be enrolled in a democratic aristocracy, king of himself and servant of mankind. [Henry Van Dyke, 'The Unknown Teacher' in Journal of the National Education Association for January, 1927. P.25].

উল্লিখিত কথাখিনিতেই অধ্যাপক দেৱশৰ্মাদেৱৰ শিক্ষকতাৰ সঁচাবকাঠি নিহিত হৈ আছে। তেখেত আছিল শিক্ষাব্ৰতী শিক্ষক, শিক্ষাজীৱী শিক্ষক নহয়।

অধ্যাপক দেৱশৰ্মাদেৱৰ অন্যতম গুণ আছিল বাগ্মিতা; তেখেত অসাধাৰণ বাগ্মী পুৰুষ। শ্ৰীহৰ্ষই নৈষধচাৰিতম্ মহাকাব্যত মিতংচ সাৰংচ বচো হি বাগ্মিতা' বুলি বাগ্মিতাৰ যি লক্ষণ উল্লেখ কৰিছে সেই লক্ষণেই আছিল দেৱশৰ্মাদেৱৰ

বক্তৃতাৰ লক্ষণ। তেখেতৰ বিষয়বস্তু বিশ্লেষণৰ ক্ষমতা চমকপ্ৰদ। বক্তৃতাৰ মাজত আৱশ্যকীয় সংস্কৃত বা অসমীয়া বা ইংৰাজী উদ্ধৃতিবোৰ স্বতঃস্ফূৰ্তভাৱে যেন তেখেতৰ জিহ্বাগ্ৰত উপস্থিত হৈছিল, তেখেতৰ মাত গলগলীয়া, কণ্ঠভঙ্গী ৰসাল আৰু শব্দসংযোজনা নিৰ্ভুল, প্ৰকাশভঙ্গী উদ্দীপ্ত অথচ মধুৰ ৰসপূৰ্ণ। ডাঃ সৰ্বপল্লী ৰাধাকৃষ্ণনৰ উদাত্ত কণ্ঠৰ অনুকৰণীয় বাগ্ ভঙ্গীয়ে শ্ৰোতাৰ অন্তৰৰ গভীৰতম প্ৰদেশত ৰেখাপাত কৰাৰ নিচিনাকৈ আৰু দেশভক্ত তৰুণৰাম ফুকনৰ বুদ্ধিদীপ্ত হাস্যৰসে শ্ৰোতাৰ মন আনন্দাপ্লুত কৰাৰ নিচিনাকৈ অধ্যাপক দেৱশৰ্মাদেৱৰ বুদ্ধিদীপ্ত হাস্যৰসপূৰ্ণ উদাত্তকণ্ঠৰ ভাষণে শ্ৰোতাবৰ্গক বিমোহিত কৰিছিল। অসমৰ বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানত সনাতন ধৰ্ম, সংস্কৃত সাহিত্য, অসমীয়া সাহিত্য-সংস্কৃতি আদি বিষয়ৰ অনৰ্গল বক্তৃতা প্ৰদান কৰি সকলোৰে প্ৰশংসা লাভ কৰিছিল। ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ ধাৰা প্ৰবাহিত কৰি ৰখাৰ উদ্দেশ্যে জনসাধাৰণক তেখেতে বক্তৃতাৰ মাজতে উদাত্তকণ্ঠে আহ্বান জনাইছিল। অধ্যাপক দেৱশৰ্মাদেৱৰ বক্তৃতাৰ মাধুৰী সম্পৰ্কে অধ্যাপক যোগেশ দাসে লিখিছে—

"মই দেৱশৰ্মাদেৱৰ লগত বহুবাৰেই মিটিং কৰিবলৈ গৈছিলোঁ। তেখেতে অনৰ্গল সংস্কৃত শাস্ত্ৰ গাই শ্ৰোতামণ্ডলীক মুগ্ধ কৰা দেখিছোঁ, তেখেতৰ পিছত বক্তৃতা দিবলৈ উঠি আমাৰ প্ৰায়েই আঁঠু কঁপা অৱস্থা হয়।" "সংস্কৃতং ন জানাম্যহম্"—গতিকে আজি সেইবোৰ স্মৰণ কৰিবলৈ নিদিয়াই ভাল। এটা মাত্ৰ উদাহৰণ দিব পাৰোঁ; ডুমডুমাৰ ওচৰৰ চামদাং চাহ বাগিচা শাখা-সাহিত্য সভাৰ, উদ্যোগত কালিৰাম মেধিৰ জন্ম শতবাৰ্ষিকী উৎসৱলৈ দেৱশৰ্মা মহোদয়ৰ সৈতে আমি গুৱাহাটীৰ পৰা গৈছিলোঁ, মজদুৰ আৰু কৰ্মচাৰীবৰ্গৰ সেই ভৰা সভাত মুখ্য অতিথিৰূপে তেখেতে বক্তৃতাৰ মাজতে মহাভাৰতৰ পৰা উদ্ধৃতি দি কথাৰ লাচতে 'বিদ্যাৰ্থিনঃ কুতঃ সুখম্, সুখাৰ্থিনঃ কুতোবিদ্যা' বুলি কৈ সেই সভাখন জিনি পেলালে, তাৰ পিছত আমি বাকীসকলে আৰু বিশেষ গা কৰিব নোৱাৰিলোঁ। এই প্ৰসঙ্গতে উল্লেখ কৰি থওঁ যে সেই যাত্ৰাতে তেখেতে অভিভূত হৈ চাহ বাগিচাবিলাকত সাহিত্য সভাই বিশেষভাৱে প্ৰচাৰৰ কাম হাতত ল'ব লাগে বুলি বহুদিনলৈ কৈ আছিল।"

তেখেতৰ বক্তৃতাৰ মাধুৰিমা সোঁৱৰণ কৰি অধ্যাপক ৰজনীকান্ত চক্ৰৱৰ্তীয়ে লিখিছে—

---

৪. যোগেশ দাস, ব্যক্তিত্বৰ মাধুৰ' প্ৰবন্ধ, মুকুন্দ মাধৱ শৰ্মা বাণীকান্ত শৰ্মা সম্পাদিত ১৯৯৩ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ প্ৰতিভা আৰু ব্যক্তিত্ব অসম সাহিত্য সভা পৃ ৫৯।

গুৱাহাটীৰ থিয়চফিকেল ফেদাৰেচনৰ বাৰ্ষিক অধিৱেশনত শৰ্মাদেৱ নিৰ্দিষ্ট বক্তা আছিল। শ্ৰোতাসকলৰ বেছিভাগেই অৱসৰপ্ৰাপ্ত বিদ্বান লোক আছিল। প্ৰায় এঘণ্টা বক্তৃতা দিয়াৰ পিছত বহুত সময় কোৱা হ'ল বুলি বক্তাই নিজেই ক'লে। শ্ৰোতাসকলে ক'বই নোৱাৰে যে তেওঁলোকে প্ৰায় এঘণ্টা বক্তৃতা শুনিছে।

এই বক্তৃতাৰ কথা তেখেতে মোক নিজেই কৈছিল ঃ "চক্ৰবৰ্তী, মেডিকলে কলেজত মোৰ চিকিৎসাৰ অসুবিধা নহ'ব। মই তাত মানসিক ৰোগৰ চিকিৎসাবিদসকলৰ সমাৰোহত ভাৰতীয় দৰ্শনৰ মনস্তত্ত্ব সম্বন্ধে এটা বক্তৃতা দিছিলোঁ।" কোনো লিখিত টোকা নোলোৱাকৈ তেখেতে তেখেতৰ সৰু ছোৱালীজনীৰ মৃত্যুৰ চাৰিদিনমান পিছতেই ইংৰাজীতে বক্তৃতা দিছিল.....।.... এজন অসমৰ বাহিৰৰ মানসিক ৰোগৰ চিকিৎসকে তেখেতক প্ৰণাম কৰি ক'লে—'Sir, Your brand of scholars is rare today.'[৫]

অধ্যাপক দেৱশৰ্মাদেৱ আছিল বিচক্ষণ শাস্ত্ৰ ব্যাখ্যাতা—শাস্ত্ৰ ব্যাখ্যাৰ ক্ষেত্ৰত তেখেতৰ বাক্‌পটুতা আৰু বিষয়বস্তু উত্থাপন আৰু উপস্থাপন পদ্ধতি অন্যান্য সাধাৰণ, কোনো ক্ষেত্ৰতেই তেখেতৰ দ্বিধাবোধ নাই, ক'তো খোকোজা নালাগে, সুপ্ৰযুক্ত শব্দৰ অভাৱত ব্যাখ্যাৰ গতি স্তিমিত নহয়। ভাৰতীয় দৰ্শন আৰু উপনিষদসমূহৰ সুগভীৰ অধ্যয়ন আৰু বিশেষকৈ বেদান্তদৰ্শনৰ পুংখানুপুংখ অনুধাৱনৰ ফলত তেখেতে শ্ৰীমদ্ভাগৱত মহাপুৰাণ আৰু শ্ৰীমদ্ভগৱদগীতাৰ প্ৰাঞ্জল বিশ্লেষণাত্মক ব্যাখ্যা ভক্ত শ্ৰোতাৰ আগত উপস্থাপিত কৰি নিজে নিজক পাহৰি আত্মসমাধিস্থ হৈছিল। অধ্যাপক দেৱশৰ্মাদেৱে মৃত্যুৰ প্ৰায় দুমাহ পূৰ্বে গুৱাহাটী বিশ্ববিদ্যালয়ৰ 'অসমীয়া সাহিত্য চ'ৰা'ৰ অনুষ্ঠানক্ৰমে ১৯৯০ খ্ৰীষ্টাব্দৰ এঁকৈশ নৱেম্বৰত "অদ্বৈত বেদান্ত আৰু অসমীয়া ভক্তি-সাহিত্য" সম্পৰ্কে প্ৰায় আঢ়ৈ ঘণ্টা সময় অনৰ্গল বক্তৃতা দি সমগ্ৰ শিক্ষক-ছাত্ৰকে মোহিত কৰাৰ কথা ভৱপ্ৰসাদ চলিহাই 'এজন গুণী পণ্ডিতৰ সান্নিধ্য' শীৰ্ষক প্ৰবন্ধত সবিনয়ে নিবেদন কৰিছে।[৬]

মহাৰাজ পৰীক্ষিতে পৰম ভাগৱত শুকদেৱৰ মুখে ভাগৱত কথা শুনিবলৈ উদগ্ৰীৱ হোৱাৰ নিচিনাকৈ গুৱাহাটীৰ হৰিসভা, বাৰোৱাৰী নামঘৰ, সমাধান চক্ৰৰ

---

*৫. ৰজনীকান্ত চক্ৰবৰ্তী পণ্ডিতপ্ৰবৰ আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱৰ ব্যক্তিত্বৰ স্মৃতি' প্ৰবন্ধ—মুকুন্দমাধৱ শৰ্মা আৰু বাণীকান্ত শৰ্মা সম্পাদিত—১৯৯৩ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা ঃ প্ৰতিভা আৰু ব্যক্তিত্ব, অসম সাহিত্য সভা পৃঃ৩৬*

*৬. মুকুন্দমাধৱ শৰ্মা, বাণীকান্ত শৰ্মা সম্পাদিত 'পূৰ্বোক্ত গ্ৰন্থ পৃ ঃ১২৪।*

শ্ৰোতাসকলে কেৱল অধ্যাপক দেৱশৰ্মাদেৱৰ মুখে শাস্ত্ৰ ব্যাখ্যা শুনিবলৈ ব্যগ্ৰ হৈ পৰিছিল। হৰিসভাত প্ৰায় ত্ৰিশবছৰকাল প্ৰতি দেওবাৰে ৰাতিপুৱা আৰু বাৰোবাৰীত প্ৰতি শনিবাৰে গধূলি সময়ত তেখেতে ভাগৱতৰ মধুৰ ব্যাখ্যাৰে শ্ৰোতাভক্তসকলক মোহিত কৰিছিল। তদুপৰি উপনিষদৰ গভীৰ ব্ৰহ্মজিজ্ঞাসাত্মক তত্ত্ববোৰ অতি ৰসাল আৰু মনোৰমভাৱে বিশ্লেষণ কৰি পণ্ডিতসমাজৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছিল। গুৱাহাটীৰ সমাধান চক্ৰই গুণমুগ্ধ হৈ তেখেতক গভীৰ নিষ্ঠা আৰু পাণ্ডিত্যৰ স্বীকৃতি স্বৰূপে 'আচাৰ্য' উপাধিৰে বিভূষিত কৰিছিল। জ্ঞান কৰ্ম-ভক্তি যোগৰ সাধনাত নিজকে উৎসৰ্গ কৰি ধৰ্ম, অৰ্থ, কাম, মোক্ষ—এই চাৰি পুৰুষাৰ্থেৰে মানৱ জীৱনৰ ভেটি নিৰ্মাণ কৰি ভাৰতীয় ঐতিহ্য আৰু পৰম্পৰা যে ৰক্ষা কৰিব পাৰি তাক দেৱশৰ্মাদেৱে দোহাঁৰিছিল। তেখেতে সাংসাৰিক জীৱনত কুঁচিয়া বোকাৰ মাজত থাকিলেও গাত বোকা নলগাকৈ থকাৰ নিচিনা নিৰ্লিপ্ততা অৱলম্বন কৰিছিল। সাহিত্যৰ নৱৰসত অৱগাহন কৰিও জীৱনৰ শেষৰ কেইবছৰত ভগৱদ ভক্তিৰ কাৰণে অৱধাৰিত শ্ৰেষ্ঠ ভক্তিৰসত নিজকে নিমজ্জিত কৰি সংসাৰ ধৰ্মত আবদ্ধ থাকিও নিষ্কাম কৰ্মযোগীৰ নিচিনা জীৱন যাপন কৰিছিল। তেখেতে কোনোবা ভৱিষ্যদ বক্তাই কোৱা কথাৰ ওপৰতে ভিত্তি কৰি ৭৯ বছৰ বয়সত তেখেতৰ জীৱন বন্তি নিৰ্বাপিত হ'ব বুলি এটা বদ্ধমূল ধাৰণা মনত পোষণ কৰিছিল। মৃত্যুৰ দুবছৰমান আগৰ পৰা তেখেতে সেই কথাটো সভা-সমিতিত, পৰিয়াল আৰু বন্ধুবৰ্গৰ আগত ব্যক্ত কৰিছিল। সৰ্বশেষত সেয়ে ঘটিল—ঠিক ৭৯ বছৰত তেখেতৰ দেহান্তৰ ঘটিল। অধ্যাপক দেৱশৰ্মাদেৱৰ চৰিত্ৰৰ আন এটা বৈশিষ্ট্য হ'ল—তেখেত অন্ধ ৰক্ষণশীলতা আৰু গোড়ামিৰ পৰা সম্পূৰ্ণ মুক্ত ব্যক্তি। আমাৰ সমাজত পৰম্পৰাগতভাৱে চলি অহা অস্পৃশ্যতাৰ যি ধাৰণা প্ৰচলিত হৈ আহিছে তাৰ তেওঁ সংস্কাৰসাধন কৰিবলৈ বিচাৰিছিলে। সনাতন ধৰ্মত গভীৰ বিশ্বাস আৰু আস্থা ৰাখি যুক্তিহীন নীতি-নিয়ম বা বাধা নিষেধ তেখেতে মানি নলৈছিল। চাকৰি জীৱনৰপৰা অৱসৰ লোৱাৰ পিছত ৰাষ্ট্ৰীয় স্বয়ং সেৱক সংঘৰ অসম প্ৰান্তৰ সংঘ সঞ্চালকৰূপে অৰুণাচল, নগালেণ্ড আৰু অসমৰ পৰ্বতে ভৈয়ামে নানা জাতি-উপজাতিৰ লোকৰ মাজত অনুন্নত নিৰক্ষৰ লোকসকলৰ উন্নয়নৰ অৰ্থে তেখেতে নানা শিক্ষানুষ্ঠান প্ৰতিষ্ঠাৰ অৰ্থে যে অহোপুৰুষাৰ্থ কৰিছিল সেই কথা হয়তো বহুতেই নাজানে। শংকৰদেৱ শিশু নিকেতন নামৰ শিক্ষানুষ্ঠানৰ জৰিয়তে ভাৰতীয় ঐতিহ্য আৰু সংস্কৃতিৰ প্ৰসাৰ আৰু প্ৰচাৰৰ কাৰণে তেখেতে গুৰি ধৰিছিল। ইয়াৰ বাহিৰেও তেখেতে অন্যান্য বহুতো সাহিত্য সাংস্কৃতিক অনুষ্ঠানৰ লগত সক্ৰিয়ভাৱে জড়িত আছিল।

একালৰ সাহিত্যৰ আলোচনাৰ প্ৰাণকেন্দ্ৰস্বৰূপ 'সৱিতা সভা'ৰ লগত তেখেত ওতপ্ৰোতভাৱে লাগি আছিল। 'সৱিতা সভা'ৰ মধ্যমণি আছিল বিহগী কবি ৰঘুনাথ চৌধাৰী, কবি কমলেশ্বৰ চলিহা, সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মা, স্বৰ্গীয় জিতেন্দ্ৰ নাথ বুজৰবৰুৱা, সঙ্গীতজ্ঞ সুন্দৰ বৰদলৈ প্ৰভৃতিৰ উৎসাহ উদ্দীপনাত এই সভাৰ জন্মবেদনা আৰম্ভ হৈছিল ১৯৫০ খ্ৰীষ্টাব্দত। কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ এটি কোঠাত 'সৱিতা সভা' নামকৰণ কেনেকৈ হৈছিল তাকে শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মাই "সৱিতা সভা'ৰ অন্যতম কৰ্ণধাৰ অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাদেৱ" শীৰ্ষক প্ৰবন্ধত লিখিছে এইদৰে —

"পিছৰ বৈঠকত আতা (ৰঘুনাথ চৌধাৰী) আৰু দেৱশৰ্মাদেৱে লগলাগি অনুষ্ঠানটিৰ নামকৰণ কৰিলে—'সৱিতা সভা'। এটা ভাবোদ্দীপক গধুৰ ভাষণেৰে শৰ্মাদেৱে কৈছিল—সৱিতাৰ অৰ্থ হ'ল সূৰ্য, সৱিতাৰ অৰ্থ হ'ল জন্মদাতা। সেই কাৰণেই অনুষ্ঠানটিক এই নাম দিয়া হৈছে, যাতে সি সূৰ্যৰ দৰে দীপ্ত আলোক ৰাশিৰে সাহিত্য জগত পোহৰাব পাৰে, সাহিত্যিক মূল্যসম্পন্ন প্ৰচুৰ অৱদানৰ জন্ম দিব পাৰে। এই কথাটিকে পণ্ডিতজনাই (দেৱশৰ্মাই) নানা প্ৰাসঙ্গিক উদ্ধৃতি আৰু ব্যাখ্যাৰে এক গুৰুত্বপূৰ্ণ পৰ্যায়লৈ লৈ গৈছিল গৈ আৰু তাৰ মাজেদি ফুটি উঠিছিল তেখেতৰ অধ্যয়নশীল মনৰ পৰিচয়।

.... বিষয়বাবৰ ফালৰ পৰা অধ্যাপক শৰ্মাদেৱ যদিও উপসভাপতি আছিল, অধ্যাপক হাজৰিকাৰ লগত যুটীয়া কাৰ্যকৰী সভাপতি হিচাপেই তেখেতে পৰিকল্পনা আৰু পৰিচালনাৰে 'সৱিতা সভা'ৰ গুৰি ধৰিছিল।

...... এনেদৰে আৰু বহুতো অনুষ্ঠানৰ লগত তেখেত ওতপ্ৰোতঃভাৱে জড়িত হৈ সমাজ আৰু জাতিৰ কল্যাণ সাধন কৰি গৈছে।"

অধ্যাপক দেৱশৰ্মাদেৱৰ সাহিত্যিক অৱদান পৰিমাণত কম হ'লেও গুণগত মানদণ্ডেৰে তেখেতে যিখিনি আগবঢ়াই গৈছে সি তেখেতৰ সাহিত্য প্ৰতিভাৰ চানেকি দাঙি ধৰে। প্ৰকৃতাৰ্থত তেখেত এগৰাকী বিশিষ্ট পণ্ডিত-সাহিত্যিক। পল্লৱগ্ৰাহী বিদ্যাৰে বহুতো লোকে কিতাপ লিখি সাহিত্যিকৰ শাৰীত পাত পাৰি বহা দেখা যায়। সাহিত্য সৃষ্টিৰ কাৰণে তিনিটা গুণ লাগে—নৈসৰ্গিক প্ৰতিভা বহু অধ্যয়ন আৰু অভিজ্ঞতা আৰু অবিৰত অনুশীলন। শিক্ষাব্ৰতী শিক্ষকৰূপে আজীৱন ব্ৰতী হৈ বিদ্যাৰশ্মি বিস্তাৰ কৰোঁতে জীৱনৰ অধিক সময় তেখেতে ব্যয় কৰিবলগীয়া হৈছিল। তদুপৰি নানা সভা-সমিতি আৰু শাস্ত্ৰব্যাখ্যা আৰু আলোচনাত সৰ্বাধিক সময় অতিবাহিত কৰিবলগীয়া হোৱা বাবে মৌলিক চিন্তা প্ৰসূত গ্ৰন্থ লিখাৰ সময় উলিয়াব নোৱাৰিলে সঁচা, কিন্তু অশেষ ব্যস্ততাৰ মাজেৰে তেখেতে যিখিনি সাৰস্বতসাধনা কৰি গৈছে সেইখিনি তেনে নগণ্য নহয়। প্ৰথমতেই চুটিগল্প ৰচনাত হাত দি মৌলিক প্ৰতিভাৰ পৰিচয় দিছিল। তেখেতে

'আৱাহন'ৰ পাতত নিশিকান্ত শৰ্মা ছদ্মনামেৰে 'মেৰেজ ছাৰ্ভিছ কমিছন', 'আবেগৰ ধুমুহা', 'দূৰদৰ্শিতা', 'কলঙ্ক', পখিলা আলোচনীত 'মিঠাৰাম পণ্ডিত', 'সুৰভি' আলোচনীত 'অভিনয়ৰ মূল্য' প্ৰভৃতি ৰসোত্তীৰ্ণ গল্প লিখি মৌলিক চিন্তাৰ পৰিচয় দি গৈছে।

পৰৱৰ্তী কালত সংস্কৃতৰ অধ্যাপকৰূপে কৰ্মজীৱনত প্ৰৱেশ কৰি চুটিগল্পৰ লগত সম্পৰ্ক ছেদ কৰি গৱেষণামূলক প্ৰবন্ধ ৰচনাত মনোনিৱেশ কৰিছিল। তেখেতে লিখা বিভিন্ন বিষয়ৰ প্ৰায় পঞ্চাশটা অতি মূল্যবান প্ৰবন্ধ আছে। প্ৰবন্ধ ৰচনা কৰাটো সুসাধ্যকাম নহয়।

অনুবাদকৰূপে তেখেতৰ খ্যাতি চিৰস্মৰণীয় হৈ থাকিব। বিশাখদত্তৰ 'মুদ্ৰাৰাক্ষস' নাটকৰ সাবলীল অসমীয়া অনুবাদ আৰু কৌটিল্যৰ 'অৰ্থশাস্ত্ৰৰ' বহুলাংশৰ যথাৰ্থ অনুবাদ আৰু তাত সন্নিবিষ্ট সুদীৰ্ঘ পাতনিয়ে তেখেতৰ জ্ঞানৰ গভীৰতাৰ পৰিচয় দাঙি ধৰিছে। অসম অকাডেমীয়ে প্ৰকাশ কৰা 'বৈদিক যুগ' নামৰ গ্ৰন্থত তেখেতৰ দ্বাৰা অনূদিত প্ৰবন্ধ সন্নিবিষ্ট হৈছে। 'কামৰূপ শাসনাৱলী' গ্ৰন্থতো তেখেতে কেইখনমান তাম্ৰ শাসন সুন্দৰকৈ অনুবাদ কৰি দিছে। তদুপৰি কবিগুৰু ৰবীন্দ্ৰ নাথ ঠাকুৰৰ 'নিবন্ধ মালা'ৰ অন্তৰ্ভুক্ত 'সৌন্দৰ্যবোধ'ৰ বঙলাৰ পৰা সুন্দৰ অসমীয়া ৰূপান্তৰ কৰি গৈছে। মূল লেখকৰ ভাব আৰু ৰচনা ৰীতি অব্যাহত ৰাখি অনুবাদ কৰিব পৰাটোতে পাণ্ডিত্যৰ গৌৰব পৰিস্ফুট হয়। এই বিষয়ত তেখেতৰ নৈপুণ্য আৰু কৃতিত্ব সৰ্বজনস্বীকৃত। গুৱাহাটী বিশ্ববিদ্যালয়ে হাতত লোৱা মহাভাৰতৰ অনুবাদ কাৰ্যৰ বহু অংশ তেখেতে সম্পাদনা কৰি দিছিল। তদুপৰি ভৰতৰ নাট্যশাস্ত্ৰৰ অনুবাদৰ কামো তেখেতে কিছু কৰিছিল যদিও সমাপ্ত কৰিবলৈ আয়ুস নাপালে। একে কাৰণতে বৃহদৰাণ্যকোপনিষদৰ অনুবাদ কাৰ্যও অসম্পূৰ্ণ হৈ থাকিল।

আনফালে দেৱশৰ্মাদেৱৰ খ্যাতি পাঠ্যপুথি প্ৰণেতাৰূপেও যথেষ্ট। ছাত্ৰ-ছাত্ৰীৰ মানসিক বিকাশৰ প্ৰতি লক্ষ্য ৰাখি উপযুক্ত বিষয়বস্তু নিৰ্বাচন কৰি উপযোগী পাঠ্যপুথি প্ৰণয়ন কৰি উলিওৱাটো অতি দুৰূপ কাম। তেখেতে কটন কলেজত অধ্যাপনা কৰা কালতেই মাধ্যমিক বিদ্যালয়ৰ তেতিয়াৰ সপ্তম আৰু অষ্টমানৰ সংস্কৃত পাঠ্যক্ৰমৰ উপযোগীকৈ 'শিক্ষাপ্ৰদীপ' প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ আৰু 'সংস্কৃত ভাষা প্ৰদীপ' নামৰ তিনিখন পাঠ্যপুথি প্ৰণয়ন কৰি বিদ্যাৰ্থী আৰু শিক্ষকসকলৰ সমাদৰ লাভ কৰিছিল। তদুপৰি অসমৰ মাধ্যমিক শিক্ষা পৰিষদেও তেখেতৰ তত্ত্বাৱধানত অসমীয়া বিষয়ৰ কেইখনমান পাঠ্যপুথি প্ৰকাশ কৰি উলিয়াইছিল।

অধ্যাপক দেৱশৰ্মাদেৱ এগৰাকী প্ৰসিদ্ধ সম্পাদক আৰু ভাষাবিদ্। ইতিপূৰ্বে 'আৱাহন' কাকতৰ সম্পাদনা কাৰ্যত তেখেত কিদৰে জড়িত আছিল তাক উল্লেখ

কৰি অহা হৈছে। "অসম সাহিত্য সভা পত্ৰিকা"ৰ দুবাৰো সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰি পত্ৰিকাখনৰ মানদণ্ড উন্নত কৰাত বিশেষ অৰিহণা আগবঢ়াইছিল। এই প্ৰসঙ্গত ডঃ মহেশ্বৰ নেওগে লিখিছে—"তেখেত অসম সাহিত্য সভা পত্ৰিকা"ৰ সম্পাদক হোৱাত আমি কেইখনমান সুন্দৰ "অসম সাহিত্য সভা পত্ৰিকা" পাইছিলোঁ। পত্ৰিকাখনৰ বাবে তেখেতে যথেষ্ট কষ্ট কৰি প্ৰবন্ধ বিচাৰি সম্পাদনা কৰি আৰু লগতে ছপাৰ প্ৰুফ আদি চাই পত্ৰিকাখন আটোমটোকাৰিকৈ উলিয়াইছিল।"[৭] অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত "আধুনিক অসমীয়া অভিধান"ৰ যুটীয়া সম্পাদক ৰূপেও তেখেতে অক্লান্ত পৰিশ্ৰম কৰিবলগীয়া হৈছিল। যুটীয়া সম্পাদক অধ্যাপক নৱকান্ত বৰুৱাই এই অভিধানৰ কাম কৰা প্ৰসঙ্গত এযাৰ কথা লিখিছে এইদৰে—

....এখন আনৰ আধাতে এৰা অভিধানৰ দায়িত্ব লৈছিলোঁ দেৱশৰ্মাদেৱৰ লগত যুটীয়াভাৱে। লৈছিলোঁ মানে দিয়া হৈছিল। তেতিয়াই বুজিলোঁ মই সাধাৰণ লোহা এটুকুৰা চুম্বকৰ (ৰজনীকান্ত দেৱশৰ্মাৰ) ওচৰলৈ আহিলোঁ। চুম্বকে অকল আকৰ্ষণ নকৰে, সংস্পৰ্শেৰে দান কৰে চুম্বকত্ব।"

সেইদৰে অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'অসমীয়া বিশ্বকোষ'ৰ মুখ্য সম্পাদকৰ গুৰুভাৰ গ্ৰহণ কৰি অবিৰত আৰু অক্লান্ত পৰিশ্ৰম কৰি কৰ্তব্যবোধৰ যি পৰিচয় দি গৈছে তাৰ তুলনা নাই। প্ৰথম খণ্ড প্ৰকাশ হোৱাৰ পিছত দ্বিতীয় খণ্ডৰ কাম প্ৰায় শেষ হোৱা অৱস্থাতেই তেখেতৰ দেহান্তৰ ঘটে। তেখেতৰ দেহান্তৰত অসমীয়া জাতিৰ যি ক্ষতি হ'ল তাক নিৰৱধি কালেহে বিচাৰ কৰিব। তেখেতে যি অক্লান্ত পৰিশ্ৰম কৰি গ'ল তাক একমাত্ৰ বিদ্বানসকলেহে উপলব্ধি কৰিব পাৰিব—"বিদ্বানেব বিজানাতি বিদ্বজ্জনপৰিশ্ৰমম্।" ইয়াৰ উপৰিও তেখেতে সম্পাদনা কৰি থৈ যোৱা 'অসমীয়া সমাৰ্থক অভিধান' এখনো অসম মাধ্যমিক শিক্ষা পৰিষদে এতিয়াও প্ৰকাশ কৰি উলিয়াব পৰা নাই কিয়, ভাবিলে আচৰিত হ'ব লাগে। অসম সাহিত্য সভাই হাতত লোৱা বৃহৎ অসমীয়া অভিধান'ৰ আঁচনিখনো তেখেতৰ সুযোগ্য পৰিচালনাতে কিছু দূৰ আগবাঢ়িছিল, কিন্তু তেখেতে তাৰ কাম কৰিবলৈ আয়ুস নাপালে।

অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'জীৱনী-সংগ্ৰহ' অসম সাহিত্য সভাৰ অন্তৰ্গত নৱজ্যোতি শাখা সাহিত্য সভাই প্ৰকাশ কৰা 'চন্দ্ৰকান্ত বিদ্যালংকাৰ স্মৃতিগ্ৰন্থ'ৰ সম্পাদনাত তেখেতে অশেষ নৈপুণ্য প্ৰদৰ্শন কৰি গৈছে।

---

৭. *মহেশ্বৰ নেওগ—'অধ্যাপক ৰজনীকান্ত দেৱশৰ্মা—এটি স্মৃতি প্ৰবন্ধ মুকুন্দ মাধৱ শৰ্মা, বাণীকান্ত শৰ্মা সম্পাদিত পূৰ্বোক্ত গ্ৰন্থ পৃঃ ৩।*

এই কথা উল্লেখ কৰা উচিত হ'ব যে প্ৰাতঃস্মৰণীয় পণ্ডিত আনন্দৰাম বৰুৱাৰ সংস্কৃত গ্ৰন্থৰাশিৰ সমগ্ৰ আৰ্হি কাকতৰ সংশোধন দেৱশৰ্মাদেৱৰ নিচিনা কৃতবিদ্যা পণ্ডিতে নকৰা হ'লে সম্ভৱতঃ বৰ্তমানৰ বিশুদ্ধৰূপত সেইবোৰ গ্ৰন্থ অসম প্ৰকাশন পৰিষদে প্ৰকাশ কৰিব নোৱাৰিলেহেঁতেন।

অসম সংস্কৃত ব'ৰ্ডৰ সক্ৰিয় সদস্যৰূপে বহু বছৰ কাৰ্যনিৰ্বাহ কৰি অসমত অসমীয়াসকলে সংস্কৃত ভাষাৰ অধ্যয়ন অধ্যাপনাৰ দ্বাৰা যে উপকৃত হ'ব তাক দোহাৰিছিল আৰু সংস্কৃত ভাষাৰ প্ৰসাৰ আৰু প্ৰচাৰৰ কাৰণে মনেপ্ৰাণে চেষ্টা কৰিছিল। কামৰূপ সংস্কৃত পৰিষদৰ সক্ৰিয় সভ্যৰূপে গুৰুত্বপূৰ্ণ ভূমিকা তেখেতে পালন কৰিছিল।

অসম সাহিত্য সভাৰ আজীৱন সভ্য অধ্যাপক দেৱশৰ্মাদেৱে উপ-সভাপতি, কোষাধ্যক্ষ, পত্ৰিকা সম্পাদক আদি বিভিন্ন বাব দক্ষতাৰে সম্পাদন কৰি আৰু সৰ্বদা অসমীয়া ভাষা জননীৰ নিস্বাৰ্থ সেৱকৰূপে অসম সাহিত্য সভাৰ নানা দুৰ্যোগপূৰ্ণ কালত নানা সত্‌-পৰামৰ্শেৰে অসম সাহিত্য সভাৰ ভাৱমূৰ্তি উজ্জ্বল কৰি ৰখা কথা সকলো গুণগ্ৰাহী ব্যক্তিয়ে আজিও স্বীকাৰ কৰি আছে। কামৰূপ, সাহিত্য পৰিষদৰো সভাপতি পদ অলংকৃত কৰি বিশাল অসমীয়া সমাজৰ ঐক্যসংহতি ৰক্ষাৰ কাৰণে তেওঁ উদাত্ত আহ্বান জনাইছিল। অধ্যাপক দেৱশৰ্মাদেৱে অনাতাৰ কেন্দ্ৰযোগে সংস্কৃত সাহিত্যৰ বিষয়ৰ অমূল্য কথিকা আগবঢ়াইছিল আৰু সংস্কৃতানুৰাগী মাধ্যমিক বিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ উপযোগীকৈ বিষয়ৰ সংস্কৃতৰ পাঠ প্ৰদান কৰিছিল সেইবোৰত তেখেতৰ সুগভীৰ পাণ্ডিত্য আৰু বিচক্ষণতা প্ৰকাশ পাইছিল। বৰ্তমানেও তেখেতে প্ৰদান কৰা পাঠবোৰ অনাতাৰ কেন্দ্ৰই প্ৰচাৰ কৰি শ্ৰোতাসকলক মুগ্ধ কৰি আছে।

এই গুণী-জ্ঞানী পণ্ডিতগৰাকীৰ প্ৰতিভা আৰু পাণ্ডিত্যৰ স্বীকৃতিৰূপে আনন্দৰাম বৰুৱা ভাষা-কলা-সংস্কৃতি সংস্থাই ১৯৯১ খ্ৰীষ্টাব্দত ক্ষনামধন্য পণ্ডিত আনন্দৰাম বৰুৱাৰ একশ একচল্লিশতম্ জন্ম জয়ন্তী উপলক্ষে "আনন্দৰাম বৰুৱা পুৰস্কাৰ" (Anandaram Barooah Award) পোনপ্ৰথমবাৰৰ কাৰণে মৰণোত্তৰভাৱে প্ৰদান কৰি সকলোৰে প্ৰশংসা লাভ কৰিছে।

তেখেতৰ কৰ্মময় জীৱনৰ সম্পূৰ্ণ ঘটনাৱলী সন্নিবিষ্ট কৰি এখন জীৱনীগ্ৰন্থ ৰচনা কৰিব পাৰিলে ভৱিষ্যৎ বংশধৰসকলে প্ৰেৰণা লাভ কৰিব। □

# কৰ্মযোগী গিৰিধৰ শৰ্মা

হেমন্তকুমাৰ শৰ্মা

অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি, আজীৱন শিক্ষাব্ৰতী, সাহিত্যিক, পণ্ডিত, ৰাষ্ট্ৰীয় স্বয়ং-সেৱক সংঘৰ প্ৰান্তীয় সংঘচালক আৰু হৰিদেৱ সংঘৰ সভাপতি গিৰিধৰ শৰ্মাই ১৯৭৮ চনৰ ১০ মে' তাৰিখে গুৱাহাটীৰ ৰিহাবাৰীত থকা নিজ বাসভৱনত শেষ নিশ্বাস ত্যাগ কৰে। শৰ্মাৰ মৃত্যুত অসমে এজন গুণী-জ্ঞানী পুত্ৰ, ভাৰতে আন এজন মালব্য আৰু পৃথিৱীয়ে এজন প্ৰকৃত কৰ্মযোগী হেৰুৱালে। এইজনা বহুগুণী ব্যক্তিৰ বিয়োগত ভাৰত বিশেষকৈ অসমৰ বিস্তৰ ক্ষতি হ'ল।

১৯১২ চনৰ ৩০ জুলাইত (১৮৩৪ শকৰ ১৪ শাওণ) নলবাৰীৰ অন্তৰ্গত ককয়া গাঁৱত এটি সম্ভ্ৰান্ত পৰিয়ালত গিৰিধৰ শৰ্মাৰ জন্ম হয়। 'পদ্য-গীতা'ৰ কবি গোবিন্দ মিশ্ৰ শৰ্মাৰ উপৰি পুৰুষ। তেওঁৰ পিতৃ ৰাধানাথ শৰ্মা আৰু মাতৃ দশমপ্ৰিয়া দেৱী (গুপ্ত নাম ৰাধাদেৱী)। পিতৃৰ আৰ্থিক অৱস্থা স্বচ্চল নাছিল ; তাতে আঠ বছৰ বয়সতে পিতৃৰ বিয়োগ হোৱাত ল'ৰা গিৰিধৰ বিধবা মাতৃ আৰু একেটি ভায়েক উমাকান্তৰে সৈতে অঠাই সাগৰত পৰিছিল।

মহৎ লোকৰ জীৱনী অধ্যয়ন কৰিলে দেখা যায় যে, তেওঁলোকৰ বহুতেই বাল্যকালত মাকৰ সুশিক্ষা আৰু মহৎ আদৰ্শৰ দ্বাৰা প্ৰভাৱান্বিত হৈছে। গিৰিধৰ শৰ্মাৰ জীৱনতো এই কথা খাটে। তেওঁ সোণ-ৰূপৰ চামুচ লৈ জন্ম গ্ৰহণ কৰা নাছিল যদিও সৌভাগ্য যে দশমপ্ৰিয়াৰ দৰে এগৰাকী মহীয়সী মাতৃ লাভ কৰিব পাৰিছিল।

দশমপ্ৰিয়া আছিল অতি বুদ্ধিমতী, দূৰদৃষ্টিসম্পন্না আদৰ্শ মহিলা আৰু সন্তানৰ উপযুক্তা জননী। অকালতে বৈধব্য-যন্ত্ৰণা ভোগ কৰিলেও তেওঁৰ লক্ষ্য আছিল— ল'ৰা দুটিক কেনেকৈ মানুহ কৰিব পাৰে। স্বামীৰ যি অলপীয়া স্থাৱৰ সম্পত্তি আছিল সেইখিনিৰ সহায়ত আৰু কাপোৰ বৈ, আত্মীয়-স্বজনৰ ঘৰুৱা কামত সহায় কৰি তাৰ বিনিময়ত যি দুই-চাৰি পইচা পাইছিল তাৰেই সৰু পৰিয়ালটো পোহপাল

যোৱাৰ উপৰিও ল'ৰা দুটিৰ পঢ়াৰ খৰচ উলিয়াইছিল। ল'ৰা দুটি চোকা বুধিৰ হোৱা কাৰণে দুখুনী জননীৰ অন্তৰত বহু আশাৰ বেঙুনিয়ে দেখা দিছিল। আৰু সঁচাকৈয়ে পিছত এই দুটি ল'ৰাই অসমৰ কৃতী সন্তানৰূপে মাতৃৰ আশা পূৰণ কৰাৰ উপৰিও জন্মভূমিৰ মুখ উজ্জ্বলাব পাৰিলে।

১৯২৯ চনত ছাত্ৰ গিৰিধৰে সুখ্যাতিৰে এম, ই, পৰীক্ষাত উত্তীৰ্ণ হয়। তেতিয়া তেওঁৰ পঢ়া আৰু চাকৰি সম্পৰ্কে আত্মীয়-স্বজনে বিভিন্ন মত প্ৰকাশ কৰিছিল। কোনো কোনোৱে কৈছিল, "এবছৰ পিছত ভায়েক উমাকান্তয়ো এম, ই, পাছ কৰিব। একেলগে দুজন ল'ৰাক মাকে হাইস্কুলত পঢ়ুৱাটো সম্ভৱ হ'বনে ? গতিকে গিৰিধৰে মণ্ডলৰ চাকৰি কৰক, তাত পইচাও আছে।" অৱশ্যে দুই একে গিৰিধৰক চোকা বুদ্ধিৰ ল'ৰা বুলি হাইস্কুলত পঢ়াৰ সপক্ষে মত দিছিল। আৰু মাকে দুখ-কষ্ট কৰি হ'লেও পঢ়ুৱাটোকে ঠিক কৰিছিল।

১৯৩৩ চনত গিৰিধৰে চামতা হাইস্কুলৰপৰা প্ৰৱেশিকা পৰীক্ষা দি উঠি পাঠশালা স্কুলৰ শিক্ষক-বাছনি পৰীক্ষা এটাও দিলে আৰু তাত প্ৰথম স্থান অধিকাৰ কৰিলে। সেই সময়ত গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰমেন আছিল কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ। এখন সভাত বৰদলৈৰ লগত গিৰিধৰ শৰ্মাৰ পৰিচয় হোৱাত বৰদলৈয়ে কৈছিল, "তুমি চোকা বুধিৰ ল'ৰা। শিক্ষক হ'ব নালাগে। কলেজত পঢ়া। তোমাৰ ভৱিষ্যৎ উজ্জ্বল হ'ব।"

বৰদলৈৰ কথা শুনি তেওঁ কৈছিল, "মোৰ ভাই উমাকান্ত মোতকৈও চোকা। মই কলেজত পঢ়িলে তাক পঢ়ুৱাব কোনে ? মোক চাকৰিহে লাগে। পাৰিলে ঘৰত পঢ়িয়েই কলেজৰ পৰীক্ষা দিম।"

শৰ্মাৰ ভ্ৰাতৃ-প্ৰেম দেখি বৰদলৈ মুগ্ধ হৈছিল আৰু পিছত ওচৰৰে গজিয়া গাঁৱৰ প্ৰাথমিক স্কুলত তেওঁক নিযুক্তি দিছিল। এইদৰে ১৯৩৩ চনৰ ১ জুলাইৰপৰা বাৰ টকা দৰমহাত শৰ্মাৰ চাকৰি জীৱন আৰম্ভ হয়। এই চনতে তেওঁ কৃতিত্বেৰে প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয় যদিও ভায়েকৰ কাৰণে চাকৰি এৰি নিজে কলেজত পঢ়াৰ চিন্তা নকৰিলে।

প্ৰাথমিক স্কুলত শিক্ষকতা কৰাৰ লগে লগে শৰ্মাৰ নতুন ৰূপত ছাত্ৰজীৱন আৰম্ভ হ'ল। তেওঁ ওচৰতে থকা ললিতচন্দ্ৰ স্মৃতিতীৰ্থৰ টোলত সংস্কৃত অধ্যয়ন কৰিবলৈ লয় আৰু ১৯৩৫ চনত ব্যাকৰণৰ উপাধি পৰীক্ষাত প্ৰথম হৈ স্বৰ্ণপদক লাভ কৰে। কাব্যৰ আদ্য পৰীক্ষাতো তেওঁ সুখ্যাতিৰে উত্তীৰ্ণ হৈছিল যদিও সেই বছৰতে যোৰহাট নৰ্মাল স্কুলত পঢ়িবলৈ যোৱাত কাব্যৰ পৰীক্ষা আৰু দিয়া নহ'ল।

সেই চনৰে মাৰ্চ মাহত ওচৰৰ বনগ্ৰাম গাঁৱৰ শ্ৰীমতী সাবিত্ৰীবালা দেৱীৰ লগত তেওঁৰ বিবাহ হয়।

শৰ্মাই নৰ্মাল স্কুলৰ শিক্ষা সাং কৰি কিছুদিন গন্ধিয়া এম, ভি, স্কুলত শিক্ষকতা কৰে। ইয়াৰ পিছত তেওঁ নলবাৰী ছোৱালী এম, ই, স্কুলত প্ৰধান শিক্ষকৰূপে যোগ দিয়ে আৰু তেওঁৰ পৰিবাৰে সহকাৰী শিক্ষয়িত্ৰীৰূপে তাত কাম কৰে। ১৯৩৯ চনৰপৰা ১৯৪৯ চনলৈ শৰ্মাই চৰকাৰী হাইস্কুলৰ শিক্ষকৰূপে ক্ৰমে কহিমা, শিৱসাগৰ, উত্তৰ লক্ষীমপুৰ, ধুবুৰী আৰু গুৱাহাটীত চাকৰি কৰে। এই কালছোৱাৰ ভিতৰতে তেওঁ প্ৰাইভেটকৈ আই, এ, বি, এ, (১৯৪৩) আৰু অসমীয়া বিষয়ত দ্বিতীয় শ্ৰেণীৰ ১ম স্থান লাভ কৰি এম, এ, (১৯৪৮) পৰীক্ষাত উত্তীৰ্ণ হয়। 'Sanskrit Grammar and Composition' আৰু 'প্ৰৱেশিকা ৰচনা শিক্ষা' নামৰ দুখন মূল্যবান গ্ৰন্থ এই সময় ছোৱাৰ ভিতৰতে তেওঁ প্ৰণয়ন কৰে।

শৰ্মাদেৱে ১৯৫০ চনৰ ২ জানুৱাৰীত গুৱাহাটী সন্দিকৈ কলেজৰ অসমীয়া বিভাগৰ অধ্যাপক হিচাপে অলপ দিন কাম কৰি পিছত সুদীৰ্ঘ বাৰ বছৰ (১৯৫০-৬২) কাল কটন কলেজত অধ্যাপনা কৰে। আজীৱন শিক্ষাব্ৰতী শৰ্মাই গভীৰভাৱে অনুভৱ কৰিছিল যে তেওঁৰ বাসস্থান ৰিহাবাৰী অঞ্চলত প্ৰাথমিক বিদ্যালয়ৰপৰা মহাবিদ্যালয়লৈকে বিভিন্ন স্তৰত শিক্ষানুষ্ঠান পতাটো একান্ত প্ৰয়োজন। ফলত তেওঁৰ আপ্ৰাণ অধীয়া যত্নতেই ৰিহাবাৰীত আৰ্যপাঠশালা, আৰ্যবিদ্যাপীঠ উচ্চতৰ মাধ্যমিক আৰু বহুমুখী স্কুল, বাণীকান্ত ছোৱালী স্কুল আৰু শৰ্মাৰ শিক্ষাজীৱনৰ প্ৰধান কীৰ্তি আৰ্যবিদ্যাপীঠ কলেজ (১৯৫৮) প্ৰতিষ্ঠিত হয়। আৰ্যবিদ্যাপীঠ কলেজ আছিল শৰ্মাৰ নিজৰ সন্তানৰ দৰে অতি মৰমৰ ; এই কলেজখনৰ সৰ্বাঙ্গীণ উন্নতিৰ কাৰণে তেওঁ ব্যক্তিগত আৰু পৰিয়ালৰ কল্যাণৰ কথাকো ত্যাগ কৰিছিল। এই কলেজখনৰ কাৰণেই তেওঁ সুদীৰ্ঘ বাইশ বছৰে কৰা চৰকাৰী চাকৰিও ইস্তফা দি অধ্যক্ষ পদ (১৯৬২ চন) গ্ৰহণ কৰিছিল। ১৯৭৫ চনত তেওঁ সেই পদৰপৰা অৱসৰ লয়।

গিৰিধৰ শৰ্মাদেৱৰ কৰ্মই আছিল ধৰ্ম। গীতাৰ 'কৰ্মণ্যেৱাধিকাৰস্তে মা ফলেষু কদাচন' এই বাণীকে সাৰোগত কৰি তেওঁ কৰ্ম কৰি গৈছিল। স্কুলৰ শিক্ষক হৈ থকা কালত তেওঁ দুখন গ্ৰন্থ লেখাৰ উপৰিও নিয়মীয়াভাৱে দৈনিক দুই-তিনিটা টিউচন কৰি পৰিয়ালৰ ভৰণ-পোষণ আৰু ভায়েকৰ কলেজত পঢ়াৰ খৰচ উলিয়াইছিল। কলেজত চাকৰিত সোমোৱাৰ পিছৰপৰা শৰ্মা বিবিধ গ্ৰন্থ ৰচনা আৰু নানা দেশ হিতকৰ কামত ব্ৰতী হয়। এই সময়ছোৱাত ৰচনা কৰা

গ্ৰন্থৰ ভিতৰত 'অসমীয়া ভাষাৰ ব্যাকৰণ', 'অসমীয়া অভিধান', 'Sarma's Anglo Assamese Dictionary', 'সংস্কৃত ব্যাকৰণ-চন্দ্ৰিকা', 'শুকলা পাঠ' (তিনি খণ্ড) আদি প্ৰধান। শৰ্মা যেনে কৃতী শিক্ষক আছিল, তেনেকৈ তেওঁ ৰচা পাঠ্যপুথিকেইখনেও শিক্ষা জগতত বিপুলভাৱে সমাদৰ লাভ কৰিছিল। তেওঁ ১৯৫৮ চনত অধ্যাপক ড° হেমন্তকুমাৰ শৰ্মাৰ সহযোগত 'চুটি গল্প-সংকলন' নামে অসমীয়া চুটি গল্পৰ এটি বাছকবনীয়া গল্প-সংগ্ৰহ সম্পাদনা কৰি উলিয়ায়। তেওঁৰ অনূদিত গ্ৰন্থ হ'ল 'গল্প-গুচ্ছ' আৰু 'দেৱী চৌধুৰাণী'। শৰ্মাৰ স্বৰচিত বিভিন্ন বিষয়ৰ প্ৰবন্ধ সংগ্ৰহ 'প্ৰবন্ধ-বিচিত্ৰা' বৰ্তমানে ছপা হৈ আছে।

শৰ্মাৰ উদ্যোগত ৰিহাবাৰীত প্ৰতিষ্ঠিত কেইটামান অনুষ্ঠানৰ নাম ওপৰত উল্লেখ কৰা হৈছে। ইয়াৰ উপৰি তেওঁৰ যত্নতে ৰিহাবাৰীত 'ৰিহাবাৰী উন্নয়ন সমিতি' গঠিত আৰু 'হৰি-মন্দিৰ', 'দাস-ভ্ৰাতৃ ৰঙ্গমঞ্চ' আদি ধৰ্মীয় আৰু সাংস্কৃতিক ভৱন নিৰ্মিত হয়। আৰ্যবিদ্যাপীঠ কলেজ স্থাপন কৰোঁতে শৰ্মাই নিৰঙ্কুশভাৱে কাম কৰিব পৰা নাছিল। বিশেষকৈ অৰ্থৰ অভাৱে কলেজখনৰ উন্নয়নত হেঙাৰৰ সৃষ্টি কৰিছিল ; কিন্তু দুৰ্বাৰ মন, অসীম শক্তি আৰু অদম্য উৎসাহ লৈ শৰ্মাই কলেজৰ কামত আগবাঢ়ি গৈছিল। কলেজৰ কাৰণে তেওঁ ধনী-দুখীয়া সকলোৰে আৰ্থিক, শাৰীৰিক আৰু মানসিক সাহায্য ভিক্ষা কৰিছিল ; আৰু এই মহান ভিক্ষাৰীজনক কোনেও বিমুখ নকৰিছিল। শৰ্মাৰ জীৱনৰ উদ্দেশ্য আছিল শান্তি নিকেতনৰ দৰে এটা বহুমুখী শিক্ষানুষ্ঠানৰ জন্ম দিয়া। সেই উদ্দেশ্যে ১৯৫৮ চনত একেটা ঘৰতেই আৰ্যবিদ্যাপীঠ উচ্চতৰ মাধ্যমিক আৰু বহুমুখী স্কুল আৰু আৰ্যবিদ্যাপীঠ কলেজ খোলে। এই অনুষ্ঠান দুটিলৈ বিভিন্ন দাতাই টকা-পইচা, কাঠ-বাঁহ-ইটা আনকি কোঠালি পৰ্যন্ত দান কৰি শৰ্মাৰ উদ্দেশ্য ফলৱতী হোৱাত সহায় কৰিছিল। শৰ্মাৰ অনুৰোধ ক্ৰমেই স্থানীয় কলেজসমূহৰ ভালেমান কৃতী অধ্যাপকে সামান্য মাননি লৈ আৰ্যবিদ্যাপীঠত অধ্যাপনা কৰিছিল। পিছত তেওঁৰ যত্নতেই আৰ্যবিদ্যাপীঠ কলেজত অলপ দিনৰ ভিতৰত প্ৰথমে কলা শাখা আৰু পিছত বিজ্ঞান শাখাৰ আটাইবোৰ বিভাগ, আনকি স্নাতকোত্তৰ শ্ৰেণীৰ অৰ্থ বিভাগো খোলা হয়। পণ্ডিত মদন মোহন মালব্যই দেশত ভিক্ষা কৰি পোৱা ধনেৰে কাশী হিন্দু বিশ্ববিদ্যালয় স্থাপন কৰাৰ দৰে অসমৰ মালব্য স্বৰূপ গিৰিধৰ শৰ্মায়ো ভিক্ষা কৰি আৰ্যবিদ্যাপীঠৰ দৰে ভাৰতৰ ভিতৰতে এখন লেখত ল'বলগীয়া কলেজ স্থাপন কৰিলে। শৰ্মাৰ জীৱনৰ কীৰ্তিস্তম্ভ আৰ্যবিদ্যাপীঠে তেওঁক অমৰ কৰি ৰাখিব। আৰ্যবিদ্যাপীঠৰ দৰে নিজ গাঁৱত স্থাপিত ৰুকুমা

হাইস্কুলৰ সৰ্বাঙ্গীণ উন্নতিৰ কাৰণেও শৰ্মাই যত্ন লৈছিল। শিক্ষাবিদ শৰ্মাই বিভিন্ন শিক্ষা বিষয়ক আলোচনা-চক্ৰ, সভা-সমিতি আদিত অংশ গ্ৰহণ কৰি আৰু ভালেমান শিক্ষানুষ্ঠানৰ লগত জড়িত থাকি শিক্ষাৰ প্ৰচাৰ-প্ৰসাৰত গুৰুত্ব দিছিল। বৰ্তমান সময়ত অনুশাসনহীনতা, উচ্ছৃংখলতা আৰু বিভিন্ন ৰাজনৈতিক মতবাদে ভালেমান কুমলীয়া ছাত্ৰ-ছাত্ৰীক বিপথে পৰিচালিত কৰা দেখি শৰ্মাদেৱে দুখ প্ৰকাশ কৰিছিল আৰু এনেবোৰ কুপ্ৰভাৱৰপৰা যাতে ছাত্ৰ-ছাত্ৰী আঁতৰত থাকি নিজ প্ৰতিভা বিকাশ কৰিব পাৰে তাৰ কাৰণে তেওঁ উপায় চিন্তা কৰিছিল। তেওঁ আছিল গুৱাহাটীত পতা (১৯৭১) অসমীয়া অধ্যাপকৰ চ'ৰাৰ প্ৰতিষ্ঠাপক সভাপতি। তেওঁ ভালেমান বছৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিল আৰু এক্‌জিকিউটিভ কাউন্সিলৰ সক্ৰিয় সদস্য আছিল। এনেদৰে কলেজৰ মুখ নেদেখাকৈয়ে নিজে কলেজ এখন পাতি তাৰ অধ্যক্ষ হোৱা আৰু বিশ্ববিদ্যালয়ৰ সদস্য হোৱা লোকৰ নিদৰ্শন বোধকৰোঁ ভাৰতৰ ভিতৰতেই বিৰল হ'ব।

১৯৬১ চনৰপৰা শৰ্মাদেৱ অসম লাইব্ৰেৰী সংঘৰ লগত নিবিড়ভাৱে জড়িত হৈ পৰে আৰু তাৰ সভাপতি হৈ অসমৰ পুথিভঁৰালসমূহৰ উন্নতিৰ কাৰণে যত্ন লয়। ১৯৭২ চনত সমগ্ৰ অসম জুৰি বিশ্ববিদ্যালয়ৰ শিক্ষাৰ মাধ্যম সংক্ৰান্তত তুমুল আন্দোলন চলে। কেন্দ্ৰীয় চৰকাৰৰ নীতি অনুসাৰে অসমৰ কলেজবোৰত শিক্ষাৰ মাধ্যম অসমীয়া হোৱা উচিত ; কিন্তু এচাম লোকে ইয়াৰ বিৰোধিতা কৰি ইংৰাজী আৰু বঙলা ভাষাৰ পক্ষে ওকালতি কৰিছিল। অসমীয়া ভাষাৰ সপক্ষে যি আন্দোলন গঢ় লৈ উঠিছিল তাত শৰ্মায়ো নেতৃত্ব দিছিল আৰু অনেক পৰিমাণে কৃতকাৰ্যতা লাভ কৰিছিল।

অসম সাহিত্য সভাৰ লগতো শৰ্মাৰ সম্বন্ধ আছিল অতি নিবিড়। ১৯৭৩ চনত ৰঙিয়াত অনুষ্ঠিত অসম সাহিত্য সভাৰ ৪০শ অধিৱেশনত শৰ্মাই পৌৰোহিত্য কৰিছিল। অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাৰ ভাষাত শৰ্মাই তেওঁৰ "কাৰ্যকালৰ বছৰটোত অসম সাহিত্য সভাক প্ৰচণ্ড গতিবেগেৰে আগবঢ়াই নিবলৈ যত্ন কৰিছিল।" তেওঁ সভাপতিৰ অভিভাষণত অসমীয়া ভষা, সাহিত্য আৰু সংস্কৃতিৰ উন্নতি কল্পে যি বাৰদফীয়া আঁচনি দাঙি ধৰিছিল, সেই আঁচনি অতিশয় মূল্যবান আৰু অসম সাহিত্য সভাই আংশিকভাৱে হ'লেও পিছত সেই আঁচনি কাৰ্যকৰী কৰিছে। সেই আঁচনিৰ মাজেদি শৰ্মাৰ দূৰদৰ্শিতা প্ৰকাশ পাইছে। শৰ্মাৰ যত্নতেই অসম সাহিত্য সভাই কেইবাখনো মূল্যবান গ্ৰন্থ আনৰ দান লৈ প্ৰকাশ কৰাৰ সুবিধা পায় আৰু ভালেমান লোক অসম সাহিত্য সভাৰ আজীৱন সভ্য হয়।

তেওঁৰ দিনতে অসম সাহিত্য সভাৰ প্ৰথম লেখক শিবিৰ গুৱাহাটীত অনুষ্ঠিত হয় আৰু অসম সাহিত্য সভা পত্ৰিকাখন পোন প্ৰথমবাৰৰ বাবে মাহেকীয়াকৈ প্ৰকাশ পায়। শৰ্মাৰ সংগঠন শক্তি যে অতুলন আছিল অসম সাহিত্য সভাই প্ৰমাণ কৰে। শৰ্মা কামৰূপ সাহিত্য সভাৰো সভাপতি আছিল। তেখেতৰ যত্নতেই 'কামৰূপ-ৰত্নমালা'ৰ ১ম খণ্ড প্ৰকাশিত হয়।

১৯৭৪ চনৰপৰা শৰ্মাদেৱ ৰাষ্ট্ৰীয় স্বয়ংসেৱক সংঘৰ লগত নিবিড়ভাৱে জড়িত হৈ পৰে আৰু ১৯৭৫ চনৰপৰা মৃত্যু পৰ্যন্ত অসম প্ৰান্তীয় সংঘচালক ৰূপে কাম কৰে। ভাৰতীয়সকল অতীতৰ দৰে এটা শক্তিশালী জাতিত পৰিণত হওক—এয়ে আছিল তেওঁৰ কামনা। আৰু সেই কামনা পূৰ্ণ কৰাৰ উদ্দেশ্যেই তেওঁ সংঘৰ সংগঠনমূলক কামত ব্ৰতী হৈছিল। সংঘৰ কামত অসুখীয়া গাৰেও তেওঁ নাগপুৰ, মণিপুৰ আদি দূৰণিবটীয়া ঠাইতো ভ্ৰমণ কৰিছিল। ইয়াৰ উপৰি তেওঁ হৰিদেৱ সংঘৰ সভাপতি, বৈকুণ্ঠপুৰ সত্ৰ-নিৰ্মাণ সমিতিৰো সদস্য আছিল।

এইখিনিতে উল্লেখ কৰিব পাৰি যে শৰ্মাদেৱে আদৰ্শ জীৱন গঢ়াত যেনেকৈ মাকৰপৰা সুপৰামৰ্শ লাভ কৰিছিল, তেনেকৈ ভায়েক উমাকান্ত শৰ্মাৰপৰাও সততে প্ৰেৰণা পাইছিল। তাতকৈও ডাঙৰ কথা এয়ে যে তেওঁৰ সহধৰ্মিণী সাবিত্ৰীবালা দেৱীয়ে বিয়াৰ দিন ধৰি স্বামীৰ মৃত্যুৰ সময়লৈকে সুখ-দুখৰ লগৰী হৈ শৰ্মাদেৱৰ ব্যক্তিত্ব গঢ়াত নীৰৱে অথচ অবিচলিতচিত্তে সহায় কৰিছিল।

অসাধাৰণ কৰ্মশক্তি, কৰ্মৰ প্ৰতি গভীৰ নিষ্ঠা আৰু আন্তৰিকতা শৰ্মাদেৱৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য আছিল। দেশৰ আৰু দহৰ কামত আনৰ অনুৰোধ তেওঁ কেতিয়াও পেলাব নোৱাৰিছিল। সেই কাৰণে ডাক্তৰৰ বাধা সত্ত্বেও মানুহৰ অনুৰোধ এৰাব নোৱাৰি তেওঁ সভাই-সমিতিয়ে যোগ দিছিল। মানুহৰ লগত সদায় সমিলমিলেৰে থাকিবলৈ তেওঁ বিচাৰিছিল। কাৰোবাৰ লগত কেতিয়াবা বিৰোধ হ'লেও স্বভাৱতে অনাড়ম্বৰ, মিষ্টভাষী, সহনশীল আৰু অমায়িক হোৱা কাৰণে তেওঁ তাকে ধৰি নাথাকিছিল আৰু পিছত বিৰোধীজনক আপোন কৰি ল'বলৈ যত্ন কৰিছিল। তেওঁ আছিল হাঁহিমুখীয়া, সহানুভূতিশীল আৰু উদাৰ হৃদয়ৰ। দুখীয়া লোকক আৰ্থিক সাহায্য দান কৰাৰ উপৰিও নানাজনক আৱশ্যকমতে দিহা-পৰামৰ্শ আৰু উৎসাহ-সান্ত্বনা দিছিল। তেওঁ আছিল বহুতৰ অভিভাৱক স্বৰূপ আৰু ডেকা-গাভৰুৰ অনুপ্ৰেৰণাৰ উৎস।

শৰ্মাদেৱ যে কৰ্মযোগী আছিল আৰু এখানমান সময়ো অযথা নষ্ট নকৰিছিল। তাৰ আভাস ১৯৭২ চনৰ দিনলিপিত উল্লিখিত তেওঁৰ দৈনন্দিন কাৰ্য-তালিকাখন চালেই পোৱা যাব :

পুৱা ৫.০০ বজাৰপৰা ৬.৩০ বজালৈ - অধ্যয়ন
পুৱা ৬.৩০ বজাৰপৰা ৮.০০ বজালৈ - প্ৰাতঃকৃত্য
পুৱা ৮.০০ বজাৰপৰা ৯.৩০ বজালৈ - অধ্যাপনা
পুৱা ৯.৩০ বজাৰপৰা ১.০০ বজালৈ - প্ৰেছৰ কাম
দুপৰীয়া ১.০০ বজাৰপৰা ২.০০ বজালৈ - খোৱা, জিৰণি
দুপৰীয়া ২.০০ বজাৰপৰা ৪.৩০ বজালৈ - প্ৰেছৰ কাম
আবেলি ৪.৩০ বজাৰপৰা ৫.৩০ বজালৈ - ভ্ৰমণ
গধূলি ৫.৩০ বজাৰপৰা ৬.০০ বজালৈ - সায়ংকৃত্য
গধূলি ৬.০০ বজাৰপৰা ৭.০০ বজালৈ - অধ্যাপনা
গধূলি ৭.০০ বজাৰপৰা ৮.৩০ বজালৈ - অধ্যয়ন
ৰাতি ৮.৩০ বজাৰপৰা ৯.৩০ বজালৈ - প্ৰেছৰ কাম
ৰাতি ৯.৩০ বজাৰপৰা ১০.০০ বজালৈ - ৰাতিৰ ভোজন
ৰাতি ১০.৩০ বজাৰপৰা ৫.০০ বজালৈ - শয়ন।

উক্ত কাৰ্য-তালিকাখন চালেই বুজা যায় যে শৰ্মাদেৱে জীৱনৰ প্ৰতিটো মুহূৰ্ত কিমান হিচাপ কৰি ব্যৱহাৰ কৰিছিল। অৱশ্যে যেতিয়া সভা-সমিতিৰ কাৰণে বাহিৰলৈ যাবলগীয়া হৈছিল তেতিয়া তেওঁ কাৰ্যসূচীৰ আটাইবোৰ নিয়ম ৰক্ষা কৰিব পৰা নাছিল।

উল্লেখযোগ্য যে শৰ্মাদেৱে ধৰ্মগ্ৰন্থ বিশেষভাৱে অধ্যয়ন কৰিছিল। ভাৰতীয় সংস্কৃতি আৰু আধ্যাত্মিক চিন্তাধাৰাই তেওঁৰ মন সততে ধুৰাই ৰাখিছিল। তেওঁক ভাৰতীয় দৰ্শন আৰু মহাপুৰুষ সাধকসকলৰ জীৱনীয়ে বিশেষভাৱে আকৃষ্ট কৰিছিল। তেওঁ ডায়েৰীৰ এঠাইত স্বামীজীৰ বাণী উদ্ধৃতি কৰিছে এনেদৰে—"Association with saints is the only boat to cross the ocean of life."

এনে এজন আদৰ্শবান, মহান ব্যক্তিৰ আকস্মিক বিয়োগত অসমৰ অপূৰণীয় ক্ষতি হ'ল। তেওঁৰ পবিত্ৰ স্মৃতিত সভক্তিৰে শ্ৰদ্ধাঞ্জলি যাচিছোঁ। ▢

# অসমীয়া সাহিত্যলৈ অতুলচন্দ্ৰ বৰুৱাৰ অৱদান

হিৰণপ্ৰভা বৰুৱা

অসম সাহিত্য সভাৰ গুৱালকুছি অধিৱেশনৰ সভাপতি অতুল চন্দ্ৰ বৰুৱা আজি এই পৃথিৱীত নাই। মই তেখেতৰ সহধৰ্মিণী। ২০০১ চনৰ ২৫ ডিচেম্বৰ যীশুখ্ৰীষ্টৰ জন্ম দিনৰ দিনা আমাক শোক সাগৰত পেলাই থৈ চিৰদিনৰ কাৰণে তেখেতে অনন্ত ধামলৈ গতি কৰিলে। তেখেত আজি এই পৃথিৱীত নাই যদিও তেখেতৰ বহুমূলীয়া সাহিত্যৰাজি এৰি থৈ গৈছে।

আঠ বছৰ বয়সতে মাতৃ বিয়োগ আৰু নানা ঘাত-প্ৰতিঘাতৰ মাজেৰে পঢ়াশালীয়া জীৱন অতিক্ৰম কৰি তেখেত নিজেই এজন প্ৰতিভাশালী ব্যক্তিলৈ পৰিণত হৈছিল।

স্কুলীয়া জীৱনৰপৰাই তেখেতৰ সাহিত্য কৰ্মৰ জীৱন আৰম্ভ হয়। অষ্টম শ্ৰেণীত পঢ়ি থাকোতে 'বীণা' নামৰ এখন হাতে লিখা তিনিমহীয়া আলোচনী সম্পাদনা কৰি সাহিত্যৰ পাতনি মেলে। সেই আলোচনীত 'মোৰ মাতৃ শোক' নামৰ এটি কবিতা প্ৰকাশ পাইছিল। সেই কবিতাটি অতি করুণ আৰু আবেগ ভৰা আছিল। সেই আলোচনীখনত আৰু এটি কবিতা 'ছিপাখাৰৰ সঙ্গীত' নামেৰে প্ৰকাশ পাইছিল। কটন কলেজত পঢ়ি থাকোঁতে সকলোৱে 'আতা' স্বৰ্গীয় ৰঘুনাথ চৌধাৰীদেৱৰ সান্নিধ্যলৈ আহি সাহিত্যৰ পাতনি মেলে। 'প্ৰগতি সমিতি' নামৰ সমিতি এখন ৰঘুনাথ চৌধাৰীৰ দ্বাৰা সৃষ্টি হৈছিল। সেই সমিতিৰ সদস্যসকল আছিল ড° প্ৰফুল্লদত্ত গোস্বামী, আব্দুল মালিক, চন্দ্ৰেশ্বৰ ভট্টাচাৰ্য আদি। সেই সমিতিৰ বৰুৱাদেৱ আছিল সহকাৰী সম্পাদক। ১৯৩৮ চনত 'চিন্তাধাৰা' নামে এখন সাহিত্যৰ সমালোচনা গ্ৰন্থ সম্পাদনা কৰি উলিয়াইছিল। ইয়াৰ পিছত তেখেতে ছিলং সচিবালয়ত চাকৰি কৰাৰ সময়ত চেইণ্টমেৰী কলেজতো অধ্যাপনা কৰিছিল। তাৰ উপৰি চেইণ্ট এড্‌মাণ্ড কলেজতো অসমীয়া বিষয়ৰ অংশকালীন অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল।

. ছিলঙত চাকৰি কৰি থকা সময় চোৱাত অবাবত অকণো সময় নষ্ট নকৰি প্ৰত্যেক ৰবিবাৰে কেইজনমান বছা বছা লোকৰে সৈতে লগলাগি 'ছিলং মুকুল সংঘ' নামে এটা অনুষ্ঠান গঢ়ি তুলিছিল। তেখেত সেই অনুষ্ঠানৰ প্ৰতিষ্ঠাতা সম্পাদক আছিল। এই অনুষ্ঠানৰ পৰাই ১৯৬১ চনত 'মুকুল প্ৰকাশ', 'হিমালয়ৰ আহ্বান' ১৯৬২ চনত সম্পাদনা কৰি উলিয়ায়।

তেখেতৰ দ্বাৰা সম্পাদিত 'কাব্যপ্ৰভা' ১৯৪১ চনতেই পঢ়ুৱৈ সমাজলৈ আগবঢ়ায়। সেই কবিতা পুথি ছাত্ৰ-ছাত্ৰীসকলৰ মাজত বৰ আপুৰুগীয়া বস্তু আছিল। সেই কবিতা পুথি কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰবেশিকা পৰীক্ষাৰ পাঠ্য পুথি আছিল। সেই পুথি সপ্তম শ্ৰেণীৰপৰা দশম শ্ৰেণীলৈকে একেৰাহে কিছুদিন চলি আছিল। ছাব ডেপুটি কালেক্টৰৰ জালুকবাৰীত প্ৰশিক্ষণ লৈ থকা সময় ছোৱাতো তেখেতে জিৰণিৰ সময়ত 'জিৰণি মেল' নামে এটা সাহিত্যৰ অনুষ্ঠান গঢ়ি তুলিছিল। সেই অনুষ্ঠানৰ তেখেতে প্ৰতিষ্ঠাপক সম্পাদকৰ বাব লৈ নিয়াৰিকৈ সাহিত্যৰ নৈ বোৱাই দি আনন্দ উপভোগ কৰিছিল।

ছিলং সচিবালয়ত চাকৰি কৰি আৰু ছেইণ্টমেৰী কলেজতো অধ্যাপনা কৰি ভাগৰে-যোগৰে আহি গধূলি ঘৰ সোমায়। তাৰ পিছত কিবা জা-জলপান অলপ খাই আসন পাৰি ভাগৱত, ব্ৰহ্মবৈবৰ্ত পুৰাণ আদি দৰঙীয়া সুৰত পঢ়ি; তাকেই হৃদয়ত ধ্যান কৰি 'পুৰণি পুথিৰ সাধু' নামে এখনি পুথি লিখি ৰাইজৰ আগত উলিয়ায় ১৯৫১ চনত। এই পুথিখনত বেদ, উপনিষদ, ৰামায়ণ, মহাভাৰত, জাতক, হৰিবংশ আৰু ভাগৱত আদিৰ বৰ্ণনাৰে অতি কষ্ট কৰি লিখি উলিয়াইছিল ১৯৫১ চনত।

১৯৫১ চনত 'ৰঙিয়া আলোচনী' সভাৰ প্ৰতিষ্ঠাপক সভাপতি পদত থাকি সাহিত্যৰ মেলা পাতিছিল। সেই সভাৰ জৰিয়তে, 'অতীত আৰু বৰ্তমান' নামে এখনি ভাগুনি পুথি সম্পাদনা কৰে ১৯৫২ চনত।

"মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য" ১৯৭৪ চনত সম্পাদনা কৰি উলিয়াইছিল। একেবছৰতে ওলায় "ভাবা জননীৰ সেৱাত', 'দীননাথ চহৰীয়া'।

'চক্ৰচয়ন' নামে এখন পুথি ১৯৭৬ চনত গুৱাহাটী আলোচনাচক্ৰৰ জৰিয়তে সম্পাদনা কৰি ৰাইজৰ আগলৈ উলিয়ায়। স্বৰ্গীয় ভোলানাথ দাস ৰচনাৱলী ১৯৭৭ চনত আৰু স্বৰ্গীয় 'ৰঘুনাথ চৌধাৰী ৰচনাৱলী' ১৯৮০ চনত আৰু "মোৰ জীৱ যাত্ৰাৰ কথা" (ধনাই ৰৰাদেৱৰ) আত্মজীৱনী ১৯৮০ চনতেই সম্পাদনা কৰি উলিয়ায়।

১৯৫৫ চনত "গুৱাহাটী আলোচনাচক্ৰ' তেখেতে নিজ বাসভৱনতে পাতি বছা বছা সাহিত্যিকসকলক নিমন্ত্ৰণ কৰি সাহিত্যৰ মেলা আৰম্ভ কৰে।

তেখেতৰ এই চক্ৰ পতাৰ উদ্দেশ্য আছিল যে এই চক্ৰৰ দ্বাৰাই যাতে ন ন লেখক-লেখিকাৰ সৃষ্টি হয়। সঁচাকৈয়ে এই চক্ৰৰ দ্বাৰা অনেক লেখক-লেখিকাৰ সৃষ্টি হ'ল। এই চক্ৰৰপৰা আবিৰ্ভাব "চক্ৰচয়ন' নামে এখনি ভাঙনি পুথি ১৯৭৬ চনত ৰাইজৰ আগলৈ উলিয়াই এটা মহৎ কাম কৰিলে। এই চক্ৰৰ পৰাই আৱিৰ্ভাব হয় "আলোচনা চক্ৰৰ ৰূপৰেখা" ১৯৮৩ চনত।

'দৰঙী শব্দ কোষ' (সংকলন আৰু সম্পদনা) ১৯৮৮ চনত লিখি উলিয়াই এটা মহৎ কাম কৰি গ'ল। ইয়াৰ উপৰিও তেখেতে "চলন্ত অভিধান" ডক্টৰ মহেশ্বৰ নেওগৰ সম্পাদিত, সাত বছৰ ধৰি সহকাৰী সম্পাদক হিছাপে থাকি সাহিত্য জগতলৈ অমূল্য বৰঙণি আগবঢ়াই থৈ গ'ল। "চলন্ত অভিধান" তেখেতৰ জীৱনকালত ছপা হৈ নোলাল।

দৰং জিলা সাহিত্য সভাৰ সভাপতিৰ পদত (১৯৭৭-৭৯) থাকি সাহিত্য জগতলৈ অমূল্য বৰঙণি যোগায়। অধ্যাপক কনকচন্দ্ৰ ডেকাৰ উদ্যোগত স্থাপিত "সুৰভি সাহিত্য সমাজ"ত ২০ ডিচেম্বৰৰ ১৯৯২ চনত প্ৰতিষ্ঠা দিনৰ সভাপতি আছিল। অধ্যাপক কনক ডেকাৰ উদ্যোগত ১৯৭৩ চনত ৰাজগড়, লাচিত নগৰ অঞ্চলত গঠিত হোৱা জোনাকী সাহিত্য সমাজৰ তেখেত পৃষ্ঠপোষক আছিল। ১৯৫৪ চনত "সমাহৰ্তাৰ আত্মকাহিনী" ৰচনা কৰি উলিয়ায়।

"সাহিত্যৰ ৰূপৰেখা" ১৯৫৭ চনত অতি কষ্টেৰে চৰকাৰী কামৰ দায়িত্বত থাকিও লিখি উলিয়াই পঢ়ুৱৈ সমাজলৈ দান দিন থৈ গ'ল। ইয়াত সাহিত্য, কবিতা, চুটি গল্প, উপন্যাস, নাটক আৰু সাহিত্যৰ ষ্টাইল, এইকেইটা বিষয়ৰ আলোচনা আগবঢ়াইছিল। "লোক দেৱতা শিৱ" ১৯৬৭ চনত ৰচনা কৰে। 'নবী কথা" ১৯৬৩ চনত চৰকাৰৰ আৰ্থিক সাহায্যত ৰাইজৰ আগলৈ উলিয়াই এটা মহৎ কাম কৰি থৈ গ'ল। ১৯৫৭ চনত "প্ৰজাপতিৰ নিৰ্বন্ধ", ১৯৬১ চনত "মদন আৰু বসন্ত", ১৯৬০ চনত "সাহিত্যৰ দৃষ্টি; সাহিত্য জীৱন", ১৯৫৫ চনত "সমালোচনা সাহিত্য" লিখি উলিয়ায়। ১৯৫৮ চনত "ভূমি আৰু জীৱন' নামে এখনি পুথি তেখেতৰ দ্বাৰা ৰচিত হয়। তাত আছে প্ৰথম খণ্ডত মাটিৰ আকৰ্ষণ, সমাজ, কৃষি আৰু গাঁৱৰ ইতিবৃত্ত। ভূমি বিভাগৰ আঁতিগুৰি, আবকাৰী ভূমি নীতি, আহোম যুগৰ শাসন প্ৰণালী আদি আৰু বিষয়াৰ বাবে নানাধৰণৰ জমিৰ ইতিবৃত্ত। ডক্টৰ প্ৰফুল্ল গোস্বামীদেৱে পুথিখনি চকুবুৰাই এইদৰে মন্তব্য দিছিল। "কিতাপখন নজনাৰ ভঁৰালৰ দৰে হৈছে। ই আমাৰ সাহিত্য জগতলৈ বিশিষ্ট দান।" এই পুথিখনত দ্বিতীয় খণ্ডত ভূমি-নীতি সংস্কাৰৰ পটভূমি, ভূমি-নীতি সংস্কাৰৰ ভূমিকা, মাটিৰ মালিকী স্বত্ব আৰু খাজানাৰ মূলতত্ত্ব, তলতীয়া

ৰায়তৰ মাটি বাটোৱাৰা, খণ্ড বিখণ্ড কৰা নীতি, সমবায় খেতি, ভূ-দান, ছেটেলমেণ্ট চিলিং, আধিয়াৰ আৰু প্ৰজাতত্ত্ব আইনৰ আভাস। এই বিষয় বস্তুবোৰ "ভূমি আৰু জীৱন" গ্ৰন্থখনে আমাক সহজে কৈ দিব পাৰে। বৰুৱা নিজে হাকিম আছিল বাবে এই বিষয়ে অধ্যয়ন কৰিবলৈ লৈছিল আৰু তেওঁৰ বাস্তৱ অভিজ্ঞতাৰে এই গ্ৰন্থ ৰচনা কৰিছিল। বৰুৱাৰ ভাষা সহজ-সৰল। এই সহজ-সৰল ভাষাৰে তেওঁ গধুৰ তথ্য ফুটাই তুলিব পাৰিছিল। তেওঁৰ ৰচনাত জতুৱা-ঠাচ, খণ্ডবাক্য আৰু পটন্তৰ যোজনাৰ প্ৰয়োগ মন কৰিবলগীয়া।

এই পুথিৰ তৃতীয় খণ্ডত আছে "হাতীৰ পিঠিত মাটি বিচাৰি"। মাণিকৰ জানত টুলুঙা নাৱৰ বুকুত, ইঞ্জিনিয়াৰিং কলেজৰ স্থান নিৰূপণ, মন্ত্ৰীৰ লগত খেতি প্ৰদৰ্শন আদি সুন্দৰকৈ বৰ্ণোৱা আছে। পঢ়িলে এৰিবৰ মন নাযায়। "স্মৃতিৰ ৰঙিয়া" ১৯৭৩ চনত ৰাইজৰ আগলৈ আবিৰ্ভূত হয়। ইয়াত আমি অতীত সোঁৱৰোঁ কিয়? ৰঙিয়াৰ ঐতিহ্য বৈদ্যৰ গড়, ৰজা আৰিমত্তৰ ৰাজধানী, হৰদত্ত-বীৰদত্ত ভৱনৰ নামকৰণ, হৰদত্ত-বীৰদত্তৰ কাহিনী, কৃষক বিদ্ৰোহ, বুদ্ধিসাগৰ সিদ্ধিনাথ শৰ্মাৰ সোঁৱৰণত, ৰঙিয়া হস্পিতেলৰ জন্ম কথা আদি সুন্দৰকৈ বৰ্ণোৱা আছে। এইপুথি পঢ়িলে কেনে আনন্দ লাগে তাক বৰ্ণোৱা টান। তেখেতে প্ৰচণ্ড বানপানীৰ সময়ত কেনেকৈ টুলুঙা নাঁৱত উঠি নিজৰ জীৱনলৈকো আশা নকৰি; ৰাইজৰ দুখ দৰ্গতি চাই ফুৰিছিল আদি সুন্দৰকৈ বৰ্ণোৱা আছে।

ইয়াৰ উপৰি সন্ধিয়াৰ সাধু, মাজনিশাৰ সাধু আদি লিখি পঠুৱৈ সমাজৰ আগত দাঙি ধৰে। সন্ধিয়াৰ সাধুত আছে "অমৰ মৰে নিজৰা ঝৰে, উপায় গ'ল ওপৰলৈ, তিৰীক নকৰা হিত, ৰহাৰ ৰহদৈ, তিপামৰ ভাদৈ, আমাৰ বৌ দানী, আদি অনেক খুহঁটীয়া সাধু কথাৰে ভৰা।

'মাজনিশাৰ সাধু'ত আছে পৰপুৰুষৰ নাচায় মুখ; পতিব্ৰতা নাৰী, ভাবিছিলোঁ কুজাকুজী এতিয়াহে হ'ল বুজাবুজি, ভালৰ ভাল সৰ্বটিকাল, হীৰ মন্দিৰ (পাঞ্জাবী সাধু) আদি ওঠৰটা অপূৰ্ব কাহিনীৰে ভৰা। 'খেলিমেলি'-নানা ধৰণৰ খেলিমেলিৰে ভৰা এখনি শিশুৰ বাবে উপযোগী ধেমেলীয়া পুথি। ইয়াত আছে ডাটিৰ ৰস, নোৱাৰিলে আইক দিম, আদাক দেখি উঠিল গা' আদি। ১৯৬৪ চনত "ডাকে বোলা শুনা উপায়" প্ৰকাশ কৰি উলিয়ায়। ইয়াত ডাকপুৰুষৰ জন্ম কাহিনীও অদ্ভুত। 'ডাক' আছিল কুমাৰ কুলীয়া। তেওঁৰ ওপজা গাঁও খনৰ নাম আছিল লেহি ডঙৰা। বৰাহমিহিৰ নামে এজন লোক উজ্জয়িনীৰপৰা কামৰূপলৈ তীৰ্থ কৰিবলৈ আহি ৰাতি হোৱাত ৰাতিটো থাকিবৰ কাৰণে এঘৰ মানুহৰ ঘৰত আলহী হৈ সোমাল। সেই ঘৰৰ সাতোটা ভাই-ককাই

আছিল। সৰুজনৰ একো ছা-ছলি নাছিল। সেইদিনাখন ঘৰত বুঢ়ীমাক আৰু বোৱাৰী সাতগৰাকী আছিল। বুঢ়ায়ে অতিথিক এইদৰে ক'লে—

শশুৰী বোলে অতিথি বোপা।
টঙি বখিবা গৈছে সাটোটি আপা।।
ঘৰত নাই মুনিহ লোক।
কেনেকৈ বোপা সুধিম তোক।।

বুঢ়ীৰ কথাত বৰাহ মিহিৰ মুনিয়ে ক'লে—

নেলাগে চাউল নেলাগে জুই।
খেৰ এমুঠিকে দিয়া তাতে থাকিম শুই।।

তেতিয়া সৰুজনী বোৱাৰীকেক লক্ষ্য কৰি বুঢ়ীয়ে এইদৰে ক'লে—

শশুৰী বোলে সৰুজনী আই।
তোৰ লগত একো ছা-ছলি নাই।।
ঘৰৰ কাম পাছে কৰা।
অতিথি বোপাৰ আল ধৰা।
বেটাৰ কপালে নাহিকে পো।
অতিথি পূজি পুত্ৰ কোলে লো।।

যেনে আদেশ তেনে কাম। বোৱাৰীয়েকে দেহে কেহে সৰ্বতো প্ৰকাৰে অতিথিক আলপৈচান ধৰিলে। তাতে তুষ্ট হৈ যাবৰ সময়ত অতিথিয়ে বৰ দি গ'ল। এইদৰে—

তুষ্ট হইয়া মিহিৰে দিলা বৰ।
পুত্ৰ এক হ'ব মোৰ সম সৰ।

কাৰ্যত সেয়ে হ'ল। বুঢ়ীৰ বোৱাৰীয়েকৰ এটি পুত্ৰ সন্তান যথা সময়ত উপজিল। অদ্ভুত সন্তান। জন্মিয়েই সি মাকক উপদেশ দিব পৰা হ'ল। ভগৱান শ্ৰীকৃষ্ণই যেনেকৈ মাক-দেউকাকক "থৈয়ো নিয়া গকুলত মোক পলুৱাই" বুলি উপদেশ দিয়াৰ দৰে "ডাক পুৰুষে'ও জন্মিয়েই মাকক উপদেশ দিছিল।

প্ৰসূতি গৃহত তুঁহৰ জুই আছিল। ডাক ভূমিষ্ঠ হোৱাৰ পিছত প্ৰসূতিৰখীয়া এগৰাকী তিৰোতাই কেচুঁৱা সেকিবৰ বাবে তুঁহৰ জুই ফুকাই জুই ধৰিবলৈ যত্ন কৰি জুই নুঠাত ভাগৰি পৰিছিল। তাকে দেখি সদ্যজাত শিশু 'ডাকে' মাত লগালে—

দীঘলকৈ দিবা ফুক;
তেহে দেখিবা জুইৰ মুখ।।

উপজ্জিয়েই তেওঁ এইদৰে ডাক দিয়া কাৰণে শিশুৰ নাম 'ডাক' নামে জনাজাত হ'ল।

সুকনানীত (মনসা কাব্যত) আছে সতী বেউলাই লক্ষীন্দাৰক জীয়াই আনিবৰ কাৰণে ভূৰত উঠি ব্ৰহ্মপুত্ৰয়েদি উজাই যাবলৈ ওলাই শহুৰেক চান্দো সদাগৰক ভূৰ সাজিবলৈ কলগছ ভিক্ষা কৰিছিল। বণিক সদাগৰে ভাবি-চিন্তি চাই দেখিলে যে মৰা মানুহনো আৰু ক'ত জীয়াই আনিব পাৰিব। এইটো নোহোৱা-নোপোজা কথা। তেনে এটা কামৰ কাৰণে তেওঁ কলগছ কাটিলে তেওঁৰ ভালেখিনি লোকচান হ'ব। কল বেচিলে তেওঁ ঢেৰ টকা পাব। এতেকে সদাগৰে মৰমৰ বোৱাৰীকেক এইদৰে ক'লে—

একডালি কলে পাওঁ দশ বিশ কড়ি।
কলক বেচিয়া ধন থৈবো যত্ন কৰি।।
বৃদ্ধকালে সেই ধন ভাঙি চিন্তি খাইবো।
কল হানি হ'লে আমি কিমতে তৰিবো।।

আদি অনেক যোজনা ফকৰা "ডাকে বোলা উপায়"ত আছে। তাক কৈ অন্ত কৰিব নোৱাৰি। ইয়াৰ বাহিৰেও তেখেতে অসমীয়া লোকসাহিত্য, ওজাপালি Defferent tyimes and functions, নৱৰত্ন, শৰৎ চন্দ্ৰ গোস্বামীৰ বৃহৎ জীৱনী আদি লিখি থৈ সাহিত্যৰ অৱদান দি গৈছে। তাক লিখি অন্ত কৰিবপৰা মোৰ পক্ষে টান। সাহিত্যৰ অৱদান কিছু লিখি ইয়াতে সামৰণি মাৰিলোঁ। বঢ়া-টুটা দোষ যেন ক্ষমা কৰে। এয়ে মোৰ আকুল মিনতি। তেখেত্ত তেখেতৰ সমগ্ৰ ৰচনাৱলী তিনিটা বৃহৎ খণ্ডত প্ৰকাশ কৰি উলিয়ায়। তাৰে প্ৰথম খণ্ড দুটা অশেষ পৰিশ্ৰম কৰি দিনে-ৰাতি কষ্ট কৰি অধ্যাপক কনক চন্দ্ৰ ডেকাই সম্পাদনা কৰে। তৃতীয় খণ্ডটোও প্ৰকাশ কৰি উলিওৱাত ডেকাই সাহায্য কৰে। এই খণ্ডটো আমাৰ সৰু জীয়ৰী শেৱালিয়ে সম্পাদনা কৰে। এইদৰে বৰুৱাৰ সমগ্ৰ ৰচনাৱলী সুবৃহৎ তিনিটা খণ্ডত সংৰক্ষিত কৰা হৈছে। তেখেত অসম সাহিত্য সভাৰ গুৱালকুছি অধিৱেশনৰ সভাপতি আছিল। ▢

# সৰ্বেশ্বৰ কটকী ঃ জীৱন আৰু কৰ্ম

কনকচন্দ্ৰ ডেকা

বিশ্ববিদ্যালয়ৰ উচ্চ উপাধি, ৰাজনৈতিক পদমৰ্যাদা নাইবা উচ্চ চৰকাৰী পদবী নাথাকিলেও ব্যক্তি বিশেষে যে বংশগত পৰম্পৰা, স্বোপাৰ্জিত বিদ্যা-বুদ্ধি, গভীৰ অধ্যয়ন আৰু অধ্যাবসায়ৰ গুণত সুপণ্ডিত, নামিক আৰু সমাজত নেতৃস্থানীয় লোক হ'ব পাৰে, নিজৰ বংশক উজ্জ্বল কৰিব পাৰে, স্বদেশ-স্বজাতিৰ হিত সাধিব পাৰে আৰু উত্তৰ পুৰুষৰ কাৰণে আদৰ্শ এৰি থৈ যাব পাৰে তেনে এজন স্বনামধন্য পুৰুষ আছিল সৰ্বেশ্বৰ শৰ্মা কটকী।

গুৱাহাটীৰ ছত্ৰাকাৰ দেৱালয়ৰ পশ্চিম দুৱাৰত শৰ্মা কটকীৰ শান্তি-নীৰ। কথিত আছে বৰাহী ৰজা মহামাণিক্যৰ পৃষ্ঠপোষকতাত, চতুৰ্দশ শতাব্দীত শুধ অসমীয়া পদবন্ধত ৰামায়ণ ৰচয়িতা, অপ্ৰমাদী আদি কবি মাধৱ কন্দলী সৰ্বেশ্বৰ শৰ্মা কটকীদেৱৰ আদি পুৰুষ। মান ভগনীয়াৰ সময়ত (১৮১৬-১৮২৬) কটকী পৰিয়ালৰ লোকসকলো ছেদেলি-ভেদেলি হৈ পৰে। তাৰে কেইঘৰমান নগাঁও জিলাত আৰু শৰ্মা-কটকীৰ পৰিয়ালটো গুৱাহাটীত নিগাজিকৈ থাকিবলৈ লয়। লাঙ্গি গোহাঁই ৰজাই এওঁলোকক কটকী উপাধি দি মান-মৰ্যাদা দিছিল। তেতিয়াৰ পৰা আহোম কটকীৰ ঠাইত ব্ৰাহ্মণ কটকী নিযুক্ত দিয়াৰ পৰম্পৰা চলি আহিছিল।

মাধৱ কন্দলীৰ বংশধৰ শ্ৰীকান্ত শৰ্মা কটকী। এই বংশলতাৰ অষ্টম ঠালত যোগেশ্বৰ শৰ্মা কটকীৰ জন্ম। তেখেতৰ সহধৰ্মিণী দ্ৰৌপদী দেৱীৰ গৰ্ভত সৰ্বেশ্বৰ শৰ্মা কটকীৰ জন্ম হয় ১৮১৪ শকৰ ৩১ জেঠ দেওবাৰে। ছত্ৰাকাৰ দেৱালয়ৰ পাদভূমিত। জন্মৰ আঠ মাহৰ পিছতে তেওঁৰ পিতৃ বিয়োগ হোৱাত বিধবা মাতৃয়ে তাঁতশালখনকে জীৱিকাৰ আশ্ৰয় হিচাপে লৈ নানা দুখ-কষ্টৰ মাজেৰে পুতেকহঁতক পঢ়াবলৈ লয়। ১৯১৪ চনত, প্ৰথম মহাসমৰৰ আৰম্ভণি বছৰটোত সৰ্বেশ্বৰ কটকী কটন কলেজিয়েট হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত প্ৰৱেশিকা আৰু ১৯১৬ চনত আই. এ. পৰীক্ষা পাছ কৰে। অৰ্থনৈতিক অভাৱ, পাৰিবাৰিক অসুবিধাৰ মাজত ১৯১৮ চনত বি. এ. পৰীক্ষাত অৱতীৰ্ণ হৈছিল

যদিও উত্তীৰ্ণ নহ'ল। উল্লেখযোগ্য যে বি. এ. তৃতীয় বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোঁতে 'Hand Book of Translation' নামৰ অনুবাদ পাঠ্যপুথি এখন অষ্টমমান শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে যুগুত কৰি উলিয়ায়।

বি. এ. পৰীক্ষা দিয়াৰ কিছুদিন পাছত তেওঁ কামৰূপ জিলাৰ উপায়ুক্তৰ কাৰ্যালয়ত কাৰ্যালয় সহকাৰী পদত নিযুক্তি লাভ কৰে। কিন্তু তাত কাম কৰি ভাল নলগাত ১৯২১ চনৰ ৪ জুলাই তাৰিখে কটন কলেজিয়েট হাইস্কুলত সহকাৰী শিক্ষকৰ পদত যোগ দিয়ে। সেই সময়ত কলেজিয়েট স্কুলৰ প্ৰধান শিক্ষক আছিল কৰুণাকান্ত দাসগুপ্ত। পিছত শিক্ষকতা এৰি চাৰ্কোলৰ চাব-ইন্সপেক্টৰ পদত নিযুক্তি হ'ল। তাতো বাহিজোৰা নহাত পুনৰ কটন কলেজিয়েট হাইস্কুললৈ আহে। তাত মনৰ সন্তোষ, মান-মৰ্যাদা আৰু বিশেষ সুখ্যাতিৰে একুৰি পাঁচ বছৰ শিক্ষকতা কৰি চাকৰি জীৱনৰ অৱসান নৌহওঁতে মাত্ৰ দুকুৰি চৈধ্য বছৰ বয়সত, ১৯৪৬ চনৰ ১০ মে' তাৰিখে মৃত্যুক আঁকোৱালি ল'লে।

সঙ্গদোষত মানুহৰ সম্ভাবনাপূৰ্ণ জীৱন একোটা ধ্বংস হয়, আৰু সঙ্গসুখত একোটা জীৱন ধন্য হয়। সৰ্বেশ্বৰ কটকী সম্ভ্ৰান্ত, পণ্ডিত ব্ৰাহ্মণ পৰিয়ালত জন্ম গ্ৰহণ কৰাৰ উপৰিও ছাত্ৰাৱস্থাৰ পৰাই এখন আদৰ্শ সমাজৰ মাজত কাম কৰিছিল। ডাঙৰ হোৱাত সমকালীন ভালেমান কবি, পণ্ডিত, সাহিত্যিক, গৱেষক, প্ৰাত্নতাত্ত্বিক, বুৰঞ্জীবিদ্ ব্যক্তিৰ সান্নিধ্য লাভ কৰে। যিসকলৰ ভিতৰত হেমচন্দ্ৰ গোস্বামী, সত্যনাথ বৰা, ৰঘুনাথ চৌধাৰী, কনকলাল বৰুৱা, সূৰ্য কুমাৰ ভূঞা, সোণাৰাম চৌধুৰীৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এইসকল ব্যক্তিৰ লগত হোৱা আলাপ আলোচনাই বহু পৰিমাণে তেওঁক কামৰ প্ৰেৰণা যোগাইছিল, অসমৰ প্ৰত্নতত্ত্বৰ প্ৰতি বিশেষ আগ্ৰহী কৰি তুলিছিল, বুৰঞ্জীৰ শুকান হাড়ক কালিকা লগা কাব্য সম্ভাৰেৰে প্ৰাণৱন্ত কৰাৰ সমল যোগাইছিল। এই সকলোৰে গুৰিত আছিল তেওঁৰ স্বদেশ প্ৰেম, ভাষা সাহিত্য প্ৰেম, শিক্ষা-প্ৰেম, প্ৰত্নতত্ত্ব-প্ৰেম আৰু সেৱা নেপেৰা চেষ্টা।

সৰ্বেশ্বৰ কটকী হাড়ে-হিমজুৱে আছিল এজন কৃতী শিক্ষক। শিক্ষকতা বৃত্তি, পঠনীয় বিষয় বস্তু, ছাত্ৰ আৰু শিক্ষানুষ্ঠানক তেওঁ প্ৰাণপনে ভাল পাইছিল কাৰণেহে তেওঁ এজন কৃতী আৰু আদৰ্শ শিক্ষকৰ মান-মৰ্যাদা সকলোতে লাভ কৰিছিল। কটকীদেৱৰ শিক্ষকৰ থাকিবলগীয়া গুণসমূহ আৰু পাণ্ডিত্যত মুগ্ধ হৈ সেই সময়ৰ (১৯৩০) শিক্ষা বিভাগৰ ডিৰেক্টৰ মিঃ কানিংহাম চাহাবে মন্তব্য কৰিছিল—"I am very proud of the achivement of a School Teacher (Mr. Kataki)" তেওঁৰ অন্যতম ছাত্ৰ শ্ৰীচণ্ডীচৰণ বৰ্মন (অৱসৰপ্ৰাপ্ত

আই. এ. এছ.) ডাণ্ডবীয়াৰ ভাষাত "কটকী ডাণ্ডবীয়া- যাৰ পৰা হাঁহি ভৰা মুখৰ সুমধুৰ কণ্ঠেৰে দান কৰা শিক্ষা লাভ কৰিবলৈ মোৰ সৌভাগ্য ঘটিছিল। স্বাস্থ্যবান, পৰিপাটিকৈ কাপোৰ পিন্ধা, হাঁহিমুখৰ এজন আকৰ্ষণীয় ব্যক্তি আছিল স্বৰ্গীয় কটকী ডাণ্ডবীয়া। ওখ, গৌড়বৰ্ণৰ আশাৰ সঞ্চাৰ কৰা আছিল তেখেতৰ ধুনীয়া মুখমণ্ডল। হাঁহিমুখে তেখেতে ছাত্ৰসকলৰ ভুল-ভ্ৰান্তি শুধৰাই দিছিল। সদায়ে শান্ত। তেখেতে ছাত্ৰৰ ওপৰত খং কৰি কথা কোৱা মই দেখা নাই। সেয়ে তেখেত আছিল ছাত্ৰ সমাজত এজন অতি শ্ৰদ্ধাভাজন শিক্ষাগুৰু যাৰ শাৰীৰিক ছবিখন মোৰ মানস চকুৰ আগত জল্‌জল্ পত্‌পত্‌কৈ ভাঁহি আছে।"

কটকীদেৱৰ প্ৰত্নতত্ত্বৰ বিষয়ে উল্লেখ কৰি শ্ৰীবৰ্মণ ডাণ্ডবীয়াই কৈছে— "এই শতিকাৰ আগভাগত যিসকল পণ্ডিতে অসমৰ পুৰাতত্ত্ব আৰু প্ৰত্নতত্ত্ব বিষয়ৰ গৱেষণাত ব্ৰতী হৈ অসমৰ প্ৰাচীন ইতিহাস কলা, কৃষ্টি ভাস্কৰ্য আদি উদ্ধাৰ কৰিবলৈ বহু চেষ্টা স্বীকাৰ কৰি লেৰা-লেপেৰা চেষ্টা চলাই গৈছিল সেইসকলৰ ভিতৰত উল্লেখযোগ্য অন্যতম আছিল কটকী ডাণ্ডবীয়া।"

সৰ্বেশ্বৰ কটকী মূলতঃ কবি—প্ৰত্নতাত্ত্বিক শিক্ষক আছিল যদিও এই ত্ৰিবেণী সোঁতৰ পৰম বিচাৰি কামৰূপ অনুসন্ধান সমিতি, সদৌ ভাৰতীয় প্ৰাচ্যবিদ্যা সন্মিলন, অসম সাহিত্য সভা, বঙ্গীয় সাহিত্য পৰিষদ আদিত অহৰহ যোগ দিছিল। ৰাজ্যিক তথা সৰ্বভাৰতীয় সেই অনুষ্ঠানবিলাকত অসমৰ প্ৰত্নতাত্ত্বিক তথ্যবোৰ দাঙি ধৰি অসমৰ প্ৰাচীন ঐতিহ্যৰ গৌৰৱ বিলাইছিল। ১৯৩৩ চনৰ ডিচেম্বৰ মাহত লক্ষীমপুৰত বহা অসম সাহিত্য সভাৰ চতুৰ্দশ অধিৱেশনৰ বুৰঞ্জী শাখাৰ কটকীদেৱ সভাপতি হোৱাৰ উপৰিও মৃত্যুৰ বছৰলৈকে অসম সাহিত্য সভাৰ প্ৰায় প্ৰতিখন সন্মিলনতে যোগ দি বিবিধ আলোচনাত পাণ্ডিত্যৰ পৰিচয় দিছিল। ১৯২৮ চনত লাহোৰত বহা সদৌ ভাৰত প্ৰাচ্য বিদ্যা সন্মিলন (All India Oriental Conference)ৰ পৰা আৰম্ভ কৰি ১৯৪৩ চনত বেনাৰসত বহা অধিৱেশনলৈকে প্ৰতিখন সন্মিলনতে ৰাজ্য চৰকাৰৰ প্ৰতিনিধি, নাইবা কামৰূপ অনুসন্ধান সমিতিৰ প্ৰতিনিধি অথবা নিজাববীয়াকৈ যোগদান কৰি তাত সক্ৰিয় অংশগ্ৰহণ কৰিছিল। অসমৰ প্ৰত্নতত্ত্ব, ভাষা-সাহিত্য, লিপি আৰু ইতিহাসৰ গৱেষণামূলক ৰচনা পাঠ কৰি, ছাত্ৰাচিত্ৰৰ অৱিয়তে প্ৰাপ্ত তথ্যবোৰ প্ৰদৰ্শন কৰি সৰ্বভাৰতীয় পণ্ডিতৰ পৰা ভূয়সী প্ৰশংসা লাভ কৰিছিল। প্ৰশংসাকাৰীসকলৰ ভিতৰত কে. এন. দীক্ষিত, ৰমেশ চন্দ্ৰ মজুমদাৰ, কৃষ্ণস্বামী আয়েঙ্গাৰ, কে. পি. জয়গোপাল, ডক্টৰ লক্ষণ স্বৰূপ, ডক্টৰ শেষাদ্ৰি, ডক্টৰ ৰাধাকৃষ্ণণ, পণ্ডিত জৱহৰলাল নেহৰু, ডক্টৰ এন. এন. লাহা,

মদনমোহন মালব্য, ডক্টৰ অলবেলকাৰ, ডক্টৰ মুখাৰ্জী আদিৰ নাম উল্লেখনীয়। স্বৰ্গীয় কটকীৰ লগত মাজে-সময়ে সতীৰ্থ হিছাপে প্ৰাচ্য বিদ্যা সন্মিলনত যোগ দিয়াসকলৰ ভিতৰত হৰমোহন দাস, বিৰিঞ্চি কুমাৰ বৰুৱা, সুৰেশ চন্দ্ৰ ৰাজখোৱা, প্ৰেমধৰ চৌধুৰী, সূৰ্য কুমাৰ ভূঞা, মৌলানা মোঃ মহিবুল্লা, দিবাকৰ গোস্বামীদেৱৰ নাম উল্লেখযোগ্য। সন্মিলনবোৰত যোগদান কৰাৰ লগতে সেই সেই অঞ্চলবোৰৰ ইতিহাস প্ৰসিদ্ধ ঠাইবোৰ ভ্ৰমণ কৰিছিল আৰু তথ্য চিত্ৰ আদি লগত আনি শ্ৰেণীত নাইবা বিদ্যালয়ত অনুষ্ঠান পাতি ছাত্ৰসকলক বুজাইছিল। তাৰ ফলত বহুতো ছাত্ৰৰ অসমৰ ইতিহাস আৰু প্ৰত্নতত্ত্বৰ প্ৰতি আগ্ৰহ বাঢ়িছিল। এবাৰ তেওঁ কোচবিহাৰ ৰাজ্যিক পুথিভঁৰাললৈ গৈ তাত থকা অসমীয়া পুথিৰ তালিকা এখন প্ৰস্তুত কৰি আনে।

সৰ্বেশ্বৰ কটকীৰ ৰচনাসমূহ ঘাইকৈ চাৰি ভাগত ভগাব পাৰি। কবিতা, ইতিহাসমূলক, পাঠ্যপুথি আৰু লিপি সম্পৰ্কীয়। কবিতাবোৰক আকৌ প্ৰকৃতিৰ বৰ্ণনামূলক, আধ্যাত্মিক, স্বদেশপ্ৰেমমূলক আৰু অনুবাদমূলক আদি চাৰি ভাগত ভগাব পাৰি। প্ৰত্নতত্ত্বমূলক প্ৰবন্ধসমূহত তেওঁ অসমৰ বৰতোপ, শিলৰ ফলি, তামৰ ফলি, পেড়া কাকত, মুদ্ৰা আৰ্হিৰ সুচিন্তিত পাঠ আৰু মন্তব্য দাঙি ধৰিছে! কটকীদেৱৰ গভীৰ অধ্যয়নশীল আৰু চিন্তাশীল লেখনিৰ পৰা ওলোৱা প্ৰবন্ধ— প্ৰকৃতি, ধৰ্ম, বিজ্ঞান, অভিব্যক্তিবাদ, জড়বাদ আদিত তেওঁৰ দৰ্শন আৰু পাণ্ডিত্য সুন্দৰভাৱে প্ৰকাশ পাইছে। সত্যনাথ বৰা ডাঙৰীয়াই কটকীৰ 'তত্ত্ব আৰু তথ্য' গ্ৰন্থখনিৰ সম্পৰ্কত উক্ত অভিমত দাঙি ধৰি কৈছে—"মই জনাৰ ভিতৰত এইবিলাক কথা আধুনিক অসমীয়া সাহিত্যত পোৱা নাযায়। .... আজিলৈকে অসম দেশৰ যিবিলাক বুৰঞ্জী লিখা হৈছে তাত এইবিলাকৰ বিষয়ে বহুতো কথা পোৱা নাযায়। ... ই ওখ খাপৰ স্কুলৰ পাঠ্যৰূপে ব্যৱহাৰ হ'বৰ যোগ্য।"

কটকীদেৱৰ সাধনাৰ কীৰ্তিস্তম্ভ—"অসমীয়া প্ৰাচীন লিপি বা অসমীয়া পুৰণি আখৰ।" এই গ্ৰন্থখনিৰ ঐতিহাসিক পটভূমি মন কৰিবলগীয়া। অসম সাহিত্য সভাৰ লক্ষীমপুৰত বহা চতুৰ্দশ অধিৱেশনৰ সভাপতি অধ্যক্ষ জ্ঞানদাভিৰাম বৰুৱা আৰু বুৰঞ্জী শাখাৰ সভাপতি কটকী ডাঙৰীয়া। কটকীদেৱৰ পাণ্ডিত্যপূৰ্ণ ভাষণৰ পিছত সাহিত্য সভাৰ সভাপতি প্ৰমুখ্যে কেবাজনো সুধীলোকে কটকীদেৱক প্ৰাচীন অসমীয়া লিপিৰ সম্পৰ্কত গৱেষণামূলক আলোচনা এটি কৰিবলৈ বাৰে বাৰে অনুৰোধ কৰিলে। সুধীসকলৰ অনুৰোধকে আদেশ বুলি শিৰোগত কৰি প্ৰাচীন লিপি সম্পৰ্কীয় কোনো প্ৰশিক্ষণ নথকাকৈ স্বকীয় প্ৰতিভা, আপাশুধীয়া চেষ্টা আৰু অধ্যৱসায়ৰ গুণত অসমীয়া লিপিৰ

বাটকটীয়া গৱেষক ৰূপে প্ৰসিদ্ধি লাভ কৰিলে। আজিৰ আধুনিক অসমৰ কোনো কোনো ভাষাবিদৰ মতে কটকীৰ এই গৱেষণা পুথিত কিছু দোষ-ত্ৰুটি থাকিব পাৰে, ভাষা-বিজ্ঞানৰ প্ৰণালীত এই পুথিখন শুদ্ধভাৱে লিখা নহ'ব পাৰে, কিন্তু অসমীয়া ভাষাৰ বিটো অনগ্ৰসৰ কালত কটকী ডাঙৰীয়াই মৰসাহ কৰি অসমীয়া। লিপিৰ কাল, প্ৰথম নিদৰ্শন, ক্ৰমবিকাশ, প্ৰস্তুত প্ৰণালী, লিপিৰ মূল বিভাগ, বংশ, ভাৰতীয় লিপিৰ লগত সম্পৰ্ক, 'আহোম যুগৰ বিভিন্ন লিপিৰ সম্বন্ধ, লিপিৰ বিভিন্ন স্কুল, গুপ্তলিপিৰ সৈতে অসমীয়া লিপিৰ সাদৃশ্য, কুটিল লিপিৰ লগত মিল, অসমীয়া প্ৰতিটো আখৰৰ গঢ়গতি আৰু ক্ৰমবিকাশ সম্পৰ্কে তেওঁ খৰচি মাৰি যি লিখি থৈ গ'ল, অন্ততঃ সেইখিনিয়ে প্ৰাচীন অসমীয়া লিপিক পূৰ্ণ মৰ্যাদা দিলে। অসমীয়া লিপি আৰু ভাষাৰ ক্ষেত্ৰত কটকী আৰু ডক্টৰ বাণীকান্ত কাকতিদেৱে যি অৱিহণা যোগাই থৈ গ'ল সি তুলনাবিহীন।

কটকীদেৱৰ সৃষ্টি ধৰ্মী ৰচনা 'মুৰলী' কবিতাৰ পুথি ১৯২৫ চনত প্ৰকাশ পায়। এই পুথিখন ৭ম আৰু ৮ম শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীৰ পাঠ্যক্ৰম হিচাপে বহু বছৰ চলিছিল। ১৯২৫ চনতে তেওঁৰ "তত্ত্ব আৰু তন্ত্ৰ" নামৰ পুথিখনি ওলায়। এই পুথিখনিত অসমৰ বিবিধ পুৰাতত্ত্ব আৰু প্ৰত্নতত্ত্ব সামগ্ৰীৰ সূক্ষ্ম আলোচনা কৰা হৈছে। 'ত্ৰিবেণী' নামৰ পুথিখনি মধ্য ইংৰাজী বিদ্যালয়ৰ পাঠ্য-পুথি হিচাপে বহুকাল চলিছিল। ১৯২৭ চনত কটকীদেৱৰ ৰচিত "হেমচন্দ্ৰ বৰুৱাৰ জীৱন চৰিত" পুথিখনি অসম ছাত্ৰ সন্মিলনে প্ৰকাশ কৰি উলিয়ায়।১৯৩১ চনত কলিকতা বিশ্ববিদ্যালয়ে এই জীৱনী পুথিখনি প্ৰৱেশিকাৰ পাঠ্যক্ৰম হিচাপে মঞ্জুৰ কৰে। তেওঁৰ আন আন কিছুমান ৰচনা, হ'ল—শিলৰ কলি, অসমৰ পুৰণি ভাস্কৰ শিল্প, অসমীয়া ভাষা সংকেত, মাধুৰী, অসমীয়া সাহিত্য কোষ (সম্পাদিত) সাহিত্য সম্ভাৰ, সত্যনাথ বৰাৰ জীৱন চৰিত, অসমৰ প্ৰাচীন তত্ত্ব, ৰাসক্ৰীড়া নাট, অসমৰ পুৰাতত্ত্ব আৰু স্থাপত্যৰ ধ্বংসাৱশেষ।

শৰ্মা কটকীৰ কেইটামান বাছকবনীয়া প্ৰবন্ধ হ'ল অসমীয়াৰ নৌ-বিদ্যা, পুতলা নাচ, অসমৰ প্ৰাচীন নৃত্যভঙ্গী, নৱম শতিকাৰ ধ্বংসাৱশেষৰ আৱিষ্কাৰ, অসমৰ পুৰণি শিল্পকলা, অসমৰ মূৰ্তি আৰু ভাস্কৰ্য, নালন্দাৰ ধ্বংসাৱশেষ, বিলাতী খেল, শ্ৰীসূৰ্য পাহাৰৰ পুৰাতত্ত্ব, প্ৰাচীন অসমৰ ধনবস্তুৰ ক-খ।

অসমীয়া জাতিৰ পৰম সৌভাগ্য যে অসমৰ এটি বিশেষ প্ৰয়োজন সন্ধিক্ষণত সৰ্বেশ্বৰ কটকীৰ দৰে এজন বিৰাট সম্ভাৱনাপূৰ্ণ পণ্ডিত গৱেষকৰ জন্ম হৈছিল। কালে সোনকালে হাত নিদিয়া হ'লে, তেওঁৰ পৰা অসমীয়া জাতিয়ে আৰু বহুতো পালেহেঁতেন।

কটকীদেৱ আছিল প্ৰকৃত শিক্ষক, আদৰ্শবান শিক্ষক। তেওঁৰ অন্যতম জ্ঞানী গুণী শিষ্য সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাদেৱে তেওঁৰ উচ্চাভিমত দাঙি ধৰি কৈছে—"সৰ্বেশ্বৰ কটকী আৰু উমেশচন্দ্ৰ চৌধাৰী আৰু কিছুদিন জীয়াই থকা হ'লে অসম সাহিত্য সভাৰ সভাপতি অনায়েসে হ'লহেঁতেন। পণ্ডিত হেমচন্দ্ৰ গোস্বামী আৰু সৰ্বেশ্বৰ কটকী প্ৰত্নতত্ত্বৰ বস্তুবোৰ বুটলি ফুৰিছিল। কটকীছাৰে পঢ়াওঁতে প্ৰাণ সঞ্চাৰ কৰিব পাৰিছিল।"

অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাই কটকী ডাঙৰীয়াক সহকৰ্মী হিচাপে কলেজিয়েট হাইস্কুলত কিছুদিন লগ পাইছিল। তেওঁৰ প্ৰকৃতি সম্পৰ্কে অধ্যাপক শৰ্মাই কৈছে—"শৰ্মা কটকী সদায় সময় মতে স্কুললৈ আহিছিল। শিক্ষকৰ জিৰণি কোঠাত কাৰো বিৰুদ্ধে কোনো কথা নকৈছিল আৰু আজৰি সময়ত এচুকত বহি একান্তমনে কিতাপ পঢ়িছিল।"

অসমৰ বিশিষ্ট প্ৰাত্নতাত্ত্বিক আৰু গৱেষক ডক্টৰ প্ৰতাপ চন্দ্ৰ চৌধুৰীদেৱে শৰ্মা কটকীৰ সম্পৰ্কত অভিমত প্ৰকাশ কৰি প্ৰাত্নতাত্ত্বিক হিচাপে কটকীদেৱৰ স্থান ৰায়বাহাদুৰ কনকলাল বৰুৱা আৰু পণ্ডিত হেমচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ পিছতে বুলি নিৰ্ণয় কৰিছে। ডক্টৰ চৌধুৰীৰ মতে গোৱালপাৰাৰ শ্ৰীসূৰ্য পাহাৰৰ ঐতিহ্যমণ্ডিত শিল্প-ভাস্কৰ্যসমূহ কটকীদেৱে প্ৰথম পোহৰলৈ আনে। ❑

# হৰেন্দ্ৰ নাথ কলিতা

জয়শ্ৰী কলিতা দাস

অসমীয়া সাহিত্যত স্বৰ্গীয় হৰেন্দ্ৰ নাথ কলিতা এটি স্মৰণীয় নাম। 'আৱাহন' যুগৰ প্ৰথম চাম গল্প লেখকসকলৰ ভিতৰত এগৰাকী উল্লেখযোগ্য গল্প লেখক হ'ল স্বৰ্গীয় হৰেন্দ্ৰ নাথ কলিতা। তেওঁ আছিল একেধাৰে গল্প লেখক আৰু শিশু সাহিত্যিক। 'হৈমৱতী বৰকাকতী' ছদ্ম নামেৰেও তেখেতে বহু প্ৰবন্ধ-পাতি ৰচনা কৰিছিল। সদায় অতি সুন্দৰ পৰিপাটি শুভ্ৰ সাজ-পাৰ পৰিহিত নাতি উচ্চ সুন্দৰ সুঠাম সদা হাস্য মুখৰ ব্যক্তি আছিল হৰেন্দ্ৰ নাথ কলিতা। আৰু সেইবাবেই কলিকতাতে বহুতেই তেওঁক 'প্ৰিন্স' নামেৰে অভিহিত কৰিছিল।

এইজনা প্ৰথিতযশা সাহিত্যিকৰ জন্ম হৈছিল নলবাৰী জিলাৰ 'আৰকমৌ' গাঁৱত। তেখেতে কলেজিয়েট স্কুল আৰু পিছত কটন কলেজত পঢ়িছিল। ১৯২৪-২৬ চনত কলেজিয়েট স্কুলৰ ছাত্ৰ একতা সভাৰ সম্পাদক আৰু 'ডিবেটিং' ক্লাবৰ সম্পাদক আছিল। তেতিয়া ছপা আলোচনী নথকাত হাতে লিখা আলোচনী 'সেউতী' উলিয়াই ছাত্ৰসকলৰ মাজত চলাইছিল। ১৯২৮ চনত তেওঁ অসম ছাত্ৰ সন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সহকাৰী সম্পাদক আছিল আৰু তাৰ মেনেজাৰ হৈ অসমীয়া ভাষা সংস্কৃতিৰ বাবে প্ৰচাৰ কাৰ্য চলাইছিল। ১৯২৪-২৯ চনত তেওঁ গুৱাহাটী একতা সভাৰ সম্পাদক আছিল।

১৯২৭-২৯ চনত বজিয়া-নলবাৰী গাঁৱলীয়া ছাত্ৰ সন্মিলন স্বৰ্গীয় কলিতাই নিজেই গঠন কৰে আৰু ১৯২৯ চনলৈকে তাৰ সাধাৰণ সম্পাদকৰ কাম চলায়। ১৯২৭-২৯ চনলৈকে তেওঁ গুৱাহাটী কটন কলেজ এ. এছ. এল. ক্লাবৰ সম্পাদক আছিল।

স্বৰ্গীয় হৰেন্দ্ৰ নাথ কলিতাই ১৯২৭-২৮ চনত ইঞ্জিনিয়াৰিঙৰ চাৰি বছৰীয়া 'ডিপ্লোমা কোৰ্চ' শেষ কৰি হাওৰাত ৰেলৰ ইঞ্জিনিয়াৰিং বিভাগৰ চাকৰিত যোগদান কৰে। কলিকতাত এটা স্বচ্ছল চাকৰি কৰি ওৰে জীৱন অসমীয়া মানুহক

সহায়ৰ হাত আগবঢ়োৱা স্বৰ্গীয় হৰেন্দ্ৰ নাথ কলিতাৰ কথা আজিও সেই সময়ত কলিকতাত থকা বা তেখেতক লগ পোৱা মানুহে শ্ৰদ্ধাৰে সোঁৱৰে।

১৯৪৭ চনত হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত তেখেতে কলিকতা এৰি আহিবলৈ বাধ্য হয়। ১৯২৪-২৯ চনলৈ তেওঁ গুৱাহাটী একতা সভাৰ সম্পাদক আছিল। ১৯২৯ চনত বহা উক্ত সভাৰ বাৰ্ষিক অধিৱেশনত স্বৰ্গীয় দৈবচন্দ্ৰ তালুকদাৰে অসমত ভাষা-সংস্কৃতি ৰক্ষা কৰিবলৈ হ'লে অসমত এটা সুকীয়া বিশ্ববিদ্যালয় লাগে বুলি পোন প্ৰথমে এটা প্ৰস্তাৱ উত্থাপন কৰিছিল। এইটোৱেই আছিল অসমত বিশ্ববিদ্যালয় স্থাপন সম্পৰ্কীয় প্ৰথম ৰাজহুৱা প্ৰস্তাৱ। এই প্ৰস্তাৱৰ দ্বাৰা তেওঁলোকে প্ৰস্তাৱিত বিশ্ববিদ্যালয়ৰ কাৰ্যকৰী আঁচনি এখন গ্ৰহণ কৰিবলৈ অসম ছাত্ৰ সন্মিলনীৰ সেই বছৰতে বহা সভালৈ অনুৰোধ কৰি পঠোৱা হয়। এই উদ্যোক্তাসকলৰ ভিতৰত স্বৰ্গীয় কলিতা অন্যতম আছিল।

১৯৩৫ চনত কলিকতাত "ওৱেল ফেয়াৰ লীগ"ৰ জন্ম হয়। এই লীগেই পিছত অসমৰ বিশ্ববিদ্যালয়ৰ যাৱতীয় সকলো বিষয়ৰ গুৰি ধৰে। এই 'ওৱেল ফেয়াৰ লীগ"ৰ পৰিচালনাৰ ভাৰো বহুক্ষেত্ৰত স্বৰ্গীয় হৰেন কলিতাৰ ওপৰত পৰিছিল।

"গুৱাহাটী বিশ্ববিদ্যালয় আদিকথা" নামৰ সৰু পুথিখনিৰ পাতে পাতে কলিতাই গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ প্ৰচেষ্টাত লোৱা বিভিন্ন ভূমিকাৰ কথা উল্লেখ আছে। সেই দিনবোৰৰ পুৰণি চাম লোকে বিভিন্ন ঠাইত, বিভিন্ন প্ৰবন্ধ পাতিত স্বৰ্গীয় হৰেন্দ্ৰ নাথ কলিতাই গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ বাবে আন্দোলনত কলিকতা আৰু গুৱাহাটীত কিদৰে উঠিপৰি লাগিছিল তাৰ উল্লেখ আছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্থাপনৰ কামত মনে প্ৰাণে দেহা এৰি দিছিল স্বৰ্গীয় মাধৱ বেজবৰুৱা আৰু স্বৰ্গীয় হৰেন কলিতাই। স্বৰ্গীয় বেজবৰুৱাই বিশ্ববিদ্যালয়ৰ প্ৰচাৰ পত্ৰ নিজেই ছপাই স্বৰ্গীয় হৰেন কলিতাক লগত লৈ খোজ কাঢ়ি খোজ কাঢ়িয়েই বিলাই ফুৰিছিল। ১৯৩৮ চনত কলিকতাত এ. এছ. এল. ক্লাবে অসমত এটা চৰকাৰী সুকীয়া বিশ্ববিদ্যালয় হ'ব লাগে বুলি প্ৰস্তাৱ গ্ৰহণ কৰে। ১৯৪০-৪১ চনত তেখেত কলিকতাৰ এ. এছ. এল. ক্লাবৰ সভাপতি আছিল।

১৯৪৩ চনত কলিকতাত "এছমিজ আৰ্টিষ্ট এছ'ছিয়েচন"ৰ জন্ম হয়। স্বৰ্গীয় মাধৱ বেজবৰুৱা আৰু স্বৰ্গীয় হৰেন কলিতা এই এছ'ছিয়েচনৰ যুটীয়া সম্পাদক

আছিল। ইয়াৰ উদ্দেশ্য আছিল গোটেই অসমতে আৰ্টিষ্ট (শিল্পী) তৈয়াৰ কৰা। সেই সময়ত কলিকতা ৰেডিঅ' কেন্দ্ৰত মাত্ৰ আধা ঘণ্টাৰ বাবেহে অসমীয়া অনুষ্ঠান প্ৰচাৰ কৰা হৈছিল আৰু তাকো অসমীয়া শিল্পী নথকাৰ অজুহাতত বঙালী শিল্পীৰ হতুৱাই ভঙা-ভঙা অসমীয়াৰে সেই কাম সমাধা কৰিছিল। ইয়াৰ ফলতে এই অনুষ্ঠানৰ জন্ম। সেই কথালৈ কলিতাদেৱে 'ব্ৰডকাষ্টিং ডাইৰেক্টৰ'লৈ এখন জাননী দি জনাইছিল "If you make the Assamese language a caricature then we will be compelled to take the help of law" ইয়াৰ পিছতে কলিকতা কেন্দ্ৰত অসমীয়া অনুষ্ঠানৰ বাবে এজন অসমীয়াক ঘোষক হিছাপে নিযুক্তি দিয়া হয়। এই অনুষ্ঠানৰ পৰাই অসমত ৰেডিঅ' কেন্দ্ৰ খোলাৰ কাৰণে বিশেষ আন্দোলন চলোৱা হৈছিল। আনকি দিল্লীলৈও সজাতি দল পঠিয়াই দাবী উত্থাপন কৰিছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ত চাকৰি কৰি থাকোঁতেই হৰেন্দ্ৰ নাথ কলিতাই গুৱাহাটী 'সবিতা সভা'ৰ সদস্য হয়। এই গুৱাহাটী 'সবিতা সভা'ৰ জন্ম হৈছিল ১৯৫৩ চনত। এই সবিতা সভাৰ প্ৰথম সভাপতি আছিল স্বৰ্গীয় ৰঘুনাথ চৌধাৰীদেৱ। সবিতা সভা বহিছিল ৰঘুনাথ চৌধাৰীৰ বাসভৱনত। স্বৰ্গীয় অতুল হাজৰিকা, ৰজনীকান্ত দেৱ শৰ্মা, বিৰিঞ্চি কুমাৰ বৰুৱা, হৰেন্দ্ৰ নাথ কলিতা আদি সবিতা সভাৰ সদস্য আছিল। এই সভাৰ মূল উদ্দেশ্য আছিল সাহিত্য আলোচনা। স্বৰ্গীয় হৰেন্দ্ৰ নাথ কলিতাদেৱে প্ৰায়ে সাহিত্য আলোচনাত ভাগ লৈছিল আৰু তেখেতে লিখা প্ৰবন্ধ পাতি পাঠ কৰি শুনাইছিল। সবিতা সভাকে ধৰি চহৰৰ অন্যান্য সাহিত্য, সংস্কৃতিমূলক অনুষ্ঠানবোৰতো তেওঁ সেৱা আগবঢ়াইছিল।

ইয়াৰ উপৰিও স্বৰ্গীয় হৰেন্দ্ৰনাথ কলিতাই মানব সেৱাৰ লগতে দেশ সেৱাতো একনিষ্ঠভাৱে ব্ৰতী হৈ পৰিছিল। নানা ৰাজহুৱা কামত লাগি থকাৰ মাজতো স্বৰ্গীয় হৰেন্দ্ৰনাথ কলিতাই অসমীয়া ভাষা-সাহিত্য আৰু সংস্কৃতিৰ সেৱা কৰিছিল। ১৯৩০ চনত কেইগৰাকীমান প্ৰবাসী অসমীয়া ছাত্ৰই কলিকতাত "মাতৃপূজাৰ অৰ্ঘ্য" নামৰ কিতাপ প্ৰকাশ প্ৰতিষ্ঠান এটি গঢ়ি তোলে। ইয়াৰ উদ্দেশ্য আছিল কিছুমান ভাল ভাল বিদেশী উপন্যাস অসমীয়ালৈ অনুবাদ কৰি প্ৰকাশ কৰা। এই অনুষ্ঠানৰ প্ৰকাশক সমিতিৰ এজন সভ্য আছিল স্বৰ্গীয় হৰেন কলিতা। এই সময়তে কলিতাই "টেল অৱ টু চিটিজ" নামৰ উপন্যাসখনি "নগৰ দুখনৰ কথা" নামেৰে অনুবাদ কৰি প্ৰকাশ কৰিছিল।

অসমীয়া সাহিত্যত শিশু সাহিত্যৰ অভাৱ উপলব্ধি কৰি স্বৰ্গীয় কলিতাই শিশুৰ উপযোগীকৈ কেইবাখনো পুথি ৰচনা কৰে। সেই কেইখন হ'ল—"আকাশৰ কথা", "চন্দ্ৰ অভিযান", "অকণিৰ বেজবৰুৱা"। "আকাশৰ কথা" আৰু " পৃথিৱীৰ সাধু"ৰ বাবে তেখেতে দুবাৰো শিশু সাহিত্যৰ ৰাষ্ট্ৰীয় পুৰস্কাৰ লাভ কৰে। পুৰণি অসমীয়া শিশু আলোচনী "পখিলা", "পাৰিজাত"তো তেখেতৰ বহু প্ৰবন্ধ সিঁচৰিত হৈ আছে। "হৈমৱতী বৰকাকতী" ছদ্ম নামেৰেও তেখেতে বহু প্ৰবন্ধ পাতি ৰচনা কৰিছিল। সামাজিক শিক্ষা বিভাগৰ উদ্যোগত পতা শিবিৰত তেখেতে "কৃষক কমল" নামৰ পুথি এখনি কৃষক শিক্ষাৰ আঁচনিৰ বাবে ৰচনা কৰে। মৃত্যুৰ পিছত প্ৰকাশিত তেখেতে লিখা আন এখনি গ্ৰন্থ হ'ল—"বৈজ্ঞানিক আবিষ্কাৰৰ কাহিনী"। 'অতীতৰ স্মৃতি' তেখেতৰ গল্পৰ পুথি। 'চিৰিয়াখানা'ৰ প্ৰথম খণ্ডৰ প্ৰকাশৰ বাবে ১৯৬২ চনত প্ৰকাশন পৰিষদে ৪,০০০ টকা মঞ্জুৰ কৰে। কিন্তু প্ৰকাশন পৰিষদৰ খেলিমেলিৰ বলি হৈ কিতাপখন প্ৰকাশ হৈ নোলাল। আনকি স্বৰ্গীয় কলিতাই হাতে লিখা পাণ্ডুলিপিটোও উদ্ধাৰ কৰিবলৈ সমৰ্থ নহ'ল। প্ৰথম খণ্ড তেনেদৰে হেৰাই যোৱাত 'চিৰিয়াখানা'ৰ ২য় খণ্ড কলিতাৰ কাগজ-পত্ৰৰ বাকচতে এলাগী হৈ পৰি ৰ'ল।

এইদৰে কলিকতাৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত লৰালৰিকৈ কলিকতা এৰি আহোঁতেও বহু লিখা এৰি থৈ অহাৰ দুখ চিৰদিনলৈ বৈ গ'ল। 'চিৰিয়াখানা'ৰ প্ৰথম খণ্ড হেৰোৱাৰ মানসিক কষ্টৰ পিছতো স্বৰ্গীয় কলিতাই নিৰুৎসাহ নহৈ মৃত্যুৰ আগমুহূৰ্তলৈ সাহিত্য সেৱাত নিজকে ব্যস্ত ৰাখি গ'ল।

১৯৪৭ চনত হিন্দু-মুছলমানৰ সাম্প্ৰদায়িক সংঘৰ্ষৰ সময়ত তেখেতে কলিকতা এৰি আহি জীৱিকাৰ স্থায়ী সংস্থানৰ সন্ধানত জীৱনৰ নানা দিশলৈ চকু দিয়ে (চাকৰি, ব্যৱসায় আৰু নিৰ্বাচন)। কিন্তু ক'তো বিশেষ খোপনি পুতিব নোৱাৰিলে। শেষত ১৯৫৫ চনত উপাচাৰ্য কৃষ্ণকান্ত সন্দিকৈদেৱে হৰেন কলিতাক মাতি আনি গুৱাহাটী বিশ্ববিদ্যালয়ৰ ছাত্ৰাবাসসমূহৰ তদাৰককৰ্তাৰ পদ এটি দিয়ে। মৰ্যাদাৰ তুলনাত নিম্নবৰ্গৰ পদ বুলি কোনো আক্ষেপ নাৰাখি স্বৰ্গীয় কলিতাই যোগদান কৰি নানা দিশৰ উন্নতিৰ প্ৰতি মনোযোগ দিয়ে।

'আৱাহন' যুগতে খ্যাতি লাভ কৰা স্বৰ্গীয় হৰেন্দ্ৰনাথ কলিতাই প্ৰাক্‌স্বাধীনতা লাভৰ কালছোৱাত সাহিত্য-সংস্কৃতি বিষয়ত অসমীয়ামূলক বিভিন্ন প্ৰকাৰে সহায় কৰাৰ কাৰণে সু-প্ৰসিদ্ধ সাহিত্যিক, সমালোচক স্বৰ্গীয় মুনীন বৰকটকীয়ে "অসমৰ

একপ্ৰকাৰ "আন অফিচিয়েল" বেচৰকাৰী সাংস্কৃতিক ৰাষ্ট্ৰদূত "এম্বেছেদৰ" স্বৰূপ আখ্যা দিছিল।

নিঃস্বাৰ্থভাবে গোটেই জীৱন সমাজৰ সাহিত্য সেৱা কৰা কলিতাদেৱে এটা স্বচ্ছল চাকৰি কৰি ওৰে জীৱন অসমীয়া মানুহক সহায়ৰ হাত আগবঢ়োৱা স্বৰ্গীয় হৰেন্দ্ৰনাথ কলিতাই কিন্তু পৰিয়ালটোৰ বাবে একো কৰিব নোৱাৰিলে। পত্নী আৰু চাৰিওজনী ছোৱালীক অসহায় অৱস্থাত এৰিয়ে ১৯৭৩ চনৰ ১ জানুৱাৰীত স্বৰ্গগামী হ'ল। তথাপিও বহু শুভাকাঙ্ক্ষী বন্ধু-বান্ধৱৰ সহায় সহানুভূতিৰে পৰিয়ালটো শেষ হৈ নোযোৱাকৈ থাকিল।

গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ নামত মনে-প্ৰাণে গা এৰি দিয়া স্বৰ্গীয় হৰেন্দ্ৰনাথ কলিতাক অৱশেষত বিশ্ববিদ্যালয়ে স্বীকৃতি দিলে। বিশ্ববিদ্যালয় ছাত্ৰ জিৰণি কোঠাটো "হৰেন্দ্ৰনাথ কলিতা ভৱন" নামেৰে নামকৰণ কৰি তেওঁৰ স্মৃতি যুগমীয়া কৰিলে। ▢

শ্ৰীমতী জয়শ্ৰী কলিতা দাস স্বৰ্গীয় হৰেন্দ্ৰনাথ কলিতাৰ প্ৰথমা কন্যা। তেওঁ কলেজত পঢ়ি থকা সময়তে অসম চৰকাৰৰপৰা কলা বিষয়ৰ উচ্চ শিক্ষাৰ লাভৰ কাৰণে নিৰ্বাচিত হৈও বাহিৰলৈ নগৈ গুৱাহাটী চাৰু কাৰু কলা নিকেতনত (Govt. School of Arts and Crafts) পাছ বছৰীয়া ডিপ্লোমা লয়। উক্ত অনুষ্ঠানৰপৰা ছোৱালী হিচাপে তেঁৱেই প্ৰথম। বৰ্তমান তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ত নৃতত্ব বিভাগত "ফটো আৰ্টিষ্ট" (Photo Artist) হিচাপে কাম কৰি আছে। ইয়াৰ উপৰিও তেওঁ পিতৃৰ দ্বাৰা অনুপ্ৰাণিত হৈ ছবি আঁকা আৰু লিখনিত মন দিয়ে। কেবাখনো আলোচনীত তেওঁ লিখা প্ৰবন্ধ, জীৱনী আদি ওলাইছে। বৰ্তমান তেওঁ "প্ৰতিমা ফাইন আৰ্ট স্কুল" নামৰ এখন আৰ্টৰ স্কুল খুলিছে। এই স্কুলখন তেওঁৰ স্বামী শ্ৰীযুত প্ৰণৱ দাসে তদাৰক কৰে।

# ড° সূৰ্যকুমাৰ ভূঞাদেৱৰ অবিস্মৰণীয় সান্নিধ্যত

চিদানন্দ দাস

ড° সূৰ্যকুমাৰ ভূঞা অসম মাতৃৰ এগৰাকী অন্যতম সুসন্তান। নামটো বহলভাৱে সুপৰিচিত। শুনিলে এজন সাম্যসৌম্য স্বাস্থ্যবান আৰু উচ্চ ব্যক্তিত্বসম্পন্ন পুৰুষৰ প্ৰতিচ্ছবি মানসপটত ভাহি উঠে।

ড° ভূঞাৰ লগত আমাৰ পৰিচয় একপ্ৰকাৰ বহুদিনীয়া বুলি ক'ব পাৰি। ১৯০৪ চনত তেওঁলোক শ্বিলঙৰ পুলিচবজাৰৰ এটা ঘৰত আছিল। আমাৰ দেউতাও অসম সচিবালয়ৰ এজন কৰ্মচাৰী হিছাপে ওচৰতে এটা ঘৰত বাস কৰি থাকোঁতে দেউতাক জানিছিল। ড° ভূঞাই লিখা MEN I HAVE MET নামৰ কিতাপখনত ইয়াৰ উল্লেখ আছে। দ্বিতীয় মহাসমৰৰ সময়ত বিশেষ চৰকাৰী কামত বৰপেটালৈ যাওঁতে দুবাৰো আমাৰ ঘৰলৈ যোৱাত সুখী হৈছিলোঁ।

১৯২৭ চনৰপৰা ১৯৩১ চনলৈ মই বি. এ. পাছ কৰালৈকে ঐতিহ্যমণ্ডিত কটন কলেজত ছাত্ৰ হিচাপে তেতিয়াৰ Old Block (বৰ্তমান ১নং কৃষ্ণকান্ত সন্দিকৈ ছাত্ৰবাস) নামে হোষ্টেলত থাকিবলৈ লৈছিলোঁ। ১৯১৮ চনত নিযুক্তি পোৱা ড° ভূঞা আছিল প্ৰথম অসমীয়া অধ্যাপক। দ্বিতীয়জন আছিল একে বছৰৰে কেইমাহমান পিছত নিযুক্তি পোৱা স্বনামধন্য ড° বাণীকান্ত কাকতি। তেখেতসকল দুয়োগৰাকীয়ে আমাক ইংৰাজী পঢ়াইছিল। ভূঞাছাৰে তেখেতৰ কোম্পানী বাগান ৰোডত থকা (বৰ্তমান এছ. কে. ভূঞা ৰোড) ঘৰৰপৰা ভাল কোট-পেণ্ট পিন্ধি মূৰত এটা Hat, হাতত এডাল লাখুটি আৰু কাষলতিৰ তলত দুখনমান কিতাপ লৈ গহীন গম্ভীৰভাৱে খোজকাঢ়ি কলেজলৈ অহা দৃশ্যটো মনত পৰিলে এতিয়াও ভাল লাগে। তেখেতে আমাক সাধাৰণ শ্ৰেণীত (General Class) ইংৰাজী পঢ়াইছিল। লগতে নিয়মীয়াকৈ Tutorial Classও লৈছিল। আমাক মাজে-সময়ে Statesman কাকতৰপৰা ভাল প্ৰবন্ধ

আৰু কিছুমান বিশিষ্টলোকৰ জীৱনী নকল কৰি লিখিবলৈ দিছিল। প্ৰথমতে এইটো ভালপোৱা নাছিলোঁ। কিন্তু পিছত ভালকৈ উপকৃত হোৱা যেন লাগিছিল। এইটো আছিল তেখেতৰ ইংৰাজী শিকোৱাৰ এটা কৌশলী ব্যৱস্থা।

কিছুদিন পাছত তেখেত Old Blockৰ অধীক্ষক হৈ আহিল। তেখেতে স্বভাৱ সুলভ কিছুমান গুণৰ বাবে অতি কৃতকাৰ্যতাৰে অধীক্ষকৰ দায়িত্ব পালন কৰিব পাৰিছিল। এদিনাখন তৃতীয় বাৰ্ষিকৰ ছাত্ৰ হোৱা বাবে হোষ্টেলৰ মেচ মেনেজাৰ হ'বলৈ কোৱাত মই কোনো আগ্ৰহ প্ৰকাশ কৰা নাছিলোঁ। কিন্তু তেখেতৰ বুজনিত আৰু মোৰ কোঠানিবাসী প্ৰথম বাৰ্ষিকৰ ছাত্ৰ অনুজপ্ৰতিম স্বৰ্গীয় জিতেন্দ্ৰ নাথ দাসে মেচৰ হিচাপ পত্ৰ আদি ৰাখিবলৈ সন্মত হোৱাত মই তেখেতৰ আদেশটো মানি মেচ মেনেজাৰৰ দায়িত্ব গ্ৰহণ কৰিলোঁ।

বোধকৰো মোক লেখাত অভ্যস্ত কৰাৰ বাবে হঠাতে এদিনাখন Historical Topography of Gauhati বিষয়ে এটা প্ৰবন্ধ লিখিবলৈ কয়। মই বিমোৰত পৰা যেন হ'লো, কিন্তু তেওঁ সহায় কৰাৰ আশ্বাস আৰু প্ৰেৰণা দিয়াত প্ৰবন্ধটো লিখিলোঁ। এইটো কটন কলেজৰ আলোচনী Cottonianত প্ৰকাশ হৈছিল। (Vol.viii No.1, September 1929 pages 30-40)। আৰু এদিনৰ কথা। হোষ্টেলৰ ছাত্ৰসকলে গুৱাহাটীৰ ওচৰতে ধাৰাপুৰ নামে ঠাইলৈ বনভোজ খাবলৈ গৈছিল। হোষ্টেল অধীক্ষক ড° ভূঞা আৰু তেওঁৰ নিচেই ওচৰ-চুবুৰীয়া আৰু বিশিষ্ট বন্ধু দৰ্শনৰ খ্যাতনামা অধ্যাপক মিঃ আৰ. আৰ. টমাছো লগত গৈছিল। সেইটো আমাৰ এটা বিশেষ আনন্দৰ দিন আছিল। তেখেতে শিক্ষা বিভাগৰ বিভিন্ন উচ্চ পদত সুখ্যাতিৰে কাম কৰাৰ পিছত অসমৰ শিক্ষাধিকাৰ হিচাপেও নিযুক্তি পাইছিল। এই বিভিন্ন পদবিলাকত তেওঁ কৃতকাৰ্যতাৰে দায়িত্ব পালন কৰি অসমৰ শিক্ষা ক্ষেত্ৰত বিশেষ অৰিহণা যোগাই থৈ যায়।

১৯৪৮ চনৰ জানুৱাৰী মাহত গুৱাহাটী বিশ্ববিদ্যালয় স্থাপন হয়। আৰম্ভণিতে অনুষ্ঠানটোৱে স্বাভাৱিকতে কিছু সমস্যাৰ সন্মুখীন হ'বলগীয়া হৈছিল। বিশেষ সমস্যাটো আছিল আগন্তুক মেট্ৰিকুলেশ্যন আৰু ল পৰীক্ষা পৰিচালনা কৰাটো। তেনে অৱস্থাত বিশ্ববিদ্যালয়ে ড° ভূঞাক অতি উপযুক্তভাৱে অস্থায়ী বিশেষ বিষয়া হিচাপে নিযুক্তি দিয়ে। তেখেত কলিকতালৈ গৈ সেই বিশ্ববিদ্যালয় সংশ্লিষ্ট কৰ্তৃপক্ষ আৰু বিষয়াক লগ ধৰেগৈ। তেওঁলোকৰ লগত সফল আলাপ-আলোচনা কৰাত তেওঁলোকে আগন্তুক মেট্ৰিকুলেশন আৰু ল পৰীক্ষাৰ সমস্ত প্ৰশ্নবিলাক যোগাৰ দিবলৈ সন্মত হৈছিল। এই সহায় পাই আমাৰ বিশ্ববিদ্যালয়ে পৰীক্ষা দুটা সুকলমে চলাই এটা বিশেষ সকাহ পাইছিল।

ড° ভূঞাৰ দৰে এজন অতি অভিজ্ঞ লোকক উপযুক্তভাৱে বাছনি কৰি এটা গুৰুত্বপূৰ্ণ দায়িত্ব দিয়াতহে এইটো সম্ভৱ হৈছিল বুলি ক'ব পাৰি।

এসময়ত আমাৰ বিশ্ববিদ্যালয়ত স্নাতকোত্তৰ মহলাত অসম বুৰঞ্জীৰ এটা বিভাগ খোলাৰ বাবে ড° ভূঞা অতি আগ্ৰহান্বিত হৈছিল। তাৰ বাবে তেখেতে অসম চৰকাৰৰ পৰা ৩৫০০০ টকাৰ এটা বিশেষ অনুদানো লাভ কৰিছিল। প্ৰথমতে বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষৰ এচামে এইটোৰ সম্ভাৱনা সম্বন্ধে সন্দিহান আছিল। কিন্তু ড° ভূঞাৰ তীব্ৰ আগ্ৰহ লক্ষ্য কৰি বিভাগটো আৰম্ভ কৰা হৈছিল। কিন্তু কিছুমান বাস্তৱজনিত কাৰণত কিছুদিন যোৱাৰ পাছতে বিভাগটো চলি নাথাকিল। এই কথাটোত ড° ভূঞাৰ অসম বুৰঞ্জীপ্ৰীতিৰ প্ৰমাণ পোৱা গৈছিল।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈদেৱে একেধাৰে ন বছৰকাল সেই পদত অধিষ্ঠিত হৈ থাকে। ১৯৫৭ চনত উচ্চ সম্মান আৰু যশস্যাৰ অধিকাৰী হৈ বিশ্ববিদ্যালয়খনৰ সুদৃঢ় ভেটি স্থাপন কৰি তেখেতে স্বেচ্ছাই আঁতৰি যায়।

তেখেতৰ পিছত ড° সূৰ্য্যকুমাৰ ভূঞা ডাঙৰীয়া অতি উপযুক্তভাৱে উপাচাৰ্য্য নিযুক্ত হয়। উক্ত পদত থাকি তেখেতে বিশেষ কৃতকাৰ্য্যতাৰে গুৰু দায়িত্ব পালন কৰিবলৈ সক্ষম হৈছিল। শিক্ষা আৰু গৱেষণা ক্ষেত্ৰত থকা দীঘলীয়া অভিজ্ঞতা, পৰিশ্ৰম আৰু উদ্যমৰ বাবে বিশ্ববিদ্যালয়খনৰ বিদ্যায়তনিক আৰু উন্নয়নমূলক কামত্তো তেখেতৰ অৰিহণা আছিল। তেখেতে সজ আচৰণ আৰু স্বভাৱসুলভ গুণৰ বাবে সংশ্লিষ্ট সকলোৰে সহায় সহযোগ লাভ কৰিছিল। অফিচৰ কোনো কাম-কাজ পিছুৱাই নথৈ সময়ৰ কাম সময়তে সম্পাদন কৰাটো তেখেতৰ এটা চাৰিত্ৰিক বৈশিষ্ট্য আছিল। কোনো গুৰুত্বপূৰ্ণ বিষয়ৰ চিঠিপত্ৰ আদি লিখিব লগা হ'লে তিনিবাৰমান কটাকুটা কৰিহে চূড়ান্তৰূপ দিয়াটো তেখেতৰ এটা অভ্যাস আছিল। সেইবাবে মাজে-সময়ে কিছু বিপাঙত পৰা যেনো পাইছিলোঁ, তেখেতে কোনো এটা বিষয় বিতংভাৱে জানি বুজি লৈহে সিদ্ধান্ত লৈছিল।

আন আন অনুষ্ঠানৰ দৰে বিশ্ববিদ্যালয়খনো নানা ধৰণৰ সমস্যাৰপৰা মুক্ত নাছিল। সেইবোৰ সমাধান কৰাৰ বাবে তেখেত সদায় চেষ্টাত আছিল আৰু সেইবোৰৰ যথাসম্ভৱ সমাধানো কৰা হৈছিল। বিশ্ববিদ্যালয়ৰ বিভিন্ন সভা-সমিতিৰ সভাপতি হিচাপে দায়িত্ব পালন কৰিবলৈ তেখেত সক্ষম হৈছিল।

পঞ্জীয়ক ফণী দত্ত ডাঙৰীয়া পৰীক্ষাসমূহৰ বিভিন্ন কামত অতি ব্যস্ত থাকিবলগীয়া হয়। কাৰ্যালয়ৰ আন বহুতো কামত তেখেত জড়িত হোৱাটো

সম্ভৱ নাছিল। সেইবাবেই পৰীক্ষাসমূহ অতি সুকলমে চলাই থাকি বিশ্ববিদ্যালয়ৰ সুখ্যাতি অৰ্জনৰ ক্ষেত্ৰত তেখেতৰ বিশেষ অৰিহণা আছে।

তেনেকুৱা এটা পৰিস্থিতিত মই দিনৌ বহু সময় ধৰি উপাচাৰ্যজনৰ লগত নানা কাম কৰিব লগা হৈছিল। এই ব্যৱস্থাটো প্ৰথমৰ পৰাই চলি আছিল। কাম-কাজত তেখেত আছিল অতি পৰিপাটি। নথি (File) প্ৰস্তুত কৰা আৰু সেইবোৰ সুচাৰুভাৱে ৰখাটোতো তেখেতৰ এটা বাপ আছিল। ইয়াৰ ফলত কাম-কাজ কৰাত বিশেষ সহায় হৈছিল। একেলগে কাম কৰি কৰ্মসুখ লাভ কৰাৰ লগতে আস্থাভাজন হোৱা যেনো পাইছিলোঁ। বোধ কৰোঁ এজন প্ৰাক্তন ছাত্ৰ বুলিয়েই তেখেতে মোক মৰমো কৰিছিল। ঘৰৰ পৰা নিয়া টিফিন খোৱাৰ সময়ত মোকো মাতি নি অলপ খাব দিছিল। এনেদৰে চলি থকাটো এটা বিশেষ সুখৰ কথা আছিল। তেখেতৰ কৃতকাৰ্যতাপূৰ্ণ কাৰ্যকাল শেষ হোৱাত সসন্মানে আৰু সুখ্যাতিৰে অৱসৰ লয়।

ইংৰাজী বিষয়ৰ ছাত্ৰ তথা অধ্যাপক হৈও ইতিহাসৰ প্ৰতি তেখেতৰ এটা গভীৰ অনুৰাগ আছিল। বুৰঞ্জী অধ্যয়ন, গৱেষণা আৰু লেখা কাৰ্য তেখেতে এটি ব্ৰত হিছাপে গ্ৰহণ কৰিছিল। ফলস্বৰূপে কঠোৰ পৰিশ্ৰম আৰু অধ্যয়ন কৰি কেবাখনো উচ্চমানৰ আহোম বুৰঞ্জীৰ সংকলন ইংৰাজীত কৰিছিল। তাৰ ফলত আমাৰ ৰাজ্যৰ আৰু আন বিভিন্ন ঠাইৰ লোকেও অসমৰ ইতিহাস সম্পৰ্কে এই পুথিবোৰৰ জৰিয়তে জ্ঞান লাভ কৰিবৰ সুযোগ পাইছিল। আহোম বুৰঞ্জী সঙ্কলনৰ ক্ষেত্ৰত তেখেতৰ পাৰদৰ্শিতা অনস্বীকাৰ্য।

দানবীৰ ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ বদান্যতাৰ ফলত কটন কলেজৰ পুথিভঁৰালৰ কাষতে নাৰায়ণী সন্দিকৈ হ'ল নিৰ্মাণ হৈ উঠে। ইয়াতেই ড° ভূঞাৰ সবল প্ৰচেষ্টাৰ ফলত Department of Historical and Antiquarian Studies নামৰ প্ৰতিষ্ঠানটো আৰম্ভ হয়। দুজন নিষ্ঠাবান কৰ্মচাৰীয়ে এই কামত তেখেতক বিশেষভাৱে সহায় কৰে। এজন ৰবপেটাৰ শিক্ষক বাসুদেৱ মিশ্ৰ আৰু আনজন গুৱাহাটীৰ কেদাৰ ৰোড নিবাসী বিশিষ্ট নাগৰিক মাধৱ চন্দ্ৰ বৰুৱা। অনুষ্ঠানটোৱে চৰকাৰৰ পৰাও অনুদান আদি লাভ কৰিছিল। কিছুদিন পিছতে ই এক চৰকাৰী প্ৰতিষ্ঠানলৈ ৰূপান্তৰিত হয়।

ড° ভূঞা আছিল ইয়াৰ প্ৰথমজনে সুদক্ষ সঞ্চালক। তেখেতে নিজে আৰু আন আন লোকৰ সহায়ত অসমৰ নানা ঠাইত সিঁচৰতি হৈ থকা বিভিন্ন বিষয়ত পুথি-পাঁজি আদি সংগ্ৰহ কৰি সেইবোৰ পৰিপাটিভাৱে সংৰক্ষণ কৰি ৰাখে। এইবোৰ গৱেষণা কাৰ্যৰ বিশেষভাৱে সহায়ক হোৱাত কিছুমান গৱেষণা আগ্ৰহী

ছাত্ৰ আৰু শিক্ষক উপকৃত হয় আৰু হৈ আছে। এই অনুষ্ঠানটো তেখেতৰ তত্ত্বাৱধানতেই ভালদৰে গঢ় লৈ উঠে। বৰ্তমানলৈকে ই এটা লেখতল'বলগীয়া অনুষ্ঠান হিচাপে চলি আছে। এবাৰ অসমৰ গৱৰ্ণৰ ছাৰ মাইকেল কীন চাহাবে এই বিভাগটোলৈ আহি সকলো চোৱা-চিতা কৰি হেনো উচ্চ প্ৰশংসা কৰিছিল। এইটো তেখেতৰ জীৱনৰ অন্যতম কীৰ্তিস্তম্ভ।

ড° ভূএগই এজন সুসাহিত্যিক হিচাপেও যশস্যা লাভ কৰিছিল। তেখেতৰ সাহিত্য চৰ্চাৰ পৰিধিও বহল। ভিন্ন ভিন্ন বিষয়ৰ ওপৰত ইংৰাজী আৰু অসমীয়াত কেইবাখনো উচ্চ মানৰ গ্ৰন্থ লিখি তেখেতে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰি থৈ গৈছে। এইটো সাৰ্বজনবিদিত, এই বিষয়ে বিতংকৈ আলোচনা কৰাৰ মোৰ যোগ্যতা নাই। তেওঁৰ সাহিত্য প্ৰতিভাৰ ফলতেই এবাৰ অসম সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হৈ অসমীয়া ভাষা ও সাহিত্যৰ ভঁৰাল টনকিয়াল কৰাৰ লগতে নিজেও নিশ্চয় গৌৰবান্বিত হৈছিল।

জীৱনৰ প্ৰায় ভাটি বয়সত গৱেষণাৰ তীব্ৰ ইচ্ছা লৈ তেখেত ইংলণ্ডলৈ যায়। বিখ্যাত ইণ্ডিয়া গ্ৰন্থাগাৰ আৰু ব্ৰিটিছ সংগ্ৰহালয়ৰপৰা আৱশ্যকীয় তথ্যপাতি সংগ্ৰহ কৰি তাত কিছু দীঘলীয়াভাৱে থাকি কঠোৰ পৰিশ্ৰম কৰি অধ্যয়ন আৰু গৱেষণা কৰি লণ্ডন বিশ্ববিদ্যালয়ৰপৰা পিএইছ, ডি ডিগ্ৰী লাভ কৰে। তাৰ পাছত উচ্চ আৰু সন্মানিত ডি-লিট্ ডিগ্ৰীও লাভ কৰিবলৈও সক্ষম হয়। তেখেতৰ এনে একাগ্ৰতা আৰু অধ্যৱসায় এটা অনুকৰণীয় দৃষ্টান্ত। এনেকুৱা এজন বহুগুণসম্পন্ন বিশিষ্ট লোকক এবাৰ অসমৰ পৰা ৰাজ্যসভাৰ সদস্য হিচাপে মনোনীত কৰি তেখেতক সন্মানিত কৰাটো এটা উচিত কাম হৈছিল বুলি মোৰ দৰে আনেও নিশ্চয় বিবেচনা কৰে। ৰাজ্যসভাৰ সদস্য হৈ থকা কালছোৱাত অসমৰ স্বাৰ্থজড়িত থকা কিছুমান বিষয়ত গুৰুত্ব দিছিল বুলি শুনা গৈছিল। এনে এজন সকলো প্ৰকাৰে উপযুক্ত ব্যক্তিক সাহিত্য, শিক্ষা, গৱেষণা আদিৰ স্বীকৃতি হিচাপে তেতিয়াৰ অসম চৰকাৰে ১৯৩৬ চনত "ৰায়বাহাদুৰ" উপাধিৰে সন্মানিত কৰিছিল। ব্ৰিটিছ চৰকাৰেও ১৯৪৬ চনত উচ্চ আৰু সন্মানিত M.B.E. উপাধি প্ৰদান কৰি তেওঁক বিশেষ স্বীকৃতি দিয়াটো এটা উল্লেখনীয় কথা।

ড° ভূএগ এজন বিশিষ্ট শিক্ষাবিদ, কৃতী গৱেষক আৰু সুসাহিত্যিক হিচাপে এটা সময়ৰ অসংখ্য ছাত্ৰ আৰু তেখেতৰ গুণমুগ্ধ বহুতো লোকৰ জীৱনৰ ওপৰত বিশেষ প্ৰভাৱ পেলোৱাটো এটা [illegible] কথা। মযো এজন প্ৰাক্তন ছাত্ৰ আৰু সহকৰ্মী হিচাপে, তেখেতৰ লগত কিছু দীঘলীয়া আৰু ঘনিষ্ঠ সম্পৰ্ক থকা

বাবে বিশেষভাৱে উপকৃত হৈছিলোঁ। এই কালছোৱাৰ মধুৰ স্মৃতি মোৰ মনত বহুদিনলৈকে সজীৱ হৈ থাকিব।

ডেখেতৰ জীৱনৰ বিভিন্ন ক্ষেত্ৰৰ কৃতিত্বসমূহে ছাত্ৰ, শিক্ষক, শিক্ষাৰ লগত জড়িত থকা লোক আৰু শিক্ষাপ্ৰেমীসকলক উৎসাহ আৰু অনুপ্ৰেৰণা যোগাই থাকিব বুলি নিশ্চয় আশা কৰিব পাৰি।

শেষত এটা গৌৰৱময় জীৱনৰ অধিকাৰী মোৰ শিক্ষা আৰু কৰ্মগুৰু বহুজন সন্মানিত ড° ভূঞাছাৰৰ স্মৃতিত আন্তৰিক ভক্তিপূৰ্ণ শ্ৰদ্ধা জ্ঞাপন কৰিবলৈ পাই নিজকে ধন্য মানিছোঁ। □

বিঃ দ্ৰঃ *লিখনিটো স্মৃতি ভিত্তিক। ত্ৰুটি-বিচ্যুতি মাৰ্জনীয়*

# মোৰ জীৱনৰ সোঁৱৰণ

দণ্ডেশ্বৰ গগৈ

১৯১২ চনৰ ১৯ নৱেম্বৰৰ দিনা আছুচাউল গাঁৱত মোৰ জন্ম হোৱাৰ কথা মাতৃদেৱীৰপৰা শুনিছিলোঁ। মোৰ পিতৃৰ নাম স্বৰ্গীয় মাধৱৰাম গগৈ আৰু মাতৃৰ নাম আছিল স্বৰ্গীয়া বৃন্দাদেৱী গগৈ। সেই সময়ত মোৰ পিতৃয়ে উত্তৰ লক্ষীমপুৰ মজলীয়া বিদ্যালয়ত প্ৰধান শিক্ষক হিচাপে শিক্ষকতা কৰিছিল। সেই অঞ্চলত তেখেত "মাধৱ পণ্ডিত" বুলিয়েই জনাজাত আছিল। ১৮৯০/৯৫ চনৰ ভিতৰত হোৱা মহামাৰী ইনফ্লুয়েঞ্জা ৰোগত তেখেতৰ প্ৰথম ভাৰ্য্যা আৰু সতিসন্ততিসকলৰ সকলোটি ঢুকোৱাত দেউতাই মোৰ মাতৃদেৱীক বিয়া কৰায়। মাতৃদেৱীৰ ঘৰ কোঁৱৰ গাঁৱত।

দেউতাই আছুচাউল গাঁৱতে যথেষ্ট মাটি সম্পত্তি কৰি বসবাস কৰি চাকৰি কৰি থকাত তেখেতে তাত প্ৰতিপত্তি স্থাপন কৰিব পাৰিছিল; সকলোৰেপৰা আদৰ সম্মানো পাইছিল। বিয়াৰ পাছত মোৰ বাইদেউক মাতৃদেৱীয়ে প্ৰথম সন্তান হিচাপে লাভ কৰে আৰু কেইবা বছৰৰো পাছতহে মোক পুত্ৰ ৰূপে লাভ কৰে। মাতৃদেৱীৰপৰাই শুনিছিলোঁ যে পুত্ৰ সন্তান লাভ কৰিবলৈ দেউতাই নানা তৰহৰ পূজা পাতলাদি কৰিছিল। এদিন অকস্মাতে দেউতাৰ লগত এজন ফকীৰৰ সাক্ষাৎ হয়। ফকীৰে দেউতাক আশীৰ্বাদ দি অতি সোনকালে এজন সুযোগ্য পুত্ৰ লাভ কৰিব বুলি কৈছিল আৰু তাৰ পাছতেই মোৰ জন্ম।

দেউতাই ১৮৯০ চন বা তাৰ আগৰেপৰা লক্ষীমপুৰ চৰকাৰী মজলীয়া বিদ্যালয়ত শিক্ষকতা কৰিছিল। স্বৰ্গীয় পাণীন্দ্ৰনাথ গগৈ আৰু স্বৰ্গীয় পদ্মনাথ গোহাঁঞি বৰুৱা তেখেতৰ খ্যাতিমন্ত ছাত্ৰ আছিল আৰু দুয়োজনেই তেখেতৰ বিদ্যালয়ৰপৰা প্ৰথমবাৰৰ বাবে অতিশয় সুখ্যাতিৰে উত্তীৰ্ণ হৈ খ্যাতি অৰ্জন কৰিছিল।

পিতৃ-মাতৃয়ে মোক অতি যত্নেৰেই লালন পালন কৰিছিল। সৰুতে মোক ছাগলীৰ গাখীৰহে খুৱাইছিল। শুনা যায় মোক মুখত ভাত দিয়া অনুষ্ঠানটো

পয়োভৰপূৰ্ণ এটি উৎসৱতে পৰিণত হৈছিল আৰু সেই উৎসৱলৈ ওচৰৰ গাঁৱৰ সকলো লোককে নিমন্ত্ৰণ কৰি আপ্যায়িত কৰা হৈছিল।

বিদ্যালয়লৈ যাবপৰা বয়স হোৱাত মোক ওচৰৰ ৩নং চুতীয়া কাউৰ প্ৰাথমিক বিদ্যালয়ত ভৰ্তি কৰাই দিছিল। সেই বিদ্যালয়ত মোক ভৰ্তি কৰোৱাৰ প্ৰধান কাৰণ আছিল সেই বিদ্যালয়খনৰ কোলামণি নামৰ খ্যাতিমন্ত শিক্ষকজন। সেইখন বিদ্যালয়ৰপৰাই মই প্ৰাথমিক বৃত্তি পৰীক্ষাত অৱতীৰ্ণ হৈছিলোঁ। কিন্তু মোৰেই দুৰ্ভাগ্য, যে সকলো বিষয়তে উচ্চ হাৰৰ নম্বৰ পোৱা সত্ত্বেও ব্যায়াম বিষয়ত ভাল কৰিব নোৱাৰাৰ বাবে, মই বৃত্তি পোৱাৰপৰা বঞ্চিত হ'লোঁ। সেই কথা মনত পৰিলে আজিও মনটো সেমেকি উঠে।

প্ৰাথমিক শিক্ষা সাং কৰি ১৯২৪ চনত মাৰ্চ মাহত উত্তৰ লক্ষীমপুৰ চৰকাৰী হাইস্কুলত ভৰ্তি হওঁ। কিন্তু অতিশয় দুৰ্ভাগ্যৰ কথা, যে আমাক নিঠৰুৱা কৰি থৈ আগষ্ট মাহত পিতৃ দেৱতা স্বৰ্গগামী হ'ল। মই সৰু ল'ৰা হিচাপে তেখেতৰ মৃত্যুৱে আমালৈ কঢ়িয়াই অনা অপূৰণীয় ক্ষতিৰ কথা তেতিয়া অনুভৱ কৰিবপৰা নাছিলোঁ। আনকি মই নিজে দেউতাৰ চিতাত অগ্নি সংযোগ কৰাৰ পাছতে তেখেতৰ অভাৱ অনুভৱেই কৰিব নোৱাৰিছিলোঁ। কাৰণ সকলো কথাতে আইতাক (মাতৃদেৱীক) বৰ ভাল পাইছিলোঁ; তেখেতৰ আদৰ যত্ন, মৰমে মোক বেছিকৈ আকৃষ্ট কৰিছিল; আইতাৰ মৰমৰ মাজত ডুব গৈ থাকি দেউতাৰ কথা পাহৰিয়ে গৈছিলোঁ।

সেই সময়ত আৰু তাৰো কিছুদিন পাছলৈকো আমাৰ ঘৰুৱা অৱস্থা বৰ টনকিয়াল আছিল। চাৰিটা ধানৰ ভঁৰাল আছিল। ১০/১৫ জনীমান খীৰতী ম'হ আছিল। গতিকে ঘৰতে যথেষ্ট গাখীৰ আছিল। প্ৰায় ১৫ বিঘা মাটি জুৰি থকা ঘৰ বাৰীত তামোল পাণ, কঁঠাল আদি উভৈনদী হৈ আছিল। লগতে আছিল বাঁহনি আৰু চুবা পাতনি।

খেতিৰ মাটিও যথেষ্ট আছিল; মাটিবোৰ অতিশয় উৰ্বৰা আছিল; সেইবাবে যথেষ্ট ধান পোৱা হৈছিল। ধান বেচি বুজন পৰিমাণৰ ধন পোৱা গৈছিল। মাছ-পুঠিৰ বাবে কোনো চিন্তাই নাছিল। পোহাৰী আৰু বেপাৰী যোৱে ঘৰতেই ধানলৈ মাছ দিছিলহি।

দেউতাৰ মৃত্যুৰ পাছত খেতি বাতি আদি চোৱা-চিতা কৰা মানুহৰ অভাৱ হোৱাত আমাৰ ঘৰৰ অৱস্থা লাহে লাহে পৰি আহিবলৈ ধৰিলে। আইতাই অকলে ইমানবোৰ কাম চলোৱা সম্ভৱ নহয়। তথাপি তেখেতে ঘৰতে থাকি বহুতো বস্তু বিক্ৰী কৰি যথেষ্ট উপাৰ্জন কৰিছিল। গতিকে মই বৰকৈ অভাৱ অনুভৱ কৰা নাছিলোঁ।

প্ৰবেশিকা পৰীক্ষাৰ সময় চাপি আহিল; ১৯৩২ চনত আমি প্ৰবেশিকা পৰীক্ষাৰ্থীসকল যোৰহাটলৈ যাব লগা হ'লোঁ। প্ৰথম বাৰৰ বাবে ঘৰৰপৰা আঁতৰলৈ যাব লগা হোৱাত মাতৃদেৱীয়ে নানা উপদেশ দিলে। তেতিয়ালৈকে মই জোতা বা চেণ্ডেল পিন্ধিয়েই পোৱা নাছিলোঁ।

আমি যোৰহাটৰ চৰকাৰী হাইস্কুলৰ হোষ্টেলত আছিলোঁগে, তাতেই যোৰহাটৰ বহুতো ছাত্ৰৰ লগত চিনাকি হৈছিলোঁ। সেই চিনাকিয়েই সময়ত গৈ গাঢ় বন্ধুত্বত পৰিণত হৈছিলগৈ।

তেতিয়া অসমৰ হাইস্কুল আৰু কলেজবোৰ কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত আছিল। এদিন কলিকতা বিশ্ববিদ্যালয়ে প্ৰবেশিকা পৰীক্ষাৰ ফলাফল ঘোষণা কৰিলে। মই M.,L.,rl,- এই তিনিটা বিষয়ত লে'টাৰ নম্বৰ লৈ প্ৰথম বিভাগত উত্তীৰ্ণ হ'লোঁ। সকলোৰেপৰা প্ৰশংসা লাভ কৰিলোঁ। প্ৰধান শিক্ষক আৰু অন্যান্য শিক্ষকসকলেও মোক উচ্চ শিক্ষাৰ বাবে গুৱাহাটীলৈ যাবলৈ উদগনি দিলে। তেতিয়া আমাৰ আৰ্থিক অৱস্থা বেয়া। বহুতো চিন্তা কৰি আইতাই কিছু মাটি বিক্ৰী কৰি মোৰ পঢ়াৰ ধন যোগাৰ কৰিলে। লক্ষীমপুৰৰ অগ্ৰজ সকলৰ লগত বদতিত জাহাজত উঠি গুৱাহাটীলৈ যাত্ৰা কৰিলোঁ। মোৰ অন্তৰত থাকিল গুৱাহাটীত উচ্চ শিক্ষা লাভৰ অকুৰন্ত হেপাহ আৰু ভৱিষ্যতে মানুহ হোৱাৰ ৰঙীন সপোন।

গুৱাহাটীৰ কটন কলেজৰ ২ নং ছাত্ৰাবাসত মই ঠাই পালোঁ। এখন বহল আৰু শিক্ষিত সমাজৰ লগত পৰিচয় হোৱাৰ সুযোগ পালোঁ। তেতিয়াৰ দিনত অসমৰ ধনী লোকৰ সন্তান সকলেই কটনত পঢ়াৰ সুযোগ পাইছিল। বহুতো ধনীলোকৰ পুত্ৰসকলৰ লগত মোৰ নিচিনা আৰ্থিক দুৰৱস্থাৰ ছাত্ৰ এজনে মাজে মাজে বৰ অসহায় বোধ কৰিছিলোঁ। কিন্তু হোষ্টেললৈ নতুনকৈ অহা ছাত্ৰসকলৰ আদৰণি সভাত মোৰ ভাষণ শুনি সকলোৱে মোক আদৰ কৰিবলৈ ধৰিলে আৰু মোৰ আৰ্থিক দুৰৱস্থাৰ কথা জানি হোষ্টেলৰ মেচৰ খৰচ ৫০ ভাগ মোক বেহাই দিছিল। তাৰ কাৰণে সেই সময়ৰ মোৰ সহপাঠীসকলৰ ওচৰত মই আজিও ঋণী হৈ আছোঁ।

কটন কলেজৰ চাৰি বছৰীয়া অধ্যায়ন কালত নিজ বুদ্ধি মত্তাৰ পৰিচয় দিব পাৰি, তদুপৰি নানা সংগঠন মূলক কামত সহযোগিতা আগবঢ়াবলৈ সুযোগ পাই গৌৰৱ বোধ কৰিছিলোঁ। সমাজৰপৰা সমাদৰো লাভ কৰিছিলোঁ। এখন বহল, শিক্ষিত সমাজত লাভ কৰা স্বীকৃতিয়ে মোক অসীম অনুপ্ৰেৰণা

যোগাইছিল। সামাজিক উপযুক্ততাৰ লগতে অধিক মানসিক উপযুক্ততা আহৰণ কৰিবলৈ মহাবিদ্যালয়ৰ পুথিভঁৰালত প্ৰায়ে গভীৰ অধ্যয়নত ব্যস্ত হৈছিলোঁ।

আই, এ, পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ সংস্কৃত ভাষাত অনাৰ্চ লৈ স্নাতক মহলাত ভৰ্ত্তি হওঁ আৰু ১৯৩৬ চনত দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ লৈ স্নাতক পৰীক্ষাত উত্তীৰ্ণ হওঁ। সেই বছৰেই কলিকতালৈ গৈ অৰ্থবিজ্ঞানত এম,এ, পঢ়িবলৈ লওঁ আৰু ১৯৩৮ চনত সুখ্যাতিৰে এম, এ, পাছ্ কৰোঁ। লগে লগেই মুৰাৰিচাঁদ কলেজত অধ্যাপকৰ পদত নিযুক্তি পাই সেই বছৰৰে ডিচেম্বৰ মাহত কলেজত যোগদান কৰি কৰ্ম জীৱন আৰম্ভ কৰোঁ।

মুৰাৰিচাঁদ কলেজত অধ্যাপনা কৰা দুবছৰীয়া কাল ছোৱাত অধ্যক্ষ আৰু পুৰণি অধ্যাপক সকলে মোক বৰ মৰম কৰিছিল। অতি সোনকালেই ছাত্ৰসকলৰ লগতো ঘনিষ্টতা গঢ়ি উঠিছিল।

১৯৪০ চনৰ অক্টোবৰ মাহৰ প্ৰথম সপ্তাহত মই কটন কলেজত অধ্যাপক হিচাপে যোগদান কৰোঁ। কটনত মোৰ শিক্ষাগুৰু স্বৰ্গীয় উমাকান্ত গোস্বামী আৰু ড° মথুৰানাথ গোস্বামীদেৱে মোক সকলো প্ৰকাৰে সহায় কৰিছিল।

১৯৪১/৪২ চনত দ্বিতীয় মহাযুদ্ধৰ সময়ত কটন কলেজৰ সকলো ছাত্ৰাবাস মিলিটেৰীয়ে অধিগ্ৰহণ কৰি হস্পিতালত পৰিণত কৰে। গতিকে কলেজৰ বাবে এক দুৰ্যোগ নামি আহে। সেই সময়ৰ অধ্যক্ষ স্বৰ্গীয় হৰ্ষ সেনে এটা মেচৰ ব্যৱস্থা কৰিবলৈ অধ্যাপকসকলক আহ্বান জনায়। সেই আহ্বানৰ পৰিপ্ৰেক্ষিতত স্বৰ্গীয় অধ্যাপক ফণীধৰ দত্ত আৰু মই আগবাঢ়ি যাওঁ আৰু টাউনৰ নানা ঠাইত ঘূৰি ছাত্ৰাবাসৰ বাবে এটা ঘৰ যোগাৰ কৰোঁ। ১৯৪২ চনৰ জুলাই মাহৰপৰা ১৯৪৫ চনলৈকে এই অস্থায়ী হোষ্টেল চলে। এই হোষ্টেলৰ বাবে আৱশ্যক হোৱা সকলো সামগ্ৰী অশেষ কষ্টেৰে যোগাৰ কৰি দিয়াৰ ফলত ছাত্ৰসকলৰ লগত ঘনিষ্টতা গঢ়ি উঠে। যুদ্ধৰ অন্তত হোষ্টেল বোৰ মিলিটেৰীয়ে আজৰাই দিয়াত ছাত্ৰসকল কলেজ হোষ্টেলৰ নিজ নিজ মেচলৈ ঘূৰি আহে। নতুন হোষ্টেলৰ চুপাৰিণ্টেণ্ডেণ্টৰ দায়িত্ব আমাৰ ওপৰত অৰ্পিত হয়। ছাত্ৰাবাসৰ পুৰণি ঐতিহ্য ঘূৰাই আনিবৰ কাৰণে আমি যথাপৰোনাস্তি চেষ্টা কৰোঁ। ১৯৪৮ চনত স্বৰ্গীয় ফণীধৰ দত্তদেৱ গুৱাহাটী বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ পদত নিযুক্তি লাভ কৰাত ২ নম্বৰৰপৰা ৫নং মেচলৈ ছাত্ৰাবাসৰ দায়িত্ব মোৰ ওপৰতে ন্যস্ত হয়। ১৯৪০ চনৰপৰা ১৯৫৩ চনৰ জানুৱাৰীলৈকে কটনত থকা কালছোৱাত কলেজৰ বিভিন্ন কামত সক্ৰিয় সহযোগিতা আগবঢ়াইছিলোঁ। হোষ্টেলৰ দায়িত্বত

থকাৰ উপৰিও কলেজৰ নামভৰ্ত্তি আৰু বিশ্ববিদ্যালয়ৰ বিভিন্ন পৰীক্ষা পৰিচালনাৰ কামত অধ্যক্ষক সহায় কৰিছিলোঁ।

১৯৫০ চনৰ ১৫ আগষ্টত ভাৰতৰ পূবাঞ্চলত হোৱা প্ৰলয়ঙ্কৰ ভূমিকম্পও পাহাৰ বাগৰি পৰি সোৱণশিৰী নদীত ভেটাৰ সৃষ্টি হৈ, গতি বন্ধ হৈ থকাৰ পাছত হঠাতে ভেটা ভাঙি পানী বাগৰি অহাত এটা বিৰাট অঞ্চল ধ্বংসৰ গৰাহত পৰে। সেই ধ্বংস হোৱা অঞ্চলত জৰীপৰ কাম কৰিবৰ কাৰণে মই ৩০ জনীয়া ছাত্ৰৰ দল এটা লৈ সোৱণশিৰী অঞ্চললৈ যাব লগা হওঁ। পায় এমাহ কাল আমি ক্ষয়-ক্ষতিৰ জৰীপ কৰি অতি কষ্টৰ মাজেৰে ঘিলামৰাত কটাব লগা হওঁ। এই জৰীপ কাৰ্যত ছাত্ৰসকলৰ কৰ্তব্য নিষ্ঠা, উদ্যম, সহিষ্ণুতা আৰু দৃঢ় মনোবল দেখি সকলোৱে ভূয়সী প্ৰশংসা কৰিছিল। অপৰিসীম কষ্টৰ মূৰত ক্ষয়-ক্ষতি সম্পৰ্কীয় এটি বিতং বিৱৰণসহ প্ৰতিবেদন চৰকাৰৰ ওচৰত দাখিল কৰা হয়। দলপতি হিচাপে প্ৰশংসাৰ ভাগ আমালৈকো আহিছিল। ইয়াৰ আগতেও আমি ২০ জনীয়া ছাত্ৰৰ এটা মৈত্ৰী দল লৈ কহিমা আৰু ইম্ফল ভ্ৰমণ কৰি উত্তৰ পূৰ্বাঞ্চলৰ অধিবাসীসকলৰ মাজত ভ্ৰাতৃত্ব জগাই তুলিবৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিলোঁ।

কটন কলেজৰ সোণালী জয়ন্তী মহোৎসৱ উদযাপন সমিতিৰো সাধাৰণ সম্পাদকৰ দায়িত্ব মোৰ ওপৰতে অৰ্পিত হৈছিল। এই উৎসৱ সাফাল্যমণ্ডিত কৰাৰ ক্ষেত্ৰত আমি আমাৰ সৰ্বশক্তি প্ৰয়োগ কৰিবলৈ অলপো কাৰ্পণ্য কৰা নাছিলোঁ।

১৯৫৩ চনত জানুৱাৰী মাহত মোক চৰকাৰে বিদ্যালয় সমূহৰ পৰিদৰ্শকৰ পদত নিয়োগ কৰে। তেতিয়া অসমত মাত্ৰ দুটাহে শিক্ষা সংমণ্ডল আছিল। এটা উজনি অসম সংমণ্ডল। নগাওঁ, দৰং, শিৱসাগৰ, লক্ষীমপুৰ আৰু নগাপাহাৰ জিলা এই সংমণ্ডলৰ অন্তৰ্গত। আনটো সংমণ্ডল আছিল নামনি অসম সংমণ্ডল। কামৰূপ, গোৱালপাৰা, খাচিয়াজয়ন্তীয়া পাহাৰ, গাৰোপাহাৰ, কাছাৰ আৰু লুচাই পাহাৰ জিলা নামনি অসম সংমণ্ডলৰ অন্তৰ্গত আছিল। মোক নামনি অসমৰ দায়িত্বত দিছিল। প্ৰায় ১২ বছৰ কাল নামনি অসম সংমণ্ডলৰ বিদ্যালয়সমূহৰ পৰিদৰ্শক হৈ থকা কালত বিদ্যালয়সমূহৰ পৰিদৰ্শন আৰু সাধাৰণ প্ৰশাসনীয় কামৰ উপৰিও বহুতো বিষয়ত সেৱা আগবঢ়াব লগা হৈছিলোঁ। বিশেষকৈ স্কাউট আন্দোলনটো সক্ৰিয় কৰি ছাত্ৰ-ছাত্ৰী সকলৰ শাৰীৰিক মানসিক আৰু নৈতিক উন্নতিৰ ক্ষেত্ৰত বিশেষ ভূমিকা গ্ৰহণ কৰিব লগা হৈছিলোঁ। তদুপৰি শাৰীৰিক বিদ্যালয় স্থাপন আৰু জিলা পুথিভঁৰাল স্থাপন আদিৰ পৰিকল্পনাৰ ক্ষেত্ৰতো

যথেষ্ট কষ্ট স্বীকাৰ কৰিব লগা হৈছিলো। ইয়াৰ পাছত কেইবছৰমান যোৰহাটত উজনি অসমৰ সংমণ্ডলৰ বিদ্যালয়সমূহৰ পৰিদৰ্শকৰূপে থাকিব লগা হওঁ।

১৯৬৫ চনত চৰকাৰে মোক অসম মাধ্যমিক শিক্ষা পৰিষদৰ সচিব পদত নিয়োগ কৰে। সেই পদত থকা সময়তে পৰীক্ষা পদ্ধতি সংস্কাৰ সাধনৰ উদ্দেশ্যে নতুন নীতি আৰু উপায় উদ্ভাৱন কৰা হয় আৰু তাত আমি কৃতকাৰ্যতাও লাভ কৰোঁ। ফলত অসমৰ শিক্ষাৰ ক্ষেত্ৰত এক নৱজাগৰণৰ সৃষ্টি হয়। সেই সময়তে ভাৰততো পৰীক্ষা পদ্ধতি সংস্কাৰ সম্পৰ্কে আন্দোলনেই গঢ়ি উঠিছিল। সেই আন্দোলনৰ দিগ্‌দৰ্শনকাৰী আছিল অসম আৰু অসমেই নতুন পৰীক্ষা পদ্ধতি উদ্ভাৱনৰ ক্ষেত্ৰত সৰ্বভাৰতীয় ক্ষেত্ৰত প্ৰথম স্থান লাভ কৰি কৃতিত্ব অৰ্জন কৰে।

১৯৬৮ চনত মই চৰকাৰী চাকৰিৰপৰা অৱসৰ গ্ৰহণ কৰোঁ আৰু তাৰ পাছতে মোক গুৱাহাটী বিশ্ববিদ্যালয়ে বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ সচিব পদত নিযুক্তি দিয়ে। সেই পদত মই সাত বছৰ কাল সেৱা আগবঢ়াওঁ। বিদ্যালয়ৰ সাধাৰণ শিক্ষাৰ সংকীৰ্ণ পৰিৱেশৰপৰা বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ শ্ৰেণীৰ বিশাল আৰু বিস্তীৰ্ণ শিক্ষাৰ গণ্ডীৰ মাজলৈ আহি উচ্চ আৰু বহল ক্ষেত্ৰত মোৰ সেৱা আগবঢ়াবলৈ সুযোগ পাওঁ। বিশ্ববিদ্যালয়ত থকা কেইবছৰ প্ৰথমে দুৰ্যোগপূৰ্ণ আছিল যদিও, আশাশুধীয়া প্ৰচেষ্টা আৰু নিৰৱচ্ছিন্ন পৰিশ্ৰমৰ ফলত ছাত্ৰ-ছাত্ৰীসকলৰ বাবে হোষ্টেলৰ আৰু অন্যান্য বহুতো সা-সুবিধা আগবঢ়াবলৈ সমৰ্থ হওঁ। সন্মান আৰু শ্ৰদ্ধা লাভ কৰোঁ।

১৯৭১/৭২ চনৰ ভাষা আন্দোলনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ ছাত্ৰ সন্থাই আগভাগ লৈছিল। সেই সময়ত ছাত্ৰ সন্থাৰ সচিব আছিল স্বৰ্গীয় প্ৰসন্ন নাৰায়ণ চৌধুৰী। তেওঁ মোক সদায় সন্মান কৰি চলিছিল আৰু আন্দোলনৰ সম্পৰ্কত নানা পৰামৰ্শ লৈছিল। আন্দোলনৰ এটা সন্মানজনক সমাধানৰ বাবে কেন্দ্ৰীয় শিক্ষামন্ত্ৰী আৰু প্ৰধান মন্ত্ৰীয়ে চেষ্টা চলাইছিল, ফলত অসম চৰকাৰৰ লগত এটা চুক্তি সম্পাদিত হৈছিল। কিন্তু বৰ দুখৰ বিষয় যে, পাছত চৰকাৰে সেই চুক্তি মতে কাম নকৰিলে।

১৯৭৪ চনত অসম চৰকাৰে মোক অসম মাধ্যমিক শিক্ষা পৰিষদৰ প্ৰথম অনাচৰকাৰী (Non official) সভাপতিৰূপে নিযুক্তি দিয়ে। ১৯৭৪ চনৰ মে' মাহত বিশ্ববিদ্যালয়ৰপৰা আহি শিক্ষা পৰিষদত যোগদান কৰোঁ। নতুন শিক্ষানীতিৰ আধাৰত মাধ্যমিক পৰ্যায়ত নতুন পাঠ্যক্ৰম আৰু পাঠ্যপুথিপ্ৰবৰ্তন কৰিবলৈ ইতিমধ্যে পৰিষদে সিদ্ধান্ত লৈছিল। কিন্তু ইয়াৰপৰা উত্তৰ হোৱা উত্তপ্ত

পৰিস্থিতিৰ সন্মুখীন হ'ব লগা হওঁ। বিজ্ঞান, সমাজ অধ্যয়ন, গণিত আৰু কৰ্ম অভিজ্ঞতা সকলো ছাত্ৰ-ছাত্ৰীৰ বাবে বাধ্যতামূলক হোৱাত কাগজে পত্ৰই বহুতো বিৰূপ সমালোচনা হ'বলৈ ধৰে; তাৰ উপৰিও উপযুক্ত পাঠ্যপুথি নথকাত আৰু শিক্ষকসকলেও নতুন বিষয়সমূহৰ পাঠদান কৰিবলৈ অসমৰ্থ হোৱা বুলি এটা জনমত গঠন হোৱাত পৰিস্থিতি জটিল হৈ পৰে। গতিকে ইয়াৰ এটা বিজ্ঞান সন্মত সমাধান বিচাৰি মই বহুতো অভিজ্ঞ শিক্ষাবিদৰ লগত আলোচনা কৰোঁ আৰু সমস্যা সমাধানৰ বাবে পাঠ্যপুথি সৰলীকৰণকে আদি কৰি বহুতো উপযুক্ত আৰু ফলপ্ৰসূ ব্যৱস্থা গ্ৰহণ কৰিব লগা হওঁ। সেই পৰিপ্ৰেক্ষিততে শিক্ষকসকলক নতুন বিষয়বোৰৰ পাঠদানৰ বাবে সক্ষম কৰি তুলিবৰ কাৰণে প্ৰশিক্ষণ দিবলৈ জিলাই জিলাই প্ৰশিক্ষণ শিবিৰ পতাৰ সিদ্ধান্ত কৰা হয়। প্ৰত্যেকখন বিদ্যালয়ৰ অন্ততঃ চাৰিজনকৈ শিক্ষকক প্ৰশিক্ষণ দিয়াৰ ব্যৱস্থা হাতত লোৱা হয়। ইয়াৰ বাবে পৰিষদৰ শিক্ষা বিষয়াসকলকো উচ্চ পৰ্যায়ৰ প্ৰশিক্ষণ দিয়াই অনা হয়। এই শিক্ষা বিষয়াসকলে বিভিন্ন জিলাৰ প্ৰশিক্ষণ শিবিৰত শিক্ষকসকলক পাঠদান সম্পূৰ্ণকৈ প্ৰশিক্ষণ দিয়ে। শিক্ষকসকলৰ বাবে প্ৰতি বিষয়ৰ হাত পুথিৰো ব্যৱস্থা কৰা হয়। ৰেডিঅ'ৰ যোগেদিও পাঠদানৰ ওপৰত আলোচনা দাঙি ধৰা হয়। এই সকলোবোৰ ব্যৱস্থা কাৰ্যকৰী কৰাৰ কাৰণে এক শকত পুঁজিৰ আৱশ্যক হয় আৰু আমি N.C.E.R.T.-ৰ পৰা এই পুঁজিৰ ধন আদায় কৰিবলৈ সমৰ্থ হওঁ। ১৯৭৪ চনৰ অক্টোবৰ মাহৰপৰা ১৯৭৫ চনৰ শেষলৈ এই সময়ছোৱাৰ ভিতৰত নতুন আঁচনিখন কাৰ্যকৰী কৰাৰ প্ৰক্ৰিয়া সম্পূৰ্ণ কৰি তোলা হয়। এই নতুন পাঠ্যক্ৰমত নতুন পৰীক্ষা পদ্ধতিত ১৯৭৬ চনত পৰীক্ষা অনুষ্ঠিত কৰি কৃতকাৰ্যতা লাভ কৰা হয়। মাধ্যমিক শিক্ষাৰ ক্ষেত্ৰত সুদূৰ প্ৰসাৰী ফল লাভ কৰি অসমে ভাৰতীয় শিক্ষা জগতত এক অভিলেখ সৃষ্টি কৰে। ইয়ে মাধ্যমিক শিক্ষা স্বয়ং সম্পূৰ্ণ হোৱাত প্ৰভূত সহায়ক হয়। শিক্ষাদান আৰু শিক্ষা সম্প্ৰসাৰণৰ ক্ষেত্ৰতেই মোৰ কৰ্মজীৱন অতিবাহিত হৈছে। গতিকে শিক্ষাৰ লগত সংশ্লিষ্ট অনুষ্ঠানৰ লগতেই মই জড়িত। তলত উল্লেখ কৰা অনুষ্ঠান সমূহৰ লগত মই জড়িত হৈ আছিলো আৰু এতিয়াও জড়িত হৈ আছোঁ :

1. **Examination Reform Committee, N.C.E.R.T.,Delhi.**
2. **Text Book Production Committee, N.C.E.R.T.**
3. **Member, Governing Body, Regional College of Education, Bhubaneswar.**
4. **Member, Executive Council Dibrugarh University and Gauhati University.**

5. Member of the Court, Dibrugarh and Gauhati University.
6. Chairman, Co-ordination Committee for Common Syllabus of Higher Secondry and P.U.Courses.
7. Chairman of the Committee for preparation of curriculam and Syllabus for Higher Secondary course including Vocations.
8. Member, University Selection Board, G.U.&D.U.
9. Member, Secretary for the Committee to Examine opening of Post Graduate classes in Cotton College.
10. Member of the Committee to study the Degree Colleges of Assam and for their retrospect.
11. Member of the Committee for Selection of V.C. of the D.U. for two occasions.
12. Member of the Assam Sanskrit Board.
13. Member of the Advisory Committee on Education formed by Govt. of Assam.
14. Member of the Higher Secondary Education Council, Assam.
15. President, State Academic Council of the Heads of High and Higher Secondary Schools, Assam.
16. President, Management Committee of the K.K.Hendique Memorial Trust(Regd.)
17. Member of G.B. of B.Barua College, Gauhati College and Permanent donor member of Handique Girls college.
18. Honorary counsellor, Bharat Scouts and Guides and member of the National Councill and Executive of the same.
19.

(a) Presided over All Assam Primary Teachers' conference.
(b) Presided over All Assam M.E. School Teachers' Conference.
(c) Presided over All Assam High School Teachers' Conference.
(d) Presided over Annual Conference of the State Academic council since its inception and as chief quest of the College Teachers' Conference.

20. Inspected about 40 Colleges under G.U. for the purpose of affiliation.
21. Attended Training Course for Community Development in Missouri, Attended All India Labour Conference etc.

মোৰ কৰ্ম জীৱনত কাম কৰাটোৱেই আছিল লক্ষ্য আৰু বৰ্তমানলৈকে বিভিন্ন স্তৰত কাম কৰি যাবলৈ ভগৱানৰ কৃপাদৃষ্টি লাভ কৰিছোঁ। সকলোবোৰেই কৰ্মৰ প্ৰতি মোৰ স্পৃহা আছিল। সেই স্পৃহা জাগিছিল গাঁৱতে। গাঁৱৰ সকলোৱে

মোক মৰমতে "মইনা" বুলি মাতিছিল। সেই আপাহতে গাঁৱৰ সকলোৰে সংস্পৰ্শলৈ আহিবলৈ সুযোগ পাইছিলোঁ আৰু সেই সুযোগকে লৈ গাঁৱৰ সকলো ৰাজহুৱা অনুষ্ঠানতে সক্ৰিয়ভাবে সহযোগ কৰিছিলোঁ। অৱশ্যে সেই সময়ৰ উত্তৰ লক্ষীমপুৰৰ ঠেক আৰু সীমিত পৰিবেশৰ মাজত নিজকে উন্নত কৰিবলৈ তেনে কোনো সুবিধা পোৱা নাছিলোঁ। কটন কলেজলৈ আহি বহল পৰিবেশত প্ৰথমতে খাপ খোৱাটো মোৰ পক্ষে সম্ভৱ নাছিল তথাপিও সময়ৰ সুযোগ গ্ৰহণ কৰিবৰ কাৰণে সদায় সচেষ্ট আছিলোঁ। তাৰ ফল স্বৰূপে মই সেৱা আগবঢ়াবলৈ এখন অতি আহল-বহল ক্ষেত্ৰ লাভ কৰিলোঁ।

কৰ্ম জীৱনৰ আৰম্ভণিৰেপৰাই ছাত্ৰ-ছাত্ৰীসকলৰ লগত মোৰ সম্বন্ধ আছিল অতি মধুৰ। কেতিয়াও কোনো কামতে ছাত্ৰ ছাত্ৰীৰ অপ্ৰিয়ভাজন হোৱা মোৰ মনত নপৰে।

মই সৰুৰেপৰা ধৰ্মভীৰু আছিলোঁ। ভগৱানৰ ওপৰত মোৰ অটল বিশ্বাস। সকলো ধৰ্মতে চিৰন্তন সত্য থকা মূল সত্যটো উপলব্ধি কৰিবলৈ চেষ্টা কৰিছিলোঁ। সেই সত্যৰ উপলব্ধি হিছাপেই সকলো মানুহেই যে ঐশ্বৰিক গুণ সম্পন্ন, সেইটো মোৰ বিশ্বাসত পৰিণত হৈছিল। গতিকে, সকলো মানুহক ভাল পোৱা আৰু সকলোৰে সুখ শান্তি আৰু মঙ্গলৰ বাবে সদায় ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰাটো মোৰ দৈনন্দিন কাৰ্যত পৰিণত হৈছিল। মই মনে প্ৰাণে বিশ্বাস কৰোঁ, যে এদিন পৃথিৱীত ৰামৰাজ্য প্ৰতিষ্ঠা হ'ব— যি দিনা সকলো মানুহেই নিজ অন্তৰ্নিহিত ঐশ্বৰিক গুণৰ প্ৰতীক বুলি উপলব্ধি কৰি সকলো ধৰণৰ হিংসা ঈৰ্ষা, কপটতা পৰিহাৰ কৰিব আৰু সকলোৰে সুখত আনন্দ আৰু আনৰ দুখত দুখ পাব। যদিও বৰ্তমানৰ জটিলতাপূৰ্ণ জগতত এই বিশ্বাসে কাম কৰা নাই, তথাপি জীৱনৰ লক্ষ্য হিছাপে, তাৰ বাবেই কাম কৰি যাবলৈ মই প্ৰতিশ্ৰুতিবদ্ধ আৰু সেই বাবে কেতিয়াও চেষ্টাৰ ত্ৰুটী নহ'ব।

আজি জীৱনত এইখিনি আনন্দ লাভ কৰিবলৈ সমৰ্থ হৈছোঁ, যে মই যি যি কৰ্মক্ষেত্ৰত মোৰ সেৱা আগবঢ়াইছিলোঁ, সেই সকলো ক্ষেত্ৰতে কৰ্মচাৰী সকলৰ মই প্ৰিয়ভাজন হ'ব পাৰিছিলোঁ আৰু তেওঁলোকৰ শ্ৰদ্ধা মৰম পাইছিলোঁ। আজিও সকলোৰেপৰা সেই সন্মান, শ্ৰদ্ধা, মৰম মই পাই আছোঁ আৰু তাকে ভাবি মোৰ অন্তৰ আনন্দেৰে ভৰি পৰে। বিগত কালছোৱাৰ কৰ্মজীৱনৰ অভিজ্ঞতাই মোক বৰ্তমানেও বিভিন্ন কৰ্মক্ষেত্ৰত সেৱা আগবঢ়াই যাবলৈ উদগনি যোগাইছে। আশা কৰোঁ জীৱনৰ বাকী থকা দিন কেইটাত নিঃস্বাৰ্থভাবে কাম কৰি, সকলোৰে আনন্দত আনন্দ লাভ কৰিব আৰু দুখত দুখ অনুভৱ কৰিব পাৰিম। ❑

# অসমৰ পুৰাতত্ত্বৰ গৱেষণা আৰু প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথ

প্ৰফুল্ল কুমাৰ নাথ

অসমৰ সাহিত্য-সংস্কৃতি, ইতিহাস, প্ৰত্নতত্ত্ব, ধৰ্ম-দৰ্শন, মহাপুৰুষীয়া ঐতিহ্য, লোকসাহিত্য, ব্যঙ্গসাহিত্য ইত্যাদি বিবিধ দিশত নিৰলস সাধনা, গৱেষণা আৰু মননশীলতাৰ যোগেদি জাতীয় সাহিত্যৰ ভঁৰাল চহকী কৰি যোৱা এগৰাকী নীৰৱ সাধক তত্ত্বভূষণ ৰাজমোহন নাথৰ জন্মৰ এশ বছৰ পাৰ হৈ গ'ল। ১৮৯১ চনৰ ৩ এপ্ৰিলত জন্ম গ্ৰহণ কৰি শিৱপুৰ ইঞ্জিনীয়াৰিং কলেজৰপৰা সুখ্যাতিৰে ইঞ্জিনীয়াৰিং ডিগ্ৰী লৈ এইজন অসমপ্ৰেমী বঙ্গভাষী পণ্ডিতে ওৰেটো জীৱন অসমৰ স্থাপত্য-ভাস্কৰ্য-শিলালিপিৰ বুকুৰপৰা অসমৰ সাতামপুৰুষীয়া ঐতিহ্য আৰু সংস্কৃতি পুনৰুদ্ধাৰৰ কাৰণে যি নিৰলস সাধনা কৰি গ'ল, সেয়া প্ৰতিজন অসমবাসীৰ বাবেই শ্ৰদ্ধাৰে সোঁৱৰণ কৰিবলগীয়া বিষয়।

সৰুৰেপৰাই আৰ্থিক অনাটনৰ মাজেৰে জীৱন অতিবাহিত কৰিবলগীয়া হৈছিল যদিও অধ্যয়নশীল মনোভাৱৰ বাবে তেওঁ অতি ব্যস্ততাপূৰ্ণ জীৱন-যাপন কৰিছিল। অৱাৱত সময় খৰচ কৰাৰ পৰিবৰ্তে তেওঁ ইতিহাস আৰু ধৰ্মগ্ৰন্থ ইত্যাদি অধ্যয়নত মনোনিবেশ কৰিছিল। তেওঁৰ পিতৃ গোবিন্দ নাথ এগৰাকী পৰম ধাৰ্মিক আৰু অধ্যয়নপ্ৰিয় ব্যক্তি আছিল। দেউতাকৰ ধৰ্মীয় অনুৰাগ আৰু অধ্যয়নস্পৃহাৰ প্ৰভাৱ ৰাজমোহনৰ ওপৰতো পৰে। বৃত্তিত অভিযন্তা হৈয়ো সেয়ে তেওঁ পুৰাতত্ত্ব, ভাষাতত্ত্ব, ভাৰতত্ত্ব ইত্যাদি বিভিন্ন দিশলৈ গভীৰভাৱে আকৰ্ষণ অনুভৱ কৰে আৰু সেয়ে সময়ত তেওঁক এগৰাকী খ্যাতনামা ভাৰতীয় পণ্ডিতৰ শাৰীত অধিষ্ঠিত কৰে। তেওঁৰ মাতৃভাষা বঙলা আছিল যদিও অসমীয়া ভাষাতো অগাধ দখল আছিল। সেইদৰে হিন্দী, সংস্কৃত, ইংৰাজী ইত্যাদি ভাষাও তেওঁ ভালদৰে আয়ত্ত কৰি লৈছিল।

১৯২৭ চনত গড়কাপ্তানী বিভাগত কৰ্মজীৱন আৰম্ভ কৰি উক্ত বিভাগৰ অধীক্ষক অভিযন্তাৰ দৰে গুৰুত্বপূৰ্ণ উচ্চ পদত অধিষ্ঠিত হৈয়ো ৰাজমোহন নাথে সমান্তৰালভাৱে অধ্যয়নকৰ্ম নিয়াৰিকৈ চলাই গৈছিল। ১৯৫৪ চনত তেওঁ অসমৰ 'কাৰিকৰী শিক্ষাৰ বিশেষ বিষয়া' আৰু ১৯৫৪-৫৬ চনৰ কালছোৱাত অসম ইঞ্জিনীয়াৰিং ইনষ্টিটিউটৰ অধ্যক্ষ পদতো কাৰ্যনিৰ্বাহ কৰি কাৰিকৰী শিক্ষাৰ গুৰি ধৰিছিল।

চাকৰি জীৱনৰ সমান্তৰালভাৱে ৰাজমোহন নাথে ইতিহাস অধ্যয়ন, প্ৰত্নতাত্ত্বিক গৱেষণা আৰু সাহিত্য সাধনাৰ দিশতো গভীৰভাৱে মনোনিৱেশ কৰি ভালেমান গুৰুত্বপূৰ্ণ সৃষ্টিৰে অসম তথা ভাৰতৰ বিদ্বৎমণ্ডলীৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ৰাজমোহন নাথৰ বহুমুখী প্ৰতিভাৰ বাবেই সেই সময়ৰ অসম বঙ্গ আৰু সৰ্বভাৰতীয় পৰ্যায়ৰ ভালেমান শীৰ্ষস্থানীয় শিক্ষামোদী অনুষ্ঠানৰ সন্মানীয় সদস্য পদ তেওঁ লাভ কৰিছিল। এনে অনুষ্ঠানৰ ভিতৰত কামৰূপ অনুসন্ধান সমিতি তথা আসাম ৰিচাৰ্চ চচায়িটিৰ সদস্য, বেঙ্গলৰ ৰয়েল এচিয়াটিক ৰিচাৰ্চ চচায়িটিৰ সদস্য, কলকতাৰ 'ৰয়েল লাইব্ৰেৰী'ৰ সদস্য, কলকতাৰ 'ইণ্ডিয়ান ৰিচাৰ্চ চচায়িটিৰ আজীৱন সদস্য ইত্যাদি। তদুপৰি তেওঁ ১৯৫৮ চনত অনুষ্ঠিত অসম সাহিত্য সভাৰ তিনিচুকীয়া অধিবেশনৰ বুৰঞ্জী সন্মিলনীৰ সভাপতি আৰু ১৯৬১ চনৰ বঙ্গীয় সাহিত্য পৰিষদৰ নবদ্বীপ অধিবেশনৰ সভাপতিৰ আসন অলংকৃত কৰিবলৈ সক্ষম হৈছিল। অসমীয়া আৰু বঙলা উভয় ভাষাত থকা পাণ্ডিত্যৰ ই এক স্বীকৃতি মাথোন।

পাশ্চাত্যৰ প্ৰত্নতত্ত্ব-বিশাৰদ আব্ৰাহাম কানিংহাম চাহাবৰ উদ্যোগত ভাৰতবৰ্ষত ·পোনপ্ৰথমে ১৮৩৪ চনত প্ৰত্নতাত্ত্বিক খননকাৰ্য আৰম্ভ হয় যদিও এই কাৰ্যই তেতিয়াই চৰকাৰীভাৱে অনুমোদন লাভ কৰা নাছিল। পৰৱৰ্তী কালত সুদীৰ্ঘ যুঁজ-বাগৰৰ অন্তত ১৮৭১ চনত ভাৰতত 'প্ৰত্নতাত্ত্বিক জৰীপ বিভাগে' জন্ম লাভ কৰে। তাৰ পিছৰপৰাই ভাৰতবৰ্ষত পুৰাতাত্ত্বিক জৰীপ কাৰ্য আৰম্ভ হয় যদিও বিংশ শতিকাৰ প্ৰথম দশকলৈকে অসমত এই দিশত বিশেষ কোনো কাম হোৱা নাছিল। ১৯১০ চনত লৰ্ড কাৰ্জনৰ উদ্যোগত পুৰাতত্ত্ব সংৰক্ষণী আইন জৰুৰীভাৱে গৃহীত হোৱাত অসমতো ভালেমান পুৰাতাত্ত্বিক গুৰুত্বপূৰ্ণ স্থান সংৰক্ষণৰ দিহা কৰা হয়। ১৯১২ চনৰ ১২ এপ্ৰিলত 'কামৰূপ অনুসন্ধান সমিতি'ৰ জন্মই অসমৰ পুৰাতাত্ত্বিক গৱেষণাৰ দিশত বিশেষ গুৰুত্বপূৰ্ণ ভূমিকা

গ্ৰহণ কৰে। মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য, পদ্মনাথ ভট্টাচাৰ্য বিদ্যাবিনোদ আদিৰ দৰে বিদ্বৎ মণ্ডলীৰ তত্ত্বাবধান আৰু ইতিহাসবিদ এডোৱাৰ্ড গেইট আদিৰ দৰে বিদ্বৎ লোকৰ পৃষ্ঠপোষকতাত অসমৰ সেইসময়ৰ কেইবাগৰাকীও বৰেণ্য পণ্ডিতে সক্ৰিয়ভাৱে অংশগ্ৰহণ কৰি অসমৰ পুৰাতত্ত্বৰ গৱেষণাৰ দিশত গুৰুত্বপূৰ্ণ পদক্ষেপ গ্ৰহণ কৰে। হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, সৰ্বেশ্বৰ শৰ্মা কটকী, সোণাৰাম চৌধুৰী, সূৰ্যকুমাৰ ভূঞা আদিৰ দৰে পণ্ডিতৰ গৱেষণাই সেই সময়ত অসমৰ প্ৰত্নতাত্ত্বিক চিন্তা-চৰ্চাত বিশেষ ৰৰঙণি আগবঢ়ায়। 'আসাম ৰিচাৰ্চ চোচায়িটি'ৰ গৱেষণা পত্ৰিকাত প্ৰকাশিত বিভিন্ন গৱেষণামূলক প্ৰবন্ধবোৰে অসমৰ স্থাপত্য, ভাস্কৰ্য, শিলালিপি ইত্যাদি বিভিন্ন দিশৰ পুৰাতাত্ত্বিক দিশত জনসাধাৰণৰ চকু মুকলি কৰি দিয়ে।

বিশিষ্ট প্ৰত্নতত্ত্ববিদ ৰাখালদাস বন্দোপাধ্যায়ৰ নেতৃত্বত ১৯২৫ চনত সংঘটিত হোৱা তেজপুৰৰ দ পাৰ্বতীয়া আৰু বামুণী পাহাৰৰ প্ৰথমটো প্ৰত্নতাত্ত্বিক খনন কাৰ্যৰ যোগেদি অসমে সৰ্বভাৰতীয় পৰ্যায়ত বিশেষ দৃষ্টি আকৰ্ষণ কৰিবলৈ সক্ষম হয়। তাৰ পাছতেই সৰ্বেশ্বৰ কটকী, ৰাজমোহন নাথ আদিয়ে অসমৰ পুৰাতাত্ত্বিক গৱেষণাৰ দিশত বিশেষ অগ্ৰণী ভূমিকা গ্ৰহণ কৰে। গড়কাপ্তানি বিভাগৰ কামত যোগদান কৰাৰ পিছত ইতিহাস, দৰ্শন আৰু পুৰাতত্ত্বৰ একনিষ্ঠ গৱেষক ৰাজমোহন নাথে অসমৰ বিস্মৃতিৰ গৰ্ভত লুকাই থকা অতীত অসমৰ বিভিন্ন মানৱগোষ্ঠীৰ ইতিহাস আৰু ধৰ্ম-সংস্কৃতিৰ বিষয়ে জানিবৰ বাবে অতিশয় আগ্ৰহী হৈ পৰিছিল। অসমৰ প্ৰাচীন ঐতিহ্য আৰু ইতিহাসৰ সৈতে জড়িত ভাস্কৰ্য আৰু শিলালিপিসমূহে যেন তেওঁক দূৰৈৰ পৰা হাতবাউল দি মাতিছিল। সেয়ে তেওঁ নিঃসংকোচে দেওলগা শিল-ইটা, ভাস্কৰ্য আৰু দেৱ-দেৱীৰ মূৰ্তিবোৰ লিৰিকি-বিদাৰি চাই তাৰ বুকুত লুকাই থকা ইতিহাস জানিবৰ বাবে ব্যগ্ৰ হৈ উঠিছিল। সেইবোৰৰ চিন্তাই নাথ ডাঙৰীয়াৰ চকুৰ টোপনি হৰিছিল, দিনে-নিশাই ভাস্কৰ্য, শিলালিপিৰ উদ্ধাৰ, সংৰক্ষণ আৰু গৱেষণাত গভীৰভাৱে মনোনিৱেশ কৰি বিভিন্ন গৱেষণা পত্ৰিকাত সেইবোৰৰ বিষয়ে লিখি বিশ্বৰ পণ্ডিত সমাজৰ দৃষ্টি আকৰ্ষণ কৰিছিল।

কনকলাল বৰুৱাৰ সান্নিধ্যই ৰাজমোহন নাথক ইতিহাস আৰু সংস্কৃতি অধ্যয়নৰ প্ৰতি অধিক আকৰ্ষিত কৰিছিল। নগাঁও আৰু যোৰহাটত থকা কালছোৱাত ৰাজমোহন নাথে পুৰাতত্ত্বৰ গৱেষণা আৰু সাহিত্য-চৰ্চাৰ দিশত ভালেমান গুৰুত্বপূৰ্ণ কাম কৰিছিল।

অসমৰ বৈষ্ণৱ সাহিত্য অধ্যয়ন আৰু সম্পাদনাৰ ক্ষেত্ৰত ৰাজমোহন নাথৰ অধ্যৱসায় স্বীকাৰ কৰিবলগীয়া। বৰগীত, ভক্তিৰত্নাকৰ, শংকৰদেৱ-মাধৱদেৱৰ চৰিত প্ৰভৃতিৰ লগতে কালীয় দমন নাটক আদিৰ সম্পাদনাৰ যোগেদি পুৰণি অসমীয়া সাহিত্যৰ অধ্যয়ন আৰু গৱেষণাৰ ক্ষেত্ৰত ৰাজমোহন নাথ ডাঙৰীয়াই বিশেষ খ্যাতি লাভ কৰিবলৈ সক্ষম হৈছিল।

আসাম ৰিচাৰ্চ চোচায়িটিৰ জাৰ্ণেলত প্ৰত্নতাত্ত্বিক ৰাজমোহন নাথে লিখা তথ্যপূৰ্ণ গৱেষণামূলক লিখনিসমূহৰ ভিতৰত তলত উল্লেখ কৰা লিখনিকেইটি বিশেষভাৱে উল্লেখযোগ্য।

(ক) Ruins of Siva Temple of Numaligarh, (Vol. I, II, April, 1934)
(খ) Antiquities of Kapili and Jamuna Valley (Vol. No. I, II, 1937, Vol. VIII No. 3)
(গ) Further Antiquities of the Kapili and Jamuna Valley (Vol. VIII, No. 3, 1941)
(ঘ) Ruins of Na-bhanga (Vol. VIII, No. 2, 1938)
(ঙ) Deopani Ruins (Vol. VIII, No. 4, 1938)
(চ) Sankaracharya and Buddhism in Assam (Vol. V, No. 1, 2, 1941)
(ছ) Kandali and Kandoli Kingdom (Vol. VIII, No. 1)

ৰাজমোহন নাথে কপিলী-যমুনা উপত্যকাৰ বিবিধ প্ৰত্নতাত্ত্বিক সমলৰাজিৰ বিষয়ে গৱেষণা কৰি প্ৰকৃতিৰ বুকুত লুকাই থকা ভালেমান আপুৰুগীয়া সম্পদ উদ্ধাৰ কৰি সেইবোৰৰ পুৰাতাত্ত্বিক গুৰুত্বৰ বিষয়ে ভালেমান গুৰুত্বপূৰ্ণ প্ৰবন্ধ লিখিছিল। নুমলীগড়ৰ শিৱমন্দিৰৰ ভগ্নাৱশেষ, ন-ভঙাৰ ভগ্নাৱশেষ আৰু দেওপানীৰ ভগ্নাৱশেষ উদ্ধাৰ কৰি সেই বিষয়ে লিখা প্ৰবন্ধসমূহে অনুসন্ধিৎসু গৱেষকসকলক যথেষ্ট পৰিমাণে অনুপ্ৰাণিত কৰিছিল। তেওঁৰ কন্দলী ৰাজ্য সম্পৰ্কীয় পুৰাতাত্ত্বিক গৱেষণাৰ অন্যতম গুৰুত্বপূৰ্ণ অৱদান হৈছে 'কন্দলী ৰাজ্য' শীৰ্ষক গ্ৰন্থখনি। তেওঁৰ ধাৰণা যে কন্দলী মৌজাৰ কন্দলী পাহাৰ, কন্দলী পথাৰ, কঠিয়াতলী, ননৈ, দীঘলদৰী, পেটবোৰা আৰু কামপুৰ সমন্বিতে সেই বিস্তৃত অঞ্চলটোৱেই পুৰাণ শাস্ত্ৰাদিত উল্লিখিত 'নাৰী ৰাজ্য'। নাথ ডাঙৰীয়াই পুৰণি শাস্ত্ৰত উল্লিখিত সেই ৰহস্যময়ী নাৰী ৰাজ্যকেই নীতিকাব্যত উল্লিখিত কন্দলী ৰাজ্য হিচাপে চিহ্নিত কৰি 'কন্দলী ৰাজ্য' গ্ৰন্থত লিখিছে ঃ

'নগাঁও চহৰৰ প্ৰায় ১১ মাইল পূৱত কন্দলী নামে এটা মৌজা আছে। সেই মৌজাৰ ঠায়ে ঠায়ে প্ৰাচীন মন্দিৰৰ নিদৰ্শন, হৰ-পাৰ্বতীৰ ভগ্নমূৰ্তি আৰু শিৱলিংগ পোৱা গৈছে। ভৱকা আৰু কন্দলীৰ মধ্যৱৰ্তী স্থানত ২,৫৪৬ ফুট ওখ কমলা দেৱীৰ পৰ্বত আছে। এই পৰ্বতৰ ওপৰত প্ৰাচীন মন্দিৰ আৰু পুখুৰীৰ ধ্বংসাৱশেষ দেখিবলৈ পোৱা যায়। স্থানীয় লোকসকলে আজিও ভয় আৰু ভক্তিৰে সেই পৰ্বতক উদ্দেশ্য কৰি সেৱা-সৎকাৰ জনাই থাকে। কালিকা পুৰাণত এই কমলা দেৱীৰ স্থানক 'ৰক্তপীঠ' বুলি উল্লেখ কৰা আছে আৰু এই পৰ্বতৰ দক্ষিণ-পূবে আন এটা পৰ্বতত 'হেৰুক' নামৰ শিৱলিংগ আছে বুলি উল্লেখ আছে। এই পৰ্বত বৰ্তমান 'লিংগখোৱা পৰ্বত' নামে পৰিচিত। (কন্দলী ৰাজ্য, পৃঃ ৩৫)

১৯৪৮ চনত প্ৰকাশিত ৰাজমোহন নাথৰ 'The Background of Assamese culture' প্ৰকৃতাৰ্থত অসমৰ লগতে সমগ্ৰ উত্তৰ-পূৰ্বাঞ্চলত বসবাস কৰা ·বিভিন্ন জাতি-উপজাতিৰ কৃষ্টি-সংস্কৃতিৰ এখনি নিৰ্ভৰযোগ্য দলিল। গ্ৰন্থখনিত লেখকৰ গভীৰ পৰ্যবেক্ষণ ক্ষমতা, তত্ত্বানুসন্ধানী দৃষ্টিভংগী আৰু অসামান্য ইতিহাস জ্ঞানৰ পৰিচয় পোৱা যায়। তেওঁৰ আন এখনি গ্ৰন্থ 'গৌৰৱময় অসমো' প্ৰকৃতাৰ্থত এখনি গৱেষণামূলক তথ্যেৰে সমৃদ্ধ মূল্যবান গ্ৰন্থ। গ্ৰন্থখনিত ১৩৫ খনি বহুমূলীয়া চিত্ৰ সংকলিত কৰা হৈছে। ইয়াৰ এটা ইংৰাজী সংস্কৰণো 'Glorious Assam' নামেৰে প্ৰকাশ কৰি উলিয়াইছে। তেওঁৰ আন এখনি উল্লেখযোগ্য গ্ৰন্থ হৈছে "Antiquities of Kachar". এই গ্ৰন্থত সুৰমা উপত্যকাৰ বিভিন্ন প্ৰত্নতাত্ত্বিক সমলৰ বিচাৰ-বিশ্লেষণ দাঙি ধৰা হৈছে।

অসম সাহিত্য সভা পত্ৰিকাত নাথ ডাঙৰীয়াৰ কেইবাটাও গুৰুত্বপূৰ্ণ প্ৰবন্ধ প্ৰকাশ পাইছিল। এনে প্ৰবন্ধৰ ভিতৰত 'কামাখ্যাত শিখ গুৰু তেগবাহাদুৰ', 'বলবৰ্মাৰ তাম্ৰশাসন' (১৬ শ বছৰ), 'মৎস্যজাতি আৰু মৎস্য দৰ্শন' (১৮ শ বছৰ ২য়, ৩য়, ৪ৰ্থ সংখ্যা) উল্লেখ কৰিব পাৰি। অসম সাহিত্য সভা পত্ৰিকা, জয়ন্তী, আৱাহন আদি কাকত-আলোচনীৰ লগে লগে বঙ্গ ভাষাৰ তালেমান প্ৰখ্যাত কাকত-আলোচনীতো তেওঁৰ লিখনি প্ৰকাশিত হৈছিল। এনে আলোচনীৰ ভিতৰত 'প্ৰবাসী', 'উদ্বোধন', 'বিশ্ববাণী' আদিৰ উল্লেখ কৰিব পাৰি। তেওঁ 'Organiser' নামৰ ইংৰাজী আলোচনীত 'A Clue to the Indus Valley Scripts and Civilization' শীৰ্ষক এলানি প্ৰবন্ধ লিখি সিন্ধু উপত্যকাৰ সভ্যতাৰ লগতে সিন্ধু লিপি সম্পৰ্কত বিজ্ঞানসন্মত ব্যাখ্যা দাঙি ধৰিছিল। দেশ-বিদেশৰ

বিভিন্ন পণ্ডিতে ৰাজমোহন নাথৰ সিন্ধুলিপি আৰু সভ্যতা সম্পৰ্কীয় গৱেষণাক স্বীকৃতি প্ৰদান কৰাটোৱে পণ্ডিতগৰাকীৰ নিৰলস সাধনাৰ শ্ৰেষ্ঠত্বৰ কথাই সোঁৱৰাই দিয়ে। বঙ্গীয় সাহিত্য পৰিষদে উক্ত প্ৰবন্ধলানিৰ এটি বঙালী সংস্কৰণ প্ৰকাশ কৰি উলিয়াইছিল।

বৈদিক সাহিত্যৰ বিস্তৃত অধ্যয়ন আৰু চৰ্চাই তেওঁক গভীৰভাৱে আকৰ্ষিত কৰিছিল আৰু ঋগবেদৰ বিভিন্ন যুগত থকা শাস্ত্ৰৰাজিৰ সাংকেতিক অৰ্থবোধ ব্যাখ্যা কৰি তেওঁ 'Organiser' ত এলানি তাত্ত্বিক প্ৰবন্ধ প্ৰকাশ কৰিছিল। পিছত প্ৰকাশিত 'Rigveda Summary' একধৰণৰ অনুসন্ধিৎসু চিন্তাৰ ফচল বুলি নিঃসন্দেহে ক'ব পাৰি।

ৰাজমোহন নাথে অসমীয়া ভাষাৰ বিভিন্ন আলোচনীত প্ৰায় দুশমান গৱেষণামূলক প্ৰবন্ধ লিখিছিল। এনে প্ৰবন্ধৰাজিৰ মাজত সাহিত্য, সংস্কৃতি, প্ৰত্নতত্ত্ব, লোক সাহিত্য, ধৰ্ম, দৰ্শন ইত্যাদি বিবিধ বিষয় অন্তৰ্ভুক্ত হৈছিল। সাহিত্য, ভাষাতত্ত্ব, সমাজতত্ত্ব, নৃতত্ত্ব, লোক-সংস্কৃতি, পুৰাতত্ত্ব, ইতিহাস ইত্যাদি বিবিধ বিষয় খৰচি মাৰি অধ্যয়ন কৰি অসমৰ ইতিহাস আৰু পুৰাতত্ত্বৰ গৱেষণাৰ ক্ষেত্ৰত ৰাজমোহন নাথে যিখিনি অৱদান আগবঢ়াই থৈ গ'ল, সেয়া সঁচাই অবিস্মৰণীয়।□

# মুৰাৰিচৰণ দাসৰ অসাধাৰণ সৰলতা

নবীনদেৱ চৌধুৰী

মুৰাৰিচৰণ দাস আছিল অসম ৰাজ্যিক সংগ্ৰহালয়ৰ সহকাৰী কিউৰেটৰ। প্ৰেমধৰ চৌধুৰীৰ পৰলোকপ্ৰাপ্তি হোৱাৰ পিছত তেওঁ পুৰাতত্ত্ব আৰু ৰাজ্যিক সংগ্ৰহালয় বিভাগৰ সঞ্চালকৰ পদাভিষিক্ত হৈ অৱসৰ পায়। তাহানিতে ঢাকা বিশ্ববিদ্যালয়ৰপৰা এম. এ. ডিগ্ৰী লৈ আহি কিছুদিন শিক্ষকতা কৰি অসম প্ৰভিন্সিয়েল মিউজিয়ম (পাছলৈ ৰাজ্যিক সংগ্ৰহালয়)ত সোমায় সহকাৰী কিউৰেটৰ হিচাপে। প্ৰেমধৰ চৌধুৰী আছিল কিউৰেটৰ। এই সংগ্ৰহালয়টো 'প্ৰভিন্সিয়েলাইজ' হোৱাৰ আগতে ই আছিল কামৰূপ অনুসন্ধান সমিতিৰ সংগ্ৰহালয়। ১৯১২ চনৰ ৭ এপ্ৰিলত জন্ম হোৱা এই ঐতিহাসিক আৰু পুৰাতত্ত্ব চৰ্চাৰ তেতিয়াৰ কেন্দ্ৰস্বৰূপ বেচৰকাৰী অনুষ্ঠানটোৱেই আজিৰ অসম ৰাজ্যিক সংগ্ৰহালয়ৰ জন্মদাতা।

এই কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি আছিল প্ৰেমধৰ চৌধুৰী। কিন্তু ইয়াৰ গৱেষণা পত্ৰ (Journal of the Assam Research Society) খন প্ৰকাশ কৰি উলিওৱাকে আদি কৰি সকলো কাম দাসদেৱেই কৰিছিল। আনকি প্ৰেমধৰ চৌধুৰী অৱসৰ পোৱাৰ পাছত তেওঁ সঞ্চালকৰ দায়িত্বত থাকোঁতেও নিজে খোজকাঢ়ি গৈ প্ৰেছত 'প্ৰুফ' চাইছিল। মই তেতিয়া ৰাজ্যিক সংগ্ৰহালয়ত সহকাৰী কিউৰেটৰ হিচাপে যোগদান কৰি দাসদেৱৰপৰা বহু কথা শিকি দিলোঁ। তেওঁৰ লগত প্ৰেছলৈ গৈ 'প্ৰুফ' কেনেকৈ চাব লাগে পোনপ্ৰথম বাৰৰ বাবে মই তেওঁৰপৰা শিকিছিলোঁ। সংগ্ৰহালয়ৰ কামো তেওঁৰপৰা শিকিছিলো। কেনেকৈ চৰকাৰলৈ সহজ ভাষাত (ইংৰাজীত) সুন্দৰভাৱে লিখিব লাগে তাকো শিকিছিলো। কামৰূপ অনুসন্ধান সমিতিৰ দৰে অসম ৰাজ্যিক সংগ্ৰহালয়ৰ প্ৰায়বোৰ কাম তেঁৱেই কৰিছিল। প্ৰেমধৰ চৌধুৰীৰ "লন টেনিচ" খেলাৰ অভ্যাস আছিল। গতিকে কাৰ্যালয় ছুটী নোহোৱাতেই তেওঁ সদায় দাসক কাৰ্যালয়ৰ দায়িত্ব দি জিলাপুথিভঁৰালৰ কাষতে থকা ক্লাবটোলৈ খেলিবলৈ গৈছিল। চৌধুৰীয়ে দাসক

বৰ মৰম কৰিছিল আৰু অতি বিশ্বাস কৰিছিল। কনকলাল বৰুৱা কামৰূপ অনুসন্ধান সমিতিৰ সভাপতি থকাৰ দিনৰপৰায়েই তেওঁ খেলিছিল আৰু বৰুৱাই তেওঁক অনুমতি দিছিল খেলিবলৈ।

কামৰূপ অনুসন্ধান সমিতিৰ ঘৰটোতেই ৰাজ্যিক সংগ্ৰহালয়ৰ কাৰ্যালয়টো চলাইছিল। তাৰ বাবে অৱশ্যে তেতিয়া ৫০ টকা ভাড়া সমিতিক দিব লাগিছিল। তেতিয়া কামৰূপ অনুসন্ধান সমিতিৰ ঘৰটোৰ পিছফালে থকা ৰেলৱেৰ আবাস গৃহবোৰ বাঁহৰ ছালি দিয়া আছিল। কামৰূপ অনুসন্ধান সমিতি আৰু ৰেলৱে মাটিৰ সীমাৰ একেবাৰে কাষতেই আবাস গৃহবোৰ আছিল আৰু সীমা বুলিবলৈ চাপৰ পকাৰ বেৰ এখন আছিল। এবাৰ ৰেলৱে কল'নিত জুই লগাত কাষতে থকা কামৰূপ অনুসন্ধান সমিতিৰ ঘৰটোতো জুই লগাত হাঁহাকাৰ লাগে। ৰাজ্যিক সংগ্ৰহালয়ৰ চৌহদত থকা পিয়ন চকিদাৰসকলে দৌৰা-দৌৰিকৈ জুই নুমুৱাবলৈ চেষ্টা কৰে আৰু সমিতিৰ কিতাপ, ফাইল আৰু অন্যান্য সম্পত্তিবোৰ উলিয়াই সেইবোৰ কোনোমতে ৰক্ষা কৰে আৰু ভৱনটোৰো জুই নুমুৱাবলৈ সক্ষম হয়। সমিতিৰ পুথিভঁৰালৰ কিতাপবোৰ বচাবলৈ দলিয়াই বাহিৰত পেলায়। তেনেদৰেই কেইদিনমান সেইবোৰ থাকে। মুৰাৰিচৰন দাসে সেইবোৰ বুদ্ধি কৰি সংৰক্ষণৰ ব্যৱস্থা কৰে। সমিতিৰ বাকী সদস্যসকলৰ খবৰেই নাই। দাস নহ'লে কামৰূপ অনুসন্ধান সমিতি এই দুৰ্যোগৰপৰা ৰক্ষা নাপালেহেঁতেন। তেওঁ এই অনুষ্ঠানটো আপোন বুলি ভাবিছিল। দাসৰ সৰলতাৰ সীমা নাই। ভেম বা অহংকাৰৰ লেখমাত্ৰাও তেওঁৰ চৰিত্ৰত নাছিল। সেয়ে তেওঁৰ শত্ৰুও নাছিল।

মই পুণা বিশ্ববিদ্যালয়ৰ ডেক্কান কলেজত গৱেষণা কৰি থাকোঁতে মূৰ্তি, মঠ, মন্দিৰ আদি চোৱা কামত ঘূৰি ফুৰিছিলোঁ। ৰাজ্যিক সংগ্ৰহালয়ত কাম কৰোঁতে তেওঁৰ লগত মোৰ সম্পৰ্ক ঘৰকৈ গাঢ় হৈ উঠে। মোক ফটাশিল-আমবাৰীত ৰাস্তাৰ কাষতে থকা বৃহৎ আকৃতিৰ শিলৰ গণেশৰ মূৰ্তিকেইটা দেখুৱাবলৈ নিজেই মোক খোজকঢ়াই লৈ গৈছিল। তেনেদৰে গুৱাহাটীৰ অন্য অঞ্চললৈকেও তেওঁ মোক লৈ গৈছিল আৰু মোক মানুহৰ লগত চিনাকি কৰি দিছিল। তেওঁ মোৰ দেউতা স্বৰ্গীয় ৰঘুনাথ দেৱ চৌধুৰীৰ বৰ ভাল বন্ধু আছিল আৰু দেউতা তেওঁতকৈ বয়সত ডাঙৰ আছিল বাবে তেওঁক 'তুমি' বুলি সম্বোধন কৰিছিল।

চাকৰিত যোগদান কৰিয়েই মই বিয়াৰ পাছত খাৰঘুলিৰ এতিয়াৰ ৰবঠাকুৰ ক্লিনিকৰ একেবাৰে কাষতে থকা ঘৰ এটা ভাড়া কৰি আছিলো। মোৰ পত্নী মন্দিৰা দেৱ চৌধুৰীয়ে ভাল ভজন, বৰগীত আদি গাইছিল আৰু এতিয়াও গায়—

নিজৰ মনৰ আনন্দৰ বাবে। তেওঁ এতিয়াও গায়, কিন্তু পেচা হিচাপে নহয়। মুৰাৰিচৰণ দাসৰ গান-বাজনাত বৰ ৰাপ আছিল। মোৰো গান-বাজনাত বৰ ৰাপ আছিল। গান-বাজনাৰ নিচাত তেওঁৰ চান্দমাৰীৰ নিজা ঘৰৰপৰা খোজ কাঢ়ি খাৰঘুলিৰ আমাৰ ঘৰ পাইছিল সন্ধিয়া। তেখেতে আমাৰ ঘৰত কেতিয়াবা নিজে হাৰমনিয়াম বজাই গান গাইছিল, কেতিয়াবা তবলাও বজাই অন্যৰ লগত সংগত কৰি দিছিল। তেওঁ ঢাকা বিশ্ববিদ্যালয়ত পঢ়ি থাকোঁতে সংগীত পৰিবেশন কৰিছিল—সেই চৰ্চা পিছলৈকো কিছু ৰাখিছিল। মাজে মাজে আমাৰ ঘৰত হোৱা সংগীতৰ বৈঠকীত অৱসৰপ্ৰাপ্ত সংগীত শিক্ষক ভূপেন্দ্ৰ (ভুপা) দাসেও যোগদান কৰিছিল। তেওঁ শাস্ত্ৰীয় সংগীত প্ৰেমী আছিল।

আগতে ৩১ মাৰ্চৰ দিনা সন্ধিয়া গান-বাজনা কৰি (সংগ্ৰহালয়ৰ তৰফৰপৰা) কামৰূপ অনুসন্ধান সমিতিৰ কাৰ্যালয়ৰ বাৰান্দাত এসাজ ভাত খোৱা নিয়মত পৰিণত হৈছিল। ইয়াৰ বাবে উদ্যোগ লৈছিল ৰাজ্যিক সংগ্ৰহালয়ৰ তেতিয়াৰ জ্যেষ্ঠ সহায়ক স্বৰ্গীয় গিৰিশচন্দ্ৰ লহকৰে। তেওঁ সংগীত পাগল আছিল। গায়ক বা বাদক (তবলা) হিছাপে বৰ ভাল নাছিল কিন্তু সংগীত ইমান ভাল পাইছিল যে তাৰ তুলনা নাই। তেওঁৰ ল'ৰা নৱ লহকৰ ভাল গায়ক, শিল্পী। তাতে তেতিয়াৰ সহকাৰী কিউৰেটৰ আৰু পাছলৈ সঞ্চালক মুৰাৰিচৰণৰ যোগদানে অন্য দুই-এজন গায়ককো আকৃষ্ট কৰিছিল। সন্ধিয়া দুই-তিনি ঘণ্টাৰ বৈঠকী শেষ হোৱাৰ পাছতহে ভাত খোৱাৰ ব্যৱস্থা কৰা হৈছিল। বৈঠকী হৈছিল কামৰূপ অনুসন্ধান সমিতিৰ ঘৰটোৰ ভিতৰত। ময়ো তাত যোগ দিছিলো। সেই সন্ধিয়া আছিল প্ৰকৃত সংগীত সন্ধিয়া—তাত মদ ভাং সোমাব নোৱাৰিছিল। মই সঞ্চালক হোৱাৰ পাছতনে আগতে লহকৰৰ মৃত্যু হয়। তাৰ পাছতেই সেই বছৰেকীয়া অনুষ্ঠানৰো ওৰ পৰে।

দাসদেৱ গৰীব লোকৰ পৰম বন্ধু আছিল। কাৰ্যালয়ৰ কোনো পিয়ন, মালি, জামাদাৰ আদিক ডাক্তৰৰ তালৈ নোযোৱাকৈয়ে তেওঁ কাগজ এটুকুৰাত ঔষধৰ নামটো লিখি দিছিল আৰু সেইমতে ঔষধ ফাৰ্মাচীৰপৰা কিনি আনি খাই ভাল পাইছিল। তেওঁ পেটৰ অসুখ, জ্বৰ, কাহ পানীলগা আদি সৰু-সুৰা বেমাৰত কি ঔষধ খাব লাগে জানিছিল। তেওঁ নিজে ডাক্তৰ হ'বলৈ যোৱা কথাটো কিন্তু আমাৰ কাৰ্যালয়ৰ দুজনমান বিষয়াই ভাল পোৱা নাছিল। ভয়—কিজানি তেওঁ জ্বৰৰ দাক খৰত লগাবলৈ দি বেমাৰ বেছি কৰোৱায় ? কিন্তু তেওঁৰ যুক্তি হৈছে ডাক্তৰৰ ভিজিটিং ফিজ দিব লাগে তদুপৰি ডাক্তৰে কেবাটাও ঔষধ খাবলৈ

তালিকা এখন দিয়ে সাধাৰণ এটা বেমাৰতে। তলৰ শ্ৰেণীৰ কৰ্মচাৰীয়ে ইমান খৰছ কেনেকৈ কৰে ? এবাৰ কাৰ্যালয়ৰ চৌহদতে থকা বিহাৰী মালি এজনৰ ডায়েৰীয়া হ'ল। বহুবাৰ পায়খানা হৈ বৰ দুৰ্বল হৈ পৰিছিল। দাসদেৱৰ ঔষধত ভাল নোপোৱাত মালিজনৰ স্বাস্থ্যৰ অধিক অৱনতি ঘটাত আমাৰ কাৰ্যালয়ৰ দুজনমানৰ খং—ডাক্তৰ নোহোৱাকৈ ডাক্তৰী চিকিৎসা কৰি এতিয়া মজা পাওক ! দাসে বৰ ভয় খাই মোক কলে যে বেমাৰীজনক তৎক্ষণাত হস্পিতেললৈ নিব লাগে। মই তৎক্ষণাত মালিজনক ৰিক্সা এখনত তুলি নি মহেন্দ্ৰ মোহন চৌধুৰী হস্পিতেলত ভৰ্তি কৰাই দিলো। পিছত মালিজন আৰোগ্য হ'ল যেনিবা। তেতিয়াৰপৰা দাসে চিকিৎসা নকৰা হ'ল।

কিন্তু তেওঁ পৰৰ উপকাৰ নকৰাকৈ থাকে কেনেকৈ ? এবাৰ সন্ধিয়া দুয়ো শৰ্মা উপাধিৰ লোক এজনৰ ঘৰলৈ গ'লো এটা কথাত। তেওঁৰ ঘৰৰ কাষতেই থাকে। তেওঁৰ পৰিবাৰৰ সন্তান এটা জন্ম হৈছে, দুদিনমান আগতে। দাসদেৱে ৰব নোৱাৰিলে। ক'লে যে তেওঁৰ পৰিবাৰে ভেদেলতাৰ (ভেদাই লতা) জোল খাব লাগিব। ভেদেলতা ক'ত পোৱা যাব সুধিলত তেওঁ ক'লে মই আনি দিম মোৰ কাৰ্যালয়ৰ কাষতে কলগছ আছে তাত বহু ভেদেলতা আছে। কাৰ্যালয় ছুটী হোৱাৰ পিছত তেওঁ নিজে লৈ আহিব, তাৰ বাবে চিন্তা কৰিব নালাগে। তেতিয়া তেওঁ সংগ্ৰহালয় আৰু পুৰতত্ত্ব বিভাগৰ সঞ্চালক নে ভাৰপ্ৰাপ্ত সঞ্চালক আছিল মোৰ ঠিক মনত নাই।

পিছদিনাখন দাসৰ কাৰ্যালয়ৰ কোঠাত কামৰূপ অনুসন্ধান সমিতিৰ কাৰ্যনিৰ্বাহক সমিতিৰ এখন সভা আছিল। মই কোঠালৈ আহি দেখিলোঁ এটা কান্ধত ওলোমাই নিয়া বেগৰ ভিতৰত বেছিকৈ কিবা ভৰাই টেবিলৰ ওপৰতে ৰাখি থৈছে। মই সোধাত তেওঁ ক'লে "এইবোৰ ভেদেলতা। যোৱা কালি শৰ্মাক ক'লো নহয়—মই নিজে গৈ দি থৈ আহিম বুলি সেয়ে দীনা (এজন পুৰণি পিয়ন)ৰ হতুৱাই কলগছৰপৰা ছিঙি আনি ৰাখি থৈছোঁ। যাওঁতে পাহৰি যাতে নাযাওঁ সেয়ে টেবুলতে ৰাখি থৈছো।" এনেতে আহিল তেতিয়াৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ সঞ্চালক ড° প্ৰতাপচন্দ্ৰ চৌধুৰী। তেওঁ আহিয়েই কোঠাটোৰ চাৰিওফালে কিবা বিচাৰি ঘূৰি ফুৰিছে। এবাৰ মুখেৰে ক'লে—'কিবা এটা গোন্ধ পাইছো।' দাসৰ টেবিলত থকা বেগটো দেখি সুধিলে বেগটোত কি আছে ? দাসে উত্তৰ দিলে ইয়াত ভেদেলতা অলপ আছে। মই আমাৰ ঘৰৰ কাষৰে লোক এজনৰ পৰিবাৰৰ বাবে আনি থৈছো। ড° চৌধুৰীয়ে খঙতে ক'ব ধৰিলে লোকে মেল-মিটিং পাতিলে ধূপ-ধূনা, ফুলৰ মালাৰ ব্যৱস্থা কৰে—আপুনি আজি মিটিং

আছে বাবে ভেদেলতা বান্ধিছে টেবিলত। সেই বুলি তেওঁ বেগটো বাহিৰলৈ আনি দলিয়াবলৈ ধৰোঁতেই দাসে আহি বেগটো চৌধুৰীৰ হাতৰপৰা টানি আনিব খুজিলে। মুঠতে ড° চৌধুৰী আৰু দাসৰ বেগটো লৈ টনা-আজোৰা দেখি আমি হাঁহি বন্ধ কৰিব নোৱাৰিলোঁ। ইয়ে দাসৰ এক অতি সফলতাৰ নমুনা নহয়নে ?

মহেন্দ্ৰ মোহন চৌধুৰী অসমৰ মুখ্যমন্ত্ৰী থাকোঁতে তেওঁৰ কাৰ্যালয়ত ছিলঙত এখন মিটিং হৈছিল। তেওঁ তেতিয়া শিক্ষা মন্ত্ৰীৰ দায়িত্বতো আছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগৰ দুগৰাকী অধ্যাপকো মিটিঙত উপস্থিত আছিল। দাস তেওঁৰ সহকাৰী এজনৰ লগত মিটিঙত আছিল। অধ্যাপক দুগৰাকীয়ে নতুনকৈ আৱিস্কৃত দুটা মুদ্ৰা মুখ্যমন্ত্ৰীক দেখুৱাই ক'লে যে এই মুদ্ৰা দুটা গুপ্ত যুগৰ হ'ব। গুপ্ত মুদ্ৰা। দাসে মুদ্ৰা দুটা হাতত লৈ চাই নাকত হাতত থকা নসি অলপ লগাই লৈ ক'লে এই দুটা কোচ মুদ্ৰা—"নাৰায়ণী মুদ্ৰা"। এই বুলি মুদ্ৰা দুটা তৎক্ষণাত টেবিলত থৈ দিলে। মুখ্যমন্ত্ৰী বৰপেটা (নগাঁৱৰ) দাসো বৰপেটাৰ। দুয়ো দুয়োকো আগৰপৰা জানিছিল। কিবা সম্পৰ্কও লাগিছিল বোধ হয়। মুখ্যমন্ত্ৰী চৌধুৰীয়ে ক'লে—"তুমি দেখোন একেবাৰে খাটাং কৈ ক'লা হে"। দাস—"হয় মোৰ এই বিষয়ে বহুত দিন আগতেই প্ৰশিক্ষণ লোৱা আছে। মুদ্ৰা মোৰ অধ্যয়নৰ বিষয়—গতিকে মোৰ চিনাক্ত কৰাত সহায় নালাগে।" অধ্যাপক দুগৰাকীক, মুখ্যমন্ত্ৰীক আৰু বিষয়া গৰাকীক হতবাক কৰি দাস একেবাৰে গপচত বহি থাকিল। সৰল হ'লেও তেওঁ নিজৰ যুক্তিত অটল থাকে কিছুমান ক্ষেত্ৰত।

এবাৰ দাসক মোৰ পৰিয়ালে ক'লে যে বৰপেটাৰ কীৰ্ত্তন ঘৰ চাবলৈ বৰ হেঁপাহ এটা তেওঁৰ আছে—এবাৰ দেখুৱাৰ ব্যৱস্থা কৰিব লাগে। তেওঁ হ'ব বুলি কৈ শলাগিলে। এদিন তেওঁ দিন ঠিক কৰি ক'লে যে তেওঁ জালাহ (পাঠশালাৰ উত্তৰে) হৈ যাব বৰপেটালৈ। জালাহত তেওঁলোকৰ বায়ত (তেওঁলোকৰ মাটিত খেতি কৰা বৰপেটাৰ মানুহ) আছে। তেওঁলোকক এবাৰ খবৰ কৰি যাম এক ৰাতি তাতেই থাকি যাম। আমি দুয়ো হ'ব বুলি ক'লো।

যোৱাৰ আগদিনা কাপোৰ-কানি, বিচনা-পত্ৰ কি ল'ব লাগে সোধাত একো লোৱাৰ প্ৰয়োজন নাই বুলি ক'লে। কেৱল তেওঁ হেনো মই নিজৰ পৰা তেওঁৰ বাবে অনা স্লিপিংচুট জোৰা আৰু দাড়ি খুৰোৱা বস্তুখিনি মাত্ৰ ল'ব। জালাহত বায়তসকলৰ আতিথ্য গ্ৰহণ কৰিব আৰু বৰপেটাত নিজৰ ঘৰেই। গতিকে অসুবিধা একো নাই। আমাৰ যাত্ৰা পিছদিনাখন আৰম্ভ হ'ল গুৱাহাটীৰপৰা জীপ গাড়ীত। যাত্ৰী তেখেত মই আৰু মোৰ পৰিয়াল। পাঠশালাৰ বজালী কলেজত দাসৰ

ডাঙৰ জীয়েক গৰাকী অধ্যাপিকা। গতিকে তাত আমি সোমালোঁ। তাত দেখি হ'ল। দেউতাক জীয়েকৰ এবাৰ নোহোৱা সম্পৰ্ক—দেখি হ'বয়েই। তাত আমাৰ আপত্তি কৰিব লগা একো নাই। কিন্তু জালাহ দিনে-পোহৰে পালে ভাল। মই তেওঁক সোঁৱৰাই দিওঁতে কয়—সেইবোৰ আমাৰ ৰায়ত—থকা-মেলাৰ কোনো দিগদাৰি নহয়—ভয় কৰিব নালাগে বুলি আমাক তেওঁ বাৰে বাৰে কয়।

অৱশেষত পাঠশালা আবেলি ৪ মান বজাত এৰি জালাহ কিছু দেৰিত পালো। জালাহ পাই তেওঁ গাঁও এখনৰ নাম কৈ তাৰ লোক দুজনমানৰ ঘৰ ক'ত সুধিলে। তেওঁলোকে আগুৱাই যাবলৈ ক'লে। এনেকৈ গৈ গৈ তেওঁলোকৰ ঘৰ উলিয়াওতে সূৰ্য্য অস্ত গৈছে—শীতৰ দিন। ঠাণ্ডাও পৰিছে। ঘৰত ক'লে তেওঁলোক ঘৰত নাই বেপাৰলৈ গৈছে—অৰ্থাৎ ব্যৱসায় কৰিবলৈ বাহিৰলৈ (জালাহৰ বাৰিলৈ) গৈছে। তাত থকা বৰপেটাৰ লোকৰ বহুতে কালদিয়া নদীৰে নাৱেৰে ধান, চাউল, মৰাপাট, বাঁহ আদিৰ ব্যৱসায় কৰিছিল। কালদিয়া নদীৰে একেবাৰে ব্ৰহ্মপুত্ৰ পাইছিল—জালাহ ঘাটৰপৰা। গতিকে তেওঁলোক ঘৰত বেছি দিন নাথাকে। তাৰ পাছত উপায় নাপাই অন্য এঘৰলৈ গ'লো—তাত দাসে নিজৰ পৰিচয় দিলে—কিন্তু ঘৰৰ মূল ব্যক্তিজন নাই। এনেকৈ বহু সময় পাৰ হোৱা বাবে মোৰ আৰু মোৰ পৰিবাৰৰ ভয় হ'ল। মহিলাজনীক গাড়ীত বহুৱাই থকা ঠাই বিচৰা লাজৰ কথা বুলি তেওঁক ক'লো আৰু প্ৰস্তাৱ দিলে যে ইয়াত বি. ডি. অ'. কাৰ্যালয় এটা আছে। তেওঁলোকৰ নিশ্চয় অতিথিশালা আছে। তাতেই নিশাটো কটাব পাৰিম। সেই মতে আমি গৈ বি. ডি. অ'ৰ ঘৰলৈ গৈ তেওঁক লগ পাই মোৰ পৰিবাৰক বি. ডি. অ'ৰ পৰিয়াৰ আৰু তেওঁৰ পৰিয়ালবৰ্গৰ লগত থৈ আমি ৰাতি থকা বিছনা বিচাৰি ওলালো আকৌ তেওঁৰ ৰায়তৰ ঘৰলৈ।

এইবাৰ এঘৰলৈ গ'লো—তেওঁলোকক নাম ধৰি দাসে মাতিলে কাৰণ তেওঁলোক শুইছিল (গাঁৱত সোনকালে শোৱে)। উঠি আহি দাস ৰাতিখন ক'ৰপৰা আহিল কি হ'ল সুধিলে। দাসে ৰাতি থকা বিচনাৰ কথা ক'লে। তেওঁলোকে ক'লে—তেওঁলোকৰ লেতেৰা বিছনাত আমাৰ দৰে লোকক শুবলৈ দিব নোৱাৰি। গতিকে অন্যৰ ঘৰত চাবলৈ ক'লে—তামোল এখন খুৱাই আমাক বিদায় দিলে। এইবাৰ একো উপায় নাপাই বি. ডি. অ'ৰ ঘৰলৈ গ'লো। বি. ডি. অ'ৰ পৰিবাৰ আৰু মোৰ পৰিবাৰ বি. টি. পঢ়োতে লগ পোৱা গতিকে তেওঁৰ সহপাঠী বাবে বন্ধু। এটা সুবিধা হ'ল। এখন বিচনাৰ জোগাৰ হ'ল। দাসৰ বাবে দুখন হাত থকা বেঞ্চ জোৰা লগাই এখন বিচনা তেওঁলোকে কৰিলে। কিন্তু আঠুৱা নাই। এইবাৰ আমাৰ অভিযান আৰম্ভ হ'ল আঠুৱা বিচাৰি। আকৌ ৰায়তৰ ঘৰত গৈ

শোৱা লোকক দাসে জগালে। শোৱাৰপৰা উঠি কোনোৱে ক'লে আমাৰ আঠুৱা তেনেই লেতেৰা আপোনালোকৰ বাবে নহয়—কোনোৱে ক'লে ঘৰৰ মানুহে বেপাৰ কৰিবলৈ বিছনা লগত লৈ গৈছে—ইত্যাদি। গতিকে আমি আকৌ বি. ডি. অ'ৰ ঘৰ পালো। কাৰ্যালয়ৰ কোনো পিয়ন এজনৰ চুটি আঠুৱা এখনকে হাত থকা বেঞ্চখনত ওলোমাই দি দিলে। নিশা ভাত খাই দাসে সেইখন বিছনাতে শুলে আমি আন এটা কমত থাকি কোনোমতে নিশাটো কটালো। পুৱা বি. ডি. অ'ৰ তাত চাহ খাই আমি বৰপেটা পালোঁ।

পুৱা জালাহ এৰি ১০মান বজাত বৰপেটা পালো। বৰপেটাত কীৰ্তন ঘৰ দৰ্শন কৰি দাসৰ ঘৰত ভাত-পানী খাই সন্ধিয়া গুৱাহাটী পালোঁ। দাসৰ এনেকুৱা অসাধাৰণ সৰলতাৰ কাহিনী বহুত আছে। এই সৰলতাৰ বাবেই তেওঁৰ ছোৱালী আটাইকেইজনীৰ বিয়া তেওঁ অৱসৰ লোৱাৰ পাছতহে হ'ল। তেওঁৰ আৰু আমাৰো চিন্তা—তেওঁ অৱসৰ লোৱাৰ আগতে ছোৱালীৰ বিয়া হ'ব লাগে। মাজে মাজে তেওঁৰ দুখৰ কথা জ্যেষ্ঠ সহায়ক স্বৰ্গীয় গিৰিশ লহকৰক আৰু পিয়ন দীনাৰামক কৈছিল। এনেকুৱা দয়ালু সহজ-সৰল শত্ৰুহীন দুৰ্নীতিৰপৰা আঁতৰি থকা নিষ্ঠাবান বিষয়াৰ প্ৰতি ভগৱানৰ কৃপা নাথাকি কাৰ প্ৰতি থাকিব। সেয়ে অকণমান ল'ৰাজন এতিয়া উচ্চ পদস্থ (ডাক্তৰ) বিষয়া, ছোৱালী আটাই কেইজনী উচ্চ শিক্ষাৰে শিক্ষিত উপযুক্ত পদত অধিষ্ঠিত। জোঁৱাইসকলেও উপযুক্ত স্থানত থকা।

ড° প্ৰতাপচন্দ্ৰ চৌধুৰীৰ মতে আৰু আমাৰো বিবেচনাত দাসৰ অসম সাহিত্য সভাৰ বৰিয়া অধিবেশনত বুৰঞ্জী শাখাৰ সভাপতিৰ আসনৰপৰা দিয়া ভাষণটো অতি তথ্যপূৰ্ণ আৰু উচ্চ খাপৰ হৈছিল। "Treasures of Assam through the Assam State Museum" খন প্ৰেমধৰ চৌধুৰীৰ লগত যুটীয়াভাৱে লিখা আন এখন সৰু অথচ তথ্যপূৰ্ণ পুথি। তেওঁৰ বহু প্ৰবন্ধ কাগজে পত্ৰই আৰু আলোচনীৰ পাতত পৰি আছে। সেইবোৰ একলগ কৰি জী, জোঁৱাই পুত্ৰসকলে প্ৰকাশ কৰিব পাৰিলে ভাল হ'ব। □

# উজানবজাৰ যোৰপুখুৰী অঞ্চলত সাহিত্য চৰ্চা

কুমুদেশ্বৰ হাজৰিকা

বৰ্তমান গুৱাহাটীৰ উজানবজাৰ আৰু যোৰপুখুৰী অঞ্চলেই হৈছে বৃহত্তৰ লতাশিলৰে দুটি অংশ। বৰফুকনৰ আমোলত লতাশিল বুলিলে পশ্চিমে দীঘলীপুখুৰী আৰু পূবে চিত্ৰাচল অৰ্থাৎ নবগ্ৰহলৈকে বুজাইছিল। প্ৰাক্-ইংৰাজ যুগত এই অঞ্চলত বিশেষকৈ জ্যোতিষৰ পণ্ডিতসকলে বাস কৰিছিল। তেতিয়া ইয়াত জ্যোতিষ শাস্ত্ৰৰ চৰ্চাহে ঘাইকৈ হৈছিল। মানৰ তৃতীয় আক্ৰমণত গুৱাহাটীৰ জন গাৰ্থনিৰ সলনি হ'ল। নানা ঠাইৰ মানুহ আহি ইয়াত বসতি কৰিবলৈ ল'লে। সেয়ে এই অঞ্চল হৈ পৰিল অসমৰ সাহিত্য-সাংস্কৃতিক জগতৰ বহু পুৰোধা ব্যক্তিৰ জন্মস্থান তথা কৰ্মস্থান। সেইসকলৰ আশাগুধীয়া প্ৰচেষ্টাত সৃষ্টি হ'ল আধুনিক অসমীয়া সাহিত্যৰ। ঊনৈশ শতিকাৰ সত্তৰৰ দশক মানৰপৰা কেইবাগৰাকী সাহিত্যানুৰাগী ব্যক্তি যোৰপুখুৰী-উজানবজাৰ অঞ্চলত স্থায়ীভাৱে থাকিবলৈ ল'লে। সেইসকলৰ ভিতৰত 'অভিমন্যু বধ' কাব্যৰ ৰচয়িতা ৰমাকান্ত চৌধুৰী আৰু 'সীতাহৰণ কাব্য' ৰচোতা কবি ভোলানাথ দাস, সাহিত্যিক সত্যনাথ বৰা, ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ, প্ৰথম অসমীয়া অভিধান 'হেমকোষ'ৰ প্ৰণেতা ওজা হেমচন্দ্ৰ বৰুৱা, বুৰঞ্জীবিদ কনকলাল বৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, অসমৰ বাতৰি কাকতৰ অন্যতম বাটকটীয়া মথুৰামোহন বৰুৱা, মহিলা লেখিকা ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানী অন্যতম। এইসকলৰ চেষ্টাত গুৱাহাটীৰ এই অঞ্চলত এক সাহিত্যিক বাতাবৰণৰ সৃষ্টি হৈছিল, যিয়ে অসমৰ আন আন ঠাইতো প্ৰভাৱ পেলাইছিল।

১৮৮০ চন মানত উগ্ৰতাৰা মন্দিৰৰ সমীপত গুৱাহাটীৰ প্ৰথমটো স্থায়ী ৰঙ্গমঞ্চ স্থাপিত হৈছিল য'ত অসমীয়া মৌলিক নাটক ৰচনাৰ চিন্তা-চৰ্চা হৈছিল। ফলত কেইবাখনো মৌলিক নাটকৰ সৃষ্টি হৈছিল। এই দিশত আগভাগ লৈছিল ৰজনীকান্ত বৰদলৈ, কনক লাল বৰুৱা আৰু গোপাল কৃষ্ণ দে। উগ্ৰতাৰা মন্দিৰ চৌহদত বাস কৰা পণ্ডিত চন্দ্ৰেশ্বৰ ভট্টাচাৰ্যই শাক্তদৰ্শন, শাক্তিতত্ত্ব আদি

প্ৰণয়ন কৰিছিল। পণ্ডিত তাৰানাথ কাব্য বিনোদে 'আসামবান্ধৱ' সম্পাদনা কৰিছিল। ইয়াতেই অধ্যাপক ৰজনীকান্ত দেৱশৰ্মাই কটক কলেজত অধ্যাপনা কৰাৰ উপৰিও সংস্কৃত-ভাষা-সাহিত্য, অসম সাহিত্য সভা, সবিত্ৰ সভা আদিত যোগদান কৰি পিছত আমবাৰীত স্থায়ীভাৱে বাস কৰিবলৈ লয়। প্ৰথম অসমীয়া জ্ঞানকোষৰ প্ৰধান সম্পাদকৰূপে প্ৰথম খণ্ড প্ৰকাশ কৰাৰ পিছত, তেওঁৰ পৰলোক হয়।

১৮৯৭ চনৰ বৰভুঁইকপত এই ৰঙ্গমঞ্চ ভাগি পৰাত গুৱাহাটীৰ বাৰোৱাৰী দুৰ্গাপূজা উপলক্ষে পূজাথলীত নাট্যানুষ্ঠান হৈছিল। এই পূজাথলীত নাটক কৰিবলৈ কেইবাগৰাকী ব্যক্তিয়েও অসমীয়া নাটক ৰচনা কৰিছিল। সেইসকলৰ ভিতৰত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আৰু অম্বিকা প্ৰসাদ গোস্বামীৰ নাম উল্লেখযোগ্য। পিছৰ কালতো বাৰোৱাৰী পূজা উপলক্ষে নাটক ৰচনা কৰা ধাৰা অব্যাহত আছিল, সৃষ্টি হৈছিল এদল নতুন নাট্যকাৰৰ। সেইসকলৰ ভিতৰত সাহিত্যাচাৰ্য অতুল চন্দ্ৰ হাজৰিকা, প্ৰবীণ ফুকন, সত্যপ্ৰসাদ বৰুৱা, শৈলধৰ চৌধুৰী, ধৈৰ্য নাৰায়ণ দাস, কামাখ্যা নাথ ঠাকুৰ আদি। অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাৰ 'ৰুক্মিণীহৰণ', 'নন্দ দুলাল', 'সাবিত্ৰী', 'শ্ৰীৰামচন্দ্ৰ কুৰুক্ষেত্ৰ', 'কনৌজ কুঁৱৰী' 'টিকেন্দ্ৰজিৎ', 'ছত্ৰপতি শিৱাজী', 'মৰ্জিয়ানা', 'মানসপ্ৰতিমা', 'আহুতি 'আদি নাট কুমাৰ ভাস্কৰ নাট্য মন্দিৰৰ ৰঙ্গমঞ্চ ৰজনজনাই তুলিছিল। পিছলৈ এইসকলৰ কেইবাগৰাকীয়ে অসমীয়া সাহিত্যৰ বিভিন্ন দিশলৈ অলেখ অৰিহণা যোগালে। ১৯০০ চন মানত সত্যনাথ বৰা ডাঙৰীয়াই 'জোনাকী' কাকতৰ কেইটামান সংখ্যা আৰু 'অসমীয়া বহল ব্যাকৰণ', 'সাৰথি' আদি তেওঁৰ বাসভৱনৰ পৰাই প্ৰকাশ কৰিছিল। ছপা হৈছিল উজানবজাৰ পকী বাটৰ মথুৰামোহন বৰুৱাৰ ভিক্টোৰিয়া প্ৰেছত। তেওঁলোক সদনাই লগ হৈছিল। ফলত, নিশ্চয় তেওঁলোকৰ মাজত সাহিত্য চৰ্চাও হৈছিল। সত্যনাথ বৰাৰ ঘৰতো সেই সময়ৰ অসমৰ বিভিন্ন ঠাইৰ সাহিত্যিকৰ সমাৱেশ হৈছিল। চুবুৰীয়া ভোলা নাথ দাসৰ সৈতে বৰাদেৱে সাহিত্য চৰ্চা কৰিছিল। সাতোটা খণ্ডত প্ৰকাশিত 'অসমীয়া সাহিত্যৰ চানেকি' আৰু 'Descriptive Catalogue of Assamese Manuscripts' প্ৰভৃতিৰ সম্পাদক, প্ৰত্নতত্ত্ব আৰু ইতিহাসৰ গৱেষক পণ্ডিত হেমচন্দ্ৰ গোস্বামীৰ নাম চিৰস্মৰণীয় হৈ থাকিব। 'হেমকোষ'ৰ স্ৰষ্টা ওজা হেমচন্দ্ৰ বৰুৱাই তেওঁৰ সাহিত্য সৃষ্টিৰ ওৰ মৌল মাজিছিল উজান বজাৰতে। বিহগী কবি ৰঘুনাথ চৌধাৰীয়ে 'কেতেকী', 'নৱমল্লিকা', 'দহিকতৰা' প্ৰভৃতি অপূৰ্ব সাহিত্য চৰ্চাৰ পূৰ্ণতা লাভ কৰিছিল উজানবজাৰৰ ভুবন যোৰপুখুৰীৰ গৰ্গৰাম চৌধাৰীৰ ঘৰত। কবি চৌধাৰীৰ ঘৰত সমবেত হৈছিল বহু পণ্ডিত আৰু সাহিত্যিকৰ।

১৯১৯ চনত প্ৰতিমাৰ খনিকৰ চন্দ্ৰ কুমাৰ আগৰৱালাই উজানবজাৰ এটা ভাৰা ঘৰত এটা প্ৰেছ স্থাপন কৰিছিল। তেওঁৰ উদ্দেশ্য আছিল "অসমীয়া" বাতৰি কাকতখন ডিব্ৰুগড়ৰপৰা গুৱাহাটীলৈ স্থানান্তৰিত কৰা। তেওঁৰ ঘৰত অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য, ৰজনীকান্ত বৰদলৈ, কনক লাল বৰুৱা, অধ্যক্ষ জে বৰুৱা, ভোলানাথ দাস, কৃষ্ণ চন্দ চৌধুৰী, হেম চন্দ্ৰ বৰুৱা, ৰঘুনাথ চৌধাৰী, পণ্ডিত হেমচন্দ্ৰ গোস্বামী আদি নবীন-প্ৰবীণ সাহিত্যনুৰাগীসকলৰ নিয়মীয়া মেল বহিছিল। দেশৰ বিভিন্ন সমস্যাৰ উপৰিও তাত সাহিত্য আলোচনাও হৈছিল। ইয়াৰ তিনি বছৰৰ আগতে ফটিকচন্দ্ৰ ৰোডত স্থায়ীভাৱে বসবাস কৰিবলৈ লোৱা সাহিত্যিক ৰাজনীতিবিদ গৌৰীকান্ত তালুকদাৰৰ বাসভৱনত দেশপ্ৰাণ চন্দ্ৰনাথ শৰ্মাৰ আহ্বানত অনুষ্ঠিত হোৱা এখন সভাত অসম সাহিত্য সভা প্ৰতিষ্ঠা হ'ব লাগে বুলি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। ইও উজানবজাৰৰ সাহিত্য চৰ্চাৰ প্ৰত্যক্ষ ফল বুলি ক'ব পাৰি। সাহিত্য সম্পৰ্কীয় সেই সভাত সেই সময়ত যোৰহাটত শিক্ষকতা কৰি থকা সূৰ্যকুমাৰ ভূঞাইও যোগদান কৰিছিল। অসম কেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীয়ে পাণবজাৰৰ বৰপেটা শাখা সত্ৰৰ সমীপৰপৰা আহি যোৰপুখুৰীপাৰৰ লেম্বৰোডত বহু বছৰ কটাইছিল। ইয়াতেই তেওঁৰ বহুতো চিন্তা গধুৰ প্ৰবন্ধৰ সৃষ্টি হৈছিল। চন্দ্ৰকুমাৰ আগৰৱালায়ো ৰায়চৌধুৰীৰ ঘৰৰ দাঁতিতে গুৱাহাটীৰ স্থায়ী বাসগৃহ নিৰ্মাণ কৰাৰ পাছত অসমৰ বহু গণ্য-মান্য ব্যক্তিয়ে দেশৰ নানান সমস্যাৰ আলোচনা কৰাৰ উপৰিও সাহিত্য চৰ্চাও কৰিছিল। কুৰি শতিকাৰ পাতনিতে উজানবজাৰত অসমৰ বিভিন্ন ঠাইৰপৰা গুৱাহাটীলৈ চাকৰি কৰিবলৈ অহা ডেকা বিষয়া-কৰ্মচাৰীসকলৰ 'আসাম ক্লাব' নামৰ এটি অনুষ্ঠান আছিল। ক্লাবটো আছিল কুমাৰ ভাস্কৰ নাট্যমন্দিৰৰ সমীপৰ মোক্ষদাকান্ত ভূঞাৰ এটি ভাৰাঘৰত। ক্লাবৰ সদস্যসকলে নিয়মীয়াকৈ আৰ্য্য ৰঙ্গমঞ্চত অসমীয়া নাটক কৰাৰ উপৰিও সমসাময়িক অসমীয়া সাহিত্যৰ চৰ্চা কৰিছিল। আসাম নিউজ (১৮৮২-১৮৮৫) নামৰ অসমীয়া আৰু ইংৰাজী দ্বিভাষিক বাতৰি কাকতখনেও পৰোক্ষভাৱে তেতিয়াই উজানবজাৰবাসীক সাহিত্য চৰ্চা কৰাত সহায় কৰিছিল। কাৰণ, এই কাকতখনৰ প্ৰকাশক আৰু সম্পাদক আছিল উজানবজাৰৰ দুগৰাকী স্থায়ী বাসিন্দা ক্ৰমে দেশহিতৈষী মাণিকচন্দ্ৰ বৰুৱা আৰু গুজা হেমচন্দ্ৰ বৰুৱা। এইদৰে 'আসাম নিউচ' (১৮৯৪-১৯০১) নামৰ বাতৰি কাকতখনৰো অসমীয়া বিভাগৰ সম্পাদনা কৰিছিল সাহিত্যিক সত্যনাথ বৰাদেৱে।

কুৰি শতিকাৰ তৃতীয় দশকৰ পৰাই এই অঞ্চলত আৰু এচাম সাহিত্য কৰ্মীৰ সৃষ্টি হৈছিল। সেইসকলৰ ভিতৰত কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈৰ

কবি নলিনীবালা দেৱী, সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। যোৰপুখুৰী পাৰৰ কৰ্মবীৰ বৰদলৈৰ বাসগৃহ 'শান্তি ভৱন'ত কবি নলিনীবালা দেৱীৰ আৰু 'তপোবন'ত অতুল চন্দ্ৰ হাজৰিকাৰ বহুমূলীয়া গ্ৰন্থসমূহ লিখা হৈছিল। প্ৰথম অৱস্থাত স্কুলীয়া পাঠ্যপুথি ৰচনাৰে সাহিত্যিকৰ জীৱন আৰম্ভ কৰা শিক্ষাবিদ কবিচন্দ্ৰ মহন্তই যোৰপুখুৰী পাৰতেই স্থায়ীভাৱে থাকিবলৈ লোৱাৰ পৰাই তেওঁৰ পৰবৰ্তী কালৰ সাহিত্য চৰ্চাৰ বহলপথাৰখনলৈ খোজ পেলাইছিল। তেওঁৰ প্ৰয়াত কৃতীপুত্ৰ অধ্যাপক মৃগেন্দ্ৰ মহন্ত আৰু অধ্যাপক ৰোহিণী কুমাৰ মহন্তৰ নামো উল্লেখযোগ্য। সাহিত্যিক ৰাজেন্দ্ৰ লাল উজীৰো উজানবজাৰৰে। প্ৰেমনাৰায়ণ দত্তৰ ৰহস্য উপন্যাস পা-কুছিৰিজৰ জন্ম এই যোৰপুখুৰী পাৰতেই। এসময়ৰ 'অসমবাণী' কাকতৰ কথাচকুকী ভলভলীয়া চ'ৰাৰ যোগেন্দ্ৰনাথ বৰকাকতিৰ সাহিত্যিক জীৱন আৰম্ভ হৈছিল যোৰপুখুৰীত থাকিবলৈ লোৱাৰ পৰাই। ছোভিয়েট ৰাছিয়াৰ নেহেৰু বঁটা বিজয়ী 'লুইতৰ সাধু' প্ৰণেতা সুৰেন্দ্ৰ মোহন দাসক সাহিত্য সেৱাত প্ৰেৰণা যোগাইছিল এই অঞ্চলৰ সাহিত্যৰ বাতাৱৰণে। উজানবজাৰ যোৰপুখুৰী অঞ্চলৰ সাহিত্যপ্ৰেমীসকলৰ উৎসাহতে স্কুলীয়া পাঠ্যপুথি প্ৰকাশৰ উপৰিও সাহিত্যৰ আন আন দিশবোৰো প্ৰকাশ কৰিবলৈ উৎসাহিত কৰিছিল গুৱাহাটীৰ প্ৰথমগৰাকী অসমীয়া গ্ৰন্থ প্ৰকাশক গোপালচন্দ্ৰ বৰুৱাক। ডঃ সূৰ্য কুমাৰ ভূঞা, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডঃ হেৰম্বকান্ত বৰপূজাৰীও এই অঞ্চলৰে এসময়ৰ স্থায়ী বাসিন্দা। ইয়াতে তেওঁলোকৰ অমূল্য গ্ৰন্থৰাজি ৰচিত হৈছিল। প্ৰখ্যাত বুৰঞ্জীবিদ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয় উপাচাৰ্য ডঃ সূৰ্যকুমাৰ ভূঞাৰ কোম্পানী বাগানৰ ঘৰত অসমীয়া সাহিত্যৰ নানা দিশ বিভিন্ন আলোচনা কৰিবলৈ মিলিত হৈছিল অসমৰ বিভিন্ন ঠাইৰ সাহিত্যপ্ৰেমীসকল। অৱসৰ গ্ৰহণৰ পিছত উজানবজাৰ ভূবন ৰোডৰ স্থায়ী বাসিন্দা কেপ্টেইন ডাঃ হেমচন্দ্ৰ বৰুৱা ('চপনীয়া', 'নৱগ্ৰহ' আদি প্ৰণেতা)ক জীৱিতকালত গুৱাহাটীত অনুষ্ঠিত প্ৰায়বোৰ সাহিত্যালোচনাত যোগদান কৰা দেখা গৈছিল। ডঃ সূৰ্যকুমাৰ ভূঞাৰ ঘৰৰ ওচৰতে ভাৰাঘৰত থাকিয়ে ডঃ বাণীকান্ত কাকতিয়ে প্ৰথম সাহিত্য চৰ্চা আৰম্ভ কৰিছিল। ন্যায়াধীশ হলীৰাম ডেকায়ো বহুবছৰ ডঃ ভূঞাৰ ঘৰৰ দাঁতিতে আছিল। এই ঠাইতে তেওঁৰ কেইবাটাও গল্প ৰচিত হৈছিল। বিশিষ্ট আইনবিদ সাহিত্যিক জগদীশ চন্দ্ৰ মেধিও দীঘলী পুখুৰী পাৰৰে স্থায়ী বাসিন্দা আছিল। উগ্ৰতাৰা দেৱালয়ৰ সমীপতে বাস কৰা মনোৰমা ভট্টাচাৰ্য, অধ্যাপক দিবাকৰ গোস্বামী, প্ৰভৃতিৰ নাম উল্লেখযোগ্য। অসম সংস্কৃত বোৰ্ডৰ কাৰ্যালয় ভাৰত

দ্বিখণ্ডিত হোৱাৰ পিছত উজান বজাৰৰ যোৰপুখুৰীৰ পাৰতে ভাৰা ঘৰত প্ৰতিষ্ঠা কৰা হৈছিল আৰু ইয়াৰ সচিবৰূপে অধ্যাপক শ্ৰীনাথ চক্ৰবৰ্ত্তী আৰু অধ্যাপক জীৱেশ্বৰ শৰ্মাই গুৰি ধৰিছিল। তদুপৰি অসম সাহিত্য সভাৰ তেজপুৰ অধিৱেশনৰ সভাপতি জ্ঞাননাথ বৰা, 'শেৱালি'ৰ কবি দুৰ্গেশ্বৰ শৰ্মা, কবি বিষ্ণু প্ৰসাদ দুৱৰা, প্ৰদীপ চলিহা, সতীশ চন্দ্ৰ কাকতী, বিমলি গোস্বামী নাট্যকাৰ লক্ষ্যধৰ চৌধুৰী আদিৰো সাহিত্য চৰ্চা উজানবজাৰতে আৰম্ভ হৈছিল বা পূৰ্ণতা লাভ কৰিছিল। অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য বহুবছৰ বৃহত্তৰ উজানবজাৰৰ এটি অংশ চেনিকুঠীতে আছিল। পঞ্চবটী আশ্ৰমৰ ওচৰতে পণ্ডিত তীৰ্থনাথ শৰ্মা, ড° সত্যেন্দ্ৰনাথ শৰ্মা, ড° যোগেশ্বৰ শৰ্মা, মুণীন্দ্ৰ বৰকটকী প্ৰভৃতিয়ে সাহিত্য চৰ্চাৰ পাতনি মেলিছিল। বৰ্তমান সুপ্ৰতিষ্ঠিত লেখক ডঃ বিনয় কুমাৰ তামুলীও এসময়ৰ উজানবজাৰতে স্থায়ী বাসিন্দা। তদুপৰি সাহিত্যিক সমালোচক ৰাম গোস্বামী, জ্ঞানপীঠ বঁটা বিজয়ী মামণি ৰয়চম গোস্বামী আৰু তেওঁৰ মাতৃ অম্বিকা দেৱীও আৰু পিতৃ ভূতপূৰ্ব ডি পি আই উমাকান্ত গোস্বামীৰ সাহিত্যলৈ অৱদান কম নহয়। এইসকলৰ উপৰিও নাট্য প্ৰভাকৰ সত্যপ্ৰসাদ বৰুৱা, কবি অজিৎ বৰুৱা, ডঃ প্ৰফুল্ল দত্ত গোস্বামী, নিৰুপমা বৰগোহাঞিৰ নাম ল'বই লাগিব। ডঃ প্ৰফুল্ল দত্ত গোস্বামীৰ বিখ্যাত উপন্যাস 'কেঁচাপাতৰ কঁপনি' আৰু জীৱনীমূলক ৰচনা 'মাণিকচন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ' আৰু বিভিন্ন সমালোচনামূলক গ্ৰন্থসমূহ ইয়াতে ৰচিত হৈছিল। দাৰ্শনিক কবি ভবানন্দ দত্ত আৰু তেওঁৰ পৰিবাৰ নীলিমা দত্তৰ সাহিত্য চৰ্চাতো উজানবজাৰৰ অৰিহণা কম নহয়। কবি সাহিত্যিক নৱকান্ত বৰুৱাৰ সাহিত্য চৰ্চা উজানবজাৰতে বিকশিত হৈ উঠিছিল। সেইদৰে সাহিত্য অকাদেমি আৰু মেগৰ বঁটা বিজয়ী অৰুণ শৰ্মায়ো সাহিত্য সেৱাত উজানবজাৰৰ অৱদানৰ কথা স্বীকাৰ কৰিছে।

১৯৫০ চনত গুৱাহাটীত সবিতা সভাৰ জন্ম। ইয়াৰ আগলৈকে উজানবজাৰত যিমানবোৰ সাহিত্য আলোচনা, মেল বা বৈঠক বহিছিল সেইবোৰ আছিল অনানুষ্ঠানিক কোনো অনুষ্ঠানৰ তলত সাহিত্যিকসকল লগ হোৱা নাছিল। এনেয়ে তেওঁলোক মাজে-সময়ে কাৰোবাৰ ঘৰত মিলিত হৈ সাহিত্য আলোচনাত বহিছিল। এনে আলোচনা সুফলো হৈছিল। ইয়াৰপৰাই জন্ম লাভ কৰিছিল 'ৰামধেনু', 'পছোৱা', 'ৰংঘৰ' আদিৰ দৰে কেইখনো উচ্চমানৰ আলোচনীৰ। অৱশ্যে ইয়াৰ আগতে বিজ্ঞানী লক্ষ্মীনাথ দাস আৰু সাহিত্যানুৰাগী কেশৱকান্ত বৰুৱা আৰু গীতি কবি উমেশচন্দ্ৰ চৌধুৰীৰ আলোচনা মৰ্মে কেশৱ কান্ত বৰুৱাৰ পৃষ্ঠপোষকতাত আৰু বিদ্ৰোহী কবি ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত

প্ৰকাশিত হৈছিল 'মইনা', 'সুৰভি' আৰু 'জয়ন্তী' নামৰ আলোচনীসমূহ। 'দৈনিক অসমীয়া' কাকতখন বন্ধ হৈ যোৱাৰ পিছত ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, কবি-সাহিত্যিক দেৱকান্ত বৰুৱা, সাহিত্যিক, ৰাজনীতিবিদ হেম বৰুৱা আদিৰ অসমীয়া ভাষা-সাহিত্যৰ ভৱিষ্যতৰ চিন্তা-চৰ্চাৰ আলমতে সৃষ্টি হৈছিল অসমৰ তৃতীয়খন দৈনিক অসমীয়া বাতৰি কাকত 'নতুন অসমীয়া'ৰ।৮ এই অঞ্চলৰে এসময়ৰ স্থায়ী বাসিন্দা, সাংবাদিক, সাহিত্যিক ফণী তালুকদাৰ, কথা সাহিত্যিক যোগেশ দাস, কমল গগৈ, প্ৰমুখ্যে কেইবাগৰাকীমান বিশিষ্ট ব্যক্তিৰ আলোচনামৰ্মে স্থাপিত হৈছিল গুৱাহাটীৰ প্ৰথমটো সমবায় সাহিত্য প্ৰকাশক গোষ্ঠীৰ। তেওঁলোকে 'প্ৰহৰী' নামৰ মাহেকীয়া আলোচনী প্ৰকাশ কৰিছিল। ফণী তালুকদাৰৰ পত্নী ডলী তালুকদাৰৰ সাহিত্য চৰ্চা উজানবজাৰতে আৰম্ভ হৈছিল। উজানবজাৰৰ আন এটি সাহিত্য আলোচনাৰ অনুষ্ঠান গুৱাহাটীৰ আলোচনা চক্ৰ। যাৰ উদ্যোগত সাহিত্যচৰ্চা কৰিবলৈ আগবাঢ়ি আহিছিল এদল নবীন-প্ৰবীণ সাহিত্যিকে। সেইসকলৰ ভিতৰত গৱেষক পণ্ডিত ডঃ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, জিতেন্দ্ৰ নাথ বুজৰবৰুৱা, বনকোঁৱৰ আনন্দৰাম বৰুৱা, শিক্ষাবিদ দাৰ্শনিক শৰৎচন্দ্ৰ গোস্বামী, মেঘৰাম পাঠক, হৰিনাথ শৰ্মা, যতীন গোস্বামী, সোণাৰাম বেজ অন্যতম।

সবিতা সভাৰ সোণালী জয়ন্তী উপলক্ষে প্ৰকাশ পাবলগীয়া স্মৰণিকাখনৰ বাবে উজানবজাৰ-যোৰপুখুৰী অঞ্চলৰ সাহিত্যসেৱীসকলৰ কথা সোঁৱৰণিৰ ভটিয়নী নাৱত উজাই গৈ আৰু অ'ত-ত'ত পোৱা দুট-এটা পুৰণি সমলেৰে লিখিবলৈ প্ৰয়াস কৰা হৈছে— আমাৰ সীমিত জ্ঞানেৰে। অজানিতে কাৰোবাৰ নাম বাদ পৰি গ'লে সেয়া যেন আমাৰ ইচ্ছাকৃত বুলি নাভাবে। প্ৰবন্ধটোৰ প্ৰায়ভাগ কথা স্মৃতিভিত্তিক ; সেই কাৰণে ত্ৰুটি মাৰ্জনা কৰে যেন। □

# 'লুকীৰ বুৰঞ্জী' লেখক হাজী মহম্মদ শ্বাহ

বাণীকান্ত শৰ্মা

১২২৮ খ্ৰীষ্টাব্দত চুকাফাই চৰাইদেউত ৰাজধানী পাতি আহোম ৰাজত্বৰ পত্তন ঘটোৱা কালৰ পৰা বুৰঞ্জী ৰচনা কৰা পদ্ধতি অসমত প্ৰৱৰ্তিত হৈছে। প্ৰথমতে আহোম ৰজাসকলে আহোম ভাষাৰ পণ্ডিতসকলৰ হতুৱাই আহোম ভাষাত প্ৰশাসনীয় সকলো বিষয় লিপিবদ্ধ কৰাৰ উপৰি আহোম ৰাজ্যৰ অধীনস্থ প্ৰজাসকলৰ আচাৰ-ব্যৱহাৰ, জীৱিকা নিৰ্বাহ পদ্ধতি আৰু সাংস্কৃতিক জীৱনৰ বৃত্তান্ত সন্নিবিষ্ট কৰি বুৰঞ্জী প্ৰণয়ন কৰাইছিল। আহোমসকল বৈবাহিক সূত্ৰে অসমীয়া সমাজৰ লগত মিলামিচা কৰিবলগীয়া হোৱাত অসমীয়া সমাজৰ আচাৰ ব্যৱহাৰ আৰু সংস্কৃতিৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল। তদুপৰি আহোম ভাষা কথ্যভাষাৰূপে কমসংখ্যক লোকৰ মাজত প্ৰচলিত হ'বলৈ ধৰাত আহোম ভাষাৰ ঠাইত অসমীয়া ভাষাকে তেওঁলোকে মাতৃভাষা ৰূপে গ্ৰহণ কৰিবলৈ আগবাঢ়ি আহি ৰাজ দৰবাৰতো অসমীয়া ভাষাকেই ৰাজ্যভাষাৰ আসনত বহুৱাইছিল। বিভিন্ন সাক্ষ্যৰ পৰা বুজা যায় যে চুহুংমুঙ দিহিঙীয়া ৰজাৰ ৰাজত্ব (১৪৭৯-১৫৩৯) কালত অসমীয়া ভাষাই ৰাজমৰ্যাদা লাভ কৰিছিল আৰু তেতিয়াৰ পৰাই অসমীয়া ভাষাত বুৰঞ্জী লিখা কাম আৰম্ভ হয়। সপ্তদশ-অষ্টাদশ শতিকাত অসমীয়া বুৰঞ্জী সাহিত্যৰ সম্পূৰ্ণ বিকাশ ঘটে। আহোম ৰজা সকলে লিখোৱা বুৰঞ্জীবোৰত দাঁতিকাষৰীয়া ৰাজ্যৰ জীৱন ধাৰা আৰু ৰাজনৈতিক ইতিহাসৰ লগত পৰিচয় ৰাখিবলৈ যত্ন কৰাৰ উপৰি ৰাজ্যবোৰৰ আহোম ৰজাসকলৰ প্ৰতি থকা মনোভাবৰ বিতং বিশ্লেষণ সন্নিবিষ্ট কৰাইছিল।

আহোম ৰাজ্যৰ সীমাৰেখা কালক্ৰমত সম্প্ৰসাৰিত হৈছিল আৰু পশ্চিমে মানাহ নদীৰ সীমালৈ তেওঁলোকৰ শাসন প্ৰৱৰ্তিত হৈছিল, অৱশ্যে সেই সময়ৰ দাঁতিকাষৰীয়া সৰু সৰু ৰাজ্যবোৰৰ লৈতে বন্ধুত্বপূৰ্ণ সম্পৰ্ক ৰক্ষা কৰিবলৈ তেওঁলোক যত্নপৰ হোৱাটো পৰিলক্ষিত হয়।

দাঁতিকাষৰীয়া ৰাজ্যবোৰৰ অতীতৰ ইতিহাস সম্পৰ্কে আহোম বুৰঞ্জীও প্ৰায় নিমাত। নামনি অসমৰ বিশেষকৈ কামৰূপৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ

দক্ষিণপাৰৰ ক্ষুদ্ৰ ক্ষুদ্ৰ প্ৰায় কুৰিখন ৰাজ্যৰ ৰজাসকলৰ শাসন প্ৰণালী আৰু সেই ৰাজ্যবোৰৰ সীমান্তত থকা অন্যান্য জনজাতীয় ৰাজ্যৰ অধিবাসীসকলৰ সৈতে কেনেধৰণৰ সম্পৰ্ক আছিল সেই বিষয়ে কোনো তথ্য পোৱা নাযায়। ইয়াৰ প্ৰধান কাৰণ হ'ল— শিক্ষিত পণ্ডিত লোকৰ অভাৱ; যি দুই এজন শিক্ষিত লোক আছিল তেওঁলোকৰ ইতিহাস সংৰক্ষণৰ জ্ঞান একেবাৰে নাছিল। কিয়নো ইতিহাস যি ক্ষেত্ৰত নিমাত সেইক্ষেত্ৰত ইতিহাসৰ সহোদৰা কথাই আমাক বহুদূৰলৈ লৈ যায়। দক্ষিণ কামৰূপৰ উপত্যকা আৰু পাহাৰৰ অঞ্চলসমূহত বেলতলা, লুকী, বেকেলি আদি সৰু সৰু ৰাজ্যবোৰৰ লগত আহোম ৰজাসকলে নামনি অসমলৈ ৰাজ্য বিস্তাৰ কৰাৰ পিছত সম্পৰ্ক ৰক্ষা কৰিছিল। এই সৰু সৰু ৰাজ্যৰ ৰজা বা জমিদাৰ সকলে কৰতলীয়া ৰাজ্যৰ অধিপতিৰূপে কাৰ্যনিৰ্বাহ কৰি আহোম ৰজাক কৰ শোধাৰ লাগিছিল। ১৮২৬ খ্ৰীষ্টাব্দত ইয়াণ্ডাবু সন্ধি অনুসৰি অসমৰ শাসনভাৰ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে হাতত লোৱাৰ পিছতো দক্ষিণ কামৰূপৰ বিভিন্ন ৰাজ্যৰ ৰজাসকলে জমিদাৰী স্বত্ব লাভ কৰে আৰু প্ৰতিখন ৰাজ্যই একোখন স্বতন্ত্ৰ মৌজাৰূপে স্বীকৃতি লাভ কৰে। এই ৰাজ্যসমূহে ইংৰাজ চৰকাৰক বছৰে বছৰে ৰাজকৰ পৰিশোধ কৰিব লাগিছিল। এই ক্ষুদ্ৰ ৰাজ্যসমূহৰ ভিতৰত লুকী ৰাজ্যও অন্যতম।

আমাৰ দেশত স্থানীয় বুৰঞ্জী লিখা দস্তুৰ নাছিল। হেলা-চোৰোকাকৈ কোনো কোনো লেখকে প্ৰাসংগিকভাৱে দুই এটা বিষয় সন্নিবিষ্ট কৰাৰ বাহিৰে ধাৰাবাহিক কোনো প্ৰামাণিক তথ্য সম্বলিত স্থানীয় বুৰঞ্জী নাই বুলিলেও অত্যুক্তি কৰা নহয়। জনসাধাৰণৰ অতীতৰ স্মৃতি ৰোমন্থনৰ অনুৰাগ থাকিলেও লিপিবদ্ধ নকৰাৰ ফলত বহুতো মূল্যবান তথ্য কালৰ গৰ্ভত বিলীন হৈ যায়। লুকী ৰাজ্যৰ (পিছত মৌজা) বিষয়ে বিশেষ তথ্যপূৰ্ণ ইতিহাস লিখাৰ প্ৰচেষ্টা প্ৰাক্ স্বাধীনতা কালত মাত্ৰ এজন ব্যক্তিৰ বাহিৰে আন লোকে হাতত লোৱা নাছিল। ১৯০৫ খ্ৰীষ্টাব্দত লুকী ৰাজ্যৰ ৰাজপৰিয়ালৰ বংশধৰসকলে ৰাজকৰ চৰকাৰক শোধাৰ নোৱাৰাত ইংৰাজ চৰকাৰে ৰজাসকলৰ পূৰ্বপুৰুষৰ মা-সম্পত্তি বাজেয়াপ্ত কৰাৰ পিছত ১৯০৯ খ্ৰীষ্টাব্দলৈ কেতোবা এগৰাকী প্ৰভাৱশালী লোকে লুকী মৌজাৰ মৌজাদাৰী চলাইছিল যদিও ৰাজহ সংগ্ৰহ কৰি চৰকাৰক দিব নোৱাৰাত ১৯০৯ খ্ৰীষ্টাব্দত অসমত ইছলাম ধৰ্মৰ বাণী প্ৰচাৰ কৰিবলৈ অহা পীৰসকলৰ বংশধৰ গুৱাহাটী নিবাসী হাজী মহম্মদ শ্বাহক মৌজাদাৰ নিযুক্ত কৰি ইংৰাজ চৰকাৰে ৰাজহ সংগ্ৰহ কৰাৰ ব্যৱস্থা কৰিছিল। এই মৌজাদাৰী লাভ কৰাৰ পিছতে তেওঁ ১৯১১ চনত আদাম চুমাৰি (লোকপিয়ল) কাৰ্যত চুপাৰভাইজাৰৰ দায়িত্ব লোৱাৰ

উপবিও ১৯১৪ চনত পদহেতু সহকাৰী ছেটেলমেন্ট অফিচাৰৰ নিযুক্তি লাভ কৰে। প্ৰতি বছৰে যথাসময়ত মৌজাৰ সম্পূৰ্ণ ৰাজহ আদায় কৰি চৰকাৰৰ ঘৰত জমা দিব পৰা কাৰণে চৰকাৰে তেওঁক পুৰুষানুক্ৰমে মৌজাখনৰ দায়িত্ব অৰ্পণ কৰাৰ বন্দবস্ত কৰিছিল। তেওঁৰ কাৰ্য্যদক্ষতাৰ স্বীকৃতিস্বৰূপে চৰকাৰে তেওঁক লুকী মৌজাৰ ভুৰি পদদো অধিষ্ঠিত কৰে। সেইগৰাকী মৌজাদাৰ হাজী মহম্মদ খাহেই হ'ল— সৰ্বপ্ৰথমে লুকী ৰাজ্যৰ কিছু তথ্যভিত্তিক গ্ৰন্থ প্ৰণেতা প্ৰথম ব্যক্তি। তেওঁৰ প্ৰণীত পুথিখনৰ নাম হ'ল— A Short History of Luki 'লুকীৰ বুৰঞ্জী'। এই পুথিখনৰ পৃষ্ঠা সংখ্যা ১৮ ; ১৯২২ খ্ৰীষ্টাব্দত প্ৰকাশিত। এই পুথিখনৰ বিষয়ে পণ্ডিত হেমচন্দ্ৰ গোস্বামীয়ে লিখিছিল এইদৰে— "লুকীৰ বুৰঞ্জীৰ কিতাপখনি দেখি মই বৰ সন্তোষ পালোঁ। এই ভাবেৰে আমাৰ দেশৰ মৌজাদাৰবিলাকে তেওঁবিলাকৰ নিজ নিজ মৌজাৰ বিৱৰণবিলাক সংগ্ৰহ কৰি উলিয়ালে এটা মহৎ কাম কৰা হ'ব।" ডঃ সূৰ্যকুমাৰ ভূঞা আৰু পণ্ডিত সৰ্বেশ্বৰ কটকীয়ে পুথিখনৰ প্ৰশংসা কৰি গৈছে।

এই পুথিখন যদিও সৰু তথাপিও লেখকে মৌজাখনৰ লোকসংখ্যা, বিভিন্ন জাতি, কিংবদন্তিমূলক কাহিনী, হাবি বননি, জনসংখ্যা, গাঁৱৰ সংখ্যা, বাটপথ আদিৰ এটা চমু বিবৰণ উপস্থাপন কৰি কুৰি শতিকাৰ প্ৰথম দুটা-তিনিটা দশকৰ ছবি অংকন কৰিছে। পুথিখনক বুৰঞ্জী নুবুলি সামাজিক বুৰঞ্জী বুলিলেহে সমীচীন হ'ব, কিয়োনো ইয়াত ঐতিহাসিক তথ্য তেনেই তাকৰ। লুকী ৰাজ্যৰ অধিবাসীসকলৰ সামাজিক আৰু সাংস্কৃতিক জীৱনৰ প্ৰতিচ্ছবি পুথিখনত দাঙি ধৰিবলৈ লেখকে ত্ৰুটি কৰা নাই।

এই প্ৰসংগত পৰৱৰ্তী কালত বিশেষকৈ স্বাধীনোত্তৰ কালত বুৰঞ্জীবিদ বেণুধৰ শৰ্মাই 'পলাশবাৰীৰ দাঁতিয়ে কাষৰে' শীৰ্ষক প্ৰবন্ধত (পিছত 'বুৰঞ্জীৰ সঁফুৰা'ত অন্তৰ্ভুক্ত) লুকী, বেকেলি প্ৰভৃতি সৰু সৰু ৰাজ্যসমূহৰ ঐতিহাসিক মূল্যায়ন উপস্থাপন কৰিছে। আন এজন কৃতী লেখক সৰ্বেশ্বৰ ৰাজগুৰুৱে লুকী প্ৰভৃতি ৰাজ্যসমূহৰ ঐতিহ্য আৰু পৰম্পৰাৰ বিষয়ে আলোচনা কৰিছে। ১৯৬৮ খ্ৰীষ্টাব্দত লেখক বীৰেন ৰাভাই লুকী ৰাজ্যৰ এটি ঐতিহাসিক বিবৰণ পুনৰ্নিৰ্মাণ কৰি 'লুকীৰ ইতিবৃত্ত' নামৰ পুথি এখন প্ৰকাশ কৰি ৰাইজৰ আগত দাঙি ধৰিছে।

আমাৰ এই প্ৰবন্ধত লুকী ৰাজ্যৰ ঐতিহাসিক আৰু সামাজিক তথা সাংস্কৃতিক জীৱনধাৰা উপস্থাপন কৰা উদ্দেশ্য নহয়। 'লুকীৰ বুৰঞ্জী'ৰ লেখক হাজী মহম্মদ খাহৰ পূৰ্বপুৰুষ আৰু তেওঁৰ কৰ্মময় জীৱনৰ এটি চমু বিবৰণ দাঙি ধৰিবলৈহে ইয়াত প্ৰয়াস কৰা হ'ব। হাজী মহম্মদ খাহৰ প্ৰতি শ্ৰদ্ধা নিবেদন

কৰিবলৈ হ'লে আমি অসমৰ অতীত সংস্কৃতিৰ প্ৰতি চকু দিব লাগিব।

বাৰেবৰণীয়া অসমৰ সংস্কৃতি নানা ধৰ্ম, জাতি-উপজাতিৰ সংমিশ্ৰণ আৰু সমন্বয়ৰ মাজেৰে গঢ়ি উঠা সংস্কৃতি। মধ্যযুগত মহাপুৰুষ শংকৰদেৱে নৱবৈষ্ণৱ ধৰ্মৰ ধল শদিয়াৰপৰা কোচবিহাৰলৈ বোৱাই দিয়াৰ সময়ৰেপৰা ইছলামধৰ্মাবলম্বীসকলেও স্তিমিত গতিত অসমৰ সংস্কৃতিলৈ কম পৰিমাণে হ'লেও সংস্কৃতিৰ বিশাল ক্ষেত্ৰলৈ অবিহণা আগবঢ়াইছিল। ষোড়শ শতিকাত (কাৰো কাৰো মতে সপ্তদশ শতিকাত) আজমীৰৰপৰা (কাৰো কাৰো মতে আৰবৰ পৰা) ইছলামধৰ্মৰ শান্তিৰ বাণী প্ৰচাৰ কৰিবলৈ আজান পীৰৰ লগত অসমলৈ আহিছিল কেইগৰাকীমান পীৰ। প্ৰসিদ্ধ লেখক আব্দুছ ছত্তাৰে ১৬৬১ খ্ৰীষ্টাব্দত মোগল সেনাপতি মিৰজুমলাৰ অসম আক্ৰমণৰ সময়ত অথবা শৰাইঘাটৰ যুদ্ধৰ সময়ত ৰামসিংহৰ লগত পাঁচজন পীৰ অসমলৈ অহা বুলি তেওঁৰ 'সংমিশ্ৰিত অসমীয়া সংস্কৃতি' নামৰ গ্ৰন্থত উল্লেখ কৰিছে। সেই পীৰ কেইজন হ'ল—শ্বাহ আকবৰ, শ্বাহ ৰগমাৰ, শ্বাহ শৰণ, শ্বাস সুফী আৰু শ্বাহ কামাল। এই পীৰসকলৰ উপৰি কিছুমান ধাৰ্মিক মুছলমান আহি আহোম ৰজাসকলৰ অনুগ্ৰহত অসমত বসবাস কৰিবলৈ লয়। এই পীৰসকলৰ ভিতৰত আজান পীৰ আছিল প্ৰতিভাশালী ভক্ত কবি। এই গৰাকী পীৰে জিকিৰ নামৰ এশ্ৰেণীৰ তত্ত্বমূলক গীত ৰচনা কৰিছিল। যিমানবোৰ জিকিৰ গীত আছে সেই সকলোবোৰেই তেওঁৰ নিজৰ নহয় বুলি সমালোচকসকলে সেইবোৰৰ আভ্যন্তৰীণ বিচাৰ বিশ্লেষণ কৰি প্ৰতিপন্ন কৰিছে। সাধাৰণতে তেওঁৰ নামত আঠকুৰি গীত প্ৰচলিত হৈ আছে। ডঃ মহেশ্বৰ নেওগে আজানপীৰৰ প্ৰসংগত তেওঁৰ 'অসমীয়া সাহিত্যৰ ৰূপৰেখা'ত লিখিছে—"ডক্টৰ ভূঞাই পোৱা এখনি পুৰণি বুৰঞ্জী মতে গদাধৰ সিংহৰ দিনত ৰূপাই দা-ধৰাই আজান ফকিৰৰ চকু কাঢ়ে ১৬০৮ শক বা ১৬৮৪ চনত (?)।" (আচলতে ইংৰাজী চনটো ১৬৮৬ হ'ব লাগে।)...ৰূপাই দা-ধৰাৰ কথা শুনি আহোম ৰজাই আজান ছাহাবক সন্দেহ কৰি চকু কঢ়ায়, কিন্তু পিছত তেওঁৰ ধৰ্মৰ মাহাত্ম্য জানিব পাৰি দিখৌমুখৰ সৰাগুৰি চাপৰিত মাটিবৃত্তি দি থয়। তাতে চাহাবৰ মৃত্যু হয়।"

আজান পীৰৰ লগতে আন এগৰাকী ফাৰ্চী ভাষাৰ নিপুণ পণ্ডিত অসমলৈ আহিছিল আৰু আহোম ৰজাৰ অনুগ্ৰহ লাভ কৰি শিৱসাগৰত বসতি কৰিছিল। তেওঁৰ নাম আছিল পীৰ মহম্মদ আলি। পীৰ মহম্মদ আলিয়ে সেই সময়ৰ দিল্লীৰ বাদচাহৰ পৰা ফাৰ্চী ভাষাত লিখা চিঠিপত্ৰবোৰ অসমীয়ালৈ অনুবাদ কৰি আহোম ৰজাক বুজাই দিছিল। এই অনুবাদবোৰ কেনেকুৱা ধৰণেৰে লিখিছিল

আৰু সেইকাৰণে যাতিহে ৰজাই সেইবোৰ পঢ়িব পাৰিছিল। আহোম ৰজাই পীৰ মহম্মদ আলিক মৰমতে 'পোৱালি কাজী' বুলি মাতিছিল।

পীৰ মহম্মদৰ একমাত্ৰ পুত্ৰ আছিল ফৰজন্দ। তেওঁ আহোম ৰজাৰ সাজপাৰবোৰ অতি ধুনীয়াকৈ প্ৰস্তুত কৰি দি প্ৰশংসাৰ পাত্ৰ হৈছিল আৰু তেওঁক গাওঁবুঢ়া বুলি সকলোৱে সন্মান-সমাদৰ কৰিছিল। তেওঁ হেনো মান ৰজাকো ধুনীয়া সাজপাৰ প্ৰস্তুত কৰি দিছিল। মানৰ আক্ৰমণৰ সময়ত তেওঁৰ পত্নীক মানে বন্দী কৰিছিল। পিছত মানৰজাই তেওঁক মুকলি কৰি দিছিল। ১৮২৬ খ্ৰীষ্টাব্দত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে অসমৰ শাসনভাৰ লোৱাৰ পিছত তেওঁক পাটোৱাৰী পাতিছিল।

ফৰজন্দ গাওঁবুঢ়াৰ পুত্ৰসকলৰ এজনৰ নাম আছিল তেখেল্ল। তেওঁ শিৱসাগৰৰ পৰা গুৱাহাটীলৈ আহি গুৱাহাটীতে বসতি স্থাপন কৰে। তেওঁ আৰু তেওঁৰ লগত অহা লোকসকলে প্ৰথমতে গুৱাহাটীৰ জৰ্জ খেল পথাৰত বাস কৰিবলৈ লয়, কিন্তু তাত কিছুদিনৰ পিছতে সৈন্যৰ চাউনী পতাত তেওঁলোক কমাৰপট্টীলৈ যায় আৰু তাতে স্থায়ীভাৱে থাকিবলৈ লয়। তেতিয়া কমাৰপট্টীৰ নাম আছিল কাজীপট্টী।

তেখেল্লৰ দুজন পুত্ৰ, এজনৰ নাম চিমকজ আৰু আনজনৰ নাম অহিদ। চিমকজ আলি গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ এগৰাকী খ্যাতনামা শিক্ষক আছিল। চিমকজ আলিৰ পত্নী আছিল শিৱসাগৰৰ।

চিমকজ আলিৰ তিনিগৰাকী পুত্ৰ আছিল যথাক্ৰমে ডাঃ আয়াজ, মহম্মদ শাহ আৰু মোবাৰক আলি, তেওঁৰ এগৰাকী কন্যাও আছিল, তেওঁৰ নাম বাহতুন নিছা, তেওঁ 'মেনি' নামেৰে জনাজাত। মহম্মদ শাহৰ পুত্ৰও তিনিজন, তেওঁলোক যথাক্ৰমে নাদিৰ শাহ, ফিৰোজ শাহ আৰু বাহাদুৰ শাহ। তেওঁৰ কন্যাও দুগৰাকী—ৰাবিয়া বেগম আৰু গুলজাৰ বেগম। চিমকজ আলিৰ দ্বিতীয় পুত্ৰ মহম্মদ শাহৰ জন্ম হয় ১৮৮০ খ্ৰীষ্টাব্দত আৰু তেওঁৰ পৰলোক ঘটে ১৯৩৪ খ্ৰীষ্টাব্দৰ ৯ অক্টোবৰত। তেওঁ মক্কাৰ পৰা ঘূৰি অহাৰ পিছত হাজী মহম্মদ শাহ নামেৰে জনসমাজত জনাজাত হৈছিল। তেওঁ আছিল অতি বিদ্যোৎসাহী, সমাজসেৱক আৰু দানবীৰ। তদুপৰি তেওঁ আছিল এগৰাকী ধৰ্মপৰায়ণ লোক। ইংৰাজ চৰকাৰৰ দিনত হাজী মহম্মদ শাহে কামৰূপ জিলাৰ ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰত অৱস্থিত শিংৰা, বকো, লুকি আৰু বেকেলি মৌজাৰ মৌজাদাৰৰ দায়িত্ব গ্ৰহণ কৰি সুচাৰুৰূপে কাৰ্যনিৰ্বাহ কৰি গৌৰৱ আৰু যশস্যা লাভ কৰিছিল। সেই সময়ত মৌজাদাৰসকলে মৌজাৰ ভিতৰৰ গাঁওবোৰলৈ গৈ ৰায়তৰ পৰা মাটিৰ খাজনা আদায় কৰিব লাগিছিল। মহম্মদ শাহে মৌজাবোৰৰ ভিতৰ

অঞ্চলটো যোৱাৰ কোনো যান-বাহন নোহোৱা কাৰণে ঘোঁৰাত উঠি গুৱাহাটীৰ পৰা অহা-যোৱা কৰিছিল। গুৱাহাটীৰ পৰা গোৱালপাৰালৈ যোৱা ট্ৰাংক ৰ'ডটোৰ বাহিৰে গাঁৱৰ ভিতৰলৈ যোৱাৰ বাবে অটব্য হাবিৰ মাজেৰে যোৱা লুভলুভীয়া বাটৰ বাহিৰে কোনো ব্যৱস্থা নাছিল। নৈ পাৰ হ'ব লাগিছিল নাৱেৰে বা সাঁকোৰে। তেওঁ অটব্য হাবিৰ মাজেৰে ঘোঁৰাৰ পিঠিত উঠি যাতায়াত কৰোঁতে হিংস্ৰ জন্তু, সাপ আদিৰ সন্মুখীন হ'বলগীয়া হৈছিল।

হাজী মহম্মদ শ্বাহৰ জীৱনৰ কৰ্মৰাজিলৈ লক্ষ্য কৰিলে তেওঁৰ জীৱনৰ কেইটামান বৈশিষ্ট্য আমাৰ চকুত পৰে। তেওঁ আছিল এগৰাকী দয়ালু প্ৰশাসনীয় বিষয়া। তেওঁ মৌজাৰ অধিবাসীসকলৰ পৰা মাটিৰ খাজনা যথাসময়ত আদায় কৰি চৰকাৰক শোধাবলৈ সক্ষম হৈছিল। কেতিয়াবা কোনো লোকে মাটিৰ খাজনা দৰিদ্ৰতাৰশতঃ ঠিক সময়ত শোধাব নোৱাৰিলে তেওঁ নিজৰ পৰা খাজনাৰ ধন আদায় দিছিল আৰু কেতিয়াবা কোনো লোকে নিয়মিত খাজনাতকৈ বেছি দি গ'লে পিছৰ বছৰৰ খাজনাৰ লগত মিলাই দিছিল। শিক্ষা-দীক্ষাৰ অভাৱত যে মানুহবোৰে তেনে কৰিছিল তাক তেও উপলব্ধি কৰিছিল। মৌজাখনৰ সকলো মানুহেই তেওঁক শ্ৰদ্ধা আৰু সন্মান কৰিছিল।

হাজী মহম্মদ শ্বাহ আছিল এজন স্বধৰ্মপৰায়ণ লোক। অসমৰ পৰা সেই সময়ত মুছলমানসকলৰ পবিত্ৰ তীৰ্থ মক্কালৈ যোৱাটো এটা ভাবিব নোৱৰা কথা আছিল। আৰবৰ মৰুভূমিৰ মাজেৰে যাবলৈ মানুহে উটৰ পিঠিত উঠি বাট কুৰি বাই মক্কালৈ যাব লাগিছিল। মৰুভূমিৰ মাজত খাদ্যবস্তু আৰু পানীৰ বৰ অভাৱ। উটেৰে যোৱা পথৰ দাঁতিত বহু দূৰে দূৰে বুদু নামৰ এটা জাতিৰ লোকে বহু ধনৰ বিনিময়ত ছাগলীৰ চালেৰে তৈয়াৰ কৰা মুচক নামৰ পানীৰ পাত্ৰেৰে পানী পথযাত্ৰীসকলক খাবলৈ দিছিল। খেজুৰৰ বাহিৰে অন্য খাদ্য পোৱা নগৈছিল। তথাপিও মহম্মদ শ্বাহে তেওঁ বৈবাহিক জীৱন আৰম্ভ কৰাৰ পূৰ্বেই মক্কালৈ হজ কৰিবলৈ গৈছিল। অসমৰ পৰা হজলৈ যোৱা প্ৰথম ব্যক্তি হেনো তেৱেঁই বুলি তেওঁৰ নাতিনী গুলজাৰ বেগমে লিখা জীৱনী পুথি 'হাজী মহম্মদ চাহ'ত উল্লেখ কৰা গৈছে।

হাজী ভাণ্ডৰীয়া আছিল এজন দানবীৰ আৰু সমাজসেৱক। তেওঁ পল্টন বজাৰৰ মছজিদটো নিজে নিৰ্মাণ কৰি মুছলমান সমাজৰ পৰা প্ৰশংসা লাভ কৰিছিল। তেৱেঁই চানমাৰিৰ নিজৰ পাঁচ বিঘা মাটি উক্ত মছজিদৰ ৰক্ষণাবেক্ষণৰ কাৰণে দান কৰি গৈছে।

সমাজসেৱকৰূপে তেওঁ গুৱাহাটীৰ চিভিল হাস্পাতালৰ (বৰ্তমান মহেন্দ্ৰ মোহন চৌধুৰী হাস্পাতাল) ৰোগীসকলৰ উপকাৰৰ অৰ্থে দুটা ৱাৰ্ড নিৰ্মাণৰ বাবে

বহন কৰিছিল। পল্টনবজাৰৰ গুৱাহাটী-ছিলং পথৰপৰা নিউফিল্ডৰ কাষেৰে জনতা হোটেলৰ সন্মুখত ওলোৱা পথছোৱাও তেওঁ নিৰ্মাণ কৰি দিছিল বাবে আজিও সেই পথটো 'মহম্মদ চাহ' পথ নামেৰে জনাজাত।

আনফালে হাজী ডাণ্ডৰীয়া আছিল এগৰাকী বিদ্যোৎসাহী ব্যক্তি। তেওঁ তেতিয়াৰ কলিকতা বিশ্ববিদ্যালয়ৰপৰা প্ৰৱেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা মুছলমান ছাত্ৰসকলৰ ভিতৰৰ প্ৰথম স্থান লাভ কৰাজনক এটা সোণৰ পদক দি উৎসাহিত কৰিছিল বুলি তেওঁৰ চমু জীৱনীপুথি 'হাজী মহম্মদ চাহ'ত উল্লেখ কৰা হৈছে। সেইসকল ছাত্ৰৰ কেইগৰাকীমান কৃতী ছাত্ৰৰ নাম আছে এইদৰে— ইনামুলহক (ইঞ্জিনীয়াৰ), আহমদ হুছেইন (কটন কলেজৰ ৰসায়ন বিভাগৰ অধ্যাপক আৰু শেষত কোহিমা ছায়েন্স কলেজৰ অধ্যক্ষ), মহম্মদ নুৰুল ইছলাম (কটন কলেজৰ অধ্যক্ষ, অসমৰ শিক্ষাবিভাগৰ সঞ্চালক, মাধ্যমিক শিক্ষা বৰ্ডৰ অধ্যক্ষ), বাহাৰুল ইছলাম (গুৱাহাটী উচ্চ ন্যায়ালয়ৰ ন্যায়াধীশ, ভাৰতৰ উচ্চতম ন্যায়ালয়ৰ ন্যায়াধীশ), মকিবুৰ ৰহমান (অসম চৰকাৰৰ শিক্ষা সচিব) প্ৰভৃতি।

এনেকুৱা উদাৰচিতীয়া ব্যক্তিগৰাকী নীৰৱে এজন সাহিত্য সেৱকো আছিল। তেওঁ কবিতা লিখিছিল আৰু সৰু সৰু ল'ৰা-ছোৱালীৰ উদ্দেশ্যে কিছুমান হিতোপদেশ লিখি নীতি শিক্ষা দিয়াৰ উপৰি চৰিত্ৰগঠনৰ প্ৰচেষ্টা কৰিছিল। তেওঁ লিখা কেইটামান উপদেশ তলত দাঙি ধৰা হ'ল ঃ

(১) মিতব্যয়িতাই দেশৰ, দহৰ, জাতিৰ আৰু ঘৰৰ উপকাৰ সাধন কৰে।

(২) বিলাসিতাপূৰ্ণ জীৱন ত্যাগ কৰি সহজ-সৰল জীৱন নিৰ্বাহ কৰিব লাগে।

(৩) ধৰ্মই মানুহক শৃংখলাবদ্ধ কৰে, সৎপথেৰে চলিবলৈ সহায় কৰে।

(৪) দয়া, মৰম আৰু চেনেহ মানৱ জীৱন সাৰ্থক কৰে।

(৫) খঙেৰে কোনো কাম সিদ্ধ নহয়, নম্ৰতা আৰু সহিষ্ণুতাৰে বহু কাম কৰিব পাৰি।

(৬) লগাতকৈ বেছি সম্পত্তি সঞ্চয় কৰিব নালাগে।

(৭) দান কৰাটো পুণ্যৰ কাম ; দানে মানুহক অমৰ কৰে।

(৮) নিজে জনা কথাবোৰ আনক শিকাব লাগে, নিশিকোৱাটো পাপ কাম।

(৯) স্বাৰ্থপৰ হোৱাটো ধৰ্মবিৰোধী কাম।

(১০) বিপদত মানুহক সহায় কৰিব লাগে।

হাজী ডাঙৰীয়াৰ পত্নী, পুত্ৰ আৰু কন্যাসকলে আৰু তেওঁলোকৰো পুত্ৰকন্যাসকলে হাজী মহম্মদ চাহৰ আদৰ্শ অনুকৰণ কৰি এতিয়াও নানাভাৱে নানা অনুষ্ঠানক সহায়-সাহায্য আগবঢ়াই সমাজৰ প্ৰশংসা লাভ কৰি আছে। তেওঁৰ

তিনিগৰাকী পুত্ৰ—নাদিৰ শ্বাহ, ফিৰোজ শ্বাহ আৰু মৰহম বাহাদুৰ। ফিৰোজ শ্বাহে গুৱাহাটীৰ জ্যোতিনগৰৰ নিম্ন বুনিয়াদী স্কুলৰ ঘৰটো সাজি দিছে। নাদিৰ শ্বাহে জ্যোতিনগৰৰ মছজিদৰ নিৰ্মাণৰ খৰচ বহন কৰিছে। হাজী ভাণ্ডাৰীয়াৰ পত্নীয়ে চানমাৰিৰ মছজিদটো সজাৰ উপৰি হাজো মকামত লোৰ পেৰাটোও ভেওঁৰ স্বামীৰ স্মৃতি ৰক্ষাৰ্থে দান কৰিছে। এইদৰে হাজী ভাণ্ডাৰীয়াৰ বংশধৰসকলে নানা সামাজিক আৰু জনহিতকৰ কাম কৰি প্ৰশংসাৰ পাত্ৰ হৈছে।

একোটা পৰিয়ালৰ উদাৰতা আৰু বদান্যতাৰ ফলত অসম তথা ভাৰতৰ নানা ঠাইত কিছুমান ডাঙৰ ডাঙৰ অনুষ্ঠান গঢ়ি উঠাটো সৰ্বজনবিদিত কথা। হাজী মহম্মদ শ্বাহৰ বংশধৰসকলে এই বদান্যতা অটুট ৰাখিব বুলি আশা কৰিব পাৰি। □

# নলিনীকাব্যত স্বদেশপ্ৰেমৰ উত্তৰণ

**লিলি ৰাজবংশী**

অসম সাহিত্য সভাৰ প্ৰথম গৰাকী মহিলা সভানেত্ৰী স্বনামধন্য নলিনীবালা দেৱী অসমীয়া কাব্য সাহিত্যৰ বুৰঞ্জীত এটি স্মৰণীয় নাম।

গীত, কবিতা, নাট, সাহিত্য, আলোচনা, জীৱনী আদি ৰচনা কৰি অসমীয়া সাহিত্য মন্দিৰলৈ বহমূলীয়া উপচাৰ আগবঢ়োৱা নলিনীবালা দেৱী অসমীয়া মহিলা কবিসকলৰ ভিতৰতো শ্ৰেষ্ঠ কবি হিচাপে পৰিগণিত। অপ্ৰকাশিত কবিতা সম্ভাৰ বাদ দিলেও প্ৰকাশিত কবিতাৰ পুথি "সন্ধিয়াৰ সুৰ", "সপোনৰ সুৰ", "পৰশমণি", "যুগদেৱতা", "জাগৃতি", "অলকানন্দা", "মন্দাকিনী" আৰু "অন্তিম সুৰ" অসমীয়া সাহিত্য মন্দিৰৰ অক্ষয় বন্তি। নলিনী কাব্যত "আধ্যাত্মিক বা ৰহস্যবাদ" ধাৰা যিদৰে বিশেষভাৱে উল্লেখনীয় সেইদৰে বিশেষভাৱে উল্লেখনীয় আনটো ধাৰা হ'ল "দেশপ্ৰেম"।

অতীন্দ্ৰিয় তত্ত্বৰ মাধুৰ্যৰ লগে লগে স্বদেশপ্ৰেমৰ জেউতিয়ে চিৰজ্যোতিষ্মান কৰি তোলা কবিতা সম্ভাৰত কবি গৰাকীৰ অনিৰ্বচনীয় মন, স্বদেশপ্ৰেম আৰু ৰহস্যঘন তত্ত্ব জিজ্ঞাসা একোটা বিন্দুলৈ গতি কৰা যেন লাগে। কবিৰ দৃষ্টিত স্বদেশপ্ৰেম, ভগৱৎ প্ৰেমৰ এটা আলম মাত্ৰ।

নলিনীবালা দেৱী অন্তঃকৰণেৰে উদাৰ দৃষ্টিসম্পন্ন অসমীয়া কবি। তেওঁ মাতৃভূমি অসমক প্ৰাণভৰি ভাল পায়। এইয়া তেওঁৰ পিতৃৰ প্ৰভাৱো হ'ব পাৰে। অসমৰ মুকুটবিহীন সম্ৰাট কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ ভাৰতৰ মুক্তি আন্দোলনৰ আগ শাৰীৰ নেতা। আৰু তেওঁৰ ঘৰখন স্বৰাজ আন্দোলনৰ কেন্দ্ৰস্থল আছিল। নলিনীবালা দেৱীয়ে স্বাধীনতা আন্দোলনৰ যুঁজাৰুসকলক দেখিছিল, আলাপ আলোচনাতো যোগ দিছিল, গতিকে দেখা যায় যে স্বাধীনতাপ্ৰেমী ঘৰখনৰ প্ৰভাৱেও তেওঁক দেশপ্ৰেমত বিশেষভাৱে উদ্বুদ্ধ কৰি তুলিছিল। তেওঁৰ স্বদেশপ্ৰেমৰ কবিতাবোৰ ঘৰুৱা পৰিবেশ আৰু ভাৰতৰ মুক্তি আন্দোলনৰেই ফলশ্ৰুতি।

নলিনী দেবীৰ স্বদেশ প্ৰেমমূলক কবিতা কেইটাৰ ভিতৰত "জনমভূমি" কবিতাটো বিশেষভাৱে উল্লেখনীয়। ইয়াত প্ৰাণ পৰশি যোৱাকৈ কবিৰ গাঢ় দেশ প্ৰেম প্ৰজ্বলিত হৈ উঠিছে। দেশৰ প্ৰতি প্ৰগাঢ় ভক্তি আৰু চিৰন্তন আকৰ্ষণ কবিতাটোৰ জৰিয়তে প্ৰকাশ পাইছে। এনে শাশ্বত দেশ প্ৰেমৰ অভিব্যক্তি ভাৰতীয় কাব্য সাহিত্যত বিৰল। এই কবিতাটিত ভাৱৰ ওজস্বিতা, ছন্দৰ সাৱলীলতা, অলঙ্কাৰৰ ব্যঞ্জনা আৰু শব্দচয়ন অতি অপূৰ্ব আৰু মধুৰ। প্ৰস্তাৱনাতে কবিয়ে আমাক দেশপ্ৰেমৰ স্নিগ্ধ সুকোমল উমেৰে জন্মৰ পৰা মৃত্যুলৈ বোৱাই নিছে।

মেলিলোঁ প্ৰথম চকু তোমাৰ কোলাত আই
জনমৰ আদিম পুৱাত
মুদিম আকৌ চকু তোমাৰ কোলাত শুই
জীৱনৰ শেষ সন্ধিয়াত।

পূৰ্বজন্ম বিশ্বাসী কবিয়ে মৃত্যুৰ পিছতো নিজ জন্মভূমিত জনম ল'বলৈ কৰা কামনা অতি অন্তৰস্পৰ্শী।

মৰাৰ পিছত যেন পাওঁহি আকৌ ঠাই
চেনেহৰ শীতলী কোলাত,
ভাগৰুৱা আতমাই শেষৰ জিৰণি লৈ
জিৰাবহি তোমাৰ ছাঁয়াত।

দেশপ্ৰেমত বিশেষভাৱে উদ্বেলিত কবিয়ে মৃত্যুৰ পিছতো নানাভাৱে জনমভূমিৰ সেৱা কৰিবলৈ বিচাৰিছে। পখী হৈ আকাশৰ বুকুত উৰি ফুৰি আকৌ পুৱতিৰ লগে লগে স্বদেশবাসীক সুৱদি গীতৰ সুৰেৰে জগাই তুলিবলৈ, আকাশৰ তৰা হৈ দেশক পোহৰ বিলাবলৈ, নদী হৈ মাতৃভূমিৰ চৰণ ধুৱাবলৈ কৰা কবিৰ মন অতি সুন্দৰ আৰু উচ্চ স্তৰৰ। স্বদেশৰ তগা পঁজাকো মহান তীৰ্থৰ পুণ্যাশ্ৰমলৈ ৰূপান্তৰ কৰিব পৰা কবিয়ে মৃত্যুৰ পিছতো নিজৰ দুখীয়া দেশতে জন্ম লোৱাৰহে কামনা কৰিছে।

দুখীয়াৰ তগা পঁজা একোখনি তীৰ্থ ভাত
একোখনি পুণ্যৰ আশ্ৰম,
মৰিলে পুনৰ আহি দুখীয়া দেশতে মোৰ
পাওঁ যেন পুনৰ জনম।

দেশপ্ৰেমৰ এনে গাঢ়তা আৰু ব্যাপকতা নলিনী দেবীৰ কবিতাত উল্লেখনীয়ভাৱে পৰিলক্ষিত হৈছে। তেওঁৰ ৰহস্য উদঘাটনৰ কল্পনাই বাস্তৱ সমাজক আনন্দত নিমজ্জিত কৰিব পাৰিছে।

দেশ প্ৰেমিকা হিচাপে নলিনী দেবী প্ৰথমতে অসমীয়া তাৰ পাছতহে ভাৰতীয়। প্ৰথম স্তৰত তেওঁ অসমক লৈ বহু কেইটা দেশ প্ৰেমমূলক কবিতা লিখিছে। শঙ্কৰ, মাধৱ, পাহাৰী দেশ, ভোগালী বিহু, ৰঙালী বিহু, মহানদৰ আত্মকাহিনী, লক্ষ্মীনাথ, কবিনাই, জ্যোতি নাই, বাণীকান্ত, মিলন-আহুতি, তুমি অসমীয়া, তুমি যদি অসমীয়া, শঙ্কৰ প্ৰণতি, মাধৱ-বান্ধৱ, সত্যাগ্ৰহী জয়মতী, চেনেহী ভাষা, মৰমী অসমী আই, মাতৃভূমি মোৰ, ওপজা ঠাই ইত্যাদি।

ভাৰতবৰ্ষক কেন্দ্ৰ কৰি লেখা দেশ প্ৰেমৰ কবিতা তেওঁৰ অসংখ্য আছে। 'ভাৰতবৰ্ষ' শীৰ্ষক কবিতাত নলিনী দেবীয়ে ভাৰতৰ ঐতিহ্য দাঙি ধৰিছে। মই ভাৰতৰ নাৰী কবিতাত প্ৰাচীন ভাৰতৰ নাৰী সকলৰ ত্যাগ, মহত্ত্ব, বীৰত্ব, জ্ঞান আৰু আদৰ্শ সোঁৱৰাই দি আধুনিক যুগৰ ভাৰতীয় নাৰী সমাজক সচেতন কৰিবলৈ প্ৰয়াস কৰিছে। কবিয়ে এই কবিতাটিৰ জৰিয়তে ভাৰতীয় নাৰীৰ দেশপ্ৰেম সুন্দৰকৈ বৰ্ণনা কৰিছে। তেওঁ তেজোদীপ্ত কণ্ঠেৰে কৈছে—

"ভাৰতৰ যুগমীয়া দেউলৰ বিজয় প্ৰদীপ
জ্বলিছে জ্বলাম হৈ চিৰ প্ৰজ্বলিত
চিৰ অপৰাজিতা উজ্বলিতা মই আনন্দিতা
প্ৰাণত জ্বলিছে মোৰ প্ৰতিভাৰ জ্বলন্ত
কবিতা
ভাৰত মনীষা মই যুগে যুগে অনিৰ্বাপিতা
ভাৰতৰ হোমৰ বেদীৰ
চিৰন্তন হোমানল
হোমজ্যোতি শিখা। ▢

# অসমৰ প্ৰাচীন আৰু মধ্যযুগৰ সংস্কৃতিত নৰবলিৰ স্থান

সূৰ্য দাস

ইতিহাসে ঢুকি নোপোৱা কালৰে পৰা অসমত বসবাস কৰি অহা আৰ্যভিন্ন লোকসকলেই অসমৰ আদিম অধিবাসী। অনাদি কালৰেপৰা তেওঁলোকেও পৃথিবীৰ অইন অঞ্চলৰ মানুহৰ দৰেই উৰ্বৰতাৰ কামনাৰে যোনিপূজা, লিঙ্গপূজা আদি কৰি আহিছে। "ইয়াৰ প্ৰমাণ স্বৰূপে জয়ন্তীয়াসকলৰ দেৱী বুঢ়ী গোসাঁনী, খাচীসকলৰ দেৱী কামাইখা, বড়োসকলৰ দেৱী খাম্‌মাইখাৰ উপৰিও ৰক্তাৰ কামনাৰে চুতীয়া আৰু দেউৰীসকলৰ দ্বাৰা পূজিতা হৈ অহা আইমাতৃ দিক্করবাসিনী কেঁচাইখাতী, ৰাভাসকলৰ দেৱী তামায়, ডিমাছাসকলৰ দেৱী হেৰেমডী, তিৱাসকলৰ দেৱী কালিকা, গাৰোৰ আইমাতৃ 'ফজৌ'ৰ নামেই ল'ব পাৰি। মৃদু আৰু উগ্ৰভাৱৰ দেৱীসকলৰ উপাসনাই এই ৰাজ্যত প্ৰাগ্‌ঐতিহাসিক কালৰে পৰা শক্তি পূজাৰ এক নিৰৱচ্ছিন্ন সোঁত প্ৰৱাহিত কৰি ৰাখিছিল। মৃদুৰূপত তেওঁ চিৰকল্যাণময়ী মাতৃৰূপা আই। উগ্ৰৰূপত তেওঁ পৰ্বত-পাহাৰ অৰণ্যত লুকাই থকা ভীষণ প্ৰকৃতিৰ ৰক্তলোলুপা দেৱী। (নিৰ্মলপ্ৰভা বৰদলৈ, দেৱী, সাহিত্য প্ৰকাশ, গুৱাহাটী ১৯৮৬ চন, পৃষ্ঠা-৩৮৯) এই ৰূপত দেৱীৰ প্ৰতি নৰবলি আগবঢ়োৱা হৈছিল।

তীক্ষ্ণকান্ত, ৰক্তলোলুপা শক্তি দেৱীৰূপে শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ দেৱীগৰাকী বিখ্যাত। কামৰূপৰ কামাখ্যাকে ধৰি অসমৰ বিভিন্ন পীঠ আৰু দেৱী মন্দিৰত নৰবলি দিয়াৰ ঐতিহাসিক আৰু কিম্বদন্তিমূলক তথ্য পোৱা যায়। দেৱীৰ উদ্দেশ্যে নৰবলি দিয়াৰ ঐতিহাসিক প্ৰমাণ কেৱল অসমৰ মধ্যযুগৰ ইতিহাসৰ পৰাহে পোৱা যায়। আনহাতে প্ৰাচীন যুগৰ শক্তি উপাসনাৰ লগত নৰবলি দিয়াৰ প্ৰমাণ সেই সময়ৰ দেৱী মূৰ্তি আৰু ভাস্কৰ্য আদিৰ পৰাহে পোৱা যায়। কিন্তু নৰবলিৰ ইঙ্গিত বহনকাৰী দেৱী মূৰ্তিসমূহো সংখ্যাত তাকৰীয়া, এই মূৰ্তিসমূহক চামুণ্ডাৰ মূৰ্তি বুলি কোৱা হয়। চামুণ্ডাৰ

ৰূপ অগ্নিপুৰাণ আৰু স্কন্দ পুৰাণত নামৰ প্ৰভৃত দিয়া হৈছেঃ চামুণ্ডাৰ দেহ মাংসবৰ্জিত, অস্থিচৰ্মসাৰ, চকু কোটৰগত, মাংসহীন মুখ, ত্ৰিনয়না, উৰ্দ্ধকেশা, ক্ষীণোদৰা, ব্যাঘ্ৰচৰ্ম পৰিহিতা, চতুৰ্ভুজা, বাঁওহাত দুখনত নৰকপাল আৰু পট্টীশ, সোঁহাত দুখনত কটাৰী আৰু শূল, শৱাৰূঢ়া, অস্থি নিৰ্মিত অলঙ্কাৰ পৰিহিতা। গতিকে দেখা যায় শক্তিদেৱী হিচাপে চামুণ্ডাৰ স্থান সুকীয়া। কামাখ্যাত চামুণ্ডাৰ দুটা মূৰ্তি পোৱা গৈছে। দুয়োটা মূৰ্তিয়েই পুৰাণত উল্লেখ কৰাৰ দৰেই বুকুৰ হাড় ওলোৱা, পেট ভিতৰলৈ সোমাই যোৱা আৰু মুখমণ্ডলৰ ভয়ঙ্কৰ ৰূপ অঙ্কিত কৰা হৈছে। দেৱী প্ৰেতাসনত উপবিষ্টা। চাৰিখন হাতৰ এটি মূৰ্তিৰ হাতত ত্ৰিশূল, নৰমুণ্ড, কপাল আৰু কটাৰী আৰু আনটো চৰ্তুভূজা মূৰ্তিত দেৱীক কটাৰী, কপাল, ত্ৰিশূল আৰু নৰমুণ্ড ধাৰণ কৰি থকা দেখা গৈছে। দুয়োটা মূৰ্তিতেই দেৱীয়ে মুণ্ডমালা পৰিধান কৰি থকা স্পষ্টকৈ দেখুৱা হৈছে। কামাখ্যা মন্দিৰৰ নাটঘৰত আন এটি ছয়খন হাতযুক্ত দেৱী মূৰ্তি আছে। ছয়খন হাতত দেৱীয়ে ক্ৰমে কটাৰী, দমৰু, কপাল, নৰমুণ্ড, খটভঙ্গ আৰু শূলধাৰণ কৰি ডিঙিত মুণ্ডমালা পৰিধান আৰু প্ৰেতাসনৰ ওপৰত বহি থকা ৰূপত দেখুওৱা হৈছে। গোলাঘাট জিলাৰ দেওপানীত থকা মহাকালীৰ চতুৰ্ভুজা মূৰ্তিটোৱে খেটক, খড়গ আৰু নৰমুণ্ডধাৰণ কৰি আছে। দেৱীয়ে পদ্মপীঠৰ ওপৰত সম্পদস্থানক ভঙ্গিমাত থিয় হৈ আছে। মুখমণ্ডলত ভয়াবহ ৰূপ প্ৰতিফলিত। দেৱীৰ দুয়োফালে দুগৰাকী নাৰী সহচৰীৰ মূৰ্তি আছে। এই দুটা ক্ষুদ্ৰ মূৰ্তিয়েও দেৱীৰ ভয়ঙ্কৰ ৰূপক প্ৰতিফলিত কৰিছে।

অসমত প্ৰাচীন সভ্যতাৰ নিদৰ্শন আবিষ্কৃত হোৱা অঞ্চলসমূহৰ ভিতৰত নগাঁও জিলাৰ কপিলী উপত্যকাত অন্যতম। কপিলী উপত্যকাৰ যোগীজানৰ ৰাজবাৰীত দেৱী চামুণ্ডাৰ ষড়ভূজা মূৰ্তি এটি আছে। যোগীজানৰ ওচৰৰ ন-ভঙা গাঁৱত। মূৰ্তিটো দেখাতেই ভয়লগা। ভয়ঙ্কৰ এই মূৰ্তিটোৰ দেহাৱয়ৱ মাংসহীন, বুকুৰ হাড় ওলোৱা, কোটৰগত চকু, তলপেট ভিতৰলৈ টোটোৱা পৰি সোমাই যোৱা আৰু মুখখন বহলকৈ মেল খোৱা। ডিঙিৰ পৰা কঙ্কাললৈকে বেণীগোঁথা চুলিত ফুলৰচাৰ দৰে মুণ্ডমালা গাঁঠি থোৱা হৈ আছে। দেৱীগৰাকী মৰাশৱ ওপৰত বহি থকা অৱস্থাত আছে; দেৱী মূৰ্তিটোৰ সোঁফালে এটা শগুণ আৰু বাঁওফালে এটি শিয়াল। একেবাৰে নিম্নাংশত এটি নৰমুণ্ড আৰু কেইডালমান হাড়। অসম ৰাজ্যিক সংগ্ৰাহালয়ৰ যোগীজানৰ পৰা সংগ্ৰহ কৰি অনা আন এটা শিলত কটা মূৰ্তিয়ে নৰবলিদানৰ ঐতিহ্য বহন কৰি আছে। চতুৰ্ভুজা দেৱীৰ মূৰ্তিটো পদ্মাসন ভংগিমাত এটি পূৰ্ণ বিকশিত

পদ্মৰ ওপৰত বহি আছে। দেৱীৰ ডিঙিত এডাল মুণ্ডমালা; তেওঁ চাৰিখন হাতৰ তিনিখন হাতেৰে অক্ষমালা, পুস্তক আৰু অভয়মুদ্ৰা ধাৰণ কৰি আছে।

এইকেইটা মূৰ্তিৰ উপৰিও নৰবলিদানৰ ইংগিত বহনকাৰী কেইবাটাও শিলত কটা দেৱীমূৰ্তি অসমৰ বিভিন্ন স্থানত পোৱা গৈছে। নৰবলিদানৰ উপৰিও ভাস্কৰবৰ্মাৰ ডুবিৰ তাম্ৰশাসনৰ পৰা আৰু বলবৰ্মাৰ নগাঁও তাম্ৰশাসনৰ পৰা প্ৰাচীন কামৰূপৰ কেইবাজনো ৰজাই ইন্দ্ৰলোক, শিৱলোক বা স্বৰ্গলোক প্ৰাপ্তিৰ বাবে বা ব্যক্তিত মুক্তি লাভৰ বাবে আত্মবলিদান বা স্বেচ্ছামৃত্যু বৰণ কৰাৰ নিদৰ্শন পোৱা গৈছে।

প্ৰজনন, উৎপাদন আৰু প্ৰাকৃতিক উৰ্বৰতা কামনাৰ গইনা লৈ উদ্ভৱ হোৱা দেৱী পূজা বা শক্তি উপাসনাৰ লগত সম্পৃক্ত নৰবলি আৰু স্বগাত্ৰৰুধিৰ দানৰ পৰম্পৰা, পৃথিৱীৰ অইন ঠাইৰ দৰে অসমতো এক প্ৰাচীন পৰম্পৰা। অসমৰ ভৌগোলিক পৰিৱেশ বৈচিত্ৰ্যপূৰ্ণ বিভিন্ন জাতি-জনজাতি এই সকলোবিলাক কাৰণ লগলাগি এই পৰম্পৰাই গঢ় লৈ সৌ সিদিনালৈকে চলি থকাত ইন্ধন যোগাইছিল। এই অঞ্চলৰ সমাজখন বহু শতাব্দী ধৰি অনুন্নত কৃষি নিৰ্ভৰশীল সমাজ হৈ থকা বাবে বিভিন্ন প্ৰাকৃতিক শক্তিক সন্তুষ্ট কৰি কৃষিৰ উৎপাদন বৃদ্ধি আৰু জনবল বৃদ্ধিৰ কামনাৰে নৰবলি প্ৰথাক জীয়াই ৰাখিছিল। অসমৰ বাবেবৰণীয়া বিচিত্ৰ জনজাতিয়ে মূলতঃ এই উদ্দেশ্য সাধনৰ বাবে বিভিন্ন দেৱ-দেৱীৰ উদ্দেশ্যে বিভিন্ন থান-মন্দিৰত নৰবলি দিছিল। তাৰ পিছত কালিকা পুৰাণ আৰু যোগিনীতন্ত্ৰৰ জৰিয়তে এই লোক-পৰম্পৰালৈ আহে শাস্ত্ৰীয় স্বীকৃতি দৈৱীকৰণ।

অসমত শক্তি উপাসনা আৰু নৰবলি হোৱা থান-মন্দিৰসমূহৰ ভিতৰত কামৰূপৰ কামাখ্যা আৰু শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰৰ স্থান সকলোৰে শীৰ্ষত। কামাখ্যা আৰু তাম্ৰেশ্বৰী মন্দিৰৰ বাহিৰে বাকীবোৰ মন্দিৰত নৰবলি হোৱাৰ ইতিহাস সমৰ্থিত কোনো তথ্য পাবলৈ নাই। এই মন্দিৰসমূহৰ বিষয়ে জানিবলৈ পোৱা নৰবলিদান বিষয়ক তথ্যসমূহ বাইকে জনশ্ৰুতিমূলক। এই জনশ্ৰুতিসমূহে এই প্ৰথাটো অসমত অতি প্ৰাচীন কালৰে পৰা চলি অহাকে প্ৰমাণ কৰে। কামাখ্যা মন্দিৰৰ নৰবলিদানৰ প্ৰতি শাস্ত্ৰীয় স্বীকৃতি থাকিলেও পোনপটীয়া ৰাজকীয় পৃষ্ঠপোষকতাৰ অভাৱ বা মধ্যযুগৰ অসমৰ ৰাজধানীৰ পৰা ভালেমান দূৰৈত হোৱা বাবেও এই মন্দিৰত হোৱা নৰবলিৰ বিষয়ে উল্লেখ অসমৰ বুৰঞ্জীসমূহত পোৱা নাযায়। কিন্তু বুৰঞ্জীত পোৱা দুই এটি উল্লেখে ইয়াতো যে নৰবলি হৈছিল সেই কথা বুজিব পাৰি। কিন্তু মূল কামাখ্যা মন্দিৰত নৰবলি হোৱাৰ কোনো স্পষ্ট প্ৰমাণ পোৱা হোৱা নাই।

নীলাচলৰ যাই কামাখ্যা মন্দিৰৰ তলফাললৈ ভৈৰবী, বালা ভৈৰবী বা ত্ৰিপুৰা ভৈৰবীৰ মন্দিৰ। এসময়ত এই মন্দিৰতেই নৰবলি হৈছিল বুলি অনুমান কৰা হয়। বলি দিবৰ বাবে ব্যৱহাৰ কৰা তৰোৱালখন এতিয়াও মূল মন্দিৰৰ ভঁৰালত সংৰক্ষিত হৈ আছে। কালিকা পুৰাণৰ মতে বলিদান বা নৰৰক্ত দানৰ বাবে উপযুক্ত স্থান হ'ল হেৰুক বা ভৈৰব শ্মশান। ইয়াৰ দক্ষিণাংশত দেৱীক মুণ্ডমালাৰে মস্তকদান (নৰবলিদান) কৰিব লাগে। পশ্চিম অংশটি হ'ল হেৰুক শ্মশান, ইয়াতেই ৰক্তদান কৰিব লাগে। কিন্তু অসমৰ প্ৰাচীন আৰু আনকি মধ্যযুগৰ ইতিহাসৰ পৰা এটি মাত্ৰ নৰবলি হোৱাৰ ঐতিহাসিক তথ্য পোৱা যায়, সেয়া হ'ল ১৬১৫ খৃষ্টাব্দত মুছলমান আক্ৰমণকাৰীসকলৰ সেনাপতি "সত্ৰাজিতৰ পুতেক কৰ্মচান্দক নাঁৱত পাই ধৰি নি ভগৱতীৰ কামাখ্যাৰ ঠাইত বলি দিলে" বুলি হৰকান্ত বৰুৱা সদৰামীনৰ অসম বুৰঞ্জীত উল্লেখ আছে। আহোমসকলেও কামাখ্যাক নৰবলিৰে পূজা দিব লাগে বুলি বিশ্বাস কৰিছিল আৰু দেৱী সুপ্ৰসন্ন হ'লে যুদ্ধত শত্ৰু নিধনত সহায় কৰে বুলি বিশ্বাস কৰিছিল। সেয়ে শৰাইঘাটৰ যুদ্ধৰ আগমুহূৰ্তত কামাখ্যাত সেৱা কৰোঁতে "মাও বঙালখিনি খাই দিয়া, সকলোকে ৰক্ষা কৰা" বুলি বৰ মাগিছিল। (শৰাইঘাটৰ যুদ্ধৰ কথা, লীলা গগৈ সম্পাদিত, অসমীয়া বিভাগ, ডিব্ৰুগড় বিশ্ববিদ্যালয়, পৃষ্ঠা ৪.৫)।

প্ৰাচীন আৰু মধ্যযুগৰ অসমৰ নৰবলি হোৱা বা দিয়া থান-মন্দিৰসমূহৰ ভিতৰত শদিয়াৰ তামৰ আই, তাম্ৰেশ্বৰী মাই, কেঁচাইখাতী গোসাঁনী বা তামেশ্বৰী মন্দিৰৰ স্থান সবাতোকৈ ওপৰত। সম্ভৱতঃ কালিকাপুৰাণে নৰবলি প্ৰথালৈ শাস্ত্ৰীয় স্বীকৃতি দিয়াৰে পৰা এই মন্দিৰ নৰবলিৰ বাবে বিশেষভাবে প্ৰসিদ্ধ হৈ পৰে। মধ্যযুগত ৰচিত যাইকৈ বুৰঞ্জীপুথি সমূহৰপৰা এই মন্দিৰৰ নৰবলিৰ বিষয়ে জানিব পৰা যায়। এই মন্দিৰৰ পূজাৰী চুতীয়া সম্প্ৰদায়ৰ দেউৰীসকল। শদিয়া অঞ্চলত চুতীয়াসকলে ৰাজত্ব কৰি থকা সময়ত চুতীয়া ৰজাসকলৰ পৃষ্ঠপোষকতাত দেউৰী পূজাৰীসকলে এই মন্দিৰৰ পূজা কৰে আৰু বলিবিধান চলাই গৈছিল আৰু ইয়াত বসন্তকালত হোৱা দুৰ্গাপূজাৰ সময়ত নৰবলি প্ৰদান কৰা হৈছিল। বলিৰ বাবে মানুহৰ যোগান ধৰিব লাগিছিল চুতীয়াসকলৰ মাজৰে ৰকুৱালী খেল ওৰফে ৰাড়ৰ খেল বা ৰাড়ৰ ঘৰৰ মানুহে। ইয়াৰ বিপৰীতে এই খেল বা ফৈদৰ মানুহখিনিয়ে ৰজাঘৰৰপৰা বিশেষ সা-সুবিধা লাভ কৰিছিল। কিন্তু তাম্ৰেশ্বৰী মন্দিৰৰ পূজা-সেৱা আৰু নৰবলিদান সম্পৰ্কীয় বিখিনি ইতিহাস পোৱা গৈছে, সেইখিনি হ'ল চুতীয়া

ৰাজ্য আহোমসকলে দখল কৰাৰ পিছৰ কালৰ ইতিহাস। ইয়াৰ আগৰ কালৰ ইতিহাস এতিয়াও মোকলান পৰা; যিখিনি জানিব পৰা গৈছে, সেয়া হ'ল কিংবদন্তি বা জনশ্ৰুতি ভাম্রিত। আহোম ৰজাসকলে চুতীয়া ৰাজ্য আৰু তাম্ৰেশ্বৰী মন্দিৰ নিজৰ অধীনলৈ অনাৰ পিছত, এই মন্দিৰৰ পূজা-সেৱা, বলি-বিধান বিশেষ ৰতনেৰে চলাই গৈছিল আৰু নৰবলি প্ৰথা আহোম শাসনৰ অন্তিম সময়লৈকে চলাই গৈছিল। কিন্তু আহোম ৰজাসকলে কেৱল মৃত্যুদণ্ডেৰে দণ্ডিত লোককহে ইয়াত বলি দিয়াৰ ব্যৱস্থা কৰিছিল। তুংখুঙীয়া বুৰঞ্জীৰ পৰা জনা যায় যে আহোম ৰজাসকলে বলিদান নকৰিলে মন্দিৰৰ বৰদেউৰীয়ে নিজেই আহি এই বিষয়ে ৰজাক সোঁৱৰাই দি থৈ গৈছিল। যি বছৰ তেনে অপৰাধী পোৱা নগৈছিল, সেই বছৰ চুতীয়াসকলৰ মাজৰ ৰৰুৱালী খেল বা বাড়ঁৰ খেলৰ পৰা বুলি স্ব-ইচ্ছাই ওলাই আহিব লাগিছিল আৰু তেওঁ হ'ব লাগিছিল ঘূণ নলগা নিখুঁত ডেকা। যদি প্ৰয়োজন হোৱা বছৰটিত এই খেলৰ পৰা বলি যাবলৈ স্ব-ইচ্ছাই বলি ওলাই নাহে, তেন্তে তেওঁলোকৰ মাজৰপৰা কমবয়সীয়া ডেকা ল'ৰা এটি বলপূৰ্বক নিৰ্বাচন কৰি লোৱা হয়। শদিয়াৰ তাম্ৰেশ্বৰী মন্দিৰ বা দেওঘৰৰ এই নৰবলি প্ৰথা স্বৰ্গদেৱ গৌৰীনাথ সিংহই (ৰাজত্বকাল ১৭৮০-৯৪) বন্ধ কৰি দিয়ে। কিন্তু এইজনা স্বৰ্গদেৱে এই প্ৰথাটো বন্ধ কৰি দিয়াৰ পিছতো পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই এবাৰ নৰবলি দিয়াইছিল। বুঢ়াগোহাঁই ডাঙৰীয়াই তেওঁৰ ভালেখনি ৰাজনৈতিক প্ৰতিদ্বন্দ্বীক প্ৰাণদণ্ডেৰে দণ্ডিত কৰাৰ পিছত "কুকুৰাচোৱা লেখাৰুক কেঁচাইখাতী গোসাঁনীৰ আগত বলি" দিয়াইছিল।

কামাখ্যা আৰু তাম্ৰেশ্বৰী মন্দিৰৰ উপৰিও অসমৰ অন্যান্য ভালেমান মঠ-মন্দিৰত নৰবলি দিয়া হৈছিল বুলি জানিব পৰা যায়। তেনে কেইটামান স্বনামখ্যাত মন্দিৰ হ'ল নেলীৰ ওচৰৰ ৰবদেও থান, তেজপুৰৰ ভৈৰবী মন্দিৰ আৰু নৰবলি বা মানুহ কটা পাহাৰ, কাৰ্বিআংলং জিলাৰ ডকমকাৰ মহামায়া থান, ডিমৰীয়াৰ ধুপগুৰি গাঁৱৰ ওচৰৰ কালীথান আৰু ধৰবাম গাঁৱৰ ওচৰৰ কেঁচাইখাতীৰ থান, দৰং জিলাৰ কলাইগাঁৱৰ ওচৰৰ মুৰাদেওৰ থান ইত্যাদি।

এই মন্দিৰসমূহৰ উপৰিও অসমৰ বিভিন্ন জনগোষ্ঠী বা বিভিন্ন সম্প্ৰদায়ৰ মানুহে তেওঁলোকৰ উপাস্য দেৱ-দেৱীৰ মন্দিৰত নৰবলি দিয়াৰ উপৰিও আইন বিভিন্নৰূপত অসমত নৰবলি দিয়া হৈছিল। এই বিভিন্ন ৰূপৰ নৰবলিৰ ভিতৰত হ'ল আহোমসকলৰ ৰজাৰ মৃত্যু হ'লে, ৰজাৰ লগত মৈদামত জীয়াই জীয়াই বন্দী-বেটী, লা-লিগিৰী ইত্যাদি দিয়াৰ প্ৰথা। পুৰণি

অসম বুৰঞ্জী পুথিসমূহৰ পৰা আহোমসকলৰ মাজত সম্ভৱতঃ শত্ৰু আৰু ৰাজদ্ৰোহীসকলৰ প্ৰতি ভীতি প্ৰদৰ্শন কৰিবলৈ বা বিজয়ৰ চিনস্বৰূপে নৰমুণ্ড প্ৰদৰ্শন প্ৰথাৰ প্ৰচলন আছিল। এনেদৰে নৰমুণ্ড প্ৰদৰ্শন আৰু কটা বোৱা শত্ৰুৰ মূৰ নচুৱাই ৰণজয় উৎসৱ পালন কৰাৰ কথা দেওধাই অসম বুৰঞ্জী আৰু সাতসৰী অসম বুৰঞ্জীত উল্লেখ কৰা হৈছে। দেওধাই অসম বুৰঞ্জীৰ মিকিৰৰ আদি কথা নামৰ অধ্যায়ৰ পৰা কাৰ্বিসকলে "ভপং ৰংকেৰ" আৰু "ৰেক্‌পি-ৰংকেৰ" নামৰ দুবিধ ডাঙৰ পূজাত নৰবলি দিছিল। ৰজা-প্ৰজা সকলোৱে পালপাতি এই পূজাৰ বাবে নিজ নিজ বংশৰ মানুহ যোগোৱা নিয়ম আছিল। নৰবলি দিয়া এই পূজা সৌ সিদিনালৈকে কাৰ্বি আংলঙৰ বিভিন্ন ঠাইত কৰা হৈছিল বুলি জনা যায়। বাঘৰ উপদ্ৰৱ বেছি হ'লে, ৰতৰ বেয়া হৈ খেতি বেয়া হ'লে, নাইবা গাঁৱত কিবা অপায়-অমঙ্গল বৃদ্ধি পালে তাৰ প্ৰতিকাৰৰ ব্যৱস্থা হিচাপে এই পূজা কৰা হৈছিল। বৰ্তমান হামৰেন মহকুমাৰ ৰংখাং আৰু চিনঠং অঞ্চলৰ কোনো কোনো ভিতৰুৱা গাঁৱত বিশেষকৈ ৰংখাং ৰাজ্যৰ ৰাজধানী ৰংচপী অৰ্থাৎ নিজ ৰংখাঙত দেংজা নামৰ পৰিয়ালৰ দ্বাৰা এই নৰবলি কাৰ্য সম্পাদন কৰা হৈছিল।

বৰ্তমান মেঘালয় ৰাজ্যৰ খাচীসকলৰ মাজতো এসময়ত এক বেলেগধৰণৰ নৰবলি প্ৰথাৰ প্ৰচলন আছিল। এই নৰবলি আগবঢ়োৱা হৈছিল "ইউ থ্লেন" নামৰ দৈত্যাকৃতিৰ সৰ্পদেৱতাৰ উদ্দেশ্যে। খাচীসকলৰ মাজত এই প্ৰথা অতি প্ৰাচীন কালৰে পৰা চলি আহিছে। এই সৰ্পদেৱতাক মানুহৰ তেজেৰে পূজা কৰা হৈছিল। ইয়াৰ কাৰণে গোপনে মানুহ হত্যা কৰি কাণৰ কেচিৰে চুলিৰ আগ, নখৰ আগ আৰু বাঁহৰ চুঙাত অলপ নাকৰ তেজ ধৰি নি থ্লেন দেৱতাক পূজা দিয়া হয়। যদিহে তেওঁলোকে মানুহৰ তেজ সংগ্ৰহ কৰিব নোৱাৰে, তেতিয়া সেই মানুহজনৰ বা অইন মানুহ এজনৰ চুলি নাইবা পিন্ধা কাপোৰকে সংগ্ৰহ কৰা হয় আৰু সেইবিলাককে থ্লেনৰ সন্মুখত দিয়া হয়। ইয়াৰ পিছত যিজন মানুহৰ পৰা চুলি বা পিন্ধা কাপোৰৰ অংশ বিশেষ কাটি অনা হৈছিল, তেওঁ মৃত্যুমুখত পৰিছিল। এসময়ত খাচীসকলৰ মাজৰ বহুতেই থ্লেন পুহিছিল বুলি সন্দেহ কৰা হৈছিল। এনেকুৱা পৰিয়ালৰ সংস্পৰ্শলৈ সাধাৰণতে অইন মানুহ আহিবলৈ ইচ্ছা নকৰিছিল। এসময়ত চিলং আৰু চেৰাপুঞ্জীৰ বহুতো মানুহেই থ্লেন পোহা ঘাতকৰ দ্বাৰা আক্ৰান্ত হোৱাৰ ভয়ত, আন্ধাৰ হোৱাৰ পিছত ঘৰৰ পৰা বাহিৰলৈ অকলে ওলাই নগৈছিল। যিবোৰ পৰিয়ালে থ্লেন পুহিছিল, তেওঁলোকলৈ থ্লেনে ঐশ্বৰ্য-বিভূতি কঢ়িয়াই আনে বুলি বিশ্বাস কৰিছিল।

মেঘালয় ৰাজ্যৰ জয়ন্তীয়াসকলৰ মাজতো অতি প্ৰাচীন কালৰে পৰা নৰবলি দিয়াৰ পৰম্পৰা চলি আহিছিল। তেওঁলোকে কপিলী নৈক গোসানী জ্ঞান কৰি পূজা কৰিছিল আৰু কপিলী নৈৰ উদ্দেশ্যে নৰবলি দিছিল। পৰৱৰ্তীকালত জয়ন্তীয়াসকলৰ নৰবলি বিশেষভাৱে শক্তি উপাসনাৰ লগত জড়িত হৈ পৰে। সম্ভৱতঃ জয়ন্তীয়া ৰাজপৰিয়াল হিন্দু ধৰ্মৰ সংস্পৰ্শলৈ অহাৰ পিছত কপিলী দেৱীৰ ঠাই কালী বা দুৰ্গাদেৱীয়ে ল'লেগে। জয়ন্তীয়াসকলে শাৰদীয় দুৰ্গাপূজাৰ নৱমীৰ দিনা প্ৰতিবছৰে কালদুৰ পৰগণাৰ পবিত্ৰ নিজপাটৰ জয়ন্তেশ্বৰী মন্দিৰতো নৰবলি দিছিল। কালদুৰ পৰগণাৰ পবিত্ৰ পীঠত বলি যাবলৈ প্ৰায় স্ব-ইচ্ছাই মানুহ ওলাই আহিছিল বুলি জনা যায়। এনেদৰে স্ব-ইচ্ছাৰে বলি যাবলৈ ওলাই অহা মানুহক 'ভোগে খড়া' বুলিছিল। বলি দিয়াৰ পিছত কটা মূৰটো সোণৰ থালত তুলি গোসানীৰ ওচৰত অৰ্পণ কৰা হৈছিল। মন্দিৰৰ কাম্ৰাবোণীয়ে বলিৰ হাড়কাও খাইছিল বুলি জয়ন্তীয়া ৰাজ পৰিয়ালৰ মানুহে বলিৰ তেজেৰে ৰন্ধা অন্ন গ্ৰহণ কৰিছিল বুলি সৰ্বানন্দ ৰাজকুমাৰৰ পৰা জানিব পৰা গৈছে। জয়ন্তেশ্বৰী মন্দিৰৰ এই বলি ভাগ জয়ন্তীয়া ৰজাৰ পৃষ্ঠপোষকতাত দিয়া হৈছিল। ইয়াত বলি যাবলৈ স্বেচ্ছাই মানুহ ওলাই নাহিলে ৰজাই আইন ঠাইৰ পৰা বলি দিবলৈ মানুহ ধৰি লৈ গৈছিল।

দুৰ্গাপূজাৰ নৱমীৰ দিনা নৰবলি দিয়াৰ উপৰিও জয়ন্তীয়াসকলে ৰজাঘৰৰ পৃষ্ঠপোষকতাত বিশেষ উপলক্ষতো নৰবলি দিছিল বুলি জানিব পৰা গৈছে। নৰবলি দিয়া আন বিশেষ উপলক্ষ্য কেইটি হ'ল ৰজাঘৰত পুত্ৰ সন্তানৰ জন্ম, দেৱীৰ ওচৰত কৰি থোৱা কিবা মানস বা প্ৰাৰ্থনা পূৰণ হ'লেও নৰবলি দিয়া হৈছিল।

জয়ন্তীয়াসকলৰ দৰে অসমৰ তিৱাসকলেও জয়ন্ত বা জয়ন্তীয়া ৰজাৰ অধীনত থকাৰ দিনৰে পৰা তেওঁলোকৰ উপাস্য দেৱতা মা-মহাদেউন, ভগৱতী, মনমাজি আদিৰ থানত নৰবলি দি পূজা কৰিছিল। কিন্তু পিছলৈ তেওঁলোকে জয়ন্তীয়া ৰাজ্যত অত্যধিক নৰবলি আৰু হীন দাসীত্বত অতিষ্ঠ হৈ বৰ্তমানৰ অসমৰ তিৱা বসতিপ্ৰধান অঞ্চললৈ প্ৰব্ৰজন কৰে। কিন্তু অসমলৈ আহিও তিৱাসকলে তেওঁলোকে বসবাস কৰা বিভিন্ন স্থানত স্থাপন কৰা মন্দিৰত নৰবলিৰে পূজা-পাতল কৰি আছিল। তিৱাসকলে এনেদৰে নৰবলি দিয়া বুলি জনসমাজত তেনে কেইখনমান থান-মন্দিৰ হ'ল গোভাৰ আমচাই গাঁৱৰ ৰাউতা বড়ৰ নামৰ এজন দেৱতাৰ মূৰ্তিৰ থলী, হস্ত গোভাৰাজাৰ

নৰবলি দিছিল বুলি জনা যায়। তিৱাসকলে নৰবলি দিয়া বুলি জনাজাত আন দুখনমান হ'ল ৰুগুৰা-কলবাৰী অঞ্চলৰ গড়মাৰী গাঁৱৰ কেঁচাখাইতী থান আৰু গোভাৰৰাজ্যৰ প্ৰথম ৰাজধানী জয়নগৰৰ কেঁচাইখাতী গোসাঁনীৰ থান। ব্ৰিটিছ চৰকাৰৰ শাসন কালত তিৱাসকলৰ এসময়ৰ বিখ্যাত চহৰী ৰাজ্যৰ বসুন্ধৰী থানত এবাৰ নৰবলি দিয়া হৈছিল বুলি জানিব পৰা গৈছে।

অসমৰ এটি প্ৰধান জনজাতি হ'ল বড়োসকল। বড়োসকলৰ কিম্বদন্তিৰ ৰজা খাকংফাই শাক্তমন্ত্ৰত দীক্ষিত হৈ ভগৱতীৰ পূজাত সুবৰ্ণ-যুক্ত নৰবলিৰ ব্যৱস্থা কৰে। এসময়ত বড়োসকলৰ মাজত প্ৰচলিত মাৰাই দেৱীৰ পূজাত (মাৰৈ দেৱী) দেৱীক সন্তুষ্ট কৰি শস্য বৃদ্ধিৰ কামনাৰে নৰবলি দিছিল। কাৰ্বি আংলং জিলাৰ দকমকাত অৱস্থিত মহামায়া থানৰ নৰবলি বড়োকছাৰীসকলে দিছিল বুলি জনা যায়। বৃহত্তৰ বড়ো জনগোষ্ঠীৰ অন্তৰ্গত ৰাভাসকলেও এসময়ত "কাঁচাইখাতী" পূজাত নৰবলি দিয়াৰ সন্তেদ পোৱা যায়। আনকি, ঠাইবিশেষে নৰবলিৰ প্ৰতীক হিচাপে পিঠাগুৰিৰ নৰমূৰ্তি সাজি কেঁচাইখাতী গোসাঁনীৰ পূজাত বলি দিয়াৰ প্ৰথাও প্ৰচলিত হৈ আছিল। প্ৰাচীন কালত ৰাভাসকলেও যে নৰবলি দিছিল তাৰ এটি ইঙ্গিত টুকুৰীয়া গীতৰ পৰা জানিব পৰা যায়। এসময়ত ৰাভাসকলৰ বছৰেকীয়া সৰ্প দেৱতাৰ পূজাত এটি ল'ৰা আৰু এজনী ছোৱালী বলি দিব লাগিছিল।

বৃহত্তৰ বড়ো-জনগোষ্ঠীৰ আন এটি প্ৰধান শাখা হ'ল উত্তৰ কাছাৰ পাহাৰৰ ডিমাছাসকল। ডিমাছাসকলৰ প্ৰধান উপাস্য দেব-দেৱী হ'ল প্ৰাই, শিপ্ৰাই আৰু তেওঁৰ পত্নী আদ্যাশক্তি মহামায়া। দেৱীৰ আন এক ৰূপ হ'ল ৰণচণ্ডী। ডিমাছা-কছাৰী ৰজাই যুদ্ধ যাত্ৰা কৰাৰ আগতে নৰবলি দি ৰণচণ্ডীৰ পূজা কৰি ৰণলৈ গৈছিল। তদুপৰি ডিমাছাসকলে একালত অসমৰ যমুনানদীক শ্ৰদ্ধা ভক্তি আৰু সমীহ কৰিছিল আৰু ডিজেনপ্ৰাও (কপিলী যমুনা নদীৰ সংগমস্থল) নৰবলিৰে যমুনানদীক পূজা কৰিছিল।

অসমৰ উল্লিখিত সম্প্ৰদায় কেইটিৰ উপৰিও মণিপুৰৰ মৈতৈসকলে তেওঁলোকৰ এখন প্ৰাচীন পুথি বা শাস্ত্ৰ **Tikhakalpa**ত দিয়া নীতি-নিয়ম অনুসৰি বিভিন্ন উদ্দেশ্যে সাধনৰ বাবে নৰবলি দিছিল। অৰুণাচল প্ৰদেশৰ 'বকাৰ', 'বামো'—এই দুটি জনজাতিয়ে কোনো দেৱতা বা অপদেৱতাৰ কোপৰ পৰা ৰক্ষা পাবলৈ, তেওঁলোকৰ বেজ বা ন্যিবু পুৰোহিতৰ সিদ্ধান্ত অনুসৰি শেষ আশ্ৰয় হিচাপেহে নৰবলি দিছিল। ইদু মিচিমিসকলৰ 'আচিমোগা' নামৰ জীৱন্ত সমাধি দিয়াৰ প্ৰথাও একধৰণৰ নৰবলিৰ বাহিৰে

আন একো নহয়। ত্ৰিপুৰাৰ চতুৰ্দ্দশ দেৱতাৰ মন্দিৰো মধ্যযুগত নৰবলিৰ বাবে বিখ্যাত হৈ পৰিছিল। নগালেণ্ডৰ নগাসকলৰ মাজত নৰমুণ্ড চিকাৰ প্ৰথা প্ৰচলিত হৈ থকাৰ উপৰিও বিভিন্ন উদ্দেশ্য সাধানৰ বাবে কোনো কোনো নগা জনজাতিয়ে বিভিন্ন সময়ত নৰবলি দিছিল।

আদিম মানুহৰ পৃথিৱী বা বসুমতীৰ উৰ্বৰতা বৃদ্ধিৰ কামনাৰে অনুষ্ঠিত কৰা নৰবলি আৰু ৰক্তদান অনুষ্ঠানক সামন্তযুগত শাস্ত্ৰৰ বিধি-বিধানেৰে স্বীকৃতি দিয়াৰ পিছত বিভিন্ন উন্নত জনসমাজত নৰবলি বিভিন্ন উদ্দেশ্য সাধনৰ বাবে চলাই যোৱা হ'ল; ইয়াৰ লগত জড়িত হ'লহি ন্যস্ত স্বাৰ্থ। অৱশ্যে জনজাতীয় অনুষ্ঠানসমূহৰ কিছুমান শাস্ত্ৰীয় বিধানৰ বহু আঁতৰত; সময়ে সময়ে সেইবোৰৰ ৰূপৰ সলনি ঘটিলেও প্ৰথাটিৰ প্ৰচলন আদিম সমাজৰ পৰাই প্ৰবৰ্তিত হৈ আহিছে আৰু তাৰ ভিত্তিতহে শাস্ত্ৰকাৰসকলে যুক্তি নিৰ্ভৰৰূপে সেই অনুষ্ঠানসমূহক অনুমোদন কৰি গৈছে। মুঠতে অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ কোনো কোনো জনগোষ্ঠীয়ে শাস্ত্ৰীয় ৰীতিৰে বা পৰম্পৰাগত প্ৰথাৰূপে নৰবলি প্ৰথা চলাই গৈছিল। ❑

# ভাৰতৰ স্বাধীনতা আন্দোলনত নলবাৰী অঞ্চলৰ অৱদান

জগন্নাথ চক্ৰৱৰ্তী

১৯২১ চনত অসমত চহৰ অঞ্চলত বিশেষকৈ গুৱাহাটী, নগাঁও, ডিব্ৰুগড়, যোৰহাট, শিৱসাগৰ আদিত স্বাধীনতাৰ অসহযোগ আৰু বিলাতী বস্ত্ৰ বৰ্জনৰ যি তীব্ৰ আলোড়নৰ সৃষ্টি হৈছিল তেনে প্ৰভাৱ অসমৰ গ্ৰাম্য অঞ্চলত পৰা নাছিল। তেতিয়া অসমৰ নেতা দেশভক্ত তৰুণৰাম ফুকন, কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, তৈয়বুল্লা, কুলধৰ কলিতা আদি। তেতিয়া নলবাৰীত কোনো প্ৰবীণ নেতা নাছিল। নলবাৰীত তেতিয়াৰ নেতা 'গৌৰীকান্ত তালুকদাৰ আৰু কালীৰাম বৰ্মন দুয়ো গুৱাহাটীত ওকালতি কৰি অসহযোগ আন্দোলনত যোগ দিছিল। তেখেতসকলে নলবাৰীত সভা-সমিতি পাতি সংগঠন কৰাৰ কথা জনা নাযায়। তেতিয়া নলবাৰীৰ কেবাজনো ছাত্ৰই কটন কলেজত পঢ়ি আছিল। জয়দেৱ শৰ্মা, জগদ্ধৰ শৰ্মা (কালাকুছি), দেহীৰাম বৰ্মন, চিত্ৰমল্ল বৰুৱা, লক্ষ্মীকান্ত বৰ্মন (নলিচা), পিছত ডাক্তৰ গঙ্গা চৌধুৰী আদি ছাত্ৰসকলে ধৰ্মঘট কৰি কলেজ এৰি ঘৰলৈ আহি নলবাৰীত কোনো তীব্ৰ সংগঠন কৰা নাছিল। অৱশ্যে দেহীৰাম বৰ্মন আৰু লক্ষ্মীকান্ত বৰ্মনে সংগঠন কৰাৰ চেষ্টা কৰিছিল। নলবাৰীত তেতিয়া পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী ৰাজনৈতিকভাৱে সচেতন ব্যক্তি আছিল। তেখেতে অসম কংগ্ৰেছৰ সভাপতিও হৈছিল হেনো। ১৯১৭ চনত আৰম্ভ হোৱা গৰ্ডন হাইস্কুল চালুকীয়া অনুষ্ঠান। তাৰ শিক্ষক-ছাত্ৰই অসহযোগ আন্দোলনত যোগ দিব পৰা নাছিল। মুঠতে ১৯৩০ চনৰ আগতে স্বাধীনতা আন্দোলনত নলবাৰীৰ ভূমিকা বেছি নাই। নলবাৰীখনত তেতিয়া সংস্কৃত পণ্ডিতহে বেছি আছিল। তাৰে ভিতৰত ভাৱানাথ কাব্যবিনোদ (বনগাঁও) ৰাজনৈতিকভাৱে সচেতন ব্যক্তি আৰু অসহযোগ আন্দোলনত যোগ দিছিল। বিশিষ্ট সাহিত্যিক শৰৎ চন্দ্ৰ গোস্বামী আৰু হৰিনাৰায়ণ দত্তবৰুৱা যোৰহাটত চৰকাৰী চাকৰিত

আছিল। আঠঘৰীয়াৰ নবীন চন্দ্ৰ ভট্টাচাৰ্য, দামোদৰ শৰ্মা দেশপ্ৰেমিক আছিল। তেনেদৰে '২১ চনৰ পৰা '৩০ চন পালেহি। এই খণ্ডত নলবাৰী সংগঠন তীব্ৰ নাছিল। গুৱাহাটীত দেশভক্ত তৰুণ ৰাম ফুকনৰ বণ্ডলাৰ সন্মুখত বিলাতী কাপোৰৰ অগ্নিদাহ কৰা কাৰ্যত নলবাৰীৰ পৰাও দুই-চাৰিজন গৈছিল।

কলেজ এৰা ছাত্ৰ জয়দেৱ শৰ্মাই প্ৰাইভেটকৈ বি এ পাছ কৰে। জগতৰ শৰ্মাৰ কলেজলৈ যোৱা নহ'ল। দেহী বৰ্মনে আইনৰ পৰীক্ষা পাছ কৰে। লক্ষ্মীকান্ত বৰ্মনে ডাক্তৰী পাছ কৰি পিছতো কংগ্ৰেছ আন্দোলনত জড়িত আছিল। তেখেতে লোকেল বোৰ্ডৰ অধীনস্থ চিকিৎসালয়তহে কাম কৰিছিল। ১৯২১ চনত সাধাৰণভাৱে আন্দোলনত জড়িত ব্যক্তিসকল বাঁহজানী অঞ্চলৰ বলৰাম বৈশ্য, কৃষ্ণ মেধি, জগতৰ শৰ্মা, ব্ৰহ্মানন্দ বৰুৱা, জয়দেৱ শৰ্মা, মহীধৰ শৰ্মা আদি গান্ধীজীৰ বাণী গাঁও অঞ্চলত প্ৰচাৰ কৰিছিল। এইসকলৰ ভিতৰত নন্দগাঁৱৰ অমৃত চন্দ্ৰ শৰ্মাও (গান্ধী) এজন। তেখেতসকলে পুলিচৰ ধমকনিও সহিব লগা হৈছিল। ১৯২১ চনৰ ২৯ জুনত অসম প্ৰদেশ কংগ্ৰেছ কমিতি গঠন হৈছিল। তেতিয়া ফুকন বৰদলৈৰ চেষ্টাত আন্দোলনে তীব্ৰতা পায় আৰু গোটেই অসমতে নতুন জাগৰণৰ সৃষ্টি হয়।

১৯৩০ চনত লোন আইন অমান্য কৰি দাণ্ডি যাত্ৰা কৰে মহাত্মা গান্ধীয়ে। তেখেতে সবৰমতী আশ্ৰমৰ পৰা ৭৫ জন কৰ্মীলৈ দাণ্ডি যাত্ৰা কৰে। এই বাতৰিয়ে অসমতো কংগ্ৰেছ কৰ্মীসকলক উৎসাহিত কৰে। তেতিয়া নলবাৰীতো গৰ্ডন হাইস্কুলৰ ছাত্ৰসকলে হৰতাল কৰি কৰ্মীৰ ওপৰত নিৰ্যাতন আৰু কৰ্মীসকলক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদ সাব্যস্ত কৰে। সেই সময়ত শিক্ষাধিকাৰ কানিংহাম চাহাবে কুখ্যাত চাৰ্কুলাৰ জাৰি কৰাত নলবাৰীকে ধৰি অসমৰ ছাত্ৰ শক্তি জাগী উঠে। শ্ৰেণী বৰ্জন, হৰতাল, ৰাজহুৱা সভা আদি নলবাৰীত হয় আৰু গ্ৰাম্যাঞ্চলতো সভা-সমিতি পাতি বাইজে প্ৰতিবাদ কৰে। তেতিয়া নলবাৰী, বাঁহজানী, কৈঠালকুছি, চামতা, ঘগ্ৰাপাৰ আদি বহু অঞ্চলত ৰাইজ জাগি উঠে। ১৯৩০ চনৰ আগষ্ট মাহত কোনো এটা দিনত নলবাৰী নাট্য মন্দিৰত ৰাজহুৱা সভা হয়। এই সভাত ছাত্ৰৰ উপৰিও জনসাধাৰণৰ বহুলোক উপস্থিত হয়। এই সভাত ত্যাগবীৰ হেম চন্দ্ৰ বৰুৱা, গহ্বৰ চলিহা, দেৱেন্দ্ৰ নাথ শৰ্মাই উদাত্ত ভাৱণেৰে ৰাইজক মাৰবাহি আন্দোলনত যোগ দিবলৈ আহ্বান জনায়। গৰ্ডন হাইস্কুলৰ তেতিয়াৰ শিক্ষক বিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, চৈয়দ ইয়াকুব আলী, মাধৱ চন্দ্ৰ ভাগৱতী আদিয়ে ছাত্ৰসকলক আন্দোলনত লাগিবলৈ দিহা-পৰামৰ্শ দিছিল আৰু নানা ধৰণৰ সহযোগ আগবঢ়াইছিল। তাৰ পিছদিনাই ছাত্ৰনেতা মহীধৰ শৰ্মাৰ নেতৃত্বত কিছোৰ

শৰ্মা, প্ৰভাত চন্দ্ৰ গোস্বামী, হৰিচৰণ পাঠক, প্ৰিয়নাথ গোস্বামী, কনক চন্দ্ৰ বৰ্মন, কৃষ্ণ শৰ্মা আদিয়ে লগলাগি গৰ্ডন হাইস্কুলত শ্ৰেণী বৰ্জন কৰে। আৰু স্কুলৰ প্ৰাঙ্গণত পালপাতি পিকেটিং আৰম্ভ কৰে। তেতিয়া গৌৰী শংকৰ ভট্টাচাৰ্য, প্ৰবীণ শৰ্মা, মহেন্দ্ৰ ডেকাও জড়িত আছিল। তাৰ পিছত পুলিচ বিষয়া নাৰায়ণ বৰাই ছাত্ৰক গ্ৰেপ্তাৰ কৰিবলৈ ধৰিলে। সেই সময়ত গ্ৰেপ্তাৰবৰণ কৰা ছাত্ৰসকল হ'ল হেমচন্দ্ৰ বৰ্মা মজুমদাৰ (নামদণ্ডা), সতীশ চন্দ্ৰ কাকতি, ৰাম হৰি দত্ত বৰুৱা, ৰাম চন্দ্ৰ শৰ্মা (নন্দগাঁও), অমৃত শৰ্মা, প্ৰতাপ চক্ৰবৰ্তী (বিহামপুৰ), সমীন্দ্ৰ বৰ্মন (চামতা), উদ্ধৱ পাটোৱাৰী (পাছল), গোলাপ শৰ্মা (...), ৰমা শৰ্মা (বলোৱা), গিৰীশ ৰায় চৌধুৰী (বনমাজা), হৰমোহন শাস্ত্ৰী ( ...), সুৰেন দাস (বৰমা), প্ৰসন্ন পাঠক (টিহু), মোচলেম আলী (নলবাৰী), ৰাজেন তালুকদাৰ (বগুৰিহাটী), ভৱানী ভট্টচাৰ্য (হেলনা), ধনেশ্বৰ ডেকা (বাহাৰঘাট), মহেন্দ্ৰ ডেকা (বনগাঁও), গৌৰীশংকৰ ভট্টাচাৰ্য (কমাৰকুছি), প্ৰভাত চন্দ্ৰ গোস্বামী (কৈহাটী), বিশ্ব নাথ শৰ্মা, কৃষ্ণ শৰ্মা, হলধৰ চক্ৰবৰ্তী (বাঁহজানী), কনক বৰ্মন, হৰিচৰণ পাঠক, পীতাম্বৰ বৰ্মন (সন্ধ্যা), দ্বিজেন্দ্ৰ মল্ল বৰুৱা (চান্দকুছি), প্ৰতাপ চন্দ্ৰ গোস্বামী, ঘনশ্যাম গোস্বামী, (অগ্নিশালা), হৰকান্ত পাটগিৰি (বৰকুৰিহা) আৰু বহুতো ছাত্ৰই পুলিচৰ নিৰ্যাতন ভোগ কৰিছিল। বহুত ছাত্ৰই কুখ্যাত কাৰ্নিংহাম চাৰ্কুলাৰত চহী নকৰি পঢ়া ত্যাগ কৰে। প্ৰভাত চন্দ্ৰ গোস্বামীয়ে গৌৰীপুৰলৈ গৈ পি. চি. ইন্সটিটিউটৰ পৰা ১৯৩২ চনত প্ৰৱেশিকা পাছ কৰিলে। সেইবাৰে জাতীয় স্কুল হিচাপে গুৱাহাটীত কামৰূপ একাডেমী, তেজপুৰ একাডেমীৰ প্ৰতিষ্ঠা হয়। নলবাৰীতে তেনে স্কুল এখন আৰম্ভ হৈছিল। সেই স্কুলৰপৰা পণ্ডিত ভৱদেৱ ভাগৱতীয়ে মেট্ৰিক পাছ কৰে। পিছত শিক্ষকৰ অভাৱত স্কুলখন ভাগি থাকিল। জগদ্ধৰ শৰ্মাৰ পঢ়াই নহ'ল। ১৯২১ চনত অসহযোগ আন্দোলনত গৰ্ডন হাইস্কুলৰ ছাত্ৰসকলে শ্ৰেণীকক্ষৰ পৰা ওলাই আহিছিল আৰু তাৰে নেতৃত্ব বহন কৰা বাবে ভৱদেৱ ভাগৱতীয়ে গোৰ্গা চিপাহীৰ কোৰত বাওঁখন ভৰিত আঘাত পাইছিল। স্বাধীনতা আন্দোলনৰ সময়ত ধৰ্মপুৰৰ জয়চন্দ্ৰ চৌধুৰী (পিছত প্ৰখ্যাত আইনজীৱী), ৰাধানাথ বৰকটকী, কৃষ্ণকান্ত শৰ্মা, যজ্ঞেশ্বৰ শৰ্মা আদিয়ে কাৰাবাস খাটিছিল।

তাৰ পিছত ছাত্ৰসকলে গান্ধীজীৰ নিৰ্দেশ মানি কানি বৰবিহ আৰু মাদক দ্ৰব্য সেৱনৰ বিৰুদ্ধে কংগ্ৰেছৰ নীতি মতে কাম কৰে। খাদী প্ৰচলন, শিক্ষা বিস্তাৰ, গ্ৰাম্য চিকিৎসা, কুটিৰ শিল্পৰ উন্নতি আদি গঠনমূলক কামত আত্ম

নিয়োগ কৰে। এই সকলৰ বহুতৰে কৰ্মসংস্থান নহ'ল, বহুতে খেতি-বাতি কৰি জীৱন নিৰ্বাহ কৰিবলৈ ধৰিলে। দুই চাৰিয়ে প্ৰাথমিক স্কুলত চাকৰি পায়। বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মা আদিয়ে গুৱাহাটী লোকেল বোৰ্ডৰ চেয়াৰম্যান হৈ দুই চাৰিজনক সংস্থাপিত কৰে। কিছুমান কানি নিবাৰণী সমিতিৰ সদস্য হৈ কাম কৰে। তাৰবাবে নামমাত্ৰ মাননি লাভ কৰিছিল। বহুতৰে জীৱনত একো নহ'ল। স্বাধীনতাৰ পিছত সেইবিলাকৰ খবৰ চৰকাৰে নেৰাখিলে।

১৯৩০ চনত নলবাৰীত কানি খোৱা বহু মানুহ আছিল। এই লোকসকলৰ কানি খোৱা পট্টা আছিল। এইবোৰ ভলণ্টিয়াৰসকলে বুদ্ধি কৰি আনি পুৰি পেলাই পুলিচৰ ৰোহত পৰি বহু স্বেচ্ছাসেৱকে নিৰ্যাতিন ভুগিছিল।

১৯৩৯ চনত নাজি জাৰ্মানিয়ে পোলেণ্ডৰ ডানজিগ চহৰ দখল কৰাত ২য় মহাসমৰৰ জুই জ্বলি উঠে। এই যুদ্ধই আমাৰ অসমতো তীব্ৰ প্ৰভাৱ পেলাইছিল। বস্তু নোপোৱা হ'ল। বস্তুৰ দাম বাঢ়িল। চেনি, কেৰোচিন আদি বস্তু নোহাৱা হ'ল। সেইবাবেই কলা বজাৰৰ প্ৰথম প্ৰচনল হ'ল। চৰকাৰে সমবায় সমিতি কনজিমাৰ্চ ষ্টোৰচ পাতি সামান্য বস্তু যোগান ধৰিবলৈ আৰম্ভ কৰিলে। জনসাধাৰণৰ হাহাকাৰ লাগিল। এই যুদ্ধত ইংৰাজ আৰু আমেৰিকাই মিত্ৰ শক্তি গঠন কৰিছে। জাপানে আহি অসমৰ কোহিমা দখল কৰিলে। নেতাজীৰদ্বাৰা পৰিচালিত আজাদ হিন্দ ফৌজৰ সৈনিকসকল ধৰা পৰিল। নেতাজী নিৰুদ্দেশ হ'ল। হিৰোচিমা আৰু নাগাচাকিত এটম ব'ম ফুটিলত যুদ্ধৰ অৱসান হ'ল ১৯৪৫ চনত।

গান্ধীজীৰ নিৰ্দেশত ১৯৪০ চনত সত্যাগ্ৰহ আন্দোলন হয়। এই আন্দোলনত ইংৰাজক ধনে-জনে সহায় নকৰিবলৈ কৈ নেতাসকলে সত্যাগ্ৰহ কৰে। নলবাৰীৰ হৰিচৰণ পাঠক, হৰিচন্দ্ৰ ডেকা বৰুৱা, কনক বৰ্মা, শ্ৰীমান প্ৰফুল্ল গোস্বামী, বাঁহজানীৰ বিশ্বনাথ শৰ্মা, হলধৰ চক্ৰবৰ্তী, কৃষ্ণ শৰ্মা, সৰস্বতী মজুমদাৰ আদি কৰ্মীয়ে সত্যাগ্ৰহ আন্দোলনত যোগ দিয়ে। গোটেই অসমতে এই সত্যাগ্ৰহ আন্দোলনত বহু নেতা-কৰ্মী গ্ৰেপ্তাৰ হয় আৰু জনসাধাৰণৰ মনত যুদ্ধ বিৰোধী ভাব জাগ্ৰত হয়।

১৯৪২ চনৰ ৯ আগষ্ট। ভাৰতৰ বুৰঞ্জীত এটা উল্লেখযোগ্য দিন। ৮ আগষ্টত ভাৰতৰ জাতীয় কংগ্ৰেছৰ বছৰেকীয়া মূল সভা বোম্বেত অনুষ্ঠিত হয়। তাত গোটেই ভাৰতবৰ্ষৰে নেতাসকলে প্ৰতিনিধি হিচাপে উপস্থিত হৈ 'ভাৰত ত্যাগ'ৰ প্ৰস্তাৱ গ্ৰহণ কৰে। ইংৰাজে শাসনভাৰ ভাৰতীয়ক গটাই দি গুচি যাব লাগে। এই দাবী কৰা হয় ৯ আগষ্টত। কৰিম নাইবা মৰিম 'do or die' এই মন্ত্ৰৰে ভাৰতীয়ই দৃঢ় প্ৰতিজ্ঞা হৈ স্বাধীনতাৰ শেষ যুদ্ধ আৰম্ভ

কৰে। তাৰ পিছতে বোম্বেত (এতিয়া মুম্বাই) সকলো নেতাকে গ্ৰেপ্তাৰ কৰে। অসমৰ পৰা যোৱা নেতা গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধি, সিদ্ধিনাথ শৰ্মা, মহঃ তৈয়েবুল্লা, বিজয় চন্দ্ৰ ভাগৱতী প্ৰমুখ্যে সকলো নেতাকে তাত গ্ৰেপ্তাৰ কৰে। বণ্ডিয়াৰ শ্ৰীকামিনী শৰ্মা কেনেবাকৈ সাৰি আহি অসমত ৰাইজৰ মাজত এই ভাৰত ত্যাগ প্ৰস্তাৱৰ ব্যাখ্যা কৰি সভা-সমিতি কৰে। এই কথা কোৱাৰ অৰ্থ এই যে কামিনী শৰ্মাই নিজে নলবাৰীৰ ওচৰৰ বৰমুৰিকোণাত বহা সভাত, বাঁহজানী আদি অঞ্চলত অনুষ্ঠিত হোৱা সভাত এই কথা প্ৰচাৰ কৰি ৰাইজক উদ্বুদ্ধ কৰে। তেনে সভাত আমি উপস্থিত আছিলো। ১০ আগষ্টৰ পৰা অসমৰ স্কুল-কলেজত ধৰ্মঘট আৰম্ভ হয়। তেতিয়া আন্দোলনৰ নেতা, ছাত্ৰ আৰু সৰ্বসাধাৰণ ৰাইজ। নলবাৰী গৰ্ডন হাইস্কুলৰ ছাত্ৰসভাৰ সম্পাদক প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য (এতিয়া বি. বৰুৱা কলেজৰ প্ৰাক্তন অধ্যক্ষ) আৰু আন এজন ছাত্ৰ হৰেন্দ্ৰ কলিতাৰ নেতৃত্বত গৰ্ডন হাইস্কুলৰ ছাত্ৰই শ্ৰেণী বৰ্জন কৰে। সেই সময়ত নলবাৰী, চকবজাৰ, বাঁহজানী, ভদ্ৰা, কালাগ, বৰমুৰিকোণা, চামতা, বৰমা, টিহু, দিঘেলী আদি প্ৰধান গাঁওবোৰত ছাত্ৰই শিবিৰ পাতি জনসাধাৰণৰ মাজত সভা-সমিতি, শোভাযাত্ৰা আদি কৰি ৰাইজক জগাই তোলে। গাঁৱে গাঁৱে গাঁও পঞ্চায়ত আৰু শান্তি সেনাৰ দল গঠন কৰি ৰাইজ যাতে কোনো কাৰণত চৰকাৰৰ ওচৰত নাযায় তাৰ ব্যৱস্থা কৰে। গাঁৱৰ কাজিয়া-পেচাল পঞ্চায়তে বিচাৰ কৰি দিবলৈ ধৰে। এক ৰকম স্ব-শাসন প্ৰবৰ্তন হোৱা বুলি ক'ব পাৰি।

সেই সময়ত নলবাৰীৰ নেতা অধিবক্তা হৰিচৰণ পাঠক আৰু কনক চন্দ্ৰ বৰ্মা জেলত। শ্ৰীমান প্ৰফুল্ল গোস্বামী গৃহবন্দী। সেইবাবে গৰ্ডন স্কুলৰ নৱম শ্ৰেণীৰ ছাত্ৰ প্ৰতুল গোস্বামী, বিপিন শৰ্মা, কালীন্দ্ৰ কলিতা, কিশোৰী মোহন শৰ্মা (কুমাৰ কিশোৰ) আৰু দশম শ্ৰেণীৰ ছাত্ৰ নলবাৰী সত্ৰৰ গোপীকান্ত গোস্বামীৰ নেতৃত্বত নলবাৰীত আন্দোলনৰ কাম চলে। সেই সময়ত নলবাৰীত পুলিচ বিষয়া শ্ৰীচৰণ বৰুৱা আৰু ইন্দু হাজৰিকা। এই দুজন বিষয়াই ছাত্ৰসকলক নানা ধৰণৰ নিৰ্যাতন দি আন্দোলন মৰিমুৰ কৰাত লগে। আগষ্ট মাহৰ ভিতৰতে গোপীকান্ত গোস্বামী, প্ৰতুল গোস্বামী, বিশ্ব গোস্বামী, বিপিন শৰ্মা, কিশোৰী মোহন শৰ্মা, সমুদ্ৰ পাঠক, পদ্ম গোস্বামী, কুশল শৰ্মা, দেৱেন্দ্ৰ চৌধুৰী, মেদু ৰাজবংশী, গোলাপ গোস্বামী আদি বহুতক গ্ৰেপ্তাৰ কৰে। মোকো গ্ৰেপ্তাৰ কৰিছিল। যেখাত সৰু ল'ৰা যেন দেখি চালান নিদি কেইটামান কোৰ মাৰি এৰি দিয়ে । এনেকৈ নলবাৰী ছাত্ৰসকলক বাছি বাছি গ্ৰেপ্তাৰ কৰাত ছাত্ৰই মনে মনে সংগঠনৰ কামত লাগি থাকিল। বৰবৰীৰ

কালীৰাম দাস, দীননাথ শৰ্মা আৰু আমাৰ দাদা সতীশ চন্দ্ৰ শৰ্মা, দিঘেলীৰ ৰমেশ ভট্টাচাৰ্য, ধমধমাৰ দ্বাৰিকা বৰুৱা গ্ৰেপ্তাৰ হয়। ভদ্ৰাৰ সৰস্বতী মজুমদাৰ, জন্মি তালুকদাৰ, নবেন তালুকদাৰ গ্ৰেপ্তাৰ হয়। সেই সময়ত আমি আন এজন ছাত্ৰ নেতাক নলবাৰীৰ বহু সভাত লগ পাইছোঁ। তেখেত কৰুণাৰ প্ৰভাত শৰ্মা। তেখেত পিছত ধৰা পৰে। সেই সময়ত বাঁহজানীত জোৰদাৰ আন্দোলনৰ কাম চলে। কাৰণ ৩০ চনৰ অভিজ্ঞতা পুষ্ট নেতা বিশ্বনাথ শৰ্মা, হলধৰ চক্ৰবৰ্তী, কৃষ্ণ শৰ্মা, চন্দ্ৰ চাহাব, ধনেশ্বৰ গোস্বামী, ঘনশ্যাম গোস্বামী, লক্ষ্মীকান্ত শৰ্মা, প্ৰথম অৱস্থাত গ্ৰেপ্তাৰ হোৱা নাছিল। তেখেতসকলে বাঁহজানী, পকোৱা মৌজাত আন্দোলনৰ কাম চলায়। পকোৱা মৌজাত কালীচৰণ চৌধুৰী, কৰুণাকান্ত ভট্টাচাৰ্য, ৰমনীমোহন ডেকা আৰু ডাক্তৰ প্ৰভাত শৰ্মা প্ৰধান কৰ্মী। এখেতসকলে বাঁহজানী, পকোৱা আৰু ধৰ্মপুৰত কাম চলায়। তাদুপৰি চামতাৰ গঙ্গাধৰ চৌধুৰী অভিজ্ঞ কৰ্মী আছিল। ভদ্ৰাৰ সৰস্বতী মজুমদাৰ, কুচিয়াৰ লক্ষ্মীকান্ত শৰ্মা উকিল আদি বহুদিন গ্ৰেপ্তাৰৰ পৰা সাৰি আছিল। বাঁহজানীৰ আন কৰ্মী ভৈৰৱ শৰ্মা, প্ৰবীৰ মন্ত্ৰ বৰুৱা, উমাকান্ত শৰ্মা ছাত্ৰ নেতা (পিছত নলবাৰী কলেজৰ অধ্যক্ষ) আটায়ে মাৰবাদ্ধি কৰিম নহয় মৰিম এই মন্ত্ৰত দীক্ষিত হৈ কাম কৰে। বাঁহজানীত মৃত্যু বাহিনী গঠন কৰে আৰু সন্ত্ৰাসবাদী কাৰ্যও অনুষ্ঠিত কৰিছিল হেনো। বহুত দলং পোৰা গ'ল। বৰখালা হাইস্কুল পুৰিলে, গৰ্ডন হাইস্কুলৰ শিক্ষক ধনেশ্বৰ শৰ্মাৰ ঘৰ পুৰিলে, নলবাৰী ডাকঘৰত বোমা দিলে। গৰ্ডন স্কুলতো বোমা ফুটিল। এনেদৰে কাম চলি থাকিল। চামতাত সুৰেন্দ্ৰ নাথ শৰ্মাই (কটন কলেজৰ ছাত্ৰ সভাৰ সাধাৰণ সম্পাদক) যথেষ্ট কাম কৰে ধৰ্মপুৰ মৌজাত। তাৰ পিছত বহুতকে গ্ৰেপ্তাৰ কৰাত বাইজ উত্ৰাৱল হ'ল। তেতিয়া চৰকাৰী কাৰ্যালয়, স্কুল আদিত বাইজে পিকেটিং কৰিলে। এই সকলো লোকে পুলিচৰ নিৰ্যাতন সহ্য কৰিও পিছ হোহকা দিয়া নাছিল। সন্ত্ৰাসবাদী কাৰ্যত লগা লোকসকল হলধৰ চক্ৰবৰ্তী, চন্দ্ৰ তালুকদাৰ আদিৰ বাহিৰেও উমাকান্ত শৰ্মা, দেহাৰকুছিৰ ধৰ্ম শৰ্মা, ধীৰেশ্বৰ শৰ্মা, প্ৰভাত শৰ্মা, দানী হালৈ আৰু কেবাজনো জড়িত আছিল। খাজনা দিয়া বন্ধ কৰা হৈছিল। ৰাইজেও দৃঢ়প্ৰতিজ্ঞ হৈ খাজনা দিয়া নাছিল। গঙ্গাপুখুৰী হাইস্কুলৰ ঘৰো ভস্মীভূত হয়। বিজুলী খাটৰ বাংলো পোৰা হয়। পকোৱা মৌজাৰ কালীচৰণ চৌধুৰী, পূৰ্ণপতি দত্ত, দেহী বৰ্মন, প্ৰতাপ তালুকদাৰ, বাঁহজানী মৌজাৰ প্ৰসন্ন মজুমদাৰ, নবেন তালুকদাৰ, মোহন তালুকদাৰ, মমত মজুমদাৰ আদি লোকে আন্দোলনত যোগদান কৰি পুলিচী

নির্যাটিন খাইছিল আৰু এই সকলো লোকেই কাৰাবাস খাটিছিল।

খাতা মৌজাত নলবাৰী চ'ক বজাৰৰ বাহিৰেও দিঘেলী আৰু বৰমুৰিকোণাত দুটা স্বেচ্ছাসেৱকৰ শিবিৰ স্থাপন কৰা হৈছিল। বৰমুৰিকোণা শিবিৰত এজন মাত্র প্রবেশিকাৰ উত্তীর্ণ কর্মী। বাকীবিলাক সৰু ছাত্র। শিবিৰৰ চেক্রেটৰী উত্তম শর্মা, আনকর্মী কালীৰাম দাস, সতীশ শর্মা, দীননাথ শর্মা, আদ্য শর্মা, ভৈৰৱ চন্দ্র শর্মা, দীনেশ শর্মা, গজেন্দ্র কাকতি, ময়ূৰ বৰুৱা, কামিনী শীল, ৰাজেন্দ্র চক্রবর্তী, উপেন্দ্র শর্মা, জগন্নাথ চক্রবর্তী, হৰিনাথ শর্মাদিলৈ, ৰমেশ ভট্টাচার্য, মহেশ চৌধুৰী, বৰদানন্দ শর্মা, খগেন্দ্র শর্মা আদি। ৰমেশ চক্রবর্ত্তী (প্রবেশিকা পাছ) সভাপতি। কালীৰাম দাস, সতীশ শর্মা আৰু দীননাথ শর্মাই কাৰাবাস খাটে। ৰাজেন আৰু মোক তিনিবাৰ গ্রেপ্তাৰ কৰে যদিও জেললৈ পঠোৱা নাই, কাৰণ আমি দেখাত সৰু আছিলোঁ।

দিঘেলীৰ শিবিৰ চলাইছিল দিঘেলীৰ ৰমেশ ভট্টচার্যই। তেখেত পিছত উকিল হয়। তেখেতে কাৰাবাস খাটে। সন্ধ্যা, কালাগ, বাহাৰঘাট, ধমধমা আদিতো শিবিৰ আছিল। দ্বাৰিকা নাথ বৰুৱা আছিল অধ্যক্ষ। বাহাৰঘাটৰ শিবিৰ কর্মী ধর্মনাথ শর্মা, ধীৰেশ্বৰ শর্মা, কেশৱ ডেকা আদি। এখেতসকলে কাৰাবাস খাটিছিল। বৰকুৰিহাৰ শিবিৰৰ কর্মী আছিল প্রফুল্ল কলিতা, ধর্ম ডেকা, যতীন কলিতা আদি। যতীন কলিতা এতিয়াও সক্রিয় কংগ্রেছ কর্মী। স্বাস্থ্যও ভালে আছে। বালা-পশ্চিম কমাৰকুছি গাঁৱৰ স্বর্গীয় মুক্তাৰাম ডেকা, সৃষ্টিৰাম দাস, কটপুহাৰ দয়ানাথ শর্মা, ... হলধৰ চৌধুৰী, কমাৰকুছিৰ দক্ষৰাম বৰুৱা, কৈলাশচন্দ্র বৰুৱা আৰু সঞ্জীৱ বৰুৱা, খাটা মৌজা চ'ক বজাৰৰ বহু কর্মী আছিল। তাৰ ভিতৰত কালীন্দ্র কলিতাও এজন প্রধান কর্মী। তেওঁ এতিয়াও সক্রিয় নেতা। কংগ্রেছ সভাপতি, সম্পাদক আদি বিষয়বাব পাইছিল। ইয়াৰ বাহিৰেও বহু কর্মী আছিল, যিবিলাকৰ পঢ়া '৪২ৰ আন্দোলনতে শেষ। তেনে বহু অখ্যাত মহৎ কর্মীক আজি সমাজে পাহৰি গৈছে। '৪২ত নির্যাতিত কর্মীসকলক বহুত স্বাধীনতা লাভৰ পাছত সমাজে চিনি নোপোৱা হ'ল, চৰকাৰেতো নাজানেই। আজি নতুন নেতাসকলৰ '৪২ৰ আন্দোলনৰ অভিজ্ঞতা নাই।

১৯৪২ চনৰ ২০ ছেপ্টেম্বৰৰ দিনটো পাহৰিব পৰা দিন নহয়। সিদিনা নলবাৰী থানাত পতাকা উৰোৱা দিন আছিল। খাতা বৰভাগ, বাঁহজানী, পকোৱা, ধর্মপুৰ, ক্ষেত্রী ধর্মপুৰ, বৰক্ষেত্রী আদি মৌজাৰপৰা বহু হেজাৰ লোকে নলবাৰীলৈ চাৰিও ফালৰ পৰা আহি আছিল। শ্রীচৰণ বৰুৱাৰ নেতৃত্বত

ৰাইজে নলবাৰীত প্ৰৱেশ কৰিব নোৱাৰিলে। গুলি কৰা নাছিল। লাঠীৰে কোবাই ৰাইজক ছত্ৰভঙ্গ দিয়ালে। নলবাৰীত '৪২ চনত কোনো ছহিদ নহ'ল।

ক্ষেত্ৰী ধৰ্মপুৰৰ পৰা ভৱানী ভদ্ৰই কাৰাবাস খাটে। তেনে কাৰাবাস খটা লোক প্ৰতিখন মৌজাতে ২০/২৫ জনৰ কম নহয়। নলবাৰীৰ থানাত এজন বৰ্ষীয়ান কৰ্মী আছিল বালীৰাম তহবিলদাৰ। চ'কবজাৰৰ গোবিন্দ মহাজনে স্বেচ্ছাসেৱকসকলক নানাভাৱে সহায় কৰিছিল। ক্ষুদীয়া সত্ৰৰ ডাঃ হৰেকৃষ্ণ গোস্বামী এজন নেতা আছিল। অৱশ্যে তেখেতে কাৰাবাস খটা কথা আমি নাজানো। ৰাজস্থানী লোকৰ ভিতৰত পণ্ডিত বাসুদেৱ শৰ্মাই স্বাধীনতা যুদ্ধৰ এজন নিষ্ঠাবান সৈনিক আছিল। গোপীনাথ বৰদলৈ আদি নেতাৰ পৰিচিত আছিল। চান্দকুছিৰ গদামল বৰুৱাকে ধৰি ভালেমান লোকে '৪২ৰ স্বাধীনতা যুদ্ধৰ সৈনিক আছিল। বৰভাগ মৌজাৰ অধিবক্তা পবিত্ৰ নাথ শৰ্মা এজন নেতা আছিল। তেখেত ১৯৬২ চনত নলবাৰী সমষ্টিৰ পৰা বিধায়ক আছিল। বাকী কাৰাবাস খটা কোনো নেতাই বিধায়ক হোৱা নাই। বহুত কৰ্মী পিছত অৱহেলিত হৈছিল আৰু বহুতে নানা দুখ-কষ্টৰ মাজেদি জীৱন কটাইছিল। তেওঁলোকে মুক্তি যুজাৰু হিচাপে পেঞ্চনো বহুতে পোৱা মনত নপৰে। বৰক্ষেত্ৰীৰ চবিন মেধিয়ে কাৰাবাস খাটিছিল।

মুঠতে নলবাৰী জিলাখনৰ প্ৰতি গাঁৱৰ লোকে ১৯৩০ চনৰ পৰা ১৯৪৬ চনলৈ ভাৰতৰ স্বাধীনতা আন্দোলনত জঁপিয়াই পৰি নানা ধৰণে কাম কৰিছিল আৰু গান্ধীজীৰ নিৰ্দেশনা মানি সমাজৰ বিভিন্ন দিশত মঙ্গলদায়ক কাম কৰিছিল। আন্দোলন চলি থকা অৱস্থাত অম্বিকাগিৰী ৰায়চৌধুৰী পকোৱাত বাহৰ পাতি ৰাইজৰ মাজত তেখেতে ভাষণ দি জাগৰণ আনিছিল। কানি বৰ্জন আৰু খাদি প্ৰচলন কৰ্মীসকলৰ কৰ্তব্য বুলি নিশ্চিত কৰি তাত লাগিবলৈ নিৰ্দেশ দিছিল। ❐

# তন্ত্র-সাধনাৰ তাৎপৰ্য

উমাকান্ত দেৱশৰ্মা

মানৱমনত প্ৰাপ্তিৰ ভাৱনা এক জৈৱিক স্বাভাৱিক ধৰ্ম। মানৱ মন ঘৰ-দুৱাৰ, স্ত্ৰী-পুত্ৰ, ধন-ঐশ্বৰ্য্য-বিভূতিৰ প্ৰতি ধাৱিত হয়। জীৱনত সেইবোৰৰ কিঞ্চিৎ পায় যদিও শান্তি নাই, আকৌ নোপোৱাখিনি পোৱাৰ কাৰণে মন অতিশয় উদ্বিগ্ন আৰু অস্থিৰ হৈ উঠে। সাংসাৰিক জীৱনত যিবোৰ পাবলগীয়া সেইবোৰ পোৱা সত্ত্বেও দেখোন মন অশান্ত। কাৰণ সংসাৰত স্ত্ৰী-পুত্ৰ জনিত, ধন-ঐশ্বৰ্যজনিত সুখে দেখোন দুখক সাৱটি লৈ আছে। ধনৰ প্ৰাচুৰ্যত চোৰ, ডকাইতৰ ভয়, মনোবৃত্তি অপথে যোৱাৰ সম্ভাৱনা। সাংসাৰিক জীৱনত পোৱাৰ আশাৰ পৰিসমাপ্তি নাই। কিন্তু মানুহে যে দুখৰ কাৰণ আৰু দুখৰ মুক্তিৰ উপায় বিচাৰি এক অদৃশ্য শক্তিৰ উদঘাটন কৰিবলৈ আগবাঢ়ে। মনে পৰিদৃশ্যমান জাগতিক বস্তুসমূহৰ চিন্তাৰ উৰ্দ্ধত দৈৱ শক্তিৰ বিষয়ে ভাবিবলৈ আৰম্ভ কৰে। দৈৱ শক্তি বা দেৱবুদ্ধিয়ে জগন্নিয়ন্তাৰ সান্নিধ্য লাভৰ উপায় বিচাৰ কৰোঁতে কৰোঁতে আৰম্ভ হ'ল বেদ স্বীকৃত কৰ্ম, যোগ আৰু উপাসনা। এই তিনিওটাৰ পৰস্পৰৰ সম্পৰ্ক আছে। কৰ্মকাণ্ডৰ নৈপুণ্যৰ অভাৱত উপাসনা মাৰ্গত প্ৰৱেশ দুসাধ্য হৈ পৰে বাবেই অন্ত্ৰই কৰ্ম; যোগ আৰু উপাসনাক সাৱটি ধৰি আগবাঢ়িছে।

উপাসনাৰ মাধ্যমেৰে জীৱে মৃত্যুক জয় কৰিব বিচাৰে। মৃত্যুভয়ৰ ভীষণ বিভীষিকাই যিজনাৰ স্পৰ্শত শান্তিৰ পৰম পদ প্ৰাপ্তিৰ ৰূপ প্ৰাপ্ত হয়, সেইজনা মৃত্যুঞ্জয় আশুতোষ দেৱতাসকলৰ প্ৰভু, বিশ্বৰ অধিপতি সৰ্বব্যাপী ভগৱান শিৱ। তেওঁৰ মুখনিসৃত বাণী তন্ত্ৰ। শিৱ-পাৰ্বতীৰ আলোচনাৰ ফল—তন্ত্ৰ। তন্ত্ৰ-আগম আৰু নিগম ভেদে দুই ভাগত বিভক্ত। যি তন্ত্ৰত দেৱী প্ৰশ্নকাৰিণী, শিৱবক্তা আৰু গণপতি লেখক সেইসকল আগম। আনপিনে শিৱৰ প্ৰশ্নোত্তৰত দেৱীৰ মুখ নিঃসৃত যি বাণী সেয়াই নিগম। আগম আৰু নিগমৰ সংজ্ঞা নিৰূপণ কৰা হৈছে এইদৰে—

আগতং শিৱবক্তেভ্যো
গতঞ্চ গিৰিজাশ্রুতৌ।
মতঞ্চ বাসুদেৱেন।
তস্মাদাগম উচ্যতে।।

নির্গতা গিৰিজাবক্তাৎ
গতঞ্চ গিৰিশশ্রুতিম্।
মতঞ্চ বাসুদেৱস্য
নিগমঃ পৰিকথ্যতে।।

তান্ত্রিক সাধকসকলে দক্ষিণাচাৰীসকলৰ সাধনশাস্ত্ৰক আগম আখ্যা দিছে আৰু নিগম বামাচাৰীসকলৰ সাধনশাস্ত্র হিচাপে গৃহীত হৈছে।

তন্ত্ৰ শব্দৰ ব্যুৎপত্তিলৈ লক্ষ্য কৰিলে—"তন্ত্ৰয়তি" ইতি তন্ত্ৰঃ, যিয়ে জীৱগণৰ মুক্তিৰ কাৰণে আত্মতত্ত্বোপলব্ধিৰ উপায় সম্পৰ্কে উপদেশ দিয়ে, নিয়ন্ত্রণ কৰে প্রশাসন কৰে সেয়াই তন্ত্র।। আনপিনে "তন্ শব্দই শৰীৰ ৰূপ অৰ্থৰ্বদ্যোতক আৰু 'ত্ৰ'ৰ প্ৰাণৰূপ অৰ্থৰ সৈতে মিলিত হৈ যিয়ে শৰীৰ ৰক্ষা কৰে অৰ্থাৎ যি প্ৰক্ৰিয়াৰে মানৱে শৰীৰ তত্ত্ব উপলব্ধি কৰি শৰীৰক সাধনাৰ ক্ষেত্ৰভূমি হিচাপে গঢ়ি তুলিব পাৰে তাকেই তন্ত্র বুলি বুজিব লাগে। শাস্ত্ৰান্তৰত তন্ত্র শব্দৰ ব্যাখ্যা কৰা হৈছে এইদৰে—

তনোতি বিপুলানৰ্থান্ তত্ত্বমন্ত্রসমন্বিতান।
ত্ৰাণঞ্চ কুৰুতে যস্মাত্ তন্ত্ৰমিত্যভিধীয়তে।।

অৰ্থাৎ মন্ত্র, তত্ত্বৰ বিশেষ অৰ্থৰ প্ৰতিপাদক হৈ যিয়ে চতুৰ্বৰ্গসিদ্ধিপূৰ্বক মৃত্যু ভয়াদিৰপৰা ৰক্ষা কৰে তাকে তন্ত্র বুলি কোৱা হয়।

তন্ত্ৰই যোগৰ সৈতে একাত্ম হৈ উপাসনাৰ ভেটি দৃঢ় কৰে। উপাসনাৰে চৰম পৰ্যায়ত উপনীত হোৱাৰ কাৰণেও কেইটামান গুৰুত্বপূৰ্ণ বিষয় নিৰ্ণয় কৰিছে। এই বিষয়সমূহৰ বাহ্যিক অৰ্থত আৱদ্ধ নাথাকি আভ্যন্তৰীণ অৰ্থৰ অনুধাৱন কৰিব পাৰিলে তন্ত্ৰৰ মহত্ত্ব সহজবোধ্য হ'ব।

সৃষ্টি, প্ৰলয়, দেৱাৰ্চ্চন, সৎকৰ্মসাধন, ধ্যান, নিত্যকৰ্ম, জ্যোতিষ ক্ৰম, সূত্ৰ, বৰ্ণভেদ, তীৰ্থ, কল্প, আশ্ৰমধৰ্ম, ব্ৰত কথা, স্ত্ৰী-পুৰুষৰ ধৰ্ম-লক্ষণ, ৰাজধৰ্ম, দানধৰ্ম, যুগধৰ্ম, ব্যৱহাৰিক আৰু আধ্যাত্মিক নিয়মৰ বৰ্ণন তন্ত্র, আগম আৰু যামলৰ মুখ্য বিষয়।

তান্ত্রিক কর্মত অধিকাৰ প্ৰাপ্তিৰ উদ্দেশ্যে দীক্ষা অৱশ্যেই গ্ৰহণীয়। তান্ত্রিক সাধকৰ ক্ষেত্ৰভূমিৰ ওপৰত নিৰ্ভৰ কৰে তন্ত্ৰোক্ত আচাৰসমূহৰ। দক্ষিণাচাৰ, বামাচাৰ, বৈদিকাচাৰ, বৈষ্ণৱাচাৰ, পশ্বাচাৰ কৌলাচাৰ, শৈৱাচাৰ, সিদ্ধান্তাচাৰ, অঘোৰাচাৰ প্ৰভৃতি ন প্ৰকাৰৰ আচাৰ তন্ত্ৰত প্ৰবৰ্তিত হৈছে। এই আচাৰসমূহৰ বিস্তৃত বিৱৰণ দিবলৈ হ'লে প্ৰবন্ধৰ আকাৰ বৃহৎ হ'ব। তথাপি সাধাৰণতে সৰ্বসাধাৰণৰ অৱগতিৰ উদ্দেশ্যে সংক্ষিপ্তভাৱে দুটামান আচাৰ সম্বন্ধে উল্লেখ কৰা হ'ব।

মানৱৰ মনত তিনি প্ৰকাৰ ভাৱৰ প্ৰভাৱ পৰিলক্ষিত হয়। পশুভাব, বীৰভাব আৰু দিব্যভাব। বিশ্বসাৰ তন্ত্ৰত উল্লেখ আছে—

ইদানীং শৃণু বক্ষ্যামি ত্ৰিবিধং ভাৱলক্ষণম।
আদৌ পশুস্ততো বীৰশ্চৰমো দিব্য উচ্যতে।।

সাধনাৰ প্ৰাৰম্ভত পশুভাব, দ্বিতীয় পৰ্যায়ত বীৰভাব আৰু তৃতীয় পৰ্যায়ত (জ্ঞানেন দিব্যভাবোহপি জ্ঞানাম্ভাবো বিশিষ্যতে) দিব্যভাব। সাধনাৰ মাধ্যমেৰে পূৰ্ব-পূৰ্ধ আচাৰোত্তীৰ্ণ হৈ মহাপূৰ্ণ দীক্ষাৰ সৈতে কৌলাচাৰ বা অৱধূতাচাৰ গ্ৰহণ কৰি নিজৰ শ্ৰাদ্ধ-পিণ্ডাদি সমাপন কৰি "বিৰজাহোম" সমাপন কৰি জ্ঞাননিষ্ঠ হৈ সতত তদ্‌ধ্যান পৰায়ণ হ'ব। সাধনাৰ শেষ কথা সচ্চিদানন্দময় পৰব্ৰহ্মপ্ৰাপ্তি।

তন্ত্ৰ সাধনাৰ ওপৰত প্ৰতিষ্ঠিত। সাধনা নাথাকিলে সংসাৰৰ অস্তিত্বৰ ভাবনা আঁতৰি নাযায়, আৰু ঈশ্বৰ-তত্ত্বও অন্ধ-কাৰাচ্ছন্ন হৈ পৰে। সেয়ে সাধনাৰে সিদ্ধি লাভৰ উপায় তন্ত্ৰই দিছে।

যিদৰে যোগসাধনাত প্ৰাণায়াম, প্ৰত্যাহাৰ, ধ্যান, ধাৰণা আৰু সমাধি প্ৰভৃতি পাঁচ প্ৰকাৰ উপাসনা সন্নিবিষ্ট হৈছে, তেনেদৰে বৈষ্ণৱীয় সাধনাত শান্ত্ৰ-দাস্য-সখ্য, বাৎসল্য আৰু মধুৰ (প্ৰেম) আৰু শক্তি সাধনাত পঞ্চমকাৰ সাধনাৰে সিদ্ধি লাভ সম্ভৱপৰ হয়।

তন্ত্ৰশাস্ত্ৰত মদ্য, মাংস, মৎস্য, মুদ্ৰা আৰু মৈথুন এই পঞ্চমকাৰৰ প্ৰসিদ্ধি আছে। বস্তুতঃ ইয়াৰ উদ্দেশ্য বুজি নোপোৱাৰ কাৰণে পঞ্চমাকাৰৰ আক্ষৰিক অৰ্থমাত্ৰ গ্ৰহণ কৰা বাবে সমাজত তন্ত্ৰশাস্ত্ৰৰ প্ৰতি সৰ্বসাধাৰণৰ মনত অশ্ৰদ্ধাৰ সুযোগ দিছে।

আগমসাৰ আৰু মহানিৰ্বানতন্ত্ৰৰ উপৰিও বিভিন্ন তন্ত্ৰই পঞ্চমকাৰৰ তাত্ত্বিক অৰ্থ প্ৰকাশ কৰিছে।

মদ্যসাধক - সোমধাৰা ক্ষৰেদ্‌যাতু ব্ৰহ্মৰন্ধ্ৰাদ্ ৱৰাননে।
পীত্বানন্দময়ীং তাং যঃ স এৱ মদ্যসাধকঃ।।

অৰ্থাৎ ব্ৰহ্মৰন্ধ্ৰৰ পৰা যি অমৃতধাৰা ক্ষৰিত হয়, তাকে পান কৰাজন মদ্য সাধক।।

মা শব্দাদ্ৰসনা জ্ঞেয়া তদংশান্ ৰসনা প্ৰিয়ে।
সদা যো ভক্ষয়েদ্দেৱি স এৱ মাংস সাধকঃ।।

মা শব্দই ৰসনা অৰ্থাৎ জিহ্বাক বুজায়, তাৰ অংশ বাক্য, যি বাক্যসংযমী তেওঁ মাংস সাধক।।

গঙ্গাযমুনায়োৰ্মধ্যে দ্বেই মৎস্যৌ চৰতঃ সদা।
তৌ মৎস্যৌ ভক্ষয়েদ্যস্তু স ভৱেন্মৎসৎসাধকঃ।।

ইড়া আৰু পিঙ্গলাৰ মাজেৰে দুটি মাছ শ্বাস আৰু প্ৰশ্বাস বিচৰণ কৰি থাকে তাকে যিয়ে সংযম অৰ্থাৎ প্ৰাণায়ামেৰে গতি ৰোধ কৰিব পাৰে তেওঁকেই মৎস্য সাধক কোৱা হয়।।

সহস্ৰাৰে মহাপদ্মে কৰ্ণিকা মুদ্ৰিতাচৰেৎ।
আত্মা তত্ৰৈৱ দেৱেশি কেৱলং পাৰদোপমঃ।।
সূৰ্য্যকোটি প্ৰতীকাশং চন্দ্ৰকোটি সুশীতলম্।
অতীৱ ৰমণীয়ঞ্চ মহাকুণ্ডলিনীযুতম্।
যস্য জ্ঞানোদয়স্তস্য মুদ্ৰাসাধক উচ্যতে।।

সহস্ৰদিশ মহাপদ্মত মুদ্ৰিত ৰূপত পাৰদতুল্য আত্মাৰ অৱস্থিতি, কুণ্ডলিনী শক্তি সমন্বিত আত্মোপলব্ধি হোৱাজন মুদ্ৰা সাধক।।

বায়ুৰূপলিঙ্গক শূন্যৰূপযোনিত প্ৰৱেশ কৰি কুম্ভক ৰূপ ৰমণেৰে তৃপ্ত হোৱাজন মৈথুনসাধক।।

পঞ্চমকাৰ সাধনা আৰু তন্ত্ৰোক্ত কৃত্যসমূহৰ কিছু গোপণীয়তা আছে। তাৰ কাৰণে গুৰুৰ ওচৰত থাকি সাধনা নকৰিলে বিফল বা বিসঙ্গতি হোৱাৰ সম্ভাৱনা। গতিকে দীক্ষাদি গ্ৰহণ কৰি গুৰুৰ উপদেশত তন্ত্ৰ সাধনা কৰি পৰমানন্দ প্ৰাপ্তিৰ উপায় গ্ৰহণ কৰিব লাগে।

# তন্ত্র শাস্ত্ৰৰ উৎপত্তি আৰু ইয়াৰ প্ৰসাৰ

**মহেন্দ্ৰ নাথ ভট্টাচাৰ্য**

কল্পান্তত গোটেই পৃথিৱী যেতিয়া পানীৰ মাজত জীৰ্ণ-শীৰ্ণ অৱস্থাত আছিল, তেতিয়া মহাগিৰি পৰ্বতৰ নীলকুট গহ্বৰত দেৱী কামভাৱ চৰিতাৰ্থ কৰিবলৈ শিৱৰ লগত মিলিত হৈছিল বাবে তেওঁ কামাখ্যা নামে খ্যাত হৈছিল। (কালিকা পুৰাণ)

এই কামাখ্যা দেৱী আৰু শিৱই (প্ৰকৃতি-পুৰুষ) জলমগ্ন পৃথিৱীক ব্ৰহ্মা আৰু নাৰায়ণৰ সহায়ত উদ্ধাৰ কৰি নতুন পৃথিৱীৰ সৃষ্টি কৰিছিল।

তেতিয়া সকলো দেৱতা, ঋষি-মুনি আদিয়ে ঘৰ-সংসাৰ পাতি সুখী জীৱন আৰম্ভ কৰিছিল। কেৱল শিৱ অবিবাহিত হৈ আছিল। তেতিয়া ব্ৰহ্মা, বিষ্ণু আৰু ঋষি-মুনিসকলে এই বিষয়ে আলোচনা কৰি সিদ্ধান্ত ল'লে যে শিৱৰ বিয়া পাতিব লাগে নহ'লে সৃষ্টি পৰিচালনাত আউল লাগিব। তেওঁলোকে এইটোও ঠিক কৰিলে যে শিৱৰ পাত্ৰী আদ্যা শক্তি মহামায়া হে উপযুক্ত হ'ব।

গতিকে ব্ৰহ্মা আৰু দক্ষ প্ৰজাপতিয়ে তেওঁৰ আৰাধনা কৰি দেৱীৰ সন্মতি ল'লে যে দক্ষ প্ৰজাপতিৰ জীয়ৰী হিচাপে 'সতী' নামলৈ জন্মগ্ৰহণ কৰিব আৰু শিৱৰ লগত বিবাহ বন্ধনত আবদ্ধ হ'ব। দেৱীয়ে এটা চৰ্ত সাপেক্ষেহে বিয়াত সন্মতি দিছিল। "তেওঁক যদি কোনোবাই অপমানিত কৰে তেন্তেহ'লে তেওঁ প্ৰাণ ত্যাগ কৰিব।"

শিৱৰ বিয়া সতীৰ লগত দেৱতা ঋষি-মুনিসকলে ধুম-ধামকৈ সম্পন্ন কৰিলে। দক্ষ প্ৰজাপতিয়ে বিয়াৰ পাছত সতী আৰু শিৱৰ ঘৰলৈ তেওঁলোকৰ সংসাৰ কেনে চলিছে চাবলৈ গ'ল। তেতিয়া শিৱই দক্ষ প্ৰজাপতিক শহুৰেকৰ মান্যতা প্ৰদৰ্শন নকৰাত অসন্তুষ্ট হৈ ইয়াৰ পোতক তুলিবলৈ ত্ৰিলোকৰ দেৱতা ঋষি-মুনি ৰজা-প্ৰজা আৰু ব্ৰাহ্মণসকলক নিমন্ত্ৰণ কৰি বিশ্ব যজ্ঞৰ আয়োজন কৰিলে। তালৈ কিন্তু সতী আৰু শিৱক নিমন্ত্ৰণ নকৰিলে।

যজ্ঞৰ খবৰ পাই সতীয়ে পিতৃগৃহলৈ যাবলৈ ওলাই শিৱৰ আজ্ঞা বিচাৰিলে। "বিনা নিমন্ত্ৰণে পিতৃগৃহৰ সবাহলৈকেও যোৱা নিষেধ" বুলি শিৱই ক'লে। এই কথা শুনি সতী ক্ৰুদ্ধ হৈ কালীমূৰ্তি ধাৰণ কৰিলে। তেতিয়া শিৱই ভয় খাই পলাবলৈ চেষ্টা কৰিলে কিন্তু যিফালে যায় সেইফালে সতীৰ কালীমূৰ্তি দেখা পায়। ভয়তে শিৱই মাজতে মাটিত বহি চকু মুদি দিলে। তেতিয়া কালীৰূপী সতীয়ে তেওঁৰ আগত থিয় হোৱাত শিৱই চকু মেলি সুধিলে "তুমিতো মোৰ সতী নোহোৱা, মোৰ সতী ক'লৈ গ'ল?" তেতিয়া সতীয়ে ক'লে মইয়ে তোমাৰ সতী, তোমাৰ সন্মুখত থিয় হৈ আছোঁ।" তেতিয়া শিৱই ক্ষমা খোজা সুৰত সুধিলে তুমি আৰু তোমাৰ দশোদিশে থকা শক্তিবোৰ কোন? তেতিয়া সতীয়ে ক'লে—

কালী তাৰা মহাবিদ্যা ষোড়শী ভুবনেশ্বৰী।
ভৈৰবীচ্ছিন্নমস্তা চ সুন্দৰী বগলামখী।
ধূমাৱতী স মাতঙ্গী নামান্যেতানি বৈ শিব।।

মহামায়া সতীয়ে ক'লে—এই দশ মহাবিদ্যা যুক্ত মহা যোগিনীসকল মোৰ সমান প্ৰভাযুক্ত মহাবিদ্যা। সকলো মূৰ্তিৰ ভিতৰত এই মহাবিদ্যাৰ দেৱীসকলৰ মূৰ্তি প্ৰসিদ্ধা আৰু নিত্য বিৰাজিতা। এওঁলোকক আস্থা আৰু ভক্তিভাৱে পূজা কৰিলে শীঘ্ৰে ফল পোৱা যায়। সাধকৰ অভিপ্ৰেতফল অতি সোনকালে প্ৰদান কৰে। এই মূৰ্তিসকল অতি গোপনীয় আৰু অপ্ৰকাশ্য।

হে শিব। এই মহাযোগিনী মহাবিদ্যাসকলৰ মন্ত্ৰ, যন্ত্ৰ, পূজা, হোম, পুৰশ্চৰণ, বিধি স্তোত্ৰ, কবচ, ভাব, আচাৰ আৰু নিয়ম আদি সকলো তুমিয়ে কৰিবা। সেইবোৰ আগম তন্ত্ৰ আৰু যামল নামে জগতত প্ৰসিদ্ধ হ'ব।

হে শিব, তুমিয়ে তন্ত্ৰাগম কৰ্তা আৰু স্বয়ং বিষ্ণুৱে বেদকৰ্তা হ'ব। প্ৰথমে তোমাক আগম তন্ত্ৰাদি প্ৰকাশ কৰিবলৈ নিযুক্ত কৰিলোঁ। পাছত হৰিক বেদ প্ৰকাশ কৰিবলৈ নিয়োগ কৰিলোঁ।

হে প্ৰভু, আগম আৰু বেদ এইয়ে মোৰ দুখন বিশাল বাহু, এই দুই বাহুৰে মই স্থাৱৰ জঙ্গম সকলো জগত ধাৰণ কৰি আছোঁ।

"আগমস্য ভগবান্ কৰ্ত্তা বেদকৰ্ত্তা হৰিস্বয়ম্।
আদাবাগম কৰ্ত্তৃত্বে ভবান্ বৈ বিনিয়োজিতঃ।।
পশ্চাদ্ বৈ বেদকৰ্ত্তৃত্বে হৰিঃ সম্যক্ নিয়োজিতঃ।
আগমশ্চৈব বেদশ্চ দ্বৌ বাহূ মম শঙ্কৰ।
তাভ্যামেব ধৃতং সৰ্বং জগৎ স্থাৱৰ জঙ্গমম্।।

যি অজ্ঞানবশতঃ তন্ত্ৰবেদ পৰিত্যাগ কৰি তাৰ বিৰুদ্ধাচৰণ কৰে সিয়ে মোৰ হস্তচ্যুত হৈ অধঃপতিত হয় আৰু তাৰ উদ্ধাৰ নাই।

তন্ত্ৰ আৰু বেদ উভয়েই মোক্ষলাভৰ কাৰণ স্বৰূপ। দুয়োবিধ শাস্ত্ৰই দুৰ্ব্বোধ্য আৰু কষ্টসাধ্য। অতি বিচক্ষণ পণ্ডিতৰো দুৰ্জ্ঞেয়, পাৰাবাৰ ৰহিত, অপাৰ জ্ঞান সমুদ্ৰ নিত্য, জ্ঞানী সাধকে উভয়ৰ ঐক্য বিবেচনা কৰি ধৰ্মাচৰণ কৰা উচিৎ। জ্ঞানীসকলে কেতিয়াও ভেদভাব কৰা উচিৎ নহয়।

এই দশমহাবিদ্যা সাধকসকলে সমাহিতচিত্তে সংযতভাৱে সৰ্বদা মোতে মন-প্ৰাণ সমৰ্পণ কৰি বৈষ্ণৱৰ দৰে থাকিব। গুৰুৱে যি মন্ত্ৰ, যন্ত্ৰ, স্তোত্ৰ, কবচ আদি দিয়ে সেইবোৰ অতি গোপনে যত্ন সহকাৰে ৰক্ষা কৰিব লাগে। কেতিয়াও প্ৰকাশ কৰিব নাপায়। প্ৰকাশ কৰিলে সিদ্ধিলাভ নহয় আৰু অনিষ্ট হয়। এই গুহ্যতত্ত্ব তোমাৰ আগত প্ৰকাশ কৰিলোঁ। এই কথা দেৱীয়ে নিজ মুখে শিৱক ক'লে।

তাৰপাছত আদ্যাশক্তি মহাযোগিনী মহাকালীৰ নিৰ্দেশ মতে পৰম মঙ্গলময় শিৱে জীৱৰ মঙ্গল চিন্তা কৰি প্ৰথমে ত্ৰিকোণ ভাৰতবৰ্ষক অশ্বক্ৰান্তা, বিষ্ণুক্ৰান্তা আৰু ৰথক্ৰান্তা নামেৰে তিনিভাগ কৰি প্ৰত্যেক ক্ৰান্তাৰ দেশসমূহৰ বাবে চৌষষ্ঠিখনকৈ তন্ত্ৰশাস্ত্ৰ।। হ্ৰীং, ক্ৰীং, ক্লীং প্ৰভৃতি বীজ মন্ত্ৰলৈ প্ৰকৃত শঙ্কৰী ভাষাত প্ৰকাশ কৰি তৎকালীন সিদ্ধমুনি মহৰ্ষিসকলক শিক্ষা দিয়ে। প্ৰকৃত ভাষাৰ প্ৰসিদ্ধিৰ বাবে স্বয়ং শিৱই "মাহেশ্বৰ ব্যাকৰণ" ৰচনা কৰি প্ৰথমে পাণিনি মুনিক শিক্ষা দিয়ে। তাৰ পাছত মহামুনি পাণিনিয়ে সংস্কৃত ভাষাত সহজ-সৰল 'পাণিনি ব্যাকৰণ' ৰচনা কৰি তেওঁ উক্তি কৰিছে।

'শঙ্কৰঃ শঙ্কৰীং প্ৰাদাদ্ দাক্ষিপুত্ৰায় ধীমতে।

বাঙময়েভ্যঃ সমাহৃত্য দেৱীং বাচমিতি স্থিতিঃ।।

আদ্যাশক্তি মহামায়াৰ নিৰ্দেশ ক্ৰমে প্ৰভু হৰিয়ে ঋক বেদ, যুজৰ্বেদ আৰু সামবেদ প্ৰকাশ কৰি শিষ্যসকলক শিক্ষা দিছিল। সেই কালত শিক্ষা-দীক্ষা গুৰু শিষ্য পৰম্পৰা শ্ৰুতিমূলক আছিল সেইবাবে তন্ত্ৰ আৰু বেদক শ্ৰুতিও বোলা হৈছিল। সেই শ্ৰুতিমূলক শিক্ষা লাভ কৰি গুৰু গৃহত থাকি সিদ্ধমুনিসকলে যোগ সাধনাৰদ্বাৰাই জ্ঞান লাভ কৰি সেই সময়ৰ ৰজাসকলক দেশ ৰক্ষাৰ কাৰণে নানা অস্ত্ৰ-শস্ত্ৰ, ৰথ, বিমান আদি যন্ত্ৰসমূহৰ নিৰ্মাণৰ সুযোগ সুবিধা কৰি দিছিল। ৰজাসকলেও সেই সুবিধা গ্ৰহণ কৰি সেইমতে যন্ত্ৰাদি অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণ কৰি দেশ ৰক্ষা কৰিছিল। লগতে মুনি-মহৰ্ষিসকলৰ

আশ্ৰম, যাগ-যজ্ঞাদি অনুষ্ঠানসমূহ নিৰাপদে ৰক্ষা কৰি সাধনাৰ সুবিধা আৰু সুযোগ কৰি দিছিল। সেইবোৰ পুৰাণত প্ৰকাশ পাইছে।

তাৰ পাছৰ শিষ্যসকলে প্ৰত্যক্ষ ফলপ্ৰসূশ্ৰুতিমূলক তন্ত্ৰ শাস্ত্ৰসমূহ ভৱিষ্যতে প্ৰজন্মৰ কল্যাণাৰ্থে বহু যত্ন কৰি তালপাত সাঁচিপাত তুলাপাত আৰু চিয়াঁহি তৈয়াৰ কৰি লিখি ৰাখিছিল। কালক্ৰমত প্ৰাকৃতিক বিপ্লৱ আৰু ভূমিকম্প বানপানী আদিৰ ফলত কিছুমান শাস্ত্ৰ নষ্ট হৈছিল।

যান্ত্ৰিক যুগৰ সময়ত পূৰ্বৰ আচাৰ্য্যসকলে এই দুৰ্ব্বোধ্য কিন্তু প্ৰত্যক্ষফলপ্ৰদ মহামূল্যবান তন্ত্ৰশাস্ত্ৰসমূহ নানা তৰহৰ গৱেষণা কৰি ভৱিষ্যত প্ৰজন্মৰ বাবে সহজ-সৰল সংস্কৃত ভাষাত প্ৰকাশ কৰাৰ বাবে তেওঁলোক পূজনীয় আৰু ধন্যবাদৰ পাত্ৰ হৈছে।

সপ্তম অষ্টম শতিকাত জগত গুৰু শঙ্কৰাচাৰ্যই আঠ বছৰ বয়সত ব্ৰহ্মচাৰী হৈ নৰ্মদা নদীৰ তীৰৰ এটা গুহাত গুৰু গোবিন্দপাদৰপৰা মহাযোগিনী সিদ্ধবিদ্যা ত্ৰিপুৰা সুন্দৰী মন্ত্ৰত দীক্ষিত হৈ গুৰুৰ আশ্ৰমত থাকি তন্ত্ৰানুসাৰে সাধনা কৰি সিদ্ধি লাভ কৰিছিল। বাৰিষা কালত এদিন নৰ্মদা নদীৰ প্ৰবল সোঁতে সমাধিস্থ গুৰু গোবিন্দপাদক উটুৱাই নিয়া সম্ভাৱনা দেখি গুহাৰ সন্মুখত এটা কলহ স্থাপন কৰি তন্ত্ৰাচাৰে নৰ্মদাক স্তম্ভন কৰি সেই কলহৰ ভিতৰত সুমুৱাই ৰাখিছিল। সেই অলৌকিক শক্তি দেখি গুৰুগোবিন্দ সমাধিৰ পৰা উঠি শঙ্কৰাচাৰ্যক কৈছিল— হে বৎস, তুমি যিদৰে খৰস্ৰোতা নৰ্মদাক কলহৰ ভিতৰত সুমাই ৰাখিলা সেইদৰে তুমি বেদব্যাসৰ ব্ৰহ্মসূত্ৰৰ অদ্বৈত বেদান্তৰ ভাষ্যলিখি মোৰ আশীৰ্বাদত ভাৰতবৰ্ষত প্ৰচাৰিত সকলো ধৰ্মমতকে এক গোট কৰিব পাৰিবা। গুৰুৰ আশীৰ্বাদত শঙ্কৰাচাৰ্যই ভাৰতত অদ্বৈত বেদান্ত মত প্ৰচাৰ কৰিছিল। অৱশ্যে তেওঁ অকালতে স্বৰ্গগামী হৈছিল।

বঙ্গ দেশত বৃটিছ ৰাজ শাসনকালত দুখীয়া প্ৰজাসকলক সহায় আৰু ধনৰ লোভ দেখুৱাই খৃষ্টিয়ান কৰিছিল। তাকে দেখি ৰজাৰাম মোহন ৰায়কে ধৰি কিছুমান ধৰ্মপ্ৰাণ ব্যক্তিয়ে ব্ৰাহ্মধৰ্ম প্ৰচাৰ কৰি তাৰ নিবাৰণৰ চেষ্টা কৰিছিল। সেই দুই ধৰ্মৰ সংঘৰ্ষৰ সন্ধিক্ষণত পৃথিৱীত ব্যাপকভাৱে তান্ত্ৰিক ধৰ্ম প্ৰচাৰৰ প্ৰয়োজন দেখি সৰ্বমঙ্গলময় মহাপ্ৰভু শিৱে নিৰক্ষৰ ব্ৰাহ্মণ শ্ৰীৰামকৃষ্ণ পৰমহংসৰূপে অৱতীৰ্ণ হৈ পৰমা প্ৰকৃতি মহাশক্তি শ্ৰী শ্ৰী সাৰদা দেৱী সহিতে দক্ষিণেশ্বৰ কালী মন্দিৰত মহাযোগিনী মহাকালীৰ সাক্ষাত লাভ কৰি পৰমাৰ্থতত্ত্ব তান্ত্ৰিক জ্ঞানৰ দ্বাৰা "গ্ৰাম্য কথামৃত"ৰ জৰিয়তে পুনৰ জগতত

প্ৰভাৱ বিস্তাৰ কৰি ব্ৰাহ্মধৰ্মক পৰাভূত কৰিছিল। শ্ৰীশ্ৰী ৰামকৃষ্ণ পৰমহংসৰ শিৱ লোকপ্ৰাপ্তি হৈছিল।

তাৰ পাছত তেখেতৰ প্ৰিয় শিষ্য স্বামী বিবেকানন্দ দেৱে সেই মন্দিৰতে তন্ত্ৰ শাস্ত্ৰৰ নিয়মানুসাৰে সাধনা কৰি সিদ্ধি লাভ কৰি আমেৰিকাৰ চিকাগো, সৰ্বধৰ্ম সন্মিলনত উপস্থিত থাকি ভাষণ প্ৰসঙ্গত সকলোবোৰ ধৰ্মকেই ভাৰতীয় সনাতন ধৰ্মৰ শাখা-প্ৰশাখা বুলি প্ৰতিপন্ন কৰি উপস্থিত থকা সকলো ধৰ্মযাজককে অদ্বৈত বেদান্ত আগম ধৰ্মৰ তেওঁৰ মহাবাণী "জীৱজগৎ সৰ্বং খল্বিদং ব্ৰহ্ম লীলাৰ্থং কল্পিতং দ্বৈতম্ দ্বৈতাদপি সুন্দৰমিতি" মতবাদৰ দ্বাৰাই তেওঁলোকক তাত প্ৰৱেশ কৰাইছিল।

তাৰ পাছত আমেৰিকা ইউৰোপ আৰু এছিয়া আদি দেশৰ নানা ঠাইত ৰামকৃষ্ণ সেৱাশ্ৰম আৰু স্বামী বিবেকানন্দ কেন্দ্ৰ স্থাপন কৰি তন্ত্ৰ ধাৰাৰ প্ৰবাহ বিস্তাৰিতভাৱে প্ৰচাৰ কৰিছিল।

সেই সময়ত কলিকতা হাইকোৰ্টৰ চীফ্ জাষ্টিছ ইংলণ্ডবাসী চাৰ উডৰফ চাহাবে শাস্ত্ৰৰ সত্যতা উপলব্ধি কৰি তন্ত্ৰ সাধনাৰ দ্বাৰাই সিদ্ধিলাভ কৰি তন্ত্ৰশাস্ত্ৰৰ আধ্যাত্মিক দুৰধিগম্য তত্ত্বসমূহ বিশদভাৱে ইংৰাজী ভাষাত প্ৰকাশ কৰিছিল। সেই সকলোবোৰ তন্ত্ৰ শাস্ত্ৰ প্ৰমাণ্য গ্ৰন্থৰূপে আজিৰ সুধী সমাজত সমাদৃত।

পুণ্যভূমি ভাৰতবৰ্ষৰ ভিতৰত আঠখন মোক্ষফলপ্ৰদ মহাপীঠৰ নাম শাস্ত্ৰত উল্লেখ আছে। যেনে—

"অযোধ্যা মথুৰা মায়া কাশী কাঞ্চী অৱন্তিকা।
পুৰী দ্বাৰাৱতী চৈৱ অষ্টৈতে মোক্ষদায়িকা।"

ওপৰত উল্লেখ কৰা শ্লোকত "মায়া' মানে কামৰূপ মহাপীঠ। ইয়াৰ অধিষ্ঠাত্ৰী দেৱী মহামায়া কামাখ্যা। ইয়াত দশ মহাবিদ্যাপীঠ জাগ্ৰতভাৱে চলি আছে। এই মহাপীঠত তন্ত্ৰ সাধনা কৰি ভালেমান ঋষিমুনি আৰু সাধকে সিদ্ধি লাভ কৰিছিল।

বৰ্ত্তমান কালত তন্ত্ৰৰ উপসনা আৰু সাধনা মাৰ্গৰ নিয়ম-কাৰণসমূহ সহজ-সৰল সংস্কৃত ভাষাত বঙলা ভাষ্যসহ "তন্ত্ৰসাৰ" গ্ৰন্থত প্ৰকাশিত হৈছে। সেই গ্ৰন্থত দেৱতা ভেদে পূজা, মন্ত্ৰ, যন্ত্ৰ ধ্যান, বিধি, আচাৰ, নিয়ম হোম আৰু পুৰশ্চৰণ আদিৰ বিহিত ব্যৱস্থা আছে। অতীত কালৰ তুলনাত বৰ্তমান যুগত তন্ত্ৰ উপসনা আৰু সাধনাৰ প্ৰচেষ্টা উজু হৈ পৰিছে।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰিছো যে ভগৱান শিৱৰ লগত আদ্যাশক্তি মহামায়া সতীয়ে কথোপকথন শেষ কৰি দক্ষ যজ্ঞত উপস্থিত হোৱাত দক্ষপ্ৰজাপতিয়ে

তেওঁক আৰু শিৱক নানা তিৰস্কাৰমূলক নিন্দনীয় বাক্য প্ৰয়োগ কৰাত সেই যজ্ঞৰ কুণ্ডত জ্বলি থকা অগ্নিত জাপ দি সতীয়ে দেহ ত্যাগ কৰিছিল।

আমাৰ এই ক্ষুদ্ৰ প্ৰবন্ধৰ বিশেষকৈ আধাৰ হৈছে "যোগিনী তন্ত্ৰ", "কালিকা পুৰাণ" আৰু "তন্ত্ৰসাৰ" গ্ৰন্থ।

"সৰ্বমঙ্গল মঙ্গল্যে শিৱে সৰ্বাৰ্থ সাধিকে।
শৰণ্যে ত্ৰ্যম্বকে গৌৰীনাৰায়ণি নমোহস্তুতে।।" ❑

# বিহগীকবিলৈ শ্ৰদ্ধা নিবেদন
# এই বিষয়ৰ কিছু কথা

যোগেন্দ্ৰ নাথ শৰ্মা

"বিহগীকবি" এই সন্মানসূচক আখ্যাটি পোৱাৰ পূৰ্বে ৰঘুনাথ চৌধাৰীক কবিবৰ বুলিয়ে অসমবাসীয়ে সন্মান জনাইছিল। পিছলৈ তেওঁ কবিৰত্ন হিছাপেও বিভূষিত হয়। অসম সাহিত্য সভাৰ সভাপতিৰ পদ অলংকৃত কৰি এইজনা কবিয়ে অসমৰ জ্বলন্ত সমস্যাবোৰ সমাধানৰ কাৰণে সাহসেৰে থিয় দিছিল। জীৱনকালত ৰঘুনাথ চৌধাৰীদেৱে বিভিন্ন দিশৰ পৰা সন্মান, শ্ৰদ্ধা আৰু সমাদৰ লাভ কৰিছে। কবিজনাৰ মৃত্যুৰ পাছত আমি কি কৰিছোঁ বা কি কৰা উচিত সেই বিষয়েও কিছু চিন্তা কৰা ভাল বুলি আমি ভাবোঁ।

বিহগীকবি ৰঘুনাথ চৌধাৰীয়ে জন্ম লোৱা লাউপাৰা নামৰ গাঁওখন আজি আৰু আগৰ ঠাইত নাই। ব্ৰহ্মপুত্ৰই এই গাঁওখন আৰু লগতে এই লাউপাৰাৰে গাত লাগি থকা নোৱাপাৰা, ঘুলোৰপাৰ, হাউলীঘাট আদি গাঁওবোৰ খহোৱাত পৰিয়ালবোৰ বিভিন্ন ঠাইলৈ গৈ বসবাস কৰিব লগা হয়। লাউপাৰাৰ প্ৰায় ১৫০টা পৰিয়াল আৰু ঘুলোৰপাৰ আৰু নোৱাপাৰাৰ ৫০টা মান পৰিয়াল লগলাগি হাজো-দৌলাশাল বৰপেটা পথৰ শনিমণ্ডল চ'কৰ দক্ষিণফালে বসতি কৰিবলৈ লৈছে। এই পৰিয়ালসকলক লৈ গঢ়ি উঠা গাঁওখনেই আজি লাউপাৰা হিচাপে পৰিচয় দিছে আৰু পুৰণি লাউপাৰাৰ সকলো গৌৰৱ ধৰি ৰাখিবলৈ অহোপুৰুষাৰ্থ কৰি আগবাঢ়ি গৈ আছে। বৰ্তমানৰ নলবাৰী জিলাৰ বৰক্ষেত্ৰী ৰাজহচক্ৰৰ পুৰণি আখিয়া লাটৰ (মৌজা—পুব বৰক্ষেত্ৰী) অন্তৰ্গত হৈছে এই লাউপাৰা নামৰ গাঁওখন। ইয়াতে লাউপাৰা হাইস্কুল, শ্যামৰায় মন্দিৰ, প্ৰাথমিক বিদ্যালয়, বিহগীকবি স্মৃতি সংঘ আদি অনুষ্ঠান পুনৰ সংস্থাপন কৰি পুৰণি লাউপাৰাক নতুনকৈ

সজাবলৈ চেষ্টা কৰা হৈছে। ১৯৭৫ চন মানলৈ পুনৰ সংস্থাপনৰ কামত লাগি আৰ্থিক, মানসিক আৰু দৈহিক দিশত দুৰ্বল হৈ পৰা লাউপাৰাবাসীয়ে অসম সাহিত্য সভাৰ আহ্বান মৰ্মে কবি ৰঘুনাথ চৌধাৰীদেৱৰ জন্ম শতবাৰ্ষিকী উৎসৱৰ আয়োজন কৰিবলগীয়া হ'ল। এইটো ১৯৭৯ চনৰ কথা। বিদেশী বহিষ্কাৰ আন্দোলনৰ কাৰণে কিছু পিছুৱাই ১৯৮১ চনৰ ১৪ আৰু ১৫ এপ্ৰিল তাৰিখে দুদিনীয়াকৈ বিস্তৃত কাৰ্যসূচীৰে ৰঘুনাথ চৌধাৰীৰ জন্মশতবাৰ্ষিকী উৎসৱ উদ্‌যাপন কৰিবলৈ লাউপাৰাৰাসী আগবাঢ়ি আহে। ওচৰৰ সকলো গাঁও, বৰক্ষেত্ৰীবাসী ৰাইজ আৰু অন্যান্য লোকে উৎসৱ সাফল্যমণ্ডিত কৰাৰ ক্ষেত্ৰত নানাধৰণে সহায়-সাহায্য আগবঢ়ায়। কবি সন্মিলন, মুকলি সভা, আলোচনা চক্ৰ, সাংস্কৃতিক সন্ধিয়া আদি অনুষ্ঠানৰ স্মৃতি আজিও মনৰ মাজৰ পৰা আঁতৰি যোৱা নাই। নৱকান্ত বৰুৱা, নীলমণি ফুকন, ড° নিৰ্মলপ্ৰভা বৰদলৈ, নলিনীধৰ ভট্টাচাৰ্য প্ৰমুখ্যে খ্যাতনামা কবিসকলৰ অংশগ্ৰহণেৰে অনুষ্ঠিত কবি সন্মিলনখন আছিল জন্মশতবাৰ্ষিকী উৎসৱৰ এক বৈশিষ্ট্যপূৰ্ণ অনুষ্ঠান। মুকলি সভাত অংশগ্ৰহণ কৰিছিল খনীন্দ্ৰ চন্দ্ৰ বৰুৱা, ৰায়হান ছাহ, ডঃ হেমন্তকুমাৰ শৰ্মা, ডঃ দুৰ্গেশ্বৰ শৰ্মা, অতুল চন্দ্ৰ বৰুৱা, কনক চন্দ্ৰ ডেকা, ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য আদি বিশিষ্ট সাহিত্যসেৱীসকলে। এনেবোৰ কবি-সাহিত্যিকসকলৰ উপস্থিতিয়ে জন্মশবাৰ্ষিকী উৎসৱৰ জেউতি চৰাইছিল। এই উৎসৱতে বৰ্তমানৰ লাউপাৰাৰ মাজেৰে যোৱা পথটিৰ নাম "ৰঘুনাথ চৌধাৰী পথ" হিছাপে নামকৰণ কৰা হয়। নামকৰণ অনুষ্ঠানত উদ্বোধক হিছাপে অংশগ্ৰহণ কৰে সেই সময়ৰ গড়কাপ্তানি বিভাগৰ মুখ্য অভিযন্তা অচ্যুত চৌধুৰী আৰু মুখ্য অতিথি হিছাপে উপস্থিত থাকে অসম বিধান সভাৰ তদানীন্তন অধ্যক্ষ শেখ চান্দমহম্মদদেৱ। কবি চৌধাৰীদেৱৰ আৱক্ষ মূৰ্তিৰ শুভাৰম্ভ কৰে অসম চৰকাৰৰ বাননিয়ন্ত্ৰণ বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যক্ষ সচিব বৰদাচৰণ মেধিয়ে। উৎসৱ উপলক্ষে এখন স্মৃতিগ্ৰন্থও প্ৰকাশ কৰা হয়।

১৯৭৯ চনত স্থাপিত বিহগীকবি ৰঘুনাথ চৌধাৰী স্মৃতি সংঘই ১৯৮৯ চনৰ ১৭ আৰু ১৮ নৱেম্বৰ তাৰিখে নলবাৰী জিলা সাহিত্য সভাৰ সহযোগত "বিহগী কবি স্মৃতি দিৱস" পাতি এই দিৱস পতাৰ অনুপ্ৰেৰণাৰ বীজ ৰোপণ কৰে। ১৯৮৯ চনত প্ৰতিষ্ঠিত "ৰঘুনাথ চৌধাৰী সাহিত্য সভা, পূব বৰক্ষেত্ৰী" এই নামৰ শাখা সাহিত্য সভাখনে বিহগীকবি স্মৃতি দিৱসটো পাতিবলৈ লয়। প্ৰথম তিনিবছৰ কবিজনাৰ জন্ম গাঁও লাউপাৰাত এই দিৱস পাতি ১৯৯৫ চনৰ পৰা অঞ্চলটিৰ বিভিন্ন গাঁৱত দিৱসটো উদ্‌যাপনৰ নিয়ম কৰি লোৱা

হয়। দিবসৰ কাৰ্যসূচীবোৰ প্ৰতি বছৰে অলপ-অচৰপ সালসলনি কৰা হয়। বিহগীকবি বক্তৃতা অনুষ্ঠান, কবি সন্মিলন, আলোচনী প্ৰকাশ, কবিজনাৰ ছবিত শ্ৰদ্ধা তৰ্পণ সোঁৱৰণী সভা, বিহগীকবি বঁটা প্ৰদান (কৃতী ছাত্ৰলৈ) ৰচনা প্ৰতিযোগিতা, সাহিত্যিক সম্বৰ্দ্ধনা আদিয়েই প্ৰধান। বিহগীকবি স্মৃতি দিবসৰ সোঁৱৰণী সভাত প্ৰতি বছৰে বিশিষ্ট কবি-সাহিত্যিকক আমন্ত্ৰণ জনাই অহা হৈছে। বিহগীকবি জনাৰ কাব্য প্ৰতিভা আৰু সমাজ সেৱাৰ বিভিন্ন দিশৰ ওপৰত আগবঢ়োৱা ভাষণে শ্ৰোতাৰ মনত আনন্দৰ খোৰাক যোগাব পাৰিছে। প্ৰয়াত বিপিন পাল দাস, ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য, ড° নবীন চন্দ্ৰ শৰ্মা, ড° হীৰেন গোহাঁই, ড° অশোক গোস্বামী, ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, ড° গোবিন্দ প্ৰদাস শৰ্মা, ভগগিৰি ৰায় চৌধুৰী, হীৰেন দত্ত, ড° প্ৰবীণ দাস, ভৱপ্ৰসাদ চলিহা, শশী শৰ্মা, ড° বসন্ত কুমাৰ ভট্টাচাৰ্য, চানাৰাম কলিতা, জগন্নাথ চক্ৰৱৰ্তী, প্ৰফুল্ল কুমাৰ শৰ্মা, চিৰঞ্জীৱ জৈন, ৰফিউল হুছেইন বৰুৱা মধুৰাম বড়ো, সতীশ চন্দ্ৰ চৌধুৰী, ড° হৰিনাথ শৰ্মা দলৈ, ৰোহিণী মেধি প্ৰমুখ্যে সাহিত্যিকসকলে বিহগীকবি স্মৃতি দিবসৰ বিভিন্ন কাৰ্যসূচীত (বিভিন্ন গাঁৱত অনুষ্ঠিত) যোগদান কৰি সভাৰ সৌষ্ঠৱ বঢ়াই আহিছে। যোৱা ১৮/১১/০৫ তাৰিখে ৰঘুনাথ চৌধাৰীৰ জন্ম গাঁও লাউপাৰাৰ গাতে লাগি থকা ঘোগা গাঁৱত অনুষ্ঠিত বিহগীকবি স্মৃতি দিবসৰ সোঁৱৰণী সভাত ড° উমেশ ডেকা, ড° দিলীপ বৰা আৰু ড° মুকুল চক্ৰৱৰ্তীয়ে অংশগ্ৰহণ কৰিছিল। ২০০৬ চনৰ ১৮ নৱেম্বৰত লাউপাৰাৰ ওচৰৰে কাজুবাৰী হাইমাদ্ৰাছাৰ প্ৰাংগণত বিহগীকবি স্মৃতি দিবসৰ আয়োজনৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছে। এনে ধৰণে ৰঘুনাথ চৌধাৰী সাহিত্য সভাই বৰক্ষেত্ৰী অঞ্চলত ৰঘুনাথ চৌধাৰীৰ কাব্য সাধনাৰ লগত জনজীৱনৰ সম্বন্ধ ঘটাইছে।

লাউপাৰাৰ ওচৰৰ মুকালমুৱাৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়খনৰ নাম ৰঘুনাথ চৌধাৰীৰ নামেৰে নামকৰণ কৰা হৈছে। ১৯৮৯ চনত মুকালমুৱাত অনুষ্ঠিত নলবাৰী জিলা সাহিত্য সভাৰ ২য় বাৰ্ষিক অধিৱেশনৰ ক্ষেত্ৰখনৰ নাম "ৰঘুনাথ চৌধাৰী সাহিত্য ক্ষেত্ৰ" ৰখা হৈছিল। ১৯৯৯ চনৰ ফেব্ৰুৱাৰী মাহত হৈ যোৱা লাউপাৰা হাইস্কুলৰ সোণালী জয়ন্তী উৎসৱত ৰঘুনাথ চৌধাৰীৰ স্মৃতিত সজা তোৰণখনে দৰ্শকৰ মন মুহিব পাৰিছিল। পঞ্চাশ বছৰৰ পূৰ্বে লাউপাৰা হাইস্কুল স্থাপনৰ বেলিকা ৰঘুনাথ চৌধাৰীদেৱে কৰা চেষ্টাৰ কথা সোণালী জয়ন্তী উপলক্ষে প্ৰকাশিত স্মৃতিগ্ৰন্থৰ প্ৰবন্ধত লিখকসকলে শ্ৰদ্ধাৰে

সোঁৱৰণ কৰিছে। মুকালমুৱা সাহিত্য সভাই ৰঘুনাথ চৌধাৰী জন্ম দিৱস উদ্‌যাপন কৰি আহিছে।

ওপৰত উল্লেখ কৰা সকলোবোৰ কৰ্মৰ মাজেদিয়ে বিহগীকবি ৰঘুনাথ চৌধাৰীদেৱক স্মৰণ কৰি শ্ৰদ্ধা নিবেদন কৰা হৈছে। তেওঁৰ প্ৰতি কৃতজ্ঞতা জনোৱা হৈছে। এইবোৰেই প্ৰকৃততে সংস্কৃতি। কবিৰত্ন ৰঘুনাথ চৌধাৰীৰ প্ৰকৃতিপ্ৰীতি, সাহিত্যানুৰাগ, দেশপ্ৰেম, ভাষা জননীৰ প্ৰতি থকা গভীৰ ভালপোৱা আদিৰ মাজত সাংস্কৃতিক আৰু বৌদ্ধিক ধ্যানধাৰণাৰ সমল বহুখিনি আছে। এই দিশবোৰ আলোচনা আৰু মূল্যায়নৰ ঠাইও বহুত আছে। কবিজনাৰ ৰচনাৱলীৰ পূৰ্ণাঙ্গ সংকলন আৰু এখন পূৰ্ণাঙ্গ জীৱনীৰ প্ৰয়োজন নাই বুলিবও নোৱাৰি। এনেবোৰ দৰকাৰী বিষয়ৰ ওপৰত চৰকাৰ, সমাজ, স্বেচ্ছাসেৱী অনুষ্ঠান, শিক্ষানুষ্ঠান আৰু বিশেষভাৱে অসম সাহিত্য সভাই মন দিয়া উচিত। ▢

# চাৰিঙীয়া বুৰঞ্জীবিদ্

তীৰ্থনাথ শৰ্ম্মা

পঢ়াশলীয়া পুথিৰ চৌসীমা পাৰ হৈ অসমীয়া সাহিত্যৰ মুকলি পথাৰলৈ ওলাবলৈ মোক প্ৰথমে বাট পোনাই দিছিল শ্ৰদ্ধেয় বেণু দাইটিয়ে। পঢ়া-দিনত কলিকতাৰপৰা চাৰিঙৰ ঘৰলৈ আহোঁতে মাজে মাজে পোন-ছাটেই তেখেত আমাৰ যোৰহাটৰ ঘৰত দুৰাতিমান আলহী থাকি গৈছিল। এবেলি লগত লৈ আহিছিল তপতে-তপতে ছপা হৈ ওলোৱা 'ৰবিঞ্চন ক্ৰুচ'ৰ তেখেতে কৰা অসমীয়া ভাঙনিখন। মই তেতিয়া পাঠশালা স্কুলৰ তৃতীয় মানৰ ছাত্ৰ আছিলোঁ কি, নাছিলোঁ। বেণু দাইটিয়ে তাৰে এখন কিতাপ মোৰ হাতত দি পঢ়িবলৈ কৈছিল। মইও কিতাপখন প্ৰায়ে পূৰ্ণ উদ্যমে পঢ়িবলৈ লাগি গৈছিলোঁ। 'ৰবিঞ্চন ক্ৰুচ' নুবুলি ক্ৰুছ্ বুলি পঢ়া মোৰ মনত আছে। নাপিতে তেখেতৰ চুলি কাটি থাকোঁতে "হেৰ', ক্ৰুছ্ নহয়, ক্ৰুচ" বুলি শুধৰাই দিয়াও মোৰ মনত পৰিছে।

আজি যিমানখিনিলৈকে মনে হাঁকুটীয়াই পায়, ৰবিঞ্চন ক্ৰুচ'ই মোৰ অসমীয়া সাহিত্যৰ অধ্যয়নৰ দীক্ষা-পুথি বুলি সোৱঁৰণ হয়। তাৰ আগেয়ে 'বাহিৰা-কিতাপ' বোলা কিবা পঢ়িছিলোঁ নে নাই মনত নপৰে। সেই কেইদিন মন পুতি ৰবিঞ্চন ক্ৰুচ'ৰ নিৰ্জন দ্বীপত বিচৰণ কৰাৰ ফলত বেণু দাইটি আৰু ৰবিঞ্চন ক্ৰুচ' মোৰ মানত একেটা মানুহ যেন হৈ পৰিছিল।

প্ৰায় অৰ্দ্ধ শতাব্দী উকলি যোৱাৰ পিছত সেই সাত-বছৰীয়া মনৰ বিজনিটো এক প্ৰকাৰে যথাযথ আছিল বুলি আজি ধাৰণা হৈছে। আজিৰ বুৰঞ্জীবিদ্ আৰু উৎকৃষ্ট গদ্যকাৰ বুলি মহতী প্ৰতিষ্ঠাৰ গৰাকী বেণুধৰ শৰ্ম্মা, ভাবি চালে, একালত চাৰিং দ্বীপৰ 'ৰবিঞ্চন ক্ৰুচ'ই আছিল।

কালৰ বোল আৰু চেকা দুয়োটা বুকুত লৈ থকা বুৰঞ্জী প্ৰসিদ্ধ ঠাই চাৰিং। সমৃদ্ধি আৰু সুখ্যাতিৰ সুখৰ কালৰ পুৰণি কথা কবলৈ গ্ৰামবৃদ্ধসকলৰ আহিলাৰ অভাব নাছিল। অসম মুলুকৰ ঐৰাৱত-সদৃশ পুৰুষ মণিৰাম বৰভাণ্ডাৰ বৰুৱাও এই চাৰিঙতে উপজিছিল। আজিৰ কেইবাজনো লব্ধপ্ৰতিষ্ঠ সাহিত্যিক বা তেখেত-সকলৰ পূৰ্বজসকলৰ ওপজা-ঠাই এই চাৰিঙতেই। বাগ্মীবৰ নীলমণি

ফুকন, কবি যতীন দুৱৰা, কবি আৰু শিক্ষাবিদ্ পদ্মধৰ চলিহা, নাট্যকাৰ নকুল ভূঞা আদি বহুতৰ পুৰণি গাওঁ বুলি চাৰিঙে মান যহ পাব পাৰে। পিছে, হ'লে কি হ'ব, বেণুধৰ শৰ্মা ডাঙৰীয়া ল'ৰাকালত চাৰিঙৰ অৱস্থা "তে হি নো দিবসা গতাঃ," চাৰিং ৰিঙা হৈ পৰিছিল। হাইস্কুল-কলেজৰ নাম-গোন্ধতো নাছিলেই পাঠশালা স্কুলখনো আজিৰ নিচিনাকৈ ৰিং মাৰিলে শুনা ঠাইতে নাছিল। এপালি পেলুৰ দৰৱ আনিবলৈকে জাঞ্জী গড়মূৰৰ দেৱাইখানালৈ ছয় মাইলকৈ বাটকুৰি বাই যাব লগা হৈছিল। ডাক্তৰ লগোৱাৰ কথা বহুতৰ কাৰণে সপোনৰো অগোচৰ। ওচৰ-চুবুৰীয়াৰ ঘৰত ৰাতি সাতহাল বোৰা জুহাল আছিল, কানীয়া-খোলাৰ অভাৱ নাছিল, বিয়া-সবাহ আৰু তিথিয়ে-পৰবে ভাৱনাও হৈছিল; কিন্তু সভা-সমিতিৰ নাম-গোন্ধেই নাছিল।

আলিবাটৰ নামত পুৰণিকলীয়া নগা আলিটোৱেই। বাৰিষা কালত সিও ঠায়ে ঠায়ে আঠুৱনীয়া বোকাৰ ভেৰ হৈছিল। চাৰিঙৰ মোমাইৰ ঘৰলৈ গৈ বোকা ধুবলৈ বেগ লোৱা আজিও মোৰ মনত আছে।

চাৰিঙৰ ভব্য-গব্য ঘৰৰ বহুতে আগ সুযোগতে দিহিঙে-দিপাঙে গৈ বাস কৰিবলৈ ললে। যিবা আছিল তেওঁবিলাকৰ সৰহ ভাগে আগৰ গহখিনি মাথোন সাৱটি ধৰি কালক নিন্দি দিন যাপন কৰিছিল। এয়েই আছিল বুৰঞ্জীবিদ্ জনৰ শৈশৱৰ লীলাভূমি।

আজি সেই চাৰিং ঘোঁকোট গুচি সদৰমুৱা হ'ল; বাটপথে পোৱালি মেলিলে, নতুন গাড়ী লৈ ঘৰৰ চোঁতালত গৈ শিঙা বজাওঁ বুলিলেও বজাব পৰা হ'ল। দুই তিনিখন হাইস্কুল আৰু মণিৰাম দেৱান কলেজৰ ল'ৰা-ছোৱালীৰ উৰুমিয়ে গোটেই ঠাইখন গমগমীয়াকৈ থয়। কলেজীয়া ল'ৰাই গধূলি চুঙাপেণ্ট পিন্ধি গা ঘেলায়। বাৰ মাহত তেৰখন সভা-সন্মিলনৰ দলদোপ লাগিয়েই আছে। স্বয়ং ৰাজ্যপাল হেন পুৰুষে তাত পদাৰ্পণ কৰে, সভাপতি হয়, শতমুখে চাৰিং ভূমিৰ গুণগান কৰে। হয়, ৰবিন্সন ক্ৰুচ'ৰ দ্বীপ হেন চাৰিঙেও মোট সলালে।

পিছে, এনেহেন চাৰিঙৰ মুচুকুন্দ-নিদ্ৰা কোনে ভাঙিলে? গা জোকাৰি থিয় হ'বলৈ চাৰিঙক কোনে হেঁচুকি জগালে? অকণো কেৰঘেঁহ নকৰাকৈ কব পাৰি—কংগ্ৰেছৰ কাঁচিয়ালি ৰ'দৰ উম পাই, মহাত্মাজীৰ অসহযোগ 'শঙ্খ-নিনাদত' জাগ্ৰত প্ৰাপ্য হৈ "অমৃতা অভূম" বুলি ৰণচালি দিয়া সকলৰ এজন, "গাঁৱত ধৰাগৈ" মন্ত্ৰক সাৰোগত কৰি পাওঁ-পাওঁ হোৱা ডিগ্ৰীকো নেওচি অহাসকলৰ অন্যতম সেই তীক্ষ্ণধাৰ বুদ্ধিৰে কৰ্মকুশল থাউকাল মানুহজনে। তেখেতেই গোটেই অসম মুলুকত বুৰঞ্জীবিদ্ বুলি পৰিচিত শ্ৰদ্ধেয় বেণুধৰ শৰ্মা।

ৰবিন্সন ক্ৰুচ'ই শুদা হাতেৰে নৰ-মনিচ নোহোৱা দ্বীপটোত জীৱন ধাৰণৰ লাগতিয়াল সামগ্ৰী বুধি খটাই, যতনাই লৈ শেহত এখন সৰু-সুৰা সংসাৰকে গঢ়িলে। সেইদৰে চাৰিঙতো সামাজিক কাম আৰম্ভ কৰিব লগা হৈছিল একো

নোহোৱা অৱস্থাৰপৰা। চিঠি এখন দিবলৈ, কাৰ্ড-লেফাফা এটা কিনিবলৈ এটা কাণাকুজা ডাকঘৰো নাছিল। অকল নাছিল হে নে, ডাকঘৰ এটা যে লাগে সেই কথাটোক বিভাগীয় মুখ্যক পতিয়ন নিয়াব পৰা নগৈছিল। মাখি মাৰিবলৈ বৰতোপ টোঁৱাব লগা হৈছিল। চাৰিঙৰ ডাকঘৰৰ কাৰণে বিভাগক কৈ, গাই, ত্যক্ত লাগি এই শৰ্মা ডাঙৰীয়া দেশভক্ত তৰুণৰাম ফুকনৰ ওচৰ চাপিছিল। ফুকন তেতিয়া দিল্লীৰ সংসদৰ সদস্য (তেতিয়া এচেম্বলি)। ফুকনৰ এখন চিঠি পায়ে বিভাগীয় বৰমূৰীয়াই তৎক্ষণাৎ বুজিলে যে চাৰিঙত এটা ডাকঘৰ লাগে হয়। এনেকৈয়ে সকলো কাম কৰিব লগা হৈছিল—কেতিয়াবা ডাবি-ধমকিৰে, কেতিয়াবা ভাব-ভক্তিৰে, আকৌ কোনো-কোনো সময়ত সন্ধিৰ বাঁহ বুধিৰে কাটি। মেল-মিটিং বুলিলে সেইদিনত এচাম মানুহে ছাঁটোকে বাঘটো যেন দেখিছিল। গান্ধীৰ ভলণ্টিয়াৰ বুলিলে আৰু কথাই নাই। কংসৰায়ৰ সভাত "দেখে দশ প্ৰকাৰে কৃষ্ণক সিবেলাত" বোলা কীৰ্ত্তনৰ কথাষাৰ সেইদিনৰ গান্ধীৰ ভলণ্টিয়াৰতো খটুৱাব পাৰি। কানীয়াৰ মানত ভলণ্টিয়াৰ দক্ষিণ দুৱাৰৰপৰা অহা যমদূত, পুলিচৰ মানত চোৰ ডকাইতৰ লগৰীয়া, হাকিম, আমোলা, মৌজাদাৰ আদি ইংৰাজ ৰজাৰ চাউলখোৱা সকলে ভাবিছিল এইবিলাক কামবন নোহোৱা কেলেহুৱা। প্ৰাচীন-পন্থী বুঢ়াসকলে কীৰ্ত্তনৰ পদ মাতি শাস্ত্ৰৰ সত্য প্ৰতিপন্ন কৰিছিল— "কলিৰ শেষত হৈবে কল্কি অৱতাৰ।" কেৱল স্কুলীয়া ল'ৰাইহে ভলণ্টিয়াৰ দেখিলে তবধ মানি চাইছিল আৰু লগতে উজান দিছিল—মহাত্মা গান্ধীকী জয়। কলেজ এৰি আহি এনে এজন মায়াপী জীৱ গান্ধীৰ ভলণ্টিয়াৰ ৰূপে আমাৰ আজিৰ বুৰঞ্জীবিদ্, সাহিত্য-সভাৰ প্ৰাক্তন সভাপতি আৰু সাহিত্য একাডেমিৰ মাননি খোৱা শ্ৰদ্ধেয় বেণুধৰ শৰ্মাই থিত দিছিল গৈ। মায়াপী ভলণ্টিয়াৰ হৈ মেঘনাদৰ দৰে মেঘৰ আঁৰৰপৰাও চাৰিং আৰু লগতে গোটেই দেশৰ কল্যাণত ভাগ লব লগা হৈছিল। জেলৰ ভাত খোৱা বেণু হিচাপে চাৰিঙৰ নিকপকপীয়া প্ৰাচীন-পন্থী লোকে মাজে মাজে আসৌৱাহ খোচৰাৰ কথাও শুনা যেন আজি ৰিণিকি ৰিণিকি মনত পৰিছে। তেতিয়াৰ দিনত দেশ-সেৱকৰ পথত দুৱৰি বনৰ দলিচা পৰা নাছিল।

ফাটেকৰপৰা ওলোৱাৰ পিছত অসহযোগ শাম কাটিলেও, শৰ্মা ডাঙৰীয়াৰ মনৰ পোৱণি শাম কটা নাছিল। চাৰিওফালে মানুহৰ ঠেৰেহা মৰা মনটোক যাগ দি হলেও সাহ আৰু দেশপ্ৰেমৰ বোধেৰে পক ধৰাবলৈ তেখেতে উপায় গুণিবলৈ ধৰিলে। তাকে গান্ধীজীৰ উপদিষ্ট 'স্বদেশী-ভাৱনাৰ' ভেটিত কেনেকৈ কৰা যায় সিও এক চিন্তাৰ বিষয় ৰূপে সমুখত উপস্থিত হ'ল। চাৰিং বা ওচৰৰ মানুহক উদ্বুদ্ধ কৰিবলৈ দূৰ-দূৰণিৰ বীৰ-বীৰাঙ্গনাৰ আদৰ্শ দাঙি ধৰাতকৈ ঘৰৰ ভিতৰৰে পুৰণি-স্মৃতিৰে উজ্জ্বল হৈ থকা এজন পুৰুষৰ চানেকিয়ে বেছিকৈ

প্ৰভাব পেলাব পাৰিব। শৰ্মা ডাঙৰীয়াই ভাবি গুণি মণিৰাম দেৱানক বিচাৰি পালে। মণিৰাম দেৱান চাৰিঙৰে, ইংৰাজ ৰাজত্বৰ মাৰ চিন্তিবলৈ গৈ আপোনাকে উৎসর্গ কৰা সেইকালৰ এজন দিগ্-গজ পুৰুষ। দেৱানৰ কথাই যদি অসমীয়া মানুহক মানুহমুৱা হ'বলৈ উদগনি দিব নোৱাৰে তেনেহলে আৰু কিহে দিব? যথাপূৰ্ব্বম অকৰ্ম্ময়ৎ—শৰ্মা ডাঙৰীয়া উঠি পৰি লাগিল মণিৰাম দেৱানৰ তিথি উৎসৱ পাতিবলৈ, তাকো মহা পয়োভৰেৰে— "ন ভূতো ন ভবিষ্যতি" ৰূপে। কংগ্ৰেছ্-কৰ্মী বেণুধৰ শৰ্মা কিছুদিনৰ কাৰণে মণিৰাম দেৱানময় হৈ পৰিল।

মণিৰাম দেৱানৰ প্ৰথম তিথি-উৎসৱ হৈ গ'ল। চাৰিং, জাঁজী, গৌৰীসাগৰ সকলো ঠাইৰ মানুহে ধইন ধইন বুলিলে, একবাক্যে সকলোৰে কলে এনে উৎসৱ সচাঁকৈয়ে 'ন ভূতো ন ভবিষ্যতি।' পিছে তাৰ কাৰণে শৰ্মা ডাঙৰীয়া কিমান ৰ'দত শুকাল, কিমান বৰষুণত তিতিল, কিমান মানুহৰ নঙলাই নঙলাই উকি মাৰিলে, কিমান বাগিছাৰ চাহাবৰ লগত মিতিৰালি পাতিলে, অথবা কাজিয়া কৰিলে তাৰ লেখা কোনে দিব? (আজিৰ লাখুটিডাল সম্ভৱত তেখেতৰ গুৱাহাটী জীৱনৰ হে চিন)। এই বেশেৰে শৰ্মা ডাঙৰীয়া আজি যদি নাজিৰাত, কাইলৈ শিমলুগুৰিত আৰু পৰহিলৈ আমগুৰি বাগিছাত। তাৰ পিছ্ দিনা শুনিবা যোৰহাট পালেগৈ। পাৰোতে নো চাৰিঙৰ মানুহে কৈছিল নে— 'বেণুটো এটা চৰাই'।

'গোষ্পদে নভোমণ্ডলম্'—গৰুৰ খোজৰ পানী ডোঙাতে আকাশখন ভালকৈ প্ৰতিবিম্বিত হয়। জাতীয় চেতনাৰ উপলব্ধিত এই কথাষাৰ শৰ্মা ডাঙৰীয়াৰ জীৱনত বঢ়িয়াকৈ লগাই দেখুৱাব পাৰি। কেনেকৈ এতিয়া তাকে কওঁ।

সকলো লোকৰ জাতীয় চেতনাই ধীৰে ধীৰে ৰূপ লয়, নিজৰ গাওঁ বা অঞ্চলটোক কণীৰ কুহুমৰ দৰে কেন্দ্ৰ কৰি। সেয়ে যেনিবা কাৰোবাৰ বেলিকা অকালতে থেৰেহা মাৰে আৰু বাহিৰৰ সূক্ষ্ম প্ৰভাৱ গ্ৰহণক্ষম হৃদয়াধাৰ থকাজনৰ ক্ষেত্ৰত সি ধীৰে ধীৰে আকাৰ লয় আৰু তাত চেতনাৰ সঞ্চাৰ হয়। শৰ্মা ডাঙৰীয়াকো চাৰিঙেই অসমক আৰু 'অন্ততো গত্বা' ভাৰতবৰ্ষক বুজিবলৈ গোষ্পদতে আকাশ মেলি ধৰিলে চাৰিঙেই। অসমৰ আৰু সেই লগতে ভাৰতখনৰ প্ৰতি অক্ষয় প্ৰেমৰ পূৰ্ব্বৰাগ জন্মাই দিলে। চাৰিঙৰ প্ৰতি জোপা গছ, প্ৰতিটো আলি-পদূলি, প্ৰতিখন ঘৰ, আনকি তাৰ দলি-চপৰা কিটায়ো শৰ্মা ডাঙৰীয়াক সৰগৰ বতৰা দিছিল আৰু কিজানি দুশ মাইল দূৰত গুৱাহাটীৰ নিজৰ পকিঘৰৰ খোঁটালিত বহিও সেই সৰগৰ বতৰা শুনে। নহ'লে নো দিন খেণ নুগুণাকৈ, কাকো 'ওঁ তৎসৎ' একো ফুট নিদিয়াকৈ ঘপহ কৰে আজিও চাৰিঙলৈ লৰ ধৰে কিহৰ টানত?

নিজৰ পুৰণি ওপজা ঠাইকণলৈ এনে আহুদি কৰা মোহ কেইজনৰ থাকে? বি.এ. মহলাত উঠিলেই নিজৰ গাওঁখনৰ নাম-ঠিকনা ওচৰৰ নগৰখনৰ বুকুত জাহ যায়। ঢেকিয়ালত ঘৰ হ'লে গোলাঘাট বুলি কোৱা, চামতাত ঘৰ হ'লে নলবাৰী বুলি মুখ লুকোৱা, মেলেং হলেই যোৰহাট হোৱা আমি বহুত লগ পাইছোঁ। চাকৰি লৈ বিয়া-বাৰু কৰাই গাওঁৰ ঘৰৰ লগতে, গাওঁৰ পুৰণি গঞা-কুটুম্বৰ লগত পাহৰণিৰ চোকা কটাৰীৰে সম্বন্ধ ছিঙা দৃষ্টান্ত পাক এটা মাৰিলেই বহুত লেখা দিব পৰা হ'ব। অলপ টুকুৰিয়াই বজাই চাব, দেখিব, সেইবোৰ মানুহৰ অন্তৰত দেশপ্ৰেমৰ জুই হে নালাগে ফিৰিঙটি এটাও নাই। কেতিয়াবা ক'ৰবাত ঘঁহনি খাই 'হুজুগত' দেশপ্ৰেমী 'ছাপ' এটা লৈছিল যদিও সেই দেশপ্ৰেমৰ উমাজাল পিছৰ কালৰ ছাই মাকতিয়ে হেঁচি নোহোৱা কৰিলে। শৰ্মা ডাঙৰীয়াৰ ক্ষেত্ৰত সেই জুইকুৰা জ্বলিয়ে থাকিল। তেখেতে বুৰঞ্জী-পুথি বিচাৰি ধোঁৱাচাংবোৰ চ'লাথ কৰা নাছিল-অসমক জানিবলৈ, অসমীয়া মানুহৰ স্বৰূপ কি তাক উপলব্ধি কৰিবলৈ হে ঘৰ-সংসাৰলৈকো সময়ে সময়ে পিঠি দি বনৰীয়া চৰাইৰ দৰে উৰি ফুৰিছিল। বনৰীয়া চৰাইৰ পটন্তৰ দিছোঁ যদিও, যেই সেই বনৰীয়া চৰাই নহয়—দেওৰাজহাঁহ। দেওৰাজহাঁহ আকাশত উৰি ফুৰে, ঘূৰি ঘূৰি গৈ বোলে মানস সৰোবৰত হে মৃণাল উভজে। অসমৰ পুৰাবৃত্তই শৰ্মা ডাঙৰীয়াৰ মানত মানস-সৰোবৰ।

চাৰিং, বুৰঞ্জীত বৰপীৰা পাব পৰা ঠাই। ইয়াৰ মণিৰামে এদিন "বুৰঞ্জী বিবেকৰত্ন" লিখি আপুৰুগীয়া নজনা কথা জনাৰ ভঁৰাল এৰি থৈ গৈছে। ইয়াৰ নগা আলি, শূলপাণি-ছিগাৰ ৰণ, মাছখোৱা গড়, গৌৰীসাগৰ, সকলোতে আন কি পৰিয়ালবিলাকৰ ইতিবৃত্ততো দেশখনৰ কথা খুন্দ খাই আছে; চকু মেলি ফুৰিবজনা লোকৰ মনত সেইবোৰে খুন্দিয়াখুন্দি কৰিবই। শৰ্মা ডাঙৰীয়াৰ অন্তৰতো বুৰঞ্জীবিদ্যাই কোঁহ মেলিবলৈ সুবিধা পালে চাৰিঙৰ পুৰণি মাদকতা থকা সৌৰৰণবোৰৰ বা-বতৰা পাই। একোজন সাহিত্যিকক এখন ঠাইৰ মহিমাই কেনেকৈ মুহি থয় তাৰ প্ৰমাণ দিয়ে 'মণিৰাম দেৱান' আৰু 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' এই দুখন বিখ্যাত গ্ৰন্থই। চেক্সপীয়েৰৰ নাটকবোৰত ' England is the Hero' বুলি কোৱাৰ দৰে বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ সকলো গ্ৰন্থতে লুকাই-চুৰকৈ হ'লেও চাৰিঙেই নায়কৰূপে অলক্ষিতে ভূমিকা গ্ৰহণ কৰি আছে।

অসমীয়া সাহিত্যৰ ইতিহাসত এনে ধৰণৰ স্থানমাহাত্ম্য প্ৰকট হোৱা দৃষ্টান্ত অতি বিৰল। পৃথিবীৰ অন্য সাহিত্যত সাহিত্য-কৰ্মৰ মূলাধাৰ ৰূপে প্ৰকট হোৱা স্থানীয় সম্বল আৰু প্ৰভাৱৰ বহুত দৃষ্টান্ত আছে, কিন্তু অসমীয়া সাহিত্যত বেজবৰুৱা আৰু বেণুধৰ শৰ্মা এই দুজনৰ সাহিত্য কৰ্মত হে এই বৈচিত্ৰ্য আপোন মহিমাৰে উজ্জ্বল হৈ আছে। ❐

# সবিতা-সভা

ৰোহিণীকুমাৰ শৰ্মা

সুদূৰ দিগন্তৰ ভাবৰ উদগনিত
বৈ আছে দুই আঁখি মেলি
সাহিত্যৰ বটবৃক্ষ ৰূপে
অৰুণ সদৃশ সবিতা-সভা।
দিনে দিনে, মাহে মাহে, বছৰে বছৰে
সুগন্ধি পাহি মেলি
পাঁচ দশক পূৰ্ণ কৰি
সমুখত উদীপ্ত তৰুণ স্বৰূপ
সঞ্চাৰিণী শিখা হৈ তাত
চৌদিশে বিয়পালে বুদ্ধিদীপ্ত ধাৰা।
সহস্ৰ গুণৰ অধিকাৰী হৈ
জ্ঞানভাণ্ডাৰৰ দুৱাৰ বহলকৈ মেলি
ৰসাল ৰবৰুণৰ টোপালবোৰৰ স'তে
অঠাই সিন্ধুত নামি
অগণন জনতাৰ হৃদয়ত বিক্ৰেক্‌চন্
সবিতা আদৰ্শৰ বলিষ্ঠ সঁফুৰা। □

# সিদিনাৰ পোহৰত

[ বিশ্ববিখ্যাত ইংৰাজ কবি T. Mooreৰ "The light of other days"ৰ অসমীয়া ৰূপান্তৰ ]

ৰমণী শৰ্মা

নিমাত নিতাল ৰাতি নীৰৱতা আকোৱালি
নিদ্ৰা মগন মই ; মানস পটত ভাহে বহু ছবি
দূৰ অতীতৰ
সোণোৱালী শৈশৱৰ - হাঁহি আৰু কান্দোনৰ
প্ৰেম প্ৰীতি মিলনৰ - চকুত বিজুলি সনা
আনন্দৰ উচ্ছ্বৰ।
আজি কমোৱা তুলাৰ মন কেনি উৰি গ'ল ?
আশা আৰু প্ৰেৰণাৰ খলকনি কিয় বাৰু নাই ?
লুকা ভাকু খেলে কিয় হতাশাৰ কলিয়া ডাৱৰে ?
জিৰি জিৰি বতাহত ভাহি অহা সেই সুৰ সেই গান
মোক মাথোঁ ইতিকিং কৰে।
মনত পৰিছে আজি প্ৰিয়তম বন্ধুবোৰ
অঙ্গে অঙ্গে গঠা সুমধুৰ স্মৃতি ;
উদাৰ ছন্দে গোৱা আৰু কত গান
হায় ! সৰাপাত সৰি গ'ল - মোক এৰি গুচি গ'ল
শীতৰ প্ৰকোপ বাৰু সহিব কিমান ?
শূন্য আজি নাচ ঘৰ - পোহৰৰ চিন চাব নাই
ফুল মালা জহি গ'ল নাচ গান শেষ হ'ল
মই নাচো কাৰ সতে - নাই লগৰীয়া
বাস্তৱৰ জুইকুৰা সিয়ে আজি বন্ধু মোৰ
মই আজি অকলশৰীয়া। ▢

## ক্ষমতা

হৰেশ্বৰ ডেকা

মই
সততাৰ লগত
বিৰাম বিহীন
স্বাৰ্থত্যাগী কৰ্ম্মৰ
হাড় ভঙা বোজা।
স্বাৰ্থান্ধৰ লগত
অবিৰত ভোগৰ
অজান সমুদ্ৰ।
মই
ৰজা ৰামৰ হিয়াত
সীতাৰ
অগ্নি পৰীক্ষাৰ উৎস,
ৰজা ৰাৱণৰ হাতত
মই
সীতা হৰণৰ বল। ◻

## সংগ্ৰাম

হৰেশ্বৰ ডেকা

বহু সংগ্ৰাম
সোণৰ খনিত
পোত খাই গ'ল।
আহা বন্ধু
আমি এতিয়া
জীয়াই ৰাখো
ডিঙিত
চিপজৰী লগাই থোৱা
সততাৰ
মুমূৰ্ষু জীৱন। ◻

# তপোবন

বিজয়লক্ষ্মী পাঠক (জোনাকী)

আগৰ তপোবন শেৱালী নেৱালী
গোলাপ তগৰেৰে ভৰা,
এতিয়াও তপোবন নামটো আছে
নাই আগৰ দুবৰি দৰা।
যদিও নাই শেৱালী নেৱালী
আছে আন বহু ফুল,
পুৰণি-কলীয়া মাধৱী লতাই
কৰি আছে আমোলমোল।
আগৰ তপোবনত কত আলোচনা
সভা-সমিতি হয়,
তপোবনৰ ঋষি হাজৰিকাদেৱে
ৰহণীয়া কথাবোৰ কয়।
আইতা নলিনী আত্ম ৰঘুনাথ
কবি দুবৰা আছে,
অম্বিকাগিৰী প্ৰসন্নলাল আহি
দেশৰ কথাহে পাতে।
নেওঁগ মহেশ্বৰ শৰ্মা সত্যেন্দ্ৰ
গিৰিধৰ শৰ্মাৰ কথা,
টিয়কৰ বৰুৱা ধ্বনি কবি আহি
তপোবন কৰেহি শোভা।
কপ্‌লিং চিঙা বেলত গঁগেদেৱ
ৰংপুৰৰ পৰা আহে,
যতীন গোস্বামী যোৰহাটৰ পৰা আহি
ঋষিৰ লগত বহে।

যোৰহাটৰ ফুকন ককা নীলমণিক
জৱাহৰ ককা বুলি মাতো,
তেওঁ অহা দেখিলে সকলোৱে আমি
দূৰৰ পৰাই হাঁহো।
বুৰঞ্জীবিদ সূৰ্য্য ভূঞাদেৱ
জেঠাইক লগত লৈ আহে
গুৰুৱে দি যায় শিষ্যক মন্ত্ৰ
শিষ্যই কাণ দি শুনে।
মিত্ৰদেৱৰ ৰসৰ কথা
নুশুনিলে নোপোৱা গম,
দেখি ভাল লাগে
চুটি চাপৰকৈ
পাগুৰিৰে মানুহজন।
শৰ্মা ৰজনী, মালিক চাহাবৰ
ৰস সাগৰৰ কথা,
শুনি শুনি কাৰো নালাগে আমনি
মউৰ দৰে মিঠা।
ডিম্বেশ্বৰ নেওঁগ, আনন্দ বৰুৱা
আৰু বহুজন কবি
তপোবনলৈ আহ-যাহ কৰাৰ
মনতে ৰাখিছো মই ছবি
গিৰিপ্ গিৰিপ্ কৰি মিলিটাৰী খোজত
মেজৰ লহকৰ আহে।
কিছু আহিছে কবিতা এটা
নাম নাই কাগজত ল্যাগে।
মহিলা কবি নিৰ্মল, নীলিমা

ঋত্বিক আহি কৰেহি সেৱা।
সুখ-দুখৰ কথাৰ,
কবিতাৰ কথা লগতে পাতে।
আৰু এজন বুৰঞ্জীবিদ শৰ্মা বেণুধৰ,
তেওঁ আহি আলোচনা কৰে জতুৱা ঠাঁচে।
প্ৰমোদ ভট্ট আছিল অধ্যক্ষ,
তেওঁ আহি পাতে আলোচনা চক্ৰ।
হেৰম্ব বৰপূজাৰী আছিল অধ্যাপক,
তেওঁ আহি বহে আলোচনা চক্ৰত।
ঋষি নাছিল দেশৰ নেতা,
দেশলৈ কিন্তু ভীষণ চিন্তা।
গৌৰীশংকৰ, হেম বৰুৱা, শৰৎ সিংহদেৱ
সাংবাদিক হৰেন বৰুৱা, সতীশ কাকতিও আহে
কবিৰ লগত বহি লৈ দেশৰ কথা পাতে।
অতুল বৰুৱা, হেমন্ত শৰ্মা
বিহুৰ দিনা পুৱাতে আহে
ছাত্ৰই গুৰুক বিহুৱান দি
পুৱাই সেৱাটি কৰে।
'সৱিতা সভা' গুৱাহাটীৰ সভা
ন-পুৰণি লেখকে কৰিছিল সভাখন শোভা
বিহগী কবি আছিল তাৰেই সভাপতি
সৱিতা সভাই পাতে তেওঁৰ জন্ম জয়ন্তী।
হৰি শৰ্মা, নৰেশ শৰ্মা, মেঘৰাম পাঠক, হৰি ভট্ট,
তেখেতসকল আছিল তাতেই জড়িত।
নন্দ তালুকদাৰ, হেমন্ত শৰ্মা অকালতে গ'ল
লিখনিবোৰ তেখেতসকলৰ আধা হৈ ৰ'ল।

নিমাখিত নিত্যানন্দ ঋষিৰ লগত থাকে
কথা চহকী ভলভলীয়াই মেলখন গৰমকৈ ৰাখে।
তপোবনলৈ অহা বহু পূজ্যৰ নাম বাদ পৰি গ'ল
পূজ্যসকললৈ মোৰ শ্ৰদ্ধা ৰ'ল।
এয়ে আছিল আগৰ তপোবন,
সাহিত্যিক, কবিৰ শান্তিৰ আশ্ৰম।
তপোবন আছিল সাহিত্যৰ ফুলনি,
'মা' মোৰ আছিল তাৰেই মালিনী।
মিতিৰ কুটুম বংশ পৰিয়ালৰ তপোবন ধৰ্মশালা,
কামত নাছিল অকণো হেলা।
মাতৃ সাবিত্ৰী দেউতা অতুল
আজি তপোবনত নাই
তপোবনখন আজি আমি ৰাখিছোঁ জীয়াই। ❑

# তপোবনৰ তপস্বীলৈ

অনিমা গোস্বামী

নামৰ কামৰ অপৰূপ
    সমন্বয়,
তপোবনৰ তপস্বী অতুলৰ
    তুলনা নাই।

নাই হিংসা-দ্বেষ
    সদা শিশুলেখ,
বিশ্ব স্রষ্টাৰ নামৰ
    ধৰি অপৰূপ বেশ।

'মঞ্জুলেখা'ৰ সাহিত্যাচাৰ্য্যই
    গাঁঠি গ'ল
'মুকুতা মালা' দীপালিবে 'মণিমালা'
    তপোবন উজ্জ্বলাই থ'লা।

মথি মথি পুৰণি সাহিত্য
    মৌৰস সানি,
শিশুৰো মন কীৰ্ত্তনলৈ
    লৈ গ'লা টানি।

'চিত্ৰদাস' নাম লৈ 'মীনাক্ষী'ক
    আনিলে মাতি
'কৌমুদী'কো সাদৰিলে জগতে
    সকলোৰে যেন মহাত্মাৰ ত্যাগৰেই
        প্ৰতিমূৰ্ত্তি।

মাছ-পুঠি খলিহনা
    একো বাদ নাই খোৱা
নিঠৰুৱা কৰা নাই ঘৃগলী বাঈকো
    সাদৰ পাইছে আৰু লাপুং বুঢ়াইয়ো।

সকলোকে মাতিছে সাদৰেৰে
    আহিছে 'টিকেন্দ্ৰজিৎ'
জগতে বহাইছে আনি অসমৰ মঞ্চ
        সিংহাসনত মাৰাঠাবীৰ
    'ছত্ৰপতি শিৱাজী'ক

'সুন্দৰ'ৰ কবিয়ে কৰি গ'ল—
    সুন্দৰকেই আহ্বান,
'পাণ্ডৱৰ অগ্নি পৰীক্ষা'কো দিলে
    শেষ-অৰ্ঘ্যৰূপে অসমৰ নাট্যমঞ্চলৈ,
        শ্ৰদ্ধাৰ নিবেদন।

'প্ৰকৃতিৰ সুৰ'ৰ সুখেৰে
    নিবেদিলে ছকুৰি গ্ৰন্থৰ গ্ৰন্থাৰ্ঘ্য
অসমৰ সাহিত্যবেদীলৈ,
    শিল্পী সন্তানৰ শ্ৰদ্ধাৰ
    মালা।

সত্য সুন্দৰ, প্ৰকৃতি সুন্দৰ
    জগতে সুন্দৰ তপোবনৰ তপস্বী
তোমাৰ যশৰ বৰ্ণনা
    অকণো নোৱাৰোঁ
বৰ্ণাব আমি। ❑

# আমেৰিকাবাসীৰ সময় সচেতনতা

ৰোহিনী কুমাৰ বৰুৱা

বিশ্ব-প্ৰগতিৰ শীৰ্ষবিন্দুত উঠা আমেৰিকাবাসীৰ কেইটামান বিশিষ্ট গুণৰ ভিতৰত ব্যক্তি আৰু জাতীয় জীৱনৰ ৰন্ধ্ৰে ৰন্ধ্ৰে নিহিত হৈ থকা সময়-সচেতনতা হ'ল অন্যতম। মাত্ৰ এটা মুহূৰ্তৰ বাবে সৌৰজগতৰ গ্ৰহ, উপগ্ৰহ আৰু নক্ষত্ৰবোৰৰ কথা ভাবি চাওকচোন? ইহঁতৰ প্ৰত্যেকে নিজৰ কক্ষপথেৰে আৱৰ্তন কৰাত যদি এটা চেকেণ্ডৰ নিযুতভাগৰ এভাগ সময়বো হেৰফেৰ হয়, তেন্তে বিশ্ব-ব্ৰহ্মাণ্ডখন মুহূৰ্তৰ ভিতৰত চূৰ্ণ-বিচূৰ্ণ হৈ নাযাব নে? বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ উচ্চতম শিখৰত স্থান লোৱা আমেৰিকাবাসীয়ে বোধকৰোঁ এই সত্যৰপৰা শিকনি লৈয়ে জীৱন পঞ্জিকাৰ প্ৰতিটো মিনিটৰে সদ্ব্যৱহাৰ কৰে। আমেৰিকাবাসীৰ ব্যক্তি আৰু জাতীয় জীৱনৰ গতি নিয়ন্ত্ৰণ কৰিছে সময়ৰ গতিৰ স'তে সাঙোৰ খাই থকা নিকপকপীয়া বান্ধোনে।

এওঁলোকৰ আটাইয়ে মৰ্মে মৰ্মে উপলব্ধি কৰে যে এৰি দিয়া কাঁড় আৰু এবাৰ কোৱা কথা যেনেকৈ ওভতাই অনাৰ উপায় নাই, তেনেকৈ এবাৰ এটা মুহূৰ্ত হেৰুওৱাৰ পিছতো তাক ওভতাই অনাৰ উপায় নাই। সেয়ে এওঁলোকে হাতত থকা প্ৰতিটো মুহূৰ্তকে সযত্নে ধৰি বান্ধি ৰাখি জীৱন-নিৰ্বাহ প্ৰক্ৰিয়াত ইয়াৰ সদ্ব্যৱহাৰ কৰে। আমাৰ দৰে যেতিয়াই তেতিয়াই অযথা কথাৰ মহলা মাৰি অবাবত সময়ৰ অপচয় ঘটোৱাৰ কথা অভাৱনীয়। এওঁলোকৰ বাবে সময় হ'ল জীৱন-ধমনী, সময় অমূল্য সম্পদ। সেয়ে ২২৫ নিযুত আমেৰিকাবাসীয়ে সময়ৰ অপচয় প্ৰতিৰোধ কৰি ৰাহি হোৱা সময়ক ধন ঐশ্বৰ্যলৈ ৰূপান্তৰিত কৰিছে। এওঁলোকৰ বাবে অতীত মৃত, ভৱিষ্যত অনিশ্চিত, অকল বৰ্তমানটোহে সঁচা, জীৱিত।

বিশ্বৰ সকলো ঠাইতে এটা দিনৰ ম্যাদ ২৪ ঘণ্টা যদিও আমেৰিকাবাসীৰ জীৱন ধাৰালৈ লক্ষ্য কৰিলে এনেহেন লাগে যেন এওঁলোক সময়ৰ চিৰ নাটনিত ভুগি আছে। সেয়ে, এওঁলোকৰ জীৱন আৰম্ভ হয় পোহৰে পৃথিৱীত ভুমুকি মৰাৰ আগতে। কঠোৰ আৰ্থ-সামাজিক ব্যৱস্থাৰ চাপত প্ৰায়বোৰ পৰিয়ালতে স্বামী-স্ত্ৰী

উভয়ে চাকৰি (বা উপাৰ্জন) কৰে। বহুত ক্ষেত্ৰত এজনৰ উপাৰ্জনে স্বাভাৱিক অৱস্থাত পৰিয়ালৰ ভৰণ-পোষণৰ বাবে যথেষ্ট হ'লেও বেমাৰ-আজাৰে দেখা দিলে পৰিয়ালৰ বিপদ হ'ব পাৰে। কিয়নো, আমেৰিকাৰ চিকিৎসা ব্যৱস্থা অতিশয় ব্যয়বহুল আৰু ব্যক্তিগত উপাৰ্জনেৰে এনে শকত ধনৰ খৰচ বহন কৰা সম্ভৱপৰ নহয়, অথবা ব্যক্তিগতভাৱে চিকিৎসালয়ত ভৰ্তি হোৱাটোও সহজ নহয়। কোম্পানীসমূহে নিজৰ চাকৰিয়ালৰ নামত প্ৰিমিয়ামৰ বিনিময়ত স্বাস্থ্যবীমা গ্ৰহণ কৰে আৰু ডাক্তৰসকলে বা চিকিৎসালয়ে বীমা কোম্পানীৰ পৰা চিকিৎসা-সেৱাৰ দেয়ক আদায় কৰে। আমেৰিকাত চাকৰিৰ স্থায়িত্ব বুলিও কোনো কথা নাই। কেতিয়া কাৰ চাকৰি যাব পাৰে সেই সম্পৰ্কে কোনো নিশ্চয়তা নাথাকে। দুৰ্ভাগ্যবশতঃ যদি চাকৰি নথকা সময়তে বেমাৰ-আজাৰে দেখা দিয়ে, তেন্তে পৰিয়ালৰ দুখ কুলাই-পাচিয়ে নধৰা হ'ব পাৰে।

ব্যতিক্ৰমৰ কথা বাদ দি আমেৰিকাৰ সকলো পৰিয়ালতে স্বামী-স্ত্ৰী উভয়ে কাম কৰিও কিন্তু ঘৰখন চলোৱাৰ সম্পূৰ্ণ দায়িত্ব নিজেই বহন কৰিব লাগে। কেচুৱা লালন-পালনৰ পৰা ৰন্ধা-বঢ়া কৰা, বাচন-বৰ্তন, কানি-কাপোৰ ধোৱা, বজাৰ কৰা, ঘৰ সৰা-মচা কৰা বা সজোৱা, ঘৰৰ ঘাঁহনিড়ৰা ল'ন ম'ৱাৰেৰে কটাকে ধৰি সকলো কাম নিজে কৰিবলগীয়া হয়। কিয়নো আমাৰ দৰে তাত কাম কৰা মানুহ পাবলৈ টান আৰু পালেও ইয়াৰ বাবে প্ৰয়োজনীয় আকাশলংঘী পাৰিশ্ৰমিক দিয়াটো অসম্ভৱ কথা। মুঠৰ ওপৰত আমেৰিকাবাসী স্ব-নিৰ্ভৰশীল। আনকি তাত থকা আমাৰ অসমীয়াখিনিও ইয়াৰ ব্যতিক্ৰম নহয়।

এনে কঠোৰ আৰ্থ-সামাজিক ব্যধ্যবাধকাতে আমেৰিকাৰ মানুহ প্ৰতিটো মিনিটতে ব্যস্ত থাকিবলগীয়া হয়। মোৰ ওপৰ মহলাৰ শোৱা কোঠালিৰপৰা তিনি চাৰিটামান প্ৰতিবেশী পৰিয়ালৰ গতিবিধি লক্ষ্য কৰাৰ সুযোগ পাইছিলোঁ। কোঠালিটো ওপৰ মহলাত বাবে নিৰীক্ষণ কৰাত সুবিধা হৈছিল। এওঁলোকৰ হয় স্বামী-স্ত্ৰী একেলগে নহয়, বেলেগে বেলেগে ৰাতিৰ এন্ধাৰতে দুৱাৰ ঘৰ বন্ধ কৰি গাড়ী চলাই ওলাই যায়। দুঘৰৰ দুই-আঢ়ৈ বছৰীয়া শিশুও আছে। পিতৃ-মাতৃয়ে ইহঁতকো লগত লৈ ওলাই আহোঁতে সকলোৱে এবাৰ ঘড়ীটোলৈ চাই দৌৰা-দৌৰিখন লগায়। কেতিয়াবা গাড়ীত উঠাৰ আগতে চেন্দুইচ এটুকুৰাটো এটা কামোৰ মাৰি দিয়া দেখোঁ। ভাবি আচৰিত হওঁ এই ৰাতিখন ইমানকৈ দৌৰি-ঢাপৰি যায় ক'লৈ। বহুতো আমেৰিকান বহুদূৰ গাড়ী চলাই অফিচলৈ যায়। এওঁলোকৰ বহুতৰে ক্ষেত্ৰত পুৱা সাত-আঠ বজাতে অফিচ আৰম্ভ হয়। আমাৰ দৰে দহবজাত বহা অফিচলৈ এঘাৰ বজাত যোৱাৰ কথা অকল্পনীয়। সাত বজাত

যদি অফিচ বহে তেন্তে সকলোৰে ঠিক সাত বজাতে অফিচত হাজিৰ হোৱাটো পৰম্পৰা। দুই মিনিট পলমকৈ অফিচ পোৱা মানে লাজৰ কথা।

এইখিনিতে গ্লাচগো চহৰত থকা সময়ৰ কথা এটা মোৰ মনত পৰিছে। আৰ. জে. ব্ৰিষ্টন চাহাব গ্লাচগোৰ ষ্ট্ৰেথক্লাইড্ বিজনেচ স্কুলৰ এগৰাকী জ্যেষ্ঠ প্ৰফেছাৰ। তেখেতে ৩৫ মাইল দূৰৰপৰা নিজে গাড়ী চলাই ক্লাচলৈ আহে। পুলিচ পইণ্টত ট্ৰাফিক জেম হ'লে কেতিয়াবা দুই মিনিট পলমকৈ ক্লাচত সোমায়। কিন্তু এই ক্ৰুটীৰ বাবে তেওঁ লাজতে ৰঙা পৰি মুখলৈ চাব নোৱৰা হয় আৰু ক্লাছত ইয়াৰ বাবে বাৰম্বাৰ ক্ষমা খুজি ভত নোহোৱা হয়। পশ্চিমীয়া দেশসমূহত সময় সচেতনতা হ'ল জীৱন-প্ৰবাহৰ মূল ভেটি। জাহাজ, ৰেল, বাছ আৰু বিমানেৰে বিভিন্ন ঠাই ফুৰিছোঁ। চিকিৎসালয়, পুথিভঁৰাল, প্লাজা, মল আৰু ক্ৰীড়া প্ৰদৰ্শনীলৈও গৈছো। কিন্তু ব্যতিক্ৰমৰ বাদে ক'তো এক মিনিট সময়ৰো হেৰ-ফেৰ হোৱা দেখা নাই। অৱশ্যে বিমানৰ দুই এটা উৰণ পলম হোৱা পাইছোঁ। কিন্তু সেয়া নিয়ন্ত্ৰণৰ বাহিৰৰ কাৰণবশতঃহে।

এদিন ঘৰৰ ওচৰৰ বাছ ষ্টপটোত বাছত উঠিবলৈ গৈছিলোঁ। বাছখন তাৰপৰা ন বজাতে এৰে বুলি লিখা আছে। আমি পুলিচ পইণ্টৰ সংকেত অনুসৰি ৰাস্তাপাৰ হৈ বাছৰ ওচৰ পাওঁতে ন বাজি এক মিনিট গ'ল। এক মিনিট পলম হোৱাৰ বাবে পৰৱৰ্তী বাছলৈ এঘণ্টা সময় ৰ'বলগীয়া হ'ল। মায়ামি ৰেল ষ্টেচনত প্ৰতি দুই মিনিটত একোখন ৰেল চলে। এই নিৰ্ধাৰিত সময়ৰ কেতিয়াও হেৰ-ফেৰ হোৱা নাই। আনকি ৰেল বা বাছত প্ৰতিটো ষ্টপ বা ষ্টেচনত আগমন আৰু প্ৰস্থানৰ নিৰ্ধাৰিত সময়ৰো হেৰ-ফেৰ নহয়। এয়া নিঃসন্দেহে সময়ানুবৰ্তিতাৰ এক গৌৰবোজ্জ্বল জাতীয় নিদৰ্শন।

সেয়ে, সময়ানুবৰ্তিতাত শৰণ লোৱা আমেৰিকাবাসীয়ে নিজৰ বা আনৰ সময়ৰ অপচয় নঘটোৱাৰ বাবে সদাসজাগ। কাৰোবাক লগ পাব লাগিলেও আগতীয়াকৈ টেলিফোনত সময় ধাৰ্য্য কৰি নল'লে লগ পোৱাৰ উপায় নাই। আনহাতে, নিৰ্ধাৰিত সময়ত হাজিৰ হ'ব নোৱাৰিলেও লগ পোৱাৰ কাৰ্যসূচী বাতিল হৈ যায়। কিয়নো পাঁচমিনিট পিছত গৈ ওলালে লগ পাবলৈ বিচৰা ব্যক্তিজনক ব্যস্ত থকা দেখা যাব আন কাৰ্যসূচীত। এওঁলোকৰ বাবে সময় অমূল্য সম্পদ। ইয়াৰ এটা মুহূৰ্তও অবাবদ নষ্ট কৰাৰ প্ৰশ্ন নাই। প্ৰতিটো মিনিট উপযুক্তভাৱে ব্যয় কৰাটোৱে আমেৰিকাবাসীৰ দস্তুৰ বা মজ্জাগত অভ্যাস। আমাৰ দৰে বাৰে-ভচহ কথাৰ মহলা মাৰি ফুৰিবলৈ কাৰো সময় নাই। এখাৰ বজাত লগ পোৱাৰ সময় দি মন্ত্ৰী বিবয়াই দৰ্শনপ্ৰাৰ্থীক এক বজালৈ ৰখাই

খোৱাৰ দৰে লজ্জাজনক সংস্কৃতি কল্পনাৰ বাহিৰত। এদিন গধূলি আমি এখন প্লাজালৈ গৈছিলোঁ। পিছে দুৱৰীয়ে আমাক সোমাবলৈ নিদিলে, কিয়নো তেতিয়া প্ৰায় দোকান বন্ধ হোৱাৰ সময় হৈছে। গ্ৰাহকৰ সুবিধাৰ্থে পোন্ধৰ মিনিট আগতে এলাৰ্ম বেল বজোৱা হয় আৰু বেছি পোহৰৰ লাইটবোৰ নুমাই দিয়া হয়। লগতে মাইকযোগে অতিশয় নম্ৰভাৱে সকলো গ্ৰাহকক বস্তুবোৰ সামৰি 'কেছ' কাউণ্টাৰলৈ ওলাই আহিবলৈ অনুৰোধ কৰা হয়। এই সময়ছোৱাত কোনো নতুন গ্ৰাহকক গ্ৰহণ কৰা নহয়। মায়ামি ডেদ কাউণ্টি পাব্লিক লাইব্ৰেৰী শনিবাৰৰ বাহিৰে বাকী দিনত ৰাতি ন বজালৈকে খোলা থাকে। কেবাদিনো মই শেষলৈকে আছোঁ। এদিন আবেলি ৫-৪৫ মিনিটত গৈ ওলাওঁতে গেটখন আধা বন্ধ কৰি ৰখা দেখিলোঁ। গেটমেনক সোধাত শনিবাৰে ছয়বজাত বন্ধ হয় বুলি লিখা নোটিচখনলৈ আঙুলিয়াই দিলে। ছয়বজাত বন্ধ বুলিলে ঠিক ছয়বজাত বন্ধ হয়।

আমাৰ দেশত ৰেল ষ্টেচন, বাছ ষ্টেচন, বিমান বন্দৰ, শিক্ষানুষ্ঠান আৰু লাখ লাখ মিটিংস্থলীত কোটি কোটি জনৰ অপৰিমেয় সময়ৰ অহৰ্নিশে অপচয় ঘটি আছে। আমেৰিকাৰপৰা সময় সচেতনতাৰ শিক্ষা লৈ এশ কোটি ভাৰতীয়ই প্ৰতিটো মুহূৰ্ত্ততে নিৰ্বোধভাৱে দুৰ্লভ সময়ৰ অনন্ত অপচয় ঘটোৱা ব্যৱস্থা সংশোধন কৰাৰ বাবে শিক্ষা লোৱাৰ উপযুক্ত সময় হৈছে। সেয়েহে মনত ৰখা উচিত—

> শেষ হ'ব এটা দিন এটা ৰাতি
> পলে পলে জীৱনৰ আয়ু শেষ হ'ব।
> তেতিয়া, তেতিয়া নহ'ব লিখা
> দিন আৰু ৰাতিৰ কবিতা। ❐

# আমেৰিকাত শ্ৰমৰ মৰ্যাদা

ৰোহিনী কুমাৰ বৰুৱা

বুকাৰ টি, ৱাচিংটনে এবাৰ বৰ তাৎপৰ্যপূৰ্ণ কথা কৈছে 'No race can prosper till it learns that there is as much dignity in tilling the field as in writing a poem' ইয়াৰ অৰ্থ হ'ল, মাটি চাহ্ কৰা আৰু কবিতা লিখাৰ আনন্দ সমানে। এই সত্য উপলব্ধি কৰিব নোৱৰা কোনো জাতিয়ে উন্নতি কৰিব নোৱাৰে। আমেৰিকাবাসীয়ে বুকাৰ ওৱাচিংটনৰ এইষাৰ কথা যেন মৰ্মে মৰ্মে উপলব্ধি কৰিয়েই কঠিন শ্ৰমত শৰণাপন্ন হৈছে আৰু শ্ৰমৰ প্ৰতি উপযুক্ত সন্মান জনোৱাৰ শিক্ষাৰে আনন্দ লাভ কৰিছে। সেয়ে জীৱন যুঁজৰ নিঠুৰতা আৰু মধুৰতাৰ প্ৰত্যক্ষ দৰ্শনৰ বাবে আমেৰিকাখনক বোধকৰোঁ এক আদৰ্শ শিক্ষাক্ষেত্ৰ বুলিব পাৰি। প্ৰগতিৰ শীৰ্ষস্থানত উপবিষ্ট হোৱা আমেৰিকাই যদি আজিৰ বিশ্বৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক মঞ্চত (বিজ্ঞান-প্ৰযুক্তিৰ কথা নক'লেও হ'ব) একচ্ছত্ৰী ভূমিকা লৈছে, তেন্তে কঠিন শ্ৰম আৰু শ্ৰমক উপযুক্ত মৰ্যাদা দিয়াৰ জাতীয় উপলব্ধিৰো ইয়াত প্ৰভূত অৰিহণা আছে।

আমেৰিকাবাসীয়ে শ্ৰমৰ প্ৰতি থাকিব পৰা সাভাব্য সকলো হীনমান্যতা মনৰপৰা সম্পূৰ্ণকৈ ধুই-মচি পেলোৱাত সক্ষম হৈছে। সেইদৰে গ্ৰেট বৃটেইনৰ দৰে আন পশ্চিমীয়া দেশসমূহতো শ্ৰমক যথোচিত সন্মান আৰু স্বীকৃতি দিয়া হয়। এই সত্যৰ প্ৰমাণ পোৱা যায় দৈনন্দিন জীৱন নিৰ্বাহৰ প্ৰতিটো খোজতে। ব্যক্তিগত অভিজ্ঞতাৰপৰাই কেইটামান উদাহৰণ দিব খুজিছোঁ।

আমি আমেৰিকাত থকা সময়ত আমাৰ জী-জোঁৱাই থকা ঘৰটো আছিল টানাকা নামৰ এজন জাপানী আমেৰিকানৰ। মাত্ৰ ২১ বছৰ বয়সতে এওঁ ব্যৱসায় আৰু উদ্যোগৰ জৰিয়তে বিৰাট সম্পত্তিৰ মালিক হৈছে। চিবজিতইঁতে লোৱা ঘৰটো সৰ্ব নতুন যদিও জুন মাহৰ দৰাপিটা বৰষুণত নিৰ্মাণ-ক্ৰটিবশতঃ কমৰ কাৰ্পেটৰ ওপৰত পানী জমা হ'ল। উপায় নাপাই চিবজিতে টানাকাক টেলিফোন কৰিলে। তেওঁ আধা ঘন্টাৰ ভিতৰত লগৰ এজনৰ স'তে ভেকুৱাম ক্লীনাৰ লৈ হাজিৰ। আহিছিল আবেলি ৪ বজাত। পানী সিঁচা শেষ কৰি যাওঁতে বাজিল

ৰাতি (পুৱা) এক। এই যুৱক উদ্যোগীজনে নিজে এজন শ্রমিকৰ দৰে কাম কৰিবলৈ অকণো সংকোচ কৰা নাছিল। টানাকাক আমাৰ যিকোনো এজন ধনী মালিকৰ স'তে তুলনা কৰকচোন? গীতাতো নিষ্কাম কর্মৰ যোগেদি ঈশ্বৰপ্রাপ্তিৰ কথাকে কোৱা আছে। কিন্তু আচৰিত হৈছিলো তেতিয়া, যেতিয়া আমেৰিকাৰ ৰাস্তাই পদূলিয়েহে গীতাৰ এই পবিত্র বাণীৰ বাস্তৱ প্রতিফলন ঘটিছে, কর্মযোগৰ জন্মভূমি ভাৰতবর্ষত নহয়।

পশ্চিমীয়া দেশসমূহত শ্রমক কিমান মর্যাদা দিয়া হয়, তাৰ আৰু এটা ব্যক্তিগত অভিজ্ঞতা উল্লেখ কৰিব খুজিছোঁ।

মায়ামিৰপৰা ঘৰলৈ উভতি অহাৰ পথত আমি কেইদিনমান লণ্ডনত থাকি আহিছিলোঁ আৰু আমাৰ জোঁৱাইৰ ভিনিহিয়েক ড়ঃ দেবেন হাজৰিকাৰ ঘৰত আলহী হৈছিলোঁ। ডঃ হাজৰিকাৰ ঘৰত এজন চাহাবে তেতিয়া কাম কৰি আছিল। তেওঁৰ লগত আমিও চিনাকি হৈছিলোঁ। সেইদিনা আমি লণ্ডনৰ আশে-পাশে দিনটো ঘূৰি-ফুৰি ষ্টেচনৰপৰা গধূলি খোজ কাঢ়ি ঘৰলৈ উভতি আহোঁতে হঠাৎ চাহাব এজনে আমাক গাড়ীত উঠিবলৈ মাতিলে। আমি ভাবিলোঁ, ভদ্রলোকে আমাক বেলেগ মানুহ বুলি ভুল কৰিছে। হয়তো, কোনোবা চোৰ-প্ৰবঞ্চকো হ'ব পাৰে। সেয়ে আমি তেওঁক ধন্যবাদ দি 'আমি ওচৰলৈকে যাম বুলি' কৈ তেওঁক এৰিবলৈ যত্ন কৰিলোঁ। তেওঁ কিন্তু গাড়ীৰ দর্জা খুলি দি ক'লে, 'ওহো, আপুনি কিয় চিন্তা কৰিছে?ময়ো সেই পিনেই যাম। আপোনালোকে ডঃ হাজৰিকাৰ ঘৰলৈ নাযাব জানো?

এইবাৰ আমাৰ আচৰিত হোৱাৰ পাল। আচলতে, সেই মানুহজন আছিল শ্রমিক চাহাবজন, যিজনে পুৱা ডঃ হাজৰিকাৰ ঘৰত চাফাই কাম কৰিছিল। এতিয়া চুট-টাই পিন্ধি সম্পূর্ণ বেলেগ ৰূপ লৈছে। আমাক ডঃ হাজৰিকাৰ ঘৰত নমাই দিওঁতে কৈছিল, 'দিনত কাম কৰোঁ গধূলি বিল আদায় কৰোঁ। আপোনালোক নাথাকিলেও মই হাজৰিকাৰ ঘৰলৈকে আহিলোহেঁতেন।'

কথা-বতৰাত নম্র চাহাবজনে এঘণ্টা কাম কৰাৰ পাৰিশ্রমিক লয় ৫৫ পাউণ্ড অর্থাৎ প্রায় চাৰে তিনি হেজাৰ টকাতকৈও অধিক। নিজৰ ঘৰ আৰু গাড়ী আছে। দুটা ল'ৰা-ছোৱালী আৰু পৰিয়ালকলৈ সংসাৰখন ভালেই চলিছে। ইয়াতেই তেওঁৰ শ্রমৰ সার্থকতা আৰু আনন্দ নিহিত আছে।

বিভিন্ন স্থানত শিক্ষিত যুৱক-যুৱতীক ঘণ্টা ভিত্তিত হাজিৰা কাম কৰি থকা দেখা পাইছো। এওঁলোকে বিভিন্ন চাফাই কাম, ৰেকেটৰিয়াত বাচন-বৰ্তন ধোৱা কাম, বিমান বন্দৰত ট্রলি ঠেলি যাত্রীৰ বাকচ উঠোৱা কাম মুঠৰ ওপৰত সকলো

প্ৰকাৰৰ শাৰীৰিক পৰিশ্ৰম কৰাৰ বাবে কোনো সংকোচ বা লাজ নকৰে। সমাজেও মানুহজনৰ মূল্যায়ন মানুহজনে কি কৰে সেই চিনাকিৰে নকৰে, যিয়ে যি নকৰক কিয়, সকলোৰে সামাজিক অৱস্থান একে। বোধকৰোঁ, এই কাৰণেই এজন মানুহে আন এজনৰ লগত কৰমৰ্দন কৰি 'হাই' বুলি সম্বোধন কৰোঁতেই চিনাকি পৰ্ব শেষ হয় আৰু কোনে কি কৰে সেই সম্পৰ্কে জনাৰ কোনো কৌতূহল দেখা নাযায়। ইয়াৰ অৰ্থ হ'ল আমেৰিকান সমাজে শ্ৰমক উপযুক্ত মৰ্যাদা দিছে।

কিন্তু অসমীয়া সমাজৰ শ্ৰম-বিমুখতাৰ কথা ভাবকচোন। শ্ৰমৰ প্ৰতি থকা হীনমন্যতা হ'ল অসমীয়াৰ এক জাতীয় ব্যাধি। মেট্ৰিকৰ দেওনা পাৰ হ'ব নোৱৰা লংপেণ্ট পিন্ধা যুৱসকলেও কান্ধত নাঙল বা ভাৰখন লোৱাতকৈ আত্মহত্যা কৰিবলৈকে প্ৰস্তুত। এয়া নিশ্চয় অসমীয়া জাতিৰ শ্ৰমৰ প্ৰতি থকা গভীৰ হীনমান্যতাৰ পৰিচায়ক। শ্ৰমিক মজদুৰৰ কাম কৰিবলৈ লাজ লাগে অসমীয়াসকলৰ। শ্ৰমৰ প্ৰতি থকা জাতীয় হীনমান্যতাই অসমীয়া জাতিৰ প্ৰগতিৰ পথত হেঙাৰৰ সৃষ্টি কৰিছে। শ্ৰমিকক সামাজিক স্বীকৃতি দিয়া, সন্মান জনোৱা আৰু আলসতা পৰিহাৰ কৰি কঠোৰ পৰিশ্ৰম কৰাৰ জাতীয় কৰ্মসংস্কৃতি এটা গঢ়ি তোলাৰ ক্ষেত্ৰত অসমীয়াসকলে আমেৰিকাৰপৰাই শিক্ষা ল'ব পাৰে। গৌৰৱৰ কথা যে আমেৰিকাৰ প্ৰবাসী অসমীয়াসকলে আমেৰিকানসকলৰ সমানে কঠোৰ পৰিশ্ৰম কৰা আৰু শ্ৰমক সন্মান দিয়াৰ সংস্কৃতি গঢ়ি তুলিছে। তেন্তে অসমবাসী অসমীয়াই নোৱাৰিম কিয়? ঈশ্বৰৰ স'তে একাত্মীয়তা বোধ কৰিব পাৰি অকল কৰ্মৰ জৰিয়তেহে। হেনৰি ভেন ডাইকৰ উক্তিৰে ক'ব পাৰি 'তুমি মোক নিবিচাৰিবা, মই সকলোতে আছো। শিলটো দাঙি চোৱা আৰু তুমি মোক তাতে পাবা, কাঠ কটা আৰু মই তাতেই আছোঁ। অৰ্থাৎ কৰ্মৰ যোগেদিহে ঈশ্বৰপ্ৰাপ্তি হয়, ঈশ্বৰক বেলেগে বিচাৰি ফুৰিব নালাগে। এই কথা উপলব্ধি কৰিয়েই আমেৰিকাবাসী কঠোৰ শ্ৰমত শৰণাপন্ন হৈছে আৰু শ্ৰমৰ প্ৰতি দৰ্শোৱা সন্মানক জাতীয় সংস্কৃতিৰূপে গঢ় দি বিশ্ব প্ৰগতিত শীৰ্ষ স্থান দখল কৰিছে। ❑

# সবিতা সভা আৰু বৰদৈচিলা
## (এটি সমীক্ষা)

শিৱপ্ৰসাদ বৰুৱা

১৯৫০ চনৰপৰাই মই সাপেখাতীৰপৰা গুৱাহাটীলৈ অহা-যোৱা অব্যাহত ৰাখিছিলো। একমাত্ৰ 'বৰদৈচিলা'ৰ সম্পাদন আৰু প্ৰকাশনৰ বাবেই। ১৯৫৪ চনৰপৰাই নিগাজিকৈ গুৱাহাটীত থকাৰ পৰিকল্পনা কৰিছিলোঁ। তেতিয়াৰপৰা আজিলৈকে গুৱাহাটীৰ বাসিন্দা হিচাপে আছোঁ।

'বৰদৈচিলা' সন্দৰ্ভত গুৱাহাটীৰ দুগৰাকী মোৰ উপাস্য দেৱতাস্বৰূপ মহান ব্যক্তিৰ সান্নিধ্য লাভ কৰিছিলো। এজন অসমৰ বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু আনজন উজানবজাৰৰ যোৰপুখুৰীপাৰৰ 'তপোবন'ৰ মুনি সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকা। দুয়োজন সবিতা সভাৰ জনক উদ্যোক্তা। এই দুয়োজনৰ সান্নিধ্যই মোক প্ৰভাবান্বিত কৰিছিল। দুয়োজনৰ সজ পৰামৰ্শতে 'বৰদৈচিলা' নতুন জীৱন পাইছিল। সকলো প্ৰকাৰ সহায়-সহযোগ পৰামৰ্শ আৰু দুয়োজনৰ অপূৰ্ব লিখনিৰে 'বৰদৈচিলা'ৰ সৌষ্ঠৱ বঢ়াইছিল। ক'বলৈ গ'লে উজানবজাৰৰ তপোবন আৰু ভুবন ৰোডৰ 'চৌধাৰী টোল' মোৰ বাবে তীৰ্থস্থান আছিল। এই দুই মহান ব্যক্তিৰ ছত্ৰছায়াতেই 'বৰদৈচিলা' উজ্জীৱিত হৈ পৰিছিল। এই সন্দৰ্ভত 'বৰদৈচিলা'লৈ সক্ৰিয় সহযোগ আৰু প্ৰবন্ধ পাতিৰে সহায় কৰা গুৱাহাটীৰ বৰেণ্যসকল আছিল অসমৰ প্ৰাণৱন্ত ব্যক্তি ধনুৰ্দ্ধৰ অম্বিকাগিৰী ৰায়চৌধুৰী, জ্ঞানদাৰ জ্ঞানপুত্ৰ জ্ঞানদাভিৰাম বৰুৱা, প্ৰবীণ আইনবিদ কামাখ্যাৰাম বৰুৱা, বুৰঞ্জীবিদ সূৰ্যকুমাৰ ভূএগ, বেণুধৰ শৰ্মা, ভুবনচন্দ্ৰ সন্দিকৈ, প্ৰত্নতত্ত্ববিদ সৰ্বেশ্বৰ শৰ্মা কটকী, প্ৰেমধৰ চৌধুৰী, মুৰাৰিচৰণ দাস, লোকপ্ৰিয় গোপীনাথ বৰদলৈ, ৰোহিণীকুমাৰ চৌধুৰী, বিচক্ষণ ৰাজনীতিবিদ চাৰ চৈয়দ মহম্মদ চাদুল্লা, অসম-প্ৰাণ বিষ্ণুৰাম মেধি, সমালোচক পণ্ডিত বাণীকান্ত কাকতি, জ্ঞাননাথ বৰা, দুৰ্গেশ্বৰ শৰ্মা, বিৰিঞ্চিকুমাৰ বৰুৱা, তীৰ্থনাথ শৰ্মা, গীতিকবি উমেশচন্দ্ৰ চৌধাৰী, বনকোঁৱৰ আনন্দিৰাম দাস, ক্ষীৰদাকান্ত বিৰয়া, শুভচন্দ্ৰ বৰুৱা, দুই প্ৰসিদ্ধা কবি

ধৰ্মেশ্বৰী দেৱী বৰুৱানী, নলিনীবালা দেৱী, সাহিত্যিক উমাকান্ত গোস্বামী, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, হৰেন্দ্ৰনাথ বৰুৱা, ড° ৰোহিণী কুমাৰ বৰুৱা, নলিনীকুমাৰ মিশ্ৰ, .... এছ ছি ৰয়, ড° কমলা ৰয়, ড° বীৰেন্দ্ৰনাথ ৰয়, অধ্যাপক দুলাল মুখাৰ্জী, ঔপন্যাসিক দৈবচন্দ্ৰ তালুকদাৰ, দীননাথ শৰ্মা, গল্পকাৰ হৰেন্দ্ৰনাথ কলিতা, খ্যাতলেখক হলীৰাম ডেকা, প্ৰেমনাৰায়ণ চৌধুৰী, যোগেন্দ্ৰনাথ বৰকাকতী। গধূলি কবি কমলেশ্বৰ চলিহা, জীৱনীকাৰ জিতেন্দ্ৰনাথ বুজৰবৰুৱা, গৱেষক ডিম্বেশ্বৰ নেওগ, সাংবাদিক দেবকান্ত বৰুৱা, হেম বৰুৱা, কবি মেঘৰাম পাঠক, শিশু সাহিত্যিকা বৌচানাৰা খাটুন, আখ্যান লেখিকা অম্বিকাদেৱী গোস্বামী, অৰ্থনীতিবিদ ড° মথুৰানাথ গোস্বামী আদি ভালেকিজন।

সময়ত সবিতা সভা সক্ৰিয়, শক্তিশালী আৰু জনপ্ৰিয় সাহিত্য-সংস্কৃতিক অনুষ্ঠানত পৰিণত হৈছিলগৈ। এই নিঃকিনেও সাহিত্য সভাৰ জ্যোতি কিৰণত সজীৱ আৰু সজাগ হৈ পৰিছিল। অসমৰ জটিল আৰু জ্বলন্ত জাতীয় সমস্যাৰ লগত সাঙোৰ খাই পৰিছিলোঁ। সবিতা সভা বুলিলেই ৰঘুনাথ চৌধাৰী আৰু তপোবনৰ ঋষি অতুলচন্দ্ৰ হাজৰিকা এই দুগৰাকী বৰেণ্য আৰু অসীম প্ৰতিভাৰ ব্যক্তি আছিল যি 'অসমীয়া' বুলিলে বা 'অসম' বুলিলে নিজকে মন-প্ৰাণ ঢালি উবুৰিয়াই দিছিল। অসমত নিভাঁজ জাতীয়তাবাদী কলিৰ দধীচি কমলাকান্ত ভট্টাচাৰ্য, চেতনাপ্ৰাণ গভীৰ আবেগ অনুভূতিৰ অম্বিকাগিৰী ৰায়চৌধুৰী, বিহগী কবি ৰঘুনাথ চৌধাৰী আৰু দীপালী কবি অতুলচন্দ্ৰ হাজৰিকা আদি আন কেবাগৰাকীও আছে। অসমৰ জ্বলন্ত সমস্যা পশ্চিমবঙ্গলৈ গোৱালপাৰা নিয়াৰ চক্ৰব্যূহ খৰ্ব কৰাত সবিতা সভাই আগভাগ লৈছিল। সেই একেদৰে অসম ৰাজ্যিক ভাষা 'অসমীয়া' প্ৰৱৰ্তনৰ আইন যোগে ন্যায়িকৰণত সবিতা সভাৰ ভূমিকা ঐতিহাসিক চনদ হৈ আছে। আজি এই দুজন মহান ব্যক্তিলৈ বৰ মনত পৰিছে— শ্ৰদ্ধাৰে সুঁৱৰিছোঁ। ❑

# অসমৰ জ্বলন্ত সমস্যাত সন্মিতা সভাৰ ভূমিকা

**শিৱপ্ৰসাদ বৰুৱা**

অসমৰ অগ্নিগৰ্ভা সমস্যা সন্দৰ্ভত সন্মিতা সভাই অসমৰ তিনিটা জ্বলন্ত জীৱন-মৰণ সমস্যাত মাত মাতিছিল। প্ৰথমটো পূৰ্ব পাকিস্তানৰ (এতিয়া বাংলাদেশ) হিন্দু ভাগনীয়াৰ অসমলৈ প্ৰব্ৰজন আৰু গুৱাহাটীত অভাবনীয়া সমাবেশ। দ্বিতীয় অগ্নিগৰ্ভা সমস্যা আছিল ১৯৫৬ চনৰ ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণ আয়োগৰ ওচৰত মেমৰেণ্ডাম প্ৰদান। তৃতীয় সমস্যা আছিল অসমৰ ৰাজ্যভাষা আন্দোলন আৰু সন্মিতা সভাৰ চৰকাৰৰ ওচৰলৈ প্ৰতিনিধি প্ৰেৰণ।

পূৰ্ব পাকিস্তানৰ সৈন্য, আৰক্ষী আৰু মাতবৰ, অত্যাচাৰত হিন্দু সকলে মাটিভেটি এৰি অসমলৈ আহিবলগীয়া হৈছিল, তিৰোতা জাতিৰ সন্মান হানি, ধৰ্ষণ, বলাৎকাৰ আদি পৈশাচিক ক্ৰিয়া-কলাপৰ বাবে পূৰ্ব পাকিস্তান এৰি হিন্দুসকল অসম, ত্ৰিপুৰা আৰু পশ্চিম বঙ্গলৈ প্ৰব্ৰজন কৰিবলগীয়া হৈছিল। এনে অমানবীয় অত্যাচাৰৰ বলী হৈ অহা ভগনীয়াসকলক প্ৰবোধ দিয়া, খাদ্যসম্ভাৰৰ যোগান ধৰা, থকাৰ বাবে আশ্ৰয় শিবিৰ প্ৰতিষ্ঠা কৰা কাৰ্য্যত সন্মিতা সভাই আগভাগ লৈছিল আৰু সন্মিতা সভাৰ যোগেদি এক কেন্দ্ৰীয় শান্তি কমিটি গঠন হৈছিল। ইয়াৰ সভাপতি আছিল বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱ। তেওঁ প্ৰায়েই ভগনীয়াক আশ্বাস দি মনোবল ৰাখিবলৈ উৎসাহিত কৰিছিল। সন্মিতা সভাৰ যোগে পৰিচালিত হোৱা শান্তি কমিটিৰ কাৰ্য্যত পণ্ডিত নেহেৰু আৰু গৃহমন্ত্ৰী চৰ্দাৰ পেটেলে সন্তোষ প্ৰকাশ কৰিছিল। কেন্দ্ৰীয় সাহায্য আৰু পুনৰ সংস্থাপন দপ্তৰৰ মন্ত্ৰী মিঃ খান্নাক অসমলৈ পঠোৱা হৈছিল। কেন্দ্ৰীয় মন্ত্ৰী খান্নাই চৌধাৰীৰ পৰামৰ্শ মতে যাবতীয় পুনৰ সংস্থাপনৰ ব্যৱস্থা লৈছিল।

১৯৫৮ চনত ৰাজ্যৰ সীমা নিৰ্দ্ধাৰণ আয়োগ অসমলৈ আহিছিল। এই আয়োগৰ সদস্যসকল আছিল এচ ফজল আলী, চৰ্দাৰ কে, এম, পানিক্কৰ আৰু আন এজন। সীমানিৰ্দ্ধাৰণ আয়োগৰ ওচৰত গোৱালপাৰাত থকা বঙালী সকলে

পশ্চিমবঙ্গৰ লগত গোৱালপাৰা চামিলৰ বাবে দাবী জনাইছিল। এই দাবীৰ পৃষ্ঠপোষক আছিল ধুবুৰীৰ আইনবিদ ৰমনী মোহন বসু আৰু নেপথ্যত আছিল পশ্চিমবঙ্গৰ দক্ষ কুটনীতিবিদ ডাঃ বিধানচন্দ্ৰ ৰায়। প্ৰসিদ্ধ কংগ্ৰেছ নেতা তথা দক্ষ মুখ্যমন্ত্ৰী হিছাপে ডাঃ ৰায়ৰ ক্ষমতাও আছিল অসীম। অসমত আন্দোলন হ'ল। অসমৰ মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে অসমৰ দক্ষ প্ৰশাসক খগেন্দ্ৰচন্দ্ৰ বৰুৱাক গোৱালপাৰা জিলাৰ উপায়ুক্ত পদত নিযুক্ত কৰি প্ৰবল জনমতৰ বাবে কৰ্তৃত্ব আৰোপ কৰিছিল। গোৱালপাৰাৰ নতুন সূৰ্য্য শ্ৰীশৰৎচন্দ্ৰ সিংহ দেৱেও গোৱালপাৰা অসমৰ অবিচ্ছেদ্য অঙ্গ, কোনোমতেই পশ্চিমবঙ্গৰ চামিল হ'ব নোৱাৰে বুলি প্ৰবল জনমত সৃষ্টি কৰি সদৌ গোৱালপাৰাত প্ৰবল আন্দোলন অব্যাহত ৰাখিছিল। সৰিতা সভাৰ তৰফৰ পৰা মেমৰেণ্ডাম যুগতোৱা হৈছিল। অসমৰ বিশিষ্ট সাংবাদিক, মুক্তিযোদ্ধা হৰেন্দ্ৰনাথ বৰুৱাই ঐতিহাসিক তথ্যপাতিৰে আৰু প্ৰবল যুক্তিৰে মেমৰেণ্ডাম যুগত কৰিছিল। ইয়াৰ আগতীয়া প্ৰতিলিপি পণ্ডিত জৱাহাৰলাল নেহেৰু আৰু চৰ্দাৰ বল্লভভাই পেটেলৈকো পঠোৱা হৈছিল। নেহেৰু আৰু পেটেলে অসমৰ যুক্তি, আবেগ, অনুভূতিৰ প্ৰতি নীৰব সমৰ্থন জনাইছিল। দিল্লীস্থ এটা অসমীয়া প্ৰতিনিধিক পেটেলে আয়োগৰ ওচৰত সজোৰে দাবী জনাবলৈ পৰামৰ্শ দিছিল। স্মৰ্তব্য যে ঐতিহাসিক দিশৰ পৰাও কোচবিহাৰ, জলপাইগুৰি, কোচৰাজ্যৰ দিনতে অসমত আছিল। গতিকে অসমত চামিল হ'ব লাগে। কোচবিহাৰ, জলপাইগুৰি অসমত চামিল হ'লে অসমৰ আৰ্থ-সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিকভাৱে বিপৰ্য্যয়মুখী হ'ব লাগিব বুলি জানিয়েই মুখ্যমন্ত্ৰী মেধিয়ে ব্যৱস্থা নল'লে। ফলত অসমে কোচবিহাৰ আৰু জলপাইগুৰি হেৰুৱালে। ডাঃ বিধানচন্দ্ৰ ৰায়ৰ জয় হ'ল। অসমৰ দাবী অথলে গ'ল। অৱশ্যে গোৱালপাৰাক পশ্চিমবঙ্গই নিব নোৱাৰিলে।

১৯৬০ চনত অসমৰ ভাষা অন্দোলন টিগুত উঠিল। সমস্যা অগ্নিগৰ্ভা হৈ পৰিল। আৰক্ষী অধীক্ষকৰ গুলীত কটন কলেজৰ ছাত্ৰ ৰণজিৎ বৰপূজাৰী নিহত হ'ল। ভাষা আন্দোলনে অসম কঁপায় তুলিলে। প্ৰধানমন্ত্ৰী পণ্ডিত জৱাহাৰলাল নেহেৰু অসমলৈ আহি এক জনপূৰ্ণ সভাত বক্তৃতা দি "অসমত অসমীয়া ভাষা নহে মহাৰাষ্ট্ৰত হ'বনে" বুলি অসমীয়া ৰাইজক প্ৰবোধ দি ক'লে যে ভাৰতীয়া চৌধ্যটা ভাষাৰ ভিতৰত অসমৰ অসমীয়া ভাষা এটা ভাৰতীয় ভাষা হিচাপে স্বীকৃতি পাই আহিছে। সৰিতা সভাই কৰ্ম পৰিষদ গঠন কৰিলে। এই কৰ্মপৰিষদৰ সদস্য সকল আছিল ৰঘুনাথ চৌধাৰী (সভাপতি), হৰেন্দ্ৰনাথ বৰুৱা, সতীশচন্দ্ৰ কাকতি, নাৰায়ণ দাস, আনোৱাৰা বেগম, জিতেন্দ্ৰনাথ বুজৰ

বৰুৱা, থানেশ্বৰ বৰুৱা, ডঃ হৰিচন্দ্ৰ ভট্টাচাৰ্য্য, যোগেন্দ্ৰ নাথ বৰকাকতি, অধ্যাপক ৰজনীকান্ত দেব শৰ্মা, দৈবচন্দ্ৰ তালুকদাৰ, নিত্য বৰদলৈ, মেঘৰাম পাঠক, হৰিনাথ শৰ্মা, নৰেন্দ্ৰনাথ শৰ্মা, শিৱপ্ৰসাদ বৰুৱা আদি ভালেকেজন। কৰ্ম পৰিষদৰ এটা সজাতি দল শ্বিলঙলৈ যোৱাৰ ঠিক হ'ল। এই সজাতি দলত হৰেন্দ্ৰনাথ বৰুৱা, সতীশচন্দ্ৰ কাকতী আৰু নাৰায়ণ দাস নোযোৱা হ'ল। শেষত শ্ৰীশিৱপ্ৰসাদ বৰুৱাক কৰ্মপৰিষদৰ সম্পাদক নিযুক্ত কৰি শ্বিলঙলৈ সজাতি দল এটা পঠোৱাৰ প্ৰস্তাৱ লোৱা হ'ল। সজাতি দলৰ সদস্য-সদস্যাসকল আছিল ৰঘুনাথ চৌধাৰী (সভাপতি) প্ৰবীণ অধিবক্তা কামাখ্যাৰাম বৰুৱা, প্ৰাক্তন শিক্ষাধিকাৰ দিবাকৰ গোস্বামী, বাগ্মীবৰ নীলমণি ফুকন, অগ্নিকন্যা চন্দ্ৰ প্ৰভা শইকীয়ানী, বিশিষ্ট নাগৰিক শিশিৰ কুমাৰ ঘোষ (বঙালী সম্প্ৰদায়) আইনবিদ কেদাৰমল ব্ৰাহ্মীন (মাৰোৱাৰী সম্প্ৰদায়) আৰু শিৱপ্ৰসাদ বৰুৱা (সম্পাদক), চৰকাৰৰ পক্ষত আছিল মুখ্যমন্ত্ৰী বিমলা প্ৰসাদ চলিহা, অসম প্ৰদেশ কংগ্ৰেছ সমিটিৰ সভাপতি, সিদ্ধিনাথ শৰ্মা, শিক্ষাসচিব ধৰ্মানন্দ দাস। সময়ত শ্বিলঙত সজাতি দল গৈ মুখ্যমন্ত্ৰী চলিহাক দেখা কৰি মেমৰেণ্ডাম দিলে। দলৰ মথপাত্ৰ হিচাপে চৌধাৰী দেৱে প্ৰবীণ আইনবিদ কামাখ্যাৰাম বৰুৱাক প্ৰতিনিধি দলৰ হৈ মেমৰেণ্ডামত উল্লেখ কৰা মতে দাবী উত্থাপন কৰিবলৈ কৰ্ত্তৃত্ব দিলে। বহুত বাদ প্ৰতিবাদৰ পিছত প্ৰবীণ আইনবিদ কামাখ্যাৰাম বৰুৱাই সংবিধানৰ আধাৰত অসম উপত্যকাত অসমীয়া, বৰাক উপত্যকাত বঙালী আৰু পাহাৰ কিখনত ইংৰাজী ভাষা হ'ব লাগে বুলি মন্তব্য দিয়াত ৰঘুনাথ চৌধাৰী, নীলমণি ফুকন, অগ্নিকন্যা চন্দ্ৰপ্ৰভা শইকীয়ানী জ্বলিপকি উঠিল। তেওঁলোকে ক'লে "আমি সদৌ অসমত অসমীয়া ৰাজ্যভাষা বিচাৰিছোঁ। আপুনি এজন সজাতিদলৰ হৈ কিয় বিশ্বাসঘাতকী মন্তব্য দিলে। চলিহাই ক'লে বিষয়টো জটিল। যাহওক চালি-জাৰি চাই কেবিনেটত দিব লাগিব আৰু বিধানসভাত বিল উত্থাপন কৰিব লাগিব। কামাখ্যাৰাম বৰুৱাই হোৱাটো নোহোৱা কৰিলে। বৃটিছৰ দিনৰেপৰা পাহাৰী জিলা কিখনত আৰু কাছাৰৰ স্কুলবিলাকত অসমীয়া ভাষা প্ৰচলিত আছিল। আমাৰ দৃঢ়তাৰ অভাৱত কাছাৰ আৰু পাহাৰী জিলাকেইখনৰ পৰা অসমীয়া ভাষাই বিদায় মাগিলে। আবেগে কাম নকৰিলে। দৃঢ়তা, সমাজসেৱা, দেশপ্ৰেম নাথাকিলে যেইকোনো সমস্যা সিদ্ধ নহয়। ভাষা আন্দোলনে অসমক প্ৰত্যাঘাতহে কৰিলে—মঙ্গল সাধন কৰিব নোৱাৰিলে বুলি বিজ্ঞ একোজনে মত প্ৰকাশ কৰিছিল। □

# আজিৰ সমাজত চাকৰিজীৱিনী মাতৃৰ ভূমিকা

ৰোজী সেন

চাকৰিজীৱিনী মাতৃ/মহিলা এগৰাকীয়ে তেওঁৰ পৰিপূৰ্ণ সংসাৰখনৰ চোৱাচিতা কৰা আৰু যৌথ পৰিয়াল হ'লে তাতোকৈ বিস্তৃত সংসাৰ এখন চলাবলগীয়া হয়। সাংসাৰিক জীৱনৰ নানা আলে আহকালৰ দায়িত্ব বহন কৰিবলগীয়া হয়। এতিয়া প্ৰশ্ন হ'ল এজন পুৰুষ যদি চাকৰিজীৱী হয় তেওঁৰ দায়িত্বও কৰ্মৰত মহিলাগৰাকীৰ সমানে হয় নে ? এগৰাকী চাকৰিজীৱিনী মহিলাই সংসাৰৰ নানা লেঠা চম্ভালোতে ভাগৰি পৰে—কিন্তু টকা-পইচা বা সা-সন্মানতকৈ বহুতো আশা কৰে। এনেকুৱা এগৰাকী মহিলা দৰাচলতে সাম্প্ৰতিক কালৰ সমাজৰ এক অপৰিহাৰ্য অঙ্গ।

এনেকুৱা এগৰাকী মহিলাৰ ৰাতিপুৱা শুই উঠাৰপৰাই আৰম্ভ হয় দৈনন্দিন জীৱনৰ কৰ্মাৱলী। ল'ৰা-ছোৱালীক স্কুললৈ যোৱাৰ ব্যৱস্থা কৰা, সিহঁতৰ বাবে ৰাতিপুৱাৰ খাদ্য প্ৰস্তুত কৰা, স্কুলত খাবলৈ সিহঁতৰ বাবে সহজে কঢ়িয়াব পৰা খাদ্যৰ ব্যৱস্থা কৰা, গিৰিয়েকৰ বাবে খাদ্য প্ৰস্তুত কৰা আৰু ঘৰৰ অন্যান্য লোকসকলৰ বাবে খাদ্য প্ৰস্তুত কৰাকে আদি কৰি এশ এবুৰি কাম কৰিবলগা হয়। তদুপৰি কাপোৰ ধোৱা, কাপোৰ ইস্ত্ৰি কৰা, ল'ৰা-ছোৱালীৰ পোছাক আদিৰ প্ৰতি সতৰ্ক দৃষ্টি ৰখা আদি কামো মহিলাগৰাকীয়েই কৰিবলগীয়া হয়। ইয়াৰোপৰি মহিলাগৰাকীয়ে সময়মতে নিজৰ কামলৈ যাবলৈকো সাজু হ'ব লগা হয়। ল'ৰা-ছোৱালীৰ ওপৰোক্ত কামখিনি কিন্তু ঘৰৰ গিৰিহঁতে নকৰে বুলিয়েই ক'ব পাৰি। তেওঁলোকৰ মাজত এটা মানসিকতা দেখা যায় যেন এইবোৰ কাম কেৱল মাতৃগৰাকীৰহে। মাতৃগৰাকীয়ে যেন এই সকলোবোৰ কৰিবই লাগিব। যদি কোনোবা এনেকুৱা চাকৰিজীৱিনী মহিলাই বাধাবিহীনভাৱে এইবোৰ কৰিবৰ সুযোগ পায় তেনেহ'লে তেওঁক ভাগ্যৱতী বুলি ক'ব পাৰি ; কিয়নো বহু ক্ষেত্ৰত গৃহিণীগৰাকীৰ কাম-কাজত নানা প্ৰতিবন্ধকতা আহি পৰা দেখা যায়। গৃহস্থজনৰ ক্ষেত্ৰত কিন্তু তেনেধৰণৰ প্ৰতিবন্ধকতা বা হকা-বধা কৰোঁতা কোনো নাথাকে।

যেতিয়া ঘৰৰ গৃহস্থজন কামলৈ যায় তেতিয়া তেওঁ ঘৰৰ সকলো কাম পেলাই থৈ যাব আৰু সেই সকলোবোৰ থান্‌থিত লগাবলগীয়া হয় গৃহিণীজনীয়েহে। এনে কিছুমান মহিলা আছে যিসকলে অৰ্থনৈতিক দিশত বাধ্য হৈ কাম কৰিবলগীয়া হয়। আন কিছুমানে আকৌ ব্যক্তিগত উচ্চাকাঙ্ক্ষা পূৰণৰ বাবে আৰু আন কিছুমানে সমাজত প্ৰতিষ্ঠা লাভৰ বাবে চাকৰিলৈখীয়া কাম কৰে। কিছুমানে আকৌ নিজৰ আৰ্থিক নিৰাপত্তা আৰু স্বচ্ছন্দতাৰ বাবে কাম কৰা দেখা যায়। দৰাচলতে আজিৰ মহিলাই পুৰুষৰ লগত হাত মিলাই কাম কৰা দেখা যায়। মহিলা কৰ্মীসকল বেছি কষ্টসহিষ্ণু আৰু বহু ক্ষেত্ৰত বেছি কৃতকাৰ্য হোৱা দেখা যায়। ঘৰুৱা সকলো দিশৰ কাম-কাজ সামৰি চাকৰিতো সমানে কাজ চলোৱাটো সিমান সহজ নহয়। বাস্তৱিকতে গৃহিণীগৰাকীৰ কাম গৃহস্থজনৰ কামতকৈ বেছি কষ্টকৰ আৰু বেছি দায়িত্বপূৰ্ণ। সেয়ে গৃহস্থগৰাকীয়ে গৃহিণীগৰাকীৰ এই কাৰ্যবোৰৰ উপযুক্ত স্বীকৃতি দিয়া উচিত।

সি যি কি নহওক, যি গৃহস্থালিত মাতৃ এগৰাকীয়ে চাকৰি কৰিবলগীয়া হয়, তেতিয়া আমাৰ মনত কিছুমান প্ৰশ্ন উদয় হয়—ল'ৰা-ছোৱালীবোৰক অনাদৰ কৰা হয় নেকি, বা সিহঁতে পাবলগীয়া যত্নৰপৰা বঞ্চিত হয় নেকি ? এনেবোৰ চিন্তাই বৈবাহিক জীৱনৰ প্ৰতি ভাবুকি আনিব পাৰে নেকি ? তাৰ পৰিণতিত বিবাহত বিচ্ছেদ পৰ্য্যন্ত হোৱাৰ সম্ভাৱনা আছে নেকি ? চাকৰিজীৱিনী গৃহিণীৰ প্ৰতি গৃহৰ অন্য সভ্যসকলৰপৰা ভাল সঁহাৰি পায় নেকি ? অথবা যদি আৰ্থিক দিশত কোনো অসুবিধা নাথাকে তেতিয়া হ'লে গৃহিণীগৰাকী কেৱল গৃহস্থালিৰ কামতে আবদ্ধ থকা উচিন নে ? এইবোৰ দৰাচলতে তৰ্ক আৰু যুক্তিৰ দ্বাৰা প্ৰতিপন্ন কৰিবলগীয়া বিষয়।

মোৰ বিবেচনাত এই কথাবোৰৰ সপক্ষে আৰু বিপক্ষে বহুত যুক্তিয়েই আছে, ইয়াৰ ভাল দিশো আছে আৰু বেয়া দিশো নথকা নহয়।

সামগ্ৰিকভাৱে গৃহস্থ বা পুৰুষসকল আৰু সমাজৰো মনোভাব পৰিবৰ্তন হোৱা উচিত। যদি গৃহিণীগৰাকীয়ে বাহিৰত গৈ চাকৰি কৰিবলগীয়া হয় তেনেহ'লে গৃহস্থগৰাকী যথেষ্ট সহনশীল হ'ব লাগিব আৰু গৃহিণীগৰাকীক সকলো ক্ষেত্ৰতে সহায়ৰ হাত আগবঢ়াব লাগিব। আনহাতে গৃহিণীগৰাকীয়ে গৃহস্থজনক পতিয়ন নিয়াব পাৰিব লাগিব যে তেওঁ নিৰ্জীৱ পণ্য বস্তু নহয় যে গৃহস্থজনে যি ভাল পায় তাকেই কৰিব আৰু পুৰুষজনৰ ইচ্ছা আৰু সুবিধা মতেহে সকলো কৰিব। এনে কিছুমান মানুহো আছে যে তেওঁলোকে ভাবে তেওঁলোকৰ চিন্তা বা কাৰ্য্যহে শুদ্ধ। যদি গৃহিণীজনীৰপৰা তেনেধৰণৰ চিন্তাৰ বা কাৰ্য্যৰ প্ৰকাশ

কৰা হয় তেনেহ'লে সেইবোৰ শুদ্ধ বুলি বিবেচনা কৰা দূৰৰ কথা আনকি ভুল বুলিহে প্ৰতিপন্ন কৰিব বিচাৰে। এনে ক্ষেত্ৰত, গৃহিণীগৰাকীয়ে নিজৰ শুদ্ধ মত বা কাৰ্য্য নিশ্চিতভাৱে প্ৰতিপন্ন কৰিব লাগিব। লগতে গৃহিণীগৰাকীয়ে নিজৰ সন্মান ৰক্ষা কৰাৰ লগতে নিজৰ গৃহত আৰু সমাজত উপযুক্ত স্থান পোৱাৰ প্ৰয়াস কৰিব লাগিব। লগতে সৎ সাহস দেখুৱাব পাৰিব লাগিব যে তেওঁ পুৰুষতকৈ কোনো গুণে হেয় নহয়। প্ৰকৃত পক্ষে যদি উপযুক্ত সুবিধা দিয়া হয় তেনেহ'লে গৃহিণীগৰাকীয়ে সকলো কাৰ্য সুকলমে গঢ় দিব পাৰে, বহুত ক্ষেত্ৰত এইটো পুৰুষতকৈ বেছি ভালকৈহে এইবোৰ কৰিব পাৰে।

ব্যৱহাৰিক দিশৰপৰা ক'বলৈ হ'লে প্ৰকৃত সুখী পাৰিবাৰিক জীৱনৰ বাবে পুৰুষ আৰু মহিলা উভয়ে বুজাবুজি, সহায়-সহযোগিতা আৰু উৎসৰ্গীকৃত মনোভাবেৰে সকলো কাম সমাধা কৰিবলৈ প্ৰয়াস কৰিব লাগিব। যদি গৃহিণীগৰাকী বাহিৰলৈ গৈ পুৰুষৰ সৈতে কাম কৰিব পাৰে, তেনেহ'লে পুৰুষসকলেও গৃহিণীগৰাকীক গৃহকৰ্মত সহায়-সহযোগ আগবঢ়াব নোৱাৰিব কিয় ? আজিৰ সমাজত এনেকুৱা কোনো কথা নাই যে এইটো পুৰুষৰহে কাম বা সেইটো তিৰোতাৰহে কাম। (ল'ৰা-ছোৱালী জন্ম দিয়াৰ ক্ষেত্ৰত অৱশ্যে এইটো ব্যতিক্ৰম) পাৰিবাৰিক জীৱনৰ কৃতকাৰ্যতা আৰু সুখ নিৰ্ভৰ পৰে পুৰুষ-মহিলাৰ পাৰস্পাৰিক সহায়-সহযোগিতাতহে।

জীৱনৰ সকলো ক্ষেত্ৰতে মহিলাসকলে পুৰুষৰ লগত সমানে সমানে প্ৰতিযোগিতা কৰিছে আৰু আগবাঢ়ি গৈ আছে। ৰাজনীতি, ব্যৱসায়, ডাক্তৰী বিদ্যা, অভিযান্ত্ৰিক বিদ্যা, আৰক্ষী বিভাগ, প্ৰতিৰক্ষা বিভাগতো সমানে সমানে আগবাঢ়িব পাৰিছে। শিক্ষকতা বা ধাত্ৰীৰ কথাটো ক'বই নালাগে।

এই কথা উল্লেখ কৰা উচিত হ'ব যে ঘৰুৱা সহায় আমাৰ দেশত এতিয়াও বিদ্যমান। কিন্তু পশ্চিমীয়া দেশসমূহত ইয়াৰ অভাব যথেষ্ট বেছি। পশ্চিমীয়া জীৱন অতীব কঠিন। বাস্তৱ ক্ষেত্ৰত প্ৰতিজন ব্যক্তিয়েই ঘৰুৱা কামবোৰ কৰাৰ উপৰিও বজাৰ বেহানি কৰা, ঘৰৰ ফুলনিত, শাকনিত কাম কৰা, গাড়ী চলোৱা, ল'ৰা-ছোৱালীক স্কুললৈ নিয়া অনা কৰা—ৰ'দেই হওক বা বৰষুণেই হওক। পশ্চিমীয়া দেশৰ সমাজত পুৰুষসকলে মহিলাসকলক ঘৰুৱা কামত সহায় কৰাৰ যথেষ্ট ইচ্ছা প্ৰকাশ কৰে আৰু বাস্তৱতে কৰেও। যদিওবা মাতৃসকলে কিছু বেছিকৈ কৰিব লগা হয়। পশ্চিমীয়া দেশত আমাৰ দেশৰ তুলনাত সৰহ সংখ্যক মহিলাই বাহিৰত কাম কৰিবলৈ যায়।

সামৰণিত এইখিনিকে ক'ব বিচাৰিছোঁ যে প্ৰতিজন পুৰুষ আৰু প্ৰতিগৰাকী মহিলাই বাস্তৱধৰ্মী আশা পোষণ কৰা উচিত যে আমি বিবাহ অনুষ্ঠান, জীৱনজোৰা আত্ম সমৰ্পণ, স্নেহ আৰু পাৰস্পাৰিক শ্ৰদ্ধা ভক্তিৰ প্ৰতি আনুগত্য প্ৰদান কৰিব লাগিব। 'দিয়া আৰু গ্ৰহণ কৰা' মনোভাবেৰে সকলো ক্ষেত্ৰতে অংশীদাৰ হিচাপে কাম কৰিব লাগিব—মাইকী হোৱা বাবে সকলো কামৰ বোজা তেওঁলৈ ঠেলি দিব নালাগিব। তেতিয়াহে এখন সুস্থিৰ সুখৰ সংসাৰপূৰ্ণ সমাজ প্ৰতিষ্ঠা হ'ব। *

[ * হিন্দু ধৰ্মৰ বিবাহৰ প্ৰসঙ্গত কোৱা হৈছে যি পৰ্য্যন্ত এজন পুৰুষে এজনী ভাৰ্য্যাৰ লগত সংযুক্ত নহয় সেই পৰ্য্যন্ত পুৰুষজন অৰ্ধপুৰুষ বুলিহে গণ্য কৰা হয়। বিয়াৰ নিৰবচ্ছিন্ন ৰূপত মানৱ সমাজখন স্থায়ী কৰা। ভাৰ্য্যা সেই কাৰণে অৰ্ধাঙ্গিনী। ভগৱানৰ অৰ্ধনাৰীশ্বৰ ৰূপৰ কল্পনাৰো মূল আধাৰ স্বামী-স্ত্ৰীৰ উভয়ৰ পৰিপূৰকত্ব। ]

# স্মৃতিৰ গৰ্ভত আঁউসীৰ এন্ধাৰে ছাঁনি পেলোৱা এটুকুৰা হীৰা

কনকচন্দ্ৰ ডেকা

উত্তৰ-পূব ভাৰতবৰ্ষৰ ইংৰাজ আমোলৰ উচ্চ শিক্ষাৰ নালন্দা বিশ্ববিদ্যালয় সদৃশ কটন মহাবিদ্যালয়ৰ (১৯০১) গৌৰবোজ্জ্বল ইতিহাস বিস্মৃতিৰ গৰ্ভত লীন হোৱা নাই আৰু কোনো দিনে নহয়। পৰিতাপৰ বিষয় সমগ্ৰ পৃথিৱীত সূৰ্যাস্ত নোযোৱা সাম্ৰাজ্যৰ অধিকাৰী বুলি খ্যাত ইংৰাজসকলে পতা কটন মহাবিদ্যায়ৰ পূৰ্বৰ সেই খ্যাতি আজি নাই। তাৰ বাবে কটন মহাবিদ্যালয়ৰ শিক্ষক, ছাত্ৰ-ছাত্ৰী আৰু অভিভাৱকসকলতকৈ যে অসম চৰকাৰ বহু পৰিমানে দায়ী সেই কথা কোৱা বাহুল্য মাত্ৰ। প্ৰাচ্য আৰু চীন, জাপান, চিঙ্গাপুৰ, থাইলেণ্ড, মালায়চীয়া, অষ্ট্ৰেলিয়া, আৰু পাশ্চাত্যৰ ইংল্যাণ্ড, আমেৰিকা, ফৰাচী আদি দেশ ভ্ৰমণ কৰাৰ সুযোগ এই লেখকৰ একাধিকবাৰ ঘটিছে। সেই দেশবোৰৰ লোকসকল অতীতৰ সভ্যতা-সংস্কৃতিৰ স্বাক্ষৰবোৰ ধ্বংস নকৰি তাৰ সংৰক্ষণৰ ব্যৱস্থা কৰাতহে ব্যস্ত। কিন্তু আমাৰ দেশত বিশেষকৈ অসমত তাৰ ব্যতিক্ৰম ঘটিছে। আন নালাগে কটন মহাবিদ্যালয়ৰ ইংৰাজ আমোলত গঢ়ি উঠা চালে চকুৰোৱা, হৃদয় উৎফুল্লিত হোৱা সেই ভীমকায়, কাঠ-টিন-ইস্পাটেৰে নিৰ্মিত অট্টালিকা সদৃশ ঘৰবোৰ আমাৰ চকুৰ আগতে থান্‌বান্ হৈ গ'ল। এইয়া কিযে এক মৰ্মন্তুদ ইতিহাস আজিৰ প্ৰজন্ময় সেই বেদনা অন্তৰত অনুভৱ কৰিব নোৱাৰে; কাৰণ সেই ধ্বংসলীলা তেওঁলোকে দেখা নাই। কটন মহাবিদ্যালয়ৰ বৰ্ত্তমান অৱস্থিত প্ৰশাসনীয় বিভাগ আৰু শ্ৰেণী বহা ভৱনটো আৰু সমীপতে থকা টেলিগ্ৰাফ ভৱনটোৰ ঠাইত থকা ইংৰাজ নিৰ্মিত গগনচুম্বী ভৱনদুটাৰ ধ্বংসলীলা চাই শত-সহস্ৰজনে দুখ কৰিছিল, বহুতে লোতক পেলাইছিল। বন্ধুবৰ নন্দ তালুকদাৰ, দেৱেন দাস আজি আমাৰ মাজত নাই, নাই কটন মহাবিদ্যালয়ৰ অন্যতম উজ্জ্বল নক্ষত্ৰ অধ্যাপক হেমন্ত কুমাৰ শৰ্মা। কটন মহাবিদ্যালয়ৰ প্ৰশাসনীয় ভৱনটো মিস্ত্ৰী-বনুৱা লগাই এজন অসমীয়া ঠিকাদাৰ মাধৱ দাসে ভাঙি

থকা অৱস্থাত আমি তাত উপস্থিত হৈ নীৰৱ দৰ্শকৰ ভূমিকা লৈ সতৃষ্ণনয়নে চাই আছিলোঁ। লগত আছিল ড° ৰবীনদেৱ চৌধুৰী, ড° নন্দ তালুকদাৰ আৰু ড° হেমন্ত কুমাৰ শৰ্মা। মিস্ত্ৰী-বনুৱাই বৰবৰ হাতুৰীলৈ বজ্ৰ কুঠাৰ হাতেৰে মজপুত টিনবোৰ খুলি খুলি তলত পেলাই দিয়া দৃশ্য চাই সহ্য কৰিব নোৱাৰি অধ্যাপক শৰ্মাই মোৰ পিঠিত হাতথৈ ক'লে, ডেকা যাওঁ বলক, এই ধ্বংসলীলা চাব নোৱাৰি। তাৰ পিছত কটন মহাবিদ্যালয়ৰ অসমীয়া বিভাগলৈ চাৰিওজন গলোঁ। অধ্যাপক শৰ্মাক খুউব নিৰাশ আৰু বিহ্বল হোৱা যেন লাগিছিল।

কটন মাহবিদ্যালয়ৰ কলা বিভাগৰ অধ্যাপকসকলৰ জিৰণী কোঠাটো এসময়ত অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি চৰ্চ্চাৰ এটি উল্লেখযোগ্য কেন্দ্ৰ হৈ উঠিছিল। সংস্কৃত, অসমীয়া আৰু ইংৰাজী বিভাগৰ অধ্যাপকসকলে তাত উপস্থিত থাকি মজাৰ আলাপ-আলোচনা কৰিছিল। সেইবোৰ আজি সাঁথৰ বা কিম্বদন্তীত পৰিণত হৈছে। আমি শুনা মতে তাত অবিৰতভাবে যোগদান কৰি জিৰণী কোঠা ৰজনজনাই থকা অধ্যাপকসকলৰ ভিতৰত আছিল ডক্টৰ বাণীকান্ত কাকতি, চন্দ্ৰনাথ কলিতা, লক্ষ্মী নাৰায়ণ চেতাৰ্জী, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, অতুলচন্দ্ৰ হাজৰিকা, ৰজনীকান্ত দেৱ শৰ্মা, তাৰিণীকান্ত ভট্টাচাৰ্য্য, ৰায়হান শ্বাহ, ৰজনীকান্ত চক্ৰবৰ্ত্তী, বিনন্দচন্দ্ৰ বৰ্মন প্ৰভৃতি। আমাৰ পৰম সৌভাগ্য যে অধ্যাপক কাকতি আৰু চেটাৰ্জীৰ বাহিৰে আনসকলৰ সান্নিধ্যসুখ লাভ কৰিছিলোঁ। পাছৰ চামৰ ভিতৰত ইংৰাজী বিভাগৰ অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা, কমলেশ্বৰ শৰ্মা, নবকান্তবৰুৱা, দেবেন দত্ত, অসমীয়া বিভাগৰ হেমন্তকুমাৰ শৰ্মা, ভুবনেশ্বৰী বৈশ্য, ড°যমুনা শৰ্মা চৌধুৰী, ড°ৰামচৰণ ঠাকুৰীয়া, ৰামমল ঠাকুৰীয়া, ড°ৰমেশচন্দ্ৰ পাঠক, পৱন কুমাৰ বৰুৱা প্ৰভৃতিক অতি ওচৰৰপৰা পাইছিলোঁ যদিও অধ্যাপক হেমন্ত কুমাৰ শৰ্মা মোৰ অগ্ৰজ প্ৰতিমেই নাছিল, আছিল ভ্ৰমণসঙ্গী, পৰম সুহৃদ, পৰামৰ্শ দাতা আৰু অন্যতম সাহিত্যগুৰু। বিহগীকবি ৰঘুনাথ চৌধাৰী, সাহিত্যাচাৰ্য্য অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য আৰু ৰজনীকান্ত দেৱশৰ্মাৰ অকৃত্ৰিম মৰম-স্নেহ আৰু পৰিবাৰিক সম্পৰ্কই মোক সততে নিমজ্জিত কৰি ৰাখিলেও প্ৰয়াত বন্ধু নন্দ তালুকদাৰে লেখনিত উল্লেখ কৰাৰ দৰে, "কনক ডেকাক হেমন্ত কুমাৰ শৰ্মাৰ গাটোতে ছাঁটোৰ দৰে সদায় লাগি থকা দেখিছিলো"—এই মন্তব্য প্ৰণিধানযোগ্য। ৰবীনদেৱ চৌধুৰী আমাৰ বন্ধুয়েই নহয়, সোদৰ প্ৰতিম আপদ-বিপদৰ বন্ধু আৰু আমোদজনক ভ্ৰমণ সঙ্গী।

১৯৫৬/৫৭ চন। মই নলবাৰী কলেজৰ ইণ্টাৰমিডিয়েটৰ ছাত্ৰ। কলেজৰ অধ্যক্ষ বিশিষ্ট সাহিত্যিক শিক্ষাবিদ, অসম সাহিত্য সভাৰ দুটা কালৰ বাবে

সভাপতি ত্ৰৈলোক্য নাথ গোস্বামী ছাৰ, উপাধ্যক্ষ ইতিহাসবিদ্ তথা ৰাজনীতিজ্ঞ পুৰুষ প্ৰভাতচন্দ্ৰ গোস্বামী, কৃতী অধ্যাপকসকলৰ কেইগৰাকীমান আছিল— উমাকান্ত শৰ্মা (পিছলৈ অধ্যক্ষ), জগন্নাথ চক্ৰবৰ্তী, পিছলৈ অধ্যাপক ভৌমিক, উপেন্দ্ৰনাথ শৰ্মা, কমলেশ্বৰ শৰ্মা (দুয়োজনেই পিচত কটন মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ কৃতী অধ্যাপক, বিশিষ্ট সাহিত্যিক আৰু সমালোচক)।

নলবাৰীৰ পুলিচ্ থানাৰ পিছফালে থকা সকলোৰে আদৰণীয়-বৰণীয় পুৰোধা ব্যক্তি চিত্ৰমল্ল বৰুৱাৰ ঘৰ। তেখেত প্ৰথিতযশা কবি, বিশিষ্ট সমালোচক, ইংৰাজী আৰু ফৰাচী সাহিত্যৰ গভীৰ অধ্যয়নপুষ্ট পণ্ডিত, সাহিত্য-একাডেমী বঁটা পাওঁতা, অৱসৰপ্ৰাপ্ত আই, এ, এছ আৰু কটন মহাবিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ, পিছলৈ ইংৰাজী বিভাগৰ অধ্যাপক অজিতমল্ল বৰুৱা (সংক্ষেপে আজিত বৰুৱা)ৰ পিতৃ চিত্ৰমল্ল বৰুৱাৰ তিনিটা আহল-বহল কোঠাৰ এটি দেখনিয়াৰ চাৰিচলীয়া খেৰৰ আভিজাত্যপূৰ্ণ ঘৰ। আগৰ ফালে এটা পুখুৰী, পিছফালে আহল-বহল তামোল-পাণ-নাৰিকলৰ বাৰী, উত্তৰফালে বিশিষ্ট ব্যৱসায়ী তথা সংগীতপ্ৰিয় স্বৰ্গীয় গোলাপচন্দ্ৰ ডেকাৰ ঘৰ আৰু দক্ষিণফালে কবি শ্ৰীদীনেশ গোস্বামীৰ পিতৃ ৰজনীকান্ত গোস্বামীৰ ঘৰ। চিত্ৰমল্ল বৰুৱাই বহুতো দুখীয়া ল'ৰাক সহায় কৰিছিল, তেখেতৰ ঘৰটোৰ উত্তৰফালৰ ডাঙৰ কোঠাটোত বিনাভাড়াই দুখীয়া ছাত্ৰক থাকিব দিছিল। মই ইণ্টাৰমিডিয়েট পঢ়া সময়ত শ্ৰীশশী শৰ্মা (পিছলৈ নলবাৰী কলেজৰ কৃতী অধ্যাপক, সাহিত্যিক, সূক্ষ্ম সমালোচক, নলবাৰী কলেজৰ অসমীয়া বিভাগৰ ছাত্ৰ। উক্ত কোঠাটোত তেখেতৰ লগত কিছুদিন বাস কৰাৰ সুযোগ ঘটিছিল। সেই কোঠাটোত আমি থকা সময়ত নলবাৰী কলেজৰ মোৰ অতি অন্তৰঙ্গ বন্ধু কেইজনমানে সদায় অহা-যোৱা কৰিছিল, মাজে সময়ে খোৱা-বোৱা, গানৰ মজলিছো চলিছিল। সেইসকলৰ এজন আছিল শ্ৰী মনোজকুমাৰ শৰ্মা (পিছলৈ নলবাৰী ছোৱালী হাইস্কুলৰ প্ৰধান শিক্ষক)। আৰু দুজন বিশিষ্ট বন্ধু সুৰেশচন্দ্ৰ ভট্টাচাৰ্য্য (পিছলৈ অভয়াপুৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ কৃতী অধ্যক্ষ), অধ্যাপক (ডক্টৰ) পৰীক্ষিত হাজৰিকা, বিশিষ্ট সাহিত্যিক সমালোচক, অসমীয়া উপন্যাস সাহিত্য-গৱেষক গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপক। প্ৰকৃত পক্ষে ক'বলৈ গ'লে—অধ্যাপক হাজৰিকা আৰু সুৰেশ ভট্টই মই থকা কোঠাটোলৈ ঘনচিৰিকাৰ দৰে, এই আছে, এই যায়, থকা-খোৱা-শোৱাৰ অস্থায়ী ছাত্ৰাবাসৰ দৰে। আমি আটাইয়ে পঢ়া-শুনাৰ লগতে অনেক ধেমেলীয়া কথা কৈ আনন্দ কৰোঁ। মনোজ শৰ্মা বিশিষ্ট গায়ক , পৰীক্ষিৎ হাজৰিকা ৰসিক

আৰু কলেজৰ সমাজ সেৱা বিভাগৰ সম্পাদক আৰু সুৰেশ ভট্ট বিখ্যাত অভিনেতা। মনোজ শৰ্মা আহিলেই গানৰ সুৰেৰে কোঠাটো ৰজনজনাই উঠে। এইজন মনোজকুমাৰ শৰ্মা হ'ল প্ৰয়াত অধ্যাপক হেমন্ত কুমাৰ শৰ্মাৰ কনিষ্ঠ ভ্ৰাতৃ আৰু শিক্ষাবিদ্-নাট্যকাৰ-অভিনেতা স্বৰ্গীয় ধনেশ্বৰ শৰ্মাৰ পুত্ৰ। মনোজ আৰু হেমন্ত কুমাৰ শৰ্মাৰ মাজৰজন শ্ৰীদেবেশ্বৰ শৰ্মা, প্ৰাক্তন প্ৰধান শিক্ষক। তিনিওজনৰে ভ্ৰাতৃপ্ৰেম অনন্য, অকৃত্ৰিম, আদৰ্শনীয় আৰু অনুকৰণীয়। নলবাৰী কলেজত পঢ়া দিন ধৰি আমি সোদৰ ভ্ৰাতৃৰ দৰে সুখে-দুখে এক হৈ আছিলোঁ। আজি তেওঁলোকৰ জ্যেষ্ঠ আৰু কনিষ্ঠজন ইহজগতত নাই। ১৯৫৮ চনৰ কথা। মই গুৱাহাটীলৈ আহোঁ আৰু উত্তৰ পূব সীমান্ত ৰেল বিভাগৰ মুখ্য কাৰ্যালয় মালিগাঁওত কেৰাণীৰ চাকৰিত সোমাওঁ। উজান বজাৰত থকা বিহগী কবি ৰঘুনাথ চৌধুৰীৰ আবাস স্থানৰ পূব ফালে থকা চাৰিচলীয়া সাধাৰণ টিনৰ ঘৰ এটা মাত্ৰ সত্তৰ টকাত ভাড়া কৰি থাকোঁ। চৌধাৰীদেৱৰ আমি মাতুল বংশৰ। ১৯৫৮ চনৰ পৰা কবিৰ মৃত্যুৰ (১৯৬৭) দিনলৈকে দিনটোত দুই/তিনিবাৰ তেখেতৰ কোঠালৈ অহা-যোৱা কৰো আৰু তেখেতৰ সাহিত্য সৃষ্টিৰ-কবিতা, নবমল্লিকা, পঁচতীয়া আদিৰ শ্ৰুতলিপি লওঁ, পাণ্ডুলিপি প্ৰস্তুত কৰোঁ। কবি চৌধাৰীৰ কোঠাটো অসমীয়া সাহিত্য সৃষ্টি আৰু চৰ্চ্চাৰ, তেল শোধনাগাৰ, ৰাজ্যভাষা আন্দোলন, নৱগ্ৰহ শ্মশান ৰক্ষা সমিতি আদিৰ ঘাই কেন্দ্ৰ আছিল। পুৱা ৬ বজাৰ পৰা গধূলি ৭/৮ বজালৈকে, কেতিয়াবা ৯/১০ বজালৈকে সাহিত্য আলোচনা, বিভিন্ন অনুষ্ঠান প্ৰতিষ্ঠানৰ সভা-সমিতি বহিছিল আৰু কবি চৌধাৰী আছিল মধ্যমণি। ৰাজ্যপাল-মুখ্যমন্ত্ৰীৰ পৰা মাছপোহাৰী ভিখাৰীলৈকে তেখেতৰ শোঁৱনী কোঠালৈ অহা-যোৱা চলে।

অসম সাহিত্য সভাৰ একালৰ আত্মাস্বৰূপ সবিতা সভাৰ জন্মদাতা পিতৃ আছিল কবি চৌধাৰী। 'সবিতা সভা' নামটো দিছিল প্ৰয়াত আচাৰ্য্য ৰজনীকান্ত দেৱশৰ্মাদেৱে। কবি কমলেশ্বৰ চলিহাদেৱৰ একান্ত চেষ্টাত ১৯৫০ চনত সবিতা সভাৰ জন্ম। এসময়ত অসম সাহিত্য সভাৰ বন্তিগছা নুমাও নুমাও হোৱাত 'সবিতা সভাই' তেল-শলিতা দি ৰক্ষা কৰি আছিল। সবিতা সভাৰ অনুষ্ঠানবোৰ কবি চৌধাৰীৰ শোৱা কোঠাটোতে সঘনে বহিছিল। কেতিয়াবা ডাঙৰ সভা-সমিতি বহিবলগীয়া হ'লে মানিকচন্দ্ৰ বৰুৱা স্কুল নাইবা ছোৱালী মজলীয়া স্কুলতে বহিছিল। 'সবিতা সভা' গুৱাহাটী তথা নামনি অসম, উজনি অসমৰ কবি-সাহিত্যিক সকলৰ এক ঘাই কেন্দ্ৰ স্বৰূপ আছিল। কবি ৰঘুনাথ চৌধাৰী আছিল প্ৰতিষ্ঠাপক সভাপতি আৰু মৃত্যুৰ সময়লৈকে সভাপতি আছিল। তেখেতৰ

পাছত অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা (সাহিত্যাচাৰ্য) সভাপতি হয়। প্ৰতিষ্ঠাতা সম্পাদক আছিল শ্ৰীনৰেন্দ্ৰ নাথ শৰ্মা।

অসম সাহিত্য সভাৰ শাখা সভাসমূহৰ ভিতৰত সবিতা সভা আছিল অন্যতম পুৰণি। সবিতা সভাৰ জন্ম হয় ১৯৫০ আৰু অসম সাহিত্য সভাৰ পঞ্জীয়নভুক্ত হয় ১৯৫৩ চনত। সবিতা সভাৰ লগত সম্পৃক্ত ব্যক্তিসকল আছিল—অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য, সত্যপ্ৰসাদ বৰুৱা, যুগল দাস, আচাৰ্য্য ৰজনীকান্ত দেৱ শৰ্মা, ড° সূৰ্যকুমাৰ ভূঞা, হলিৰাম ডেকা, দৈৱচন্দ্ৰ তালুকদাৰ, দিবাকৰ গোস্বামী, জিতেন্দ্ৰ নাথ বুজৰবৰুৱা, হৰিনাথ শৰ্মা, তীৰ্থনাথ শৰ্মা, ড° সত্যেন্দ্ৰনাথ শৰ্মা, গিৰিধৰ শৰ্মা, মেঘৰাম পাঠক, অতুলচন্দ্ৰ বৰুৱা, ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য্য, ড° মহেশ্বৰ নেওগ, ড° মঞ্জুমালা দাস, যোগেশ দাস, কমলেশ্বৰ শৰ্মা, উপেন্দ্ৰ নাথ শৰ্মা, গৌৰীকান্ত তালুকদাৰ, বিষ্ণুৰাম মেধি, ভুৱনেশ্বৰ কটকী, যোগেন বৰককতী, নগেন্দ্ৰনাথ শৰ্মা, দীপেন্দ্ৰনাথ শৰ্মা, ড°বিশ্বনাৰায়ন শাস্ত্ৰী, পণ্ডিত বিপিনচন্দ্ৰ গোস্বামী, ড° মুকুন্দ মাধৱ শৰ্মা, ড° ডিম্বেশ্বৰ শৰ্মা, শিৱপ্ৰসাদ বৰুৱা, নলিনীবালা দেৱী, উপেন্দ্ৰচন্দ্ৰ লেখাৰু, কবিচন্দ্ৰ মহন্ত, ডিম্বেশ্বৰ নেওগ, ড° পদ্মেশ্বৰ গগৈ, ফণী তালুকদাৰ, ড° হেমন্ত কুমাৰ শৰ্মা, নন্দ তালুকদাৰ, মেজৰ সত্যব্ৰৎ ভূঞা লহকৰ, ড° ভাৰতী বৰুৱা, তৰুণচন্দ্ৰ লহকৰ, নীলিমা দত্ত, মনোৰমা ভট্টাচাৰ্য্য, বিমলী গোস্বামী, ড° গোলোকচন্দ্ৰ গোস্বামী, ড° উপেন্দ্ৰনাথ গোস্বামী, শুভচন্দ্ৰ বৰুৱা, গোবিন্দচন্দ্ৰ মহন্ত, নাৰায়ণ বেজবৰুৱা, ৰোহিণী কুমাৰ শৰ্মা, মঃ হেকিম আহ্মদ আৰু শেষৰ ফালে গোবিন্দৰাম কলিতা, ড° ৰামচৰণ ঠাকুৰীয়া, সুৰেন্দ্ৰ মোহন ঠাকুৰীয়া আদিয়েও যোগদান কৰে। কোৱা বাহুল্য উল্লিখিত ব্যক্তিসকলৰ আটাইবোৰ সবিতা সভাৰ পঞ্জীয়নভুক্ত অথবা আজীৱন সভ্য নাছিল। নলবাৰী কলেজৰ অধ্যক্ষ ত্ৰৈলোক্য নাথ গোস্বামী, আচাৰ্য্য মনোৰঞ্জন শাস্ত্ৰী, যোৰহাটৰ বাগ্মীবৰ নীলমনি ফুকন, সাহিত্যাচাৰ্য্য যতীন্দ্ৰনাথ গোস্বামী, টিয়কৰ বিনন্দচন্দ্ৰ বৰুৱা পিচলৈ সাহিত্যাচাৰ্য্য, মিত্ৰদেৱ মহন্ত আদিও আমন্ত্ৰিত হৈ বিশিষ্ট অতিথিৰূপে যোগদান কৰি বিশেষ ভাষণ দিছিল। এই লেখক সবিতা সভাৰ কেবাবছৰো সহকাৰী সম্পাদক, সম্পাদক, প্ৰধান সম্পাদক আৰু সম্প্ৰতি পঞ্চমবাৰলৈ প্ৰধান সম্পাদকৰ দায়িত্ব লৈ সবিতা সভাৰ সোণালীজয়ন্তী বৰ্ষৰ কাৰ্য্যক্ৰম চলাই আছে। ২০০৫ খৃঃৰ ১২ জুন তাৰিখে ৫ম বাৰৰ কাৰণে সবিতা সভাৰ প্ৰধান সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিব লগীয়া হয়।

বিহগী কবি আৰু অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাৰ পৰামৰ্শ অনুসৰি আমাৰ কাৰ্য্যকালত পাঁচখন বিশেষ অধিৱেশন (১) অসমীয়া ভাষাৰ আখৰ যোঁটনি আৰু বানান বিভ্ৰাট (২) আধুনিক অসমীয়া কবিতা (৩) মহাপুৰুষীয়া ধৰ্ম ইয়াৰ অতীত, বৰ্তমান আৰু ভৱিষ্যৎ (৪) অসমীয়া পৰিভাষা আৰু শব্দ বিন্যাস (৫) ৰাসলীলাৰ আধ্যাত্মিক তাৎপৰ্য্য অনুষ্ঠান কৰোঁ। এই ভাষণবোৰ যথাক্ৰমে প্ৰদান কৰিছিল— ড° উপেন্দ্ৰ নাথ গোস্বামী, ত্ৰৈলোক্য নাথ গোস্বামী, বাগ্মীবৰ নীলমণি ফুকন, জ্ঞাননাথ বৰা (পিচলৈ অসম সাহিত্য সভাৰ সভাপতি) আৰু বিষ্ণুৰাম মেধি ডাঙৰীয়াই। উল্লেখযোগ্য যে উল্লিখিত তিনি নম্বৰ ভাষণটো বাগ্মীবৰ ফুকনদেৱৰ জীৱনৰ শ্ৰেষ্ঠ আৰু দীঘল ভাষণ (তেখেতে নিজে কোৱা মতে) আৰু তেখেতে জীৱন কালত দিয়া কমেও পাঁচহেজাৰ ভাষণৰ ভিতৰত দীৰ্ঘতম ভাষণ আছিল। এই সভাখন ভগৱতী প্ৰসাদ বৰুৱা ভৱনত বহিছিল আৰু বাকী চৰিখন সভা মাণিকচন্দ্ৰ মধ্য ইংৰাজী বিদ্যালয়ত বহিছিল। ৰাসলীলাৰ তাৎপৰ্য্য বিষয়ক অনুষ্ঠানটো কৰাৰ সময়ত সবিতা সভাৰ সম্পাদক শুভচন্দ্ৰ বৰুৱা আৰু এই লেখকৰ যুটীয়া উদ্যোগত হৈছিল। এই লেখক সবিতা সভাৰ সম্পাদক থকা কালত "অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাৰ সাহিত্য প্ৰতিভা" নামৰ পাঁচশ পৃষ্ঠাৰ গ্ৰন্থখনি প্ৰস্তুত আৰু প্ৰকাশ হৈ ওলায়।

সবিতা সভাৰ সভাপতি সকল আছিল ক্ৰমে—বিহগী কবি ৰঘুনাথ চৌধাৰী, অতুলচন্দ্ৰ হাজৰিকা, ৰজনীকান্ত দেৱশৰ্মা আৰু সম্পাদক আছিল (ক্ৰম মনত নাই) নৰেন্দ্ৰ নাথ শৰ্মা, ড° হৰিচন্দ্ৰ ভট্টাচাৰ্য্য, হৰিনাথ শৰ্মা, ড° হেমন্ত কুমাৰ শৰ্মা, নগেন নাথ শৰ্মা, দ্বীপেন্দ্ৰ নাথ শৰ্মা, কনকচন্দ্ৰ ডেকা, ৰোহিণী কুমাৰ শৰ্মা। সবিতা সভাৰ সভাপতি মেজৰ সত্যব্ৰৎ ভূঞা লহকৰ আৰু সম্পাদক সুৰেন্দ্ৰ মোহন ঠাকুৰীয়াৰ দিনত সভাখনে মৃতাবস্থা পায়। ১৯৯১ চনৰ পৰা ২০০৫ খৃষ্টাব্দলৈ সবিতা সভাৰ কোনো সাংগঠনিক অথবা সাহিত্য কৰ্ম হোৱা নাই। শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা আৰু এই প্ৰবন্ধ লেখকৰ উদ্যোগত ২০০৫ চনৰ ১২ জুন তাৰিখে তীৰ্থনাথ শৰ্মা সভাঘৰত পুনৰজন্ম লাভ কৰে।

আমি সবিতা সভাৰ লগত ১৯৫৮ চনত জড়িত হওঁ। ড° হেমন্ত কুমাৰ শৰ্মা—সবিতা সভাৰ সম্পাদক থকা কালত সহকাৰী সম্পাদকৰূপে কেবাবছৰো থাকোঁ আৰু পিছলৈ সম্পাদকৰ কাৰ্য্যভাৰ চলাওঁ। কোৱা বাহুল্য যে অসম সাহিত্য সভাৰ বেছিভাগ প্ৰধান সম্পাদক, সভাপতি সবিতা সভাতেই সৃষ্টি। তেনেদৰে ড° হেমন্ত কুমাৰ শৰ্মাও এজন ক্ৰমে প্ৰধান সম্পাদক, উপসভাপতি।

অধ্যাপক হেমন্ত কুমাৰ শৰ্মৰ সাহিত্যকৃতি সম্পৰ্কে লিখিব লাগিলে বহু পৃষ্ঠাৰ প্ৰবন্ধ এটি হ'ব। ১৯৯৪ চনৰ এই লেখকৰ দ্বাৰা সম্পাদিত "অধ্যাপক হেমন্তকুমাৰ শৰ্মা" স্মৃতিগ্ৰন্থত দুকুৰি চাৰিজন বিশিষ্ট লেখক লেখিকাৰ প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। এই লেখকৰ দ্বাৰাই সম্পাদিত প্ৰয়াত ড° হেমন্ত কুমাৰৰ আদ্য-শ্ৰাদ্ধৰ দিনা ২৮/১/৯২ তাৰিখে বিভিন্ন জনৰ শোকবাণীৰে ভৰা 'অশ্ৰু-অঞ্জলি' নামৰ পুস্তিকাখনি ড° শৰ্মাৰ শিক্ষাগুৰু তথা গৱেষণা গ্ৰন্থৰ সহায়ক ড° মহেশ্বৰ নেওগৰ দ্বাৰা উন্মোচন কৰা হয়। তদুপৰি স্মৃতিগ্ৰন্থখনিৰ পৰিশিষ্টত ড° শৰ্মাৰ জীৱন আৰু কৰ্মৰ ৮ পৃষ্ঠাযোৰা বিৱৰণিত প্ৰায়বোৰ দিশ উল্লেখ কৰা হৈছে।

কাজেই অধ্যাপক ডক্টৰ হেমন্ত কুমাৰ শৰ্মাৰ জীৱন অথবা কৰ্মৰ বিষয়ে ইয়াত বিস্তাৰিতভাৱে আমি লিখিব খোজা নাই। ১৯৫৮ চনৰ পৰা ১৯৯২ চনলৈ প্ৰায় একুৰি চৈধ্য বছৰ অধ্যাপক শৰ্মাৰ সান্নিধ্যত ওতপ্ৰোতভাৱে লাভ কৰা সুযোগ পাইছিলোঁ। অকল সাহিত্য চৰ্চা, সাহিত্য-সংস্কৃতিমূলক সংগঠন প্ৰস্তুত কৰি তাৰ উত্তৰোত্তৰ কামনা কৰা, দুকুৰিতকৈ অধিক পুথি প্ৰস্তুত আৰু সম্পাদনা কৰাত যুটীয়াভাৱে কাম কৰা প্ৰাচ্য-বিদ্যা সন্মিলন, নিখিল ভাৰত সংস্কৃত সন্মিলন, ভাৰতীয় মুদ্ৰা গৱেষণা সন্মিলন, ভাৰতীয় ইতিহাস সমাজ, ভাৰতৰ প্ৰত্নতত্ত্ব অধ্যয়ন সন্মিলন, প্ৰাক-ঐতিহাসিক সন্মিলন, ভাৰতীয় সংগ্ৰহালায়ৰ সন্মিলন, ভাৰতীয় ইতিহাস সন্মিলনকে ধৰি ভাৰতৰ বিভিন্ন ঐতিহাসিক স্থানত বহা একুৰিবো অধিক সন্মিলনত সংঘবদ্ধভাৱে যোগদান কৰি গৱেষণা পত্ৰ পঢ়া, সন্মিলনত বক্তব্য আৰু ভাষণ দাঙি ধৰি অসমৰ গৌৰৱ ঘোষণা কৰা মহৎ কৰ্মত আগভাগ লোৱা সকলৰ ভিতৰত ড° শৰ্মা আছিল অন্যতম।

১৯৬৪/৬৫ ডিচেম্বৰ ২৯, ৩০, ৩১/১৯৬৪ আৰু জানুৱাৰী ১/১৯৬৫ চনত গুৱাহাটী (AIOC) অল ইণ্ডিয়া অৰিয়েণ্টেল কনফাৰেন্স অনুষ্ঠিত হয়। এই সন্মিলনৰ স্থানীয় সম্পাদক আছিল—ড° নেওগ ছাৰ। আৰু আন তিনি গৰাকী আছিল—আধ্যাপক বিনয় ভূষণ চৌধুৰী (খাদ্য বিভাগ), অধ্যাপক দণ্ডেশ্বৰ গগৈ (বাসস্থান বিভাগ), অধ্যাপক নৰুল ইছলাম (যোগাযোগ বিভাগ)। আৰু ড° হেমন্ত কুমাৰ শৰ্মা, ড° মুকুন্দ মাধৱ শৰ্মা, ড° সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী, নন্দ তালুকদাৰ প্ৰমুখ্যে আমি বহুতে দেহ-কেঁহে লাগি সন্মিলনখন কৃতকাৰ্য্য কৰাৰ বাবে দিনে নিশাই আছিলোঁ। সন্মিলনত ভাৰতৰ বিভিন্ন প্ৰান্তৰ প্ৰায় ১২০০ পণ্ডিত প্ৰতিনিধি যোগদান কৰিছিল। সন্মিলনত সভাপতি আছিল

বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য, বিশ্ববিশ্রুত পণ্ডিত ড° বাসুদেৱ চৰণ আগ্ৰৱাল। সন্মিলনৰ প্ৰধান সম্পাদক আছিল পণ্ডিত প্ৰবৰ অধ্যাপক ড° ৰাম নাৰায়ণ দাণ্ডেকাৰ আৰু যুটীয়া সম্পাদক আছিল অধ্যাপক পি, এন, পুষ্প। গুৱাহাটীত AIOC ৰ ২২ নং সন্মিলন বহিছিল আৰু তাৰ প্ৰায় ৩৬ বছৰ পিছত ২০০০ খৃঃৰ মে' মাহত মাদ্ৰাজত ৪০তম অধিবেশন বহিছিল। কাজেই অসমৰ দলটোৱে যোৱা ৩৬ বছৰ ধৰি প্ৰাচ্যবিদ্যা সন্মিলনকে ধৰি সৰ্বভাৰতীয় সন্মিলনত যোগদান কৰি গৱেষণা পত্ৰ আদি পাঠ কৰি আহিছে। ড° হেমন্ত কুমাৰ শৰ্মা, শ্ৰীনবদ্বীপ ৰঞ্জন পাটগিৰি, নন্দ তালুকদাৰ, ড° নিশিপদ চৌধুৰী আৰু এই লেখকে নিৰবছিন্নভাৱে ভাৰতীয় সন্মিলনসমূহত সক্ৰিয় অংশ গ্ৰহণ কৰি আহিলেও বন্ধুবৰ নন্দ তালুকদাৰ আৰু ড° হেমন্ত কুমাৰ শৰ্মাৰ মৃত্যুৰ পাছত আমাৰ উৎসাহ উদ্দীপনাবোৰ বহু পৰিমাণে কমিছে যদিও শ্ৰীপাটগিৰি, শ্ৰীৰমেশচন্দ্ৰ কলিতা আৰু এই লেখকে প্ৰতিবছৰে দুই তিনিখন সৰ্বভাৰতীয় সন্মিলনত যোগ দি আহিছে। কিন্তু আজিও অধ্যাপক হেমন্ত কুমাৰ শৰ্মাৰ স্মৃতিবোৰে সদায় আমাক শোকাৰ্ত্ত কৰে। কালক্ৰমত ৰমেশচন্দ্ৰ কলিতাকো অকালতে হেৰুৱালে।

এবাৰ নতুন দিল্লীত বহা সন্মিলন এখনত যোগদান কৰি চাৰি বন্ধু— ড° শৰ্মা, নন্দ তালুকদাৰ, ড° নিশিপদ চৌধুৰী আৰু এই লেখক কাশ্মীৰ ভ্ৰমণ কৰিবলৈ যায়। গধূলি প্ৰায় সাত বজাত কাশ্মীৰ পাই এখন হোটেলত নিশাটোৰ কাৰণে থাকোঁ। ডিচেম্বৰ কি জানুৱাৰী মাহ। হিমচেঁচা কাশ্মীৰ ভূমি। চাৰিও কিবা কিছু খাই শুই আছোঁ। শীতৰ প্ৰকোপত কাৰো টোপনি হোৱা নাই। নিশা দুই বাজিছে। বন্ধুবৰ নন্দ তালুকদাৰৰ ডিঙিৰ উৎকট ঘৰঘৰণি শব্দ। কেৰাবাৰো মাতিও মাতবোল নেপাই হাতেৰে গা জোকাৰি মাতিলোঁ। গাটো ৰবফৰ যেন চেঁচা। খৰধৰকৈ ড° শৰ্মা আৰু ড° চৌধুৰীক মাতিলো। চৌধুৰীৰ সাৰসুৰ নাই। ঘোৰ নিদ্ৰামগ্ন। ড° শৰ্মা ধহ্মহ্কৈ উঠিল আৰু তালুকদাৰৰ গাত হাত দি চাই চিন্তা বিহ্বল হৈ পৰিল। এই ৰাতি কি কৰা যায়। উপায় চিন্তা কৰি তালুকদাৰক, শৰ্মা আৰু মোৰ সকলোবোৰ গৰম কাপোৰ গাত জাপি দি দুয়ো দুকাষৰ পৰা সাৱটি ধৰিলো। শৰীৰত কিছু উত্তাপ আহিল। পুৱা ৮ মান বজাত উঠিলোঁ। তালুকদাৰো উঠিল আৰু কৃতজ্ঞতা ভৰা অন্তৰেৰে ক'লে—"আপোনালোক দুজনে মোক শুশ্ৰূষা নকৰা হ'লে পুৱা মোৰ মৃতদেহটোহে পালেহেঁতেন্হঁ" এইয়া আছিল ড° শৰ্মাৰ বন্ধুপ্ৰেম আৰু মানৱীয়তাৰ এটি উজ্জ্বল নিদৰ্শন।

শ্ৰীনৱদ্বীপ বঞ্জন পাটগিৰি অসম চৰকাৰৰ উপশিক্ষা সচিব হিচাপে ১৯৮৩ চনত অৱসৰ গ্ৰহণ কৰে আৰু সেই বছৰৰে পৰা ড° শৰ্মা আৰু মোৰ লগত যোগ দি কোনো বছৰে শূন্য নোযোৱাকৈ সৰ্বভাৰতীয় অনুষ্ঠানবোৰত যোগ দি আহে। নক'লেও হ'ব সেই সময়ত নতুন দিল্লীৰ ৰাষ্ট্ৰীয় সংগ্ৰহালয়ৰ ডিৰেক্টৰ জেনেৰেল, (Pro-vice-chanceller) বিশিষ্ট পণ্ডিত-গৱেষক ডক্টৰ ৰবীনদেৱ চৌধুৰী আমাৰ অন্তৰঙ্গ বন্ধুৱেই নহয়, সৰ্বভাৰতীয় ইতিহাস-সংস্কৃতিমূলক সন্মিলন বিলাকত যোগ দিয়াৰ পথপ্ৰদৰ্শকো। ডক্টৰ শৰ্মা ড° ৰবীন দেৱ চৌধুৰীৰ শিক্ষাগুৰু আছিল বাবে সদায় শ্ৰদ্ধা আৰু সন্মান সহকাৰে শৰ্মাক যোগ্য স্থান দি আহিছিল আৰু বহু কথাতে শৰ্মাৰ পৰা পৰামৰ্শ লৈছিল। পাটগিৰিক শৰ্মাই 'দাদি' সম্বোধন কৰিছিল আৰু আমি তিনিও দাদা-ভাইৰ প্ৰেম-প্ৰীতিৰে ওঁৰে ভাৰত ভ্ৰমণ কৰি, সন্মিলন আদিত যোগ দি আনন্দ লাভ কৰিছিলোঁ। অসম ৰাজ্যিক সংগ্ৰহালয়, কামৰূপ অনুসন্ধান সমিতিক কেন্দ্ৰ কৰি পতা অনুষ্ঠান, আলোচনা চক্ৰ, সন্মিলন আদিতো ড° চৌধুৰীৰ লগত লাগি ভাগি ড° শৰ্মা পাটগিৰি, ড° নিশিপদ চৌধুৰী আৰু আমি কাম কৰাৰ সুযোগ আৰু আনন্দ পাইছিলোঁ। অৱশ্যে সময়ে সময়ে তিতা-কেঁহাৰ সোৱাদো নোপোৱা নহয়।

ড° শৰ্মা গুৱাহাটী সবিতা সভাৰ প্ৰধান সম্পাদক, কামৰূপ সাহিত্য পৰিষদৰ সভাপতি, অসম সাহিত্য সভাৰ ক্ৰমে পত্ৰিকা সম্পাদক, প্ৰধান সম্পাদক, উপসভাপতি আছিল। আৰু দুই-এক বছৰ জীয়াই থকা হ'লে অসম সাহিত্য সভাৰ সভাপতিৰ আসন অলংকৃত কৰিলে হেতেঁন সেইদৰে আৰু দুমাহমান পিছতে কটন মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ মুৰব্বী অধ্যাপকৰ আসনো লাভ কৰিলেহেতেঁন !

ড° হেমন্ত কুমাৰ শৰ্মা ১৯৮৬-৮৭ চনত কামৰূপ সাহিত্য সভাৰ বামুন্দি অধিৱেশনৰ সভাপতি আছিল। তাৰ আগৰ বছৰত সানেকুছিত বহা অধিৱেশনত ড° শৰ্মা সভাপতি নিৰ্বাচিত হয়। তাতেই কামৰূপ সাহিত্য পৰিষদৰ জালুকবাৰীৰ শৰাইঘাট দলঙৰ সমীপত থকা ভূখণ্ডত পৰিষদৰ এটি ভৱন নিৰ্মাণ কৰাৰ কাৰণে শ্ৰীনৱদ্বীপ ৰঞ্জন পাটগিৰিক সভাপতি আৰু এই লেখকক সম্পাদক হিচাপে লৈ এখন গৃহনিৰ্মাণ সমিতি গঠন কৰা হৈছিল। ড° শৰ্মাৰ ইচ্ছা আৰু উদ্যোগত এই সমিতিৰ জন্ম। ড° শৰ্মা, পাটগিৰি আৰু আমাৰ অভাৱনীয় আৰু অপৰিসীম পৰিশ্ৰমৰ ফলত বোকাত পদুম ফুলাৰ দৰে অৱহেলিত ঠাইখণ্ডত বহু বছৰধৰি পৰি থকা ভেটিটোত পৰিষদৰ ভৱনটো সম্পূৰ্ণ হৈ উঠে। প্ৰায় চাৰি মাহৰ ভিতৰত যুদ্ধকালীন ক্ষিপ্ৰতাৰে মাত্ৰ আমি

তিনিজন ব্যক্তিৰ পৰিশ্ৰমৰ ফলত ঘৰটো সম্পূৰ্ণ হয়। তিনিওৰে হাতৰ পৰা ব্যক্তিগতভাৱেও কেবা হেজাৰো টকা গৃহনিৰ্মাণ কাৰ্যত সোমায়। অতি বেজাৰৰ কথা এই সময়ছোৱাৰ ভিতৰত পৰিষদৰ প্ৰধান সম্পাদক গৰাকী তাত এদিনো ভৰি নিদিলে বা এটি পা-পইছা দিও সহায় নকৰিলে। মাত্ৰ ঘৰটো উন্মোচন কৰাৰ দিনা বক্তৃতা দিবলৈকেহে তাত উপস্থিত হৈছিল। পৰিষদৰ সভাপতি ড° শৰ্মাই ক্ষোভ আৰু আক্ষেপেৰে সভাত এই কথা ব্যক্ত কৰিছিল। শ্ৰীপাটগিৰিৰ ভাষাত—"ড° হেমন্তকুমাৰ শৰ্মা ১৯৮৬-৮৭ চনত কামৰূপ সাহিত্য পৰিষদৰ সভাপতি আছিল। জালুকবাৰী আৰক্ষী চকীৰ ওচৰত কামৰূপ সাহিত্য পৰিষদৰ নামত চৰকাৰে মাটি এডোখৰ আবৰ্ত্তন দিছিল; কিন্তু বহুবছৰ ধৰি ৩ ফুটমান ওখ ইটাৰ ভেটি এটাৰ বাহিৰে তাত একো নিৰ্মাণ হোৱা নাছিল। দূৰৰ পৰা এটা কবৰ যেন দেখা হৈ আছিল। ড° শৰ্মাৰ উদ্যোগত গৃহ নিৰ্মাণ উপ-সমিতি এখন গঠিত হ'ল আৰু তাত শ্ৰীকনকচন্দ্ৰ ডেকাক সম্পাদক আৰু মোক সভাপতি ৰূপে লোৱা হৈছিল। ড° শৰ্মা, ...... আৰু মই প্ৰায় চাৰিমাহ ধৰি মিৰ্জা, পলাশবাৰী আদিত ঘূৰি ইটা, কাঠ, নগদ ধন সংগ্ৰহ কৰি ভেটিটোৰ ওপৰত দুৱাৰ-খিৰিকি সহ টিনপাতৰ ঘৰ এটা সম্পূৰ্ণ কৰিলোঁ। দক্ষিণ কামৰূপ (মিৰ্জা) কলেজৰ তেতিয়াৰ অধ্যক্ষ শ্ৰীগজেন্দ্ৰচন্দ্ৰ ঠাকুৰীয়াৰ সহযোগ এই ক্ষেত্ৰত পাহৰিব নোৱাৰি। সিয়েই হ'ল ড° হেমন্তকুমাৰ শৰ্মা কামৰূপ সাহিত্য পৰিষদৰ সভাপতি হৈ থকা বছৰৰ ভিতৰত হোৱা এটা নগদ কাম। উদ্বোধনী সভাত আচাৰ্য্য ৰজনীকান্ত দেৱশৰ্মাই এটি মন্তব্য কৰিছিল—"হিতেশ ডেকাৰ মাটি, হেমন্ত শৰ্মাৰ উদ্যোগ আৰু নৱদ্বীপ পাটগিৰি আৰু কনক ডেকাৰ শ্ৰম অবিহনে এই ঘৰ গৈ হোৱা নাই"। ১৯৮৪ চনৰ পৰা ড° শৰ্মা, পাটগিৰি আৰু মই একেৰাহে কেবাখনো সৰ্বভাৰতীয় সন্মিলনত যোগ দি আহিছিলোঁ। ১৯৮৪ চনত ৰাষ্ট্ৰীয় সংগ্ৰহালয়ত বহা ভাৰতীয় ইতিহাস আৰু সংস্কৃতি সন্মিলন, ১৯৮৫ চনত কলিকতাৰ ছল্টলেকত বহা নিখিল ভাৰত প্ৰাচ্য বিদ্যা সন্মিলনত, ১৯৮৬ চনত কোচবিহাৰত বহা মধুপুৰ সত্ৰ সমিতিৰ সন্মিলন, ১৯৮৬ চনত বেনাৰস হিন্দু বিশ্ববিদ্যালয়ত বহা (২৩-২৫ ডিচেম্বৰ) ভাৰতীয় ইতিহাস আৰু সংস্কৃতি সন্মিলন আৰু ২৭,২৮ ডিচেম্বৰত বহা নিখিল ভাৰত সংস্কৃতি মহাসন্মিলনত আমাৰ দলটোৱে যোগ দিছিলো।। তাৰ পিচত একাদিক্ৰমে মধ্যপ্ৰদেশৰ সৌগৰ বিশ্ববিদ্যালয়ত, অন্ধ্ৰ-প্ৰদেশৰ গুণ্টুৰত আৰু মধ্য-প্ৰদেশৰ ভূপালত বহা ভাৰতীয় ইতিহাস আৰু সংস্কৃতি সন্মিলনত ড° শৰ্মা, শ্ৰীপাটগিৰি আৰু মই যোগদান কৰোঁ।

তাৰ পিচৰে পৰা ড° শৰ্মাৰ জীৱনলৈ অনেক বিপৰ্য্যয় আহি পৰে। কাণসমনীয়া ২০ বছৰীয়া একমাত্ৰ পুত্ৰ অঞ্জন দুৰাৰোগ্য ৰোগত কেবাবছৰো ভুগি পৰিয়ালটোক সৰ্বস্বান্ত কৰি ১৯৯১ চনৰ ৪ জানুৱাৰী তাৰিখে মৃত্যু বৰণ কৰে। কোৱা বাহুল্য যে মাদ্ৰাজৰ খৃষ্টিয়ান হস্পিতালত অঞ্জনৰ বৃক্ক অস্ত্ৰোপ্ৰচাৰ কৰাৰ সময়ত অঞ্জনৰ মৰমত আৰু ড° শৰ্মাৰ অসহায় অৱস্থা দেখি মই নিজেও মাদ্ৰাজলৈ যাওঁ। অঞ্জনৰ মৃত্যুৰ পিছত ড° হেমন্তকুমাৰ শৰ্মাৰ শোকত হৃদয় ভাঙি পৰিছিল, জীৱনৰ সৰ্বস্ব হেৰুৱাইছিল। দেখাত তেঁহি মাতি ফুৰিছিল, সভা-সমিতিলৈকো গৈছিল, কিন্তু আগৰ ড° হেমন্তকুমাৰ শৰ্মাজন দুখে-শোকে জৰ্জৰিত হৈ পৰিছিল। অকলে অকলে নীৰৱে কান্দে, শোকে খুন্দা মাৰি ধৰে। ইফালে হৃদৰোগ, উচ্চ ৰক্তচাপ, ডায়েবেটিচ আদি ৰোগেও লগ ধৰিলে। শোকত ভাগৰি পৰে, কথাই কথাই খং উঠে। পূৰ্বতে বন্দবস্ত হৈ থকা দ্বিতীয়া কন্যা ৰূপাৰ বিয়াখন মামা ডেপুটি কমিচনাৰ শ্ৰীনীলনাথ বৰুৱা আৰু আমাৰ সকলোৰে সহযোগত সম্পন্ন হয় যদিও ৰূপাৰ জীৱনৰ অভাৱনীয় পাৰিবাৰিক পৰিস্থিতিত ড° শৰ্মা-দম্পতী ইষ্ট-কুটুম্ব বন্ধু-বান্ধৱ আদিকো গভীৰ চিন্তাত পেলায়।

মোৰ স্পষ্ট ধাৰণা ৰূপাৰ অসহনীয় পাৰিবাৰিক জীৱন, শহুৰেকৰ কদৰ্থনা আদিয়ে ড° শৰ্মাক ইমান কষ্ট দিছিল যে তাক প্ৰকাশ কৰাৰ মোৰ ভাষা নাই। মাঘ বিহুৰ সময়। ১৯৯২ চনৰ ১ জানুৱাৰীৰ দিনা সন্ধিয়া জী-জোঁৱাইক ভাত খাবলৈ নিমন্ত্ৰণ কৰিছিল। মোকো লগতে নিমন্ত্ৰণ কৰিছিল। ১৭ জানুৱাৰী তাৰিখে মানিকচন্দ্ৰ মধ্য ইংৰাজী বিদ্যালয়ত আবেলি প্ৰয়াত আচাৰ্য্য ৰজনীকান্ত দেৱশৰ্মাৰ প্ৰথম মৃত্যু-বাৰ্ষিকীৰ স্মৃতি সভা। তাত ড° শৰ্মা, অধ্যাপক কমলেশ্বৰ শৰ্মা ছাৰ আদিৰ লগতে ময়ো যোগ দিছিলোঁ। সন্ধিয়া সাত বজাত ঘৰ পালোঁহি। ড° শৰ্মাই বিচৰা মতে ৮ বজাত তেখেতৰ ঘৰ পালোঁ। জী-জোঁৱাইক অপেক্ষা কৰোঁতে কৰোঁতে ৰাতি এঘাৰ বাজিল। জী-জোঁৱাইৰ খবৰ নাই। মোক ড° শৰ্মাই প্ৰস্তাৱ দিলে—"ডেকা আপোনাৰ আৰু মোৰ দুয়োখন স্কুটাৰ লৈ মিৰ্জালৈ যাওঁ বলক—দুয়োকো (জী-জোঁৱাইক) স্কুটাৰত তুলি লৈ আহোঁ।" মই অকণো অধৈৰ্য্য নহৈ বুজালোঁ—"দাদা; এই ৰাতিখন নেলাগে, হয়তো ৰূপাৰ কিবা অসুবিধাও হ'ব পাৰে ৰাতিটো পুৱাওকচোন। দুমুঠি নিজে খাই, দাদাকো জোৰকৈ খুৱাই ১২ মান বজাত ঘৰলৈ আহিলোঁ। যাওঁতে এটি অনুৰোধ কৰি আহিলোঁ দুয়োকে—"আপোনালোকে এই বিষয়ে একো চিন্তা নকৰি, কোনো কথা-বতৰা নপতাকৈ শুই থাকক। কালি পুৱা ৮ বজাত মই আহি ওলাম। উজনবাৰীলৈ গৈ

আপোনাৰ প্ৰভাৱিত পুথিভঁৰালটোৰ কাৰণে কাঠ কিনিম আৰু তাৰ পিছত দুয়ো মিৰ্জালৈ ৰূপাইতৰ খবৰ ল'বলৈ যাম।"

ঘৰ পালোঁহি। ৰাতি অকণো টোপনি নাহিল দাদা-বৌৰ চিন্তাত। পুৱা ৫ বজাতে উঠি গাই খীৰাবলৈ ধৰিছোঁ। এনেতে ড° শৰ্মাৰ বন্ধু মহাজন শ্ৰীদত্ত গাড়ী এখন লৈ মোৰ পদূলি মুখত ৰৈ গাড়ীৰ ভিতৰৰ পৰাই নিদাৰুণ দুঃসংবাদটো দিলে—"ডেকা মেডিকেল কলেজলৈ বলক। ড° শৰ্মা আৰু নাই।" জানিলোঁ ওৰে নিশা দুয়োৰে টোপনি নাই। ৰূপাৰ চিন্তাই শৰীৰ জৰ্জৰিত কৰি তুলিছে। পুত্ৰশোকটো আছেই। শৌচ-বমি কৰি ডাক্তৰ ডাক্তৰ বুলি ঢলি পৰিল। তেতিয়া চিকিৎসাৰ কোনো থল নাছিল। সহস্ৰ শোকাকুল গুণমুগ্ধ লোকে শৰ্মাৰ হাউলীটো ভৰি পৰিল আৰু আবেলি দুই বজাত নৱগ্ৰহ শ্মশানত অসম মাতৃৰ কৃতী সন্তান এজনক লেলিহান অগ্নি শিখাই নিঃশেষ কৰি পেলালে।

মোৰ দৃঢ় বিশ্বাস শ্ৰীমতী ৰূপাৰ শহুৰেকে ৰূপাক আৰু পুত্ৰক সেই নিশাটোৰ বাবে ভাত সাজ খাবলৈ আহিব দিয়া হ'লে ড° হেমন্তকুমাৰ শৰ্মাৰ এই কৰুণ মৃত্যু হয়তো নঘটিলহেঁতেন। পুত্ৰ আৰু স্বামীৰ বিয়োগ যন্ত্ৰনাই পত্নীকো অকালতে লৈ গ'ল। তত্ত্বদৰ্শীজনৰ ভাষাত—

অথিৰ ধন, জন, জীৱন, যৌৱন
অথিৰ এহু সংসাৰ।
পুত্ৰ-পৰিবাৰ সবাই অসাৰ
কৰিব কাহাৰি সাৰ।। ▢

# শ্বহীদ মণিৰাম দেৱানৰ অৱদান আৰু মূল্যায়ন

## (১৮০৬-১৮৫৮)

পুন্যধৰ চেতিয়াফুকন

মহান বুৰঞ্জীবিদ্ বেণুধৰ শৰ্মাদেৱে তেওঁৰ জীৱনৰ মূল্যবান ৩০ বছৰ কাল সাধনা কৰি শ্বহীদ মণিৰাম দেৱানৰ জীৱন আৰু কৃতি দাঙি ধৰিছিল। উত্তৰপূব ভাৰতত বৃহত্তৰ ভেটিত অসমীয়া জাতি আৰু সমাজ গঢ়িবলৈ হ'লে শ্বহীদ মণিৰাম দেৱানৰ দৰে পৰম উদ্যমী ব্যৱসায়ী অক্লান্ত পৰিশ্ৰমী, জাতি-দেশ-সেৱাৰ বাবে উছৰ্গিত মনোভাৱ, জ্ঞানৰ প্ৰতি অহৰহ অন্বেষণ, বুৰঞ্জীৰ তথ্য, সাহিত্য ভাষাজ্ঞান আহৰণৰ বাবে অতৃপ্ত অন্তহীন ধাউতি, অন্য হ্যাতেদি কাৰবীয়া জনজাতিসকলৰ বুকুৰ কুটুম হ'বৰ কাৰণে নিজক সিসকলৰ মাজত বিলাই দিব পৰা অন্তৰৰ অন্তহীন টান ইত্যাদি শ্বহীদ গৰাকীৰ গুণবোৰ নতুন পুৰুষে আহৰণ কৰিবলৈ যত্নপৰ হোৱা উচিত হ'ব। অৱশ্যে মণিৰাম দেৱানৰ বৈজ্ঞানিক চিন্তাভাবনাৰ বিশ্লেষণৰ বাবে এক পৰিস্থিতি আজিপৰ্যন্ত সৃষ্টি হোৱা নাই বুলি অনুভূত হৈছে। অসমীয়া সমাজৰ মাজত পুনৰ প্ৰাণ সঞ্চাৰ কৰিবলৈ হ'লে উঠিঅহাচামে মণিৰাম দেৱানৰ জীৱন আলেখ্যৰপৰা প্ৰেৰণা লোৱাৰ আৱশ্যক হ'ব। অসমবাসীৰ সাধনৰ জনসাধাৰণৰ কণ্ঠস্বৰত নিহিত হৈ থকা সেই হৃদয় কপোৱা মণিৰাম দেৱানৰ গীতবোৰে তেওঁৰ জাতিৰ প্ৰতি থকা অথচ অপ্ৰকাশিত সংকল্প আৰু অপূৰণীয় সপোনৰ স্মৃতিয়ে মনৰ মাজত দেশপ্ৰেমৰ এক ঢৌ তুলি যায়। তেওঁৰ সপোন বাস্তৱত পৰিণত কৰাৰ ক্ষেত্ৰত নতুন প্ৰজন্মক তেওঁ যেন হাত বাউল দি বিচিয়াই মাতি আছে। মণিৰাম দেৱানৰ ৰচিত লোকগীত কিছুমান শুনিলে শোকত ম্ৰিয়মাণ হ'ব লাগে আৰু ইয়েই হয়তো কাৰোবাৰ হৃদয়তন্ত্ৰীত দেশ প্ৰেমৰ চেতনা জাগৰণৰ উদ্ৰেক সৃষ্টিৰ কাৰণ হ'ব পাৰে। ক'বলৈ গ'লে ১৯৫৭ চনৰ বিদ্ৰোহী সংগ্ৰামৰ মণিৰাম দেৱান, এক সৰ্বভাৰতীয় জাগৰণৰ প্ৰধান প্ৰতিভূ স্বৰূপ। তেওঁং ভয়ঙ্কৰ বিপদ স্বইচ্ছাৰে মৃত্যুশাস্তি লৈছিল

আৰু সেই আদৰ্শত তিলমানো পিছ নুহঁহকি নিজৰ মূল্যবান জীৱন হেলাৰঙে দেশমাতৃকাৰ পূজাৰ বেদীত উছৰ্গা কৰি গ'ল আৰু ইয়াৰ দ্বাৰাই মহান দেশ প্ৰেমিক হিছাপে নিজক অমৰ শ্বহীদ হিছাপে প্ৰতিষ্ঠা কৰি গ'ল।

মণিৰাম দেৱানে ১৮৩৮ চনত তেতিয়াৰ লেফ্‌টেনেণ্ট গভৰ্ণৰৰ ওচৰত পুৰন্দৰ সিংহ ৰজাক জাইগিৰদাৰী (লালবন্দী) প্ৰদান কৰিবলৈ খাটনি ধৰিছিল কিন্তু নামঞ্জুৰ হৈছিল। পুনৰবাৰ সেই মণিৰাম দেৱানে পৰৱৰ্তী ৰজা কন্দৰ্পেশ্বৰ সিংহক লালবন্দী মঞ্জুৰ কৰিবলৈ ১৮৫৪ চনত আৰ্জ্জী দাখিল কৰিছিল। উক্ত আদেনবোৰ বাৰম্বাৰ নামঞ্জুৰ হোৱাৰ ফলত দেৱানে নিজে কলিকতালৈ গৈ ১৮৫৭ শেষবাৰৰ বাবে আবেদন পেছ কৰিছিলগৈ, সেইবাৰো ব্যৰ্থ হ'ল। কিন্তু এইবাৰ নিজৰ স্বভাবসুলভ স্পষ্টবাদিতা, অনুভূতিৰে বৃটিছ কোম্পানীয়ে প্ৰয়োগ কৰি অহা ভুল নীতিৰ প্ৰকাশ্যে চোকা সমালোচনা কৰিবলৈ ইতঃস্ততঃ নকৰিলে। নিজৰ জন্মভূমিৰ স্বাৰ্থ ৰক্ষাৰ্থে তেওঁ খোলাখুলিভাৱে দাঙি ধৰা থূলমূল তথ্যবোৰ উল্লেখ কৰিবলৈ প্ৰয়াস কৰা হৈছে।

(১) কানি প্ৰচলন কৰাৰ বিৰুদ্ধে প্ৰতিবাদ।
(২) কানি বা আফিং গছৰ খেতি কৰাৰ বিপক্ষে জনোৱা আপত্তি; লগতে ১৮টা পাহাৰীয়া জাতিক প্ৰাপ্যৰ পৰা বঞ্চিত কৰা কাৰ্যৰ দৃঢ় প্ৰতিবাদ।
(৩) কানি ব্যৱসায়টো চৰকাৰৰ একচেটিয়া ব্যৱসায়ত পৰিণত কৰাত আপত্তি জনাইছিল মণিৰাম দেৱানে।
(৪) চৰকাৰৰ দ্বাৰা ভূমিৰ ওপৰত অবাঞ্ছিত খাজনা লগোৱাৰ বাবে আপত্তি। এই বিষয়ে কোম্পানীলৈ ৩/১/১৮৫৪ আৰু ৩/১১/১৮৫৪ তাৰিখত দিয়া আৰ্জ্জিৰ সম্বন্ধে বেণুধৰ শৰ্মাৰ দ্বাৰা ৰচিত মণিৰাম দেৱানৰ পুথিত বিতংভাৱে আছে।
(৫) মৃত ৰজা, সম্ভ্ৰান্ত লোকৰ পুৰণি মৈদামবোৰ খনন আৰু লুণ্ঠনৰ প্ৰতিবাদ।
(৬) খ্ৰীষ্টিয়ান মিছনেৰীসকলৰ অবাঞ্ছিত কাৰ্য্যসমূহৰ বিৰুদ্ধে দাখিল কৰা ওজৰ।
(৭) চাহ বাগিচা বনুৱাসকলক কৰা শোষণ বন্ধ কৰাৰ বাবে নিবেদন।
(৮) চৰকাৰী আৰু ব্যক্তিগত খণ্ডৰ চাকৰি, অনাত্মসমীয়াক নিযুক্তি নিদিয়াৰ বাবে কৰ্ত্তৃপক্ষৰ ওচৰত সবিনয় দৃষ্টি আকৰ্ষণ।

(৯) স্থানীয় খিলঞ্জীয়া বাসিন্দাক বৃটিছ আৰু অনা বৃটিছসকলে কৰা লেইলেই ছেইছেই ব্যৱহাৰৰ প্ৰতিবাদ আৰু বিচাৰৰ দাবী।

(১০) সবাৰোপৰি মফাট্মিলছৰ হাতত সদৰ দেৱানী আৰু নিজামত আদালতত (কলিকতাত) ৫-৬-১৮৫৩ চনত দাখিল কৰা বুৰঞ্জীপ্ৰসিদ্ধ দীঘলীয়া আবেদনখন অসমীয়া জাতিৰ পুনৰ প্ৰতিষ্ঠাৰ বাবে উল্লেখযোগ্য দলিল। ইয়াৰ বাবে মণিৰাম দেৱান বৃটিছৰ অপ্ৰিয় হৈ ভীষণ ৰোষত পৰিছিল।

(১১) তেওঁৰ নিজৰ দৰ্মহা ৫০০/- টকাৰ পৰা ২০০/- টকালৈ কমোৱাৰ বাবে চৰকাৰ বাহাদুৰৰ ওচৰত প্ৰতিবাদ, অথচ ১৮৫ জন পৰিয়ালৰ লোকক ভৰণ পোষণ দিব লগা হৈছিল। অন্যহাতে তেওঁ দিব লগা মাটিৰ খাজনা ২০০/- টকাৰ ঠাইত ৫০০/- টকালৈ বৃদ্ধি কৰিছিল।

কোনো কোনো লেখকে মন্তব্য কৰে যে উজনিৰ অসমখন দখল কৰা কাৰ্যত ইষ্ট ইণ্ডিয়া কোম্পানীক সৰ্বতো প্ৰকাৰে মণিৰাম দেৱানেহে পৃষ্ঠপোষকতা কৰা, প্ৰশাসন চলোৱাত বুদ্ধি পৰামৰ্শ দিয়া বা মধ্যস্থতাকাৰী আগৰণুৱা ব্যক্তি আছিল। আনফালে এইটো কথাও সঁচা যে আহোম ৰজা পুৰন্দৰ সিংহৰ পৰা কন্দৰ্পেশ্বৰ সিংহলৈকে তেওঁলোকক ৰাজবন্দী হিছাপে স্থাপন কৰাৰ ক্ষেত্ৰত অনবৰত গুৰু দায়িত্ব পালন কৰি আহিছিল। প্ৰমাণ হিছাপে উক্ত আহোম ৰজাসকলৰো তেওঁ দেৱান (প্ৰধান মন্ত্ৰী) হিছাপে নিযুক্তি পাইছিল। কৰতলীয়া আহোম ৰজাৰ ৰাজ্যৰ চাৰিসীমা আছিল ধনশিৰী আৰু বুঢ়ীদিহিং নদী ব্ৰহ্মপুত্ৰৰ দক্ষিনপাৰে; আনফালে জীয়াভৰলীৰ পৰা দিক্ৰং নৈলৈকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে বিস্তাৰিত। এক কথাত এই ক্ষেত্ৰত ক'বলৈ গ'লে মণিৰাম দেৱানৰ মনোৰাজ্যত দুটা চিন্তাৰ সোঁতে কাম কৰি আছিল। প্ৰথমটো হ'ল তেওঁ নিজে আপোন প্ৰেমত বিভোৰ আছিল; আৰু ৰজাক তেওঁ অতিশয় ভাল পাইছিল সবাৰোপৰি নিজ ৰাজ্যখনকো তেওঁ আটাইতকৈ ভাল পাইছিল। অনেক গুণৰো তেওঁ অধিকাৰী আছিল। এইবোৰ গুণৰ বলত তেওঁ প্ৰথম ভাৰতীয় চাহখেতিয়ক হোৱাই নহয়, এইক্ষেত্ৰত তেওঁ গোটেই পৃথিবীত অন্যতম ব্যক্তি হিছাপে বৰ্তমান যুগতো খ্যাতিমান হ'ব পাৰিছে যদিও চাহে ব্যৱসায়ত গভীৰ মনোনিৱেশ কৰাৰ ফলত তলতীয়া বৃটিছ বিষয়াবৰ্গৰ পৰা অনেক কুচক্ৰান্তৰ সন্মুখীন হ'ব লগা হৈছিল। তেওঁৰ মৃত্যুৰ ইও এক অন্যতম প্ৰধান কাৰণ।

মণিৰাম দেৱান বাস্তৱিকতে ইংৰাজ জাতিৰ আদৰ্শৰ প্ৰতি শ্ৰদ্ধাশীল আছিল সঁচা; সেইবুলি তেওঁ অন্ধ অনুসৰণকাৰী নাছিল। তেওঁ নিজৰ স্বাধীন

চিন্তা কেতিয়াও নেৰিছিল। ইংৰাজ ব্যক্তিৰ কৰ্তব্যপৰায়ণতা গুণ, নিয়মানুবৰ্তিতা, অদম্য সাহস, কৰ্মকৌশল, শাসকীয় গুণৰ পাৰদৰ্শিতা, বাস্তৱ ঘটনাৰ প্ৰতি সতৰ্কতা; যিকোনো সমস্যাৰ প্ৰতি বিজ্ঞানসম্মত দৃষ্টিভঙ্গী গুণবোৰে ডেকাকালৰ মণিৰামৰ ওপৰত প্ৰভুতভাৱে প্ৰভাব পেলাইছিল। ইয়াৰ প্ৰভাৱতেই ইষ্ট ইণ্ডিয়া কোম্পানী আৰু আহোম ৰজাৰ অতিশয় বিশ্বাসী ব্যক্তিত পৰিণত হ'ব পাৰিছিল; ফলত দুয়ো কৰ্তৃপক্ষৰ ওচৰত তেওঁ প্ৰিয়পাত্ৰ হৈছিল আৰু ৰজাৰ পাছতে তেওঁ দ্বিতীয়জন ঐশ্বৰ্য্যশালী ব্যক্তি আছিল। এই হেতুকে তেওঁৰ নিজৰ অধীনতে কাম কৰা নজনকৈ বৃটিছ বিষয়াই তেওঁৰ সকলোফালে ক্ষমতাৰ প্ৰতিপত্তি দেখি শঙ্কিত হৈছিল আৰু অদৃশ্য হাতেৰে মাণিৰামক অৰ্থনৈতিক ৰাজনৈতিকভাৱে ডুবাবলৈ অহোপুৰুষাৰ্থ কৰি আহিছিল কাৰণ তেওঁ নিম্নোক্ত ক্ষমতাবোৰ হস্তগত কৰিছিল। বৃটিছ কৰ্তৃপক্ষই এই নজন বিষয়াৰ কথামতেহে পৰিচালিত হৈছিল বুলি ঠাৱৰ কৰিব পাৰি।

(১) মণিৰাম একেলগে আহোম ৰজাৰ চিৰস্তাদাৰ দেৱান (মন্ত্ৰী) আৰু বৰভাণ্ডাৰ বৰুৱা আছিল, অন্যহাতে কোম্পানীৰো তেওঁ চিৰস্তাদাৰ নিযুক্ত হৈছিল। দুই বিৰোধী মালিকক তুষ্ট কৰি চলাটো খুৰৰ ওপৰত খোজ কঢ়াৰ তুল্য।

(২) শিৱসাগৰৰ তেওঁ মৌজাদাৰ আছিল ওপৰত উল্লেখ কৰা হৈছে।

(৩) নাজিৰাত অৱস্থিত কোম্পানীৰ মুখ্য বিষয়া আছিল স্বয়ং মণিৰাম; আৰু ৯জনকৈ বৃটিছ বিষয়াই তেওঁক সহায় কৰিবলৈ। বৃটিছ কৰ্তৃপক্ষই তেওঁলোকক নিয়োগ কৰিছিল।

(৪) গুৱাহাটীৰ পৰা চেৰাপুঞ্জীলৈ পাহাৰীয়া দুৰ্গম অঞ্চলৰ মাজেদি নতুন ৰাস্তা নিৰ্মাণৰ কাৰণে তেওঁক ঠিকাদাৰ নিযুক্তি দিছিল।

(৫) অসমৰ ভিতৰতে পহিলা চিনামৰা আৰু চেংলুং নামৰ দুখন বাগিচাৰ তেওঁ মালিক আছিল।

(৬) তেওঁ অসমৰ অঠখন ঠাইত নিজাববীয়া একোখনকৈ ঘৰবাৰীৰে সৈতে বাসস্থান পাতিছিল। সেইকেইখন ঠাই হ'ল—চেৰাপুঞ্জী, যোৰহাট, অৰ্জুনগুৰি (শিৱসাগৰ নগৰৰ পশ্চিমফালে), নাজিৰা, চেংলুঙ, চৌখাং, চিনামৰা আৰু বিশ্বনাথ।

(৭) গৰুমহৰ ৩২০টা পাল (খুটি) আছিল। এটা পালত ১০টাকৈ মহ থাকে।

(৮) মণিৰাম দেৱানৰ উচ্চ বুদ্ধিমত্তাৰ বিষয়ে স্বয়ং অসমৰ তেতিয়াৰ কমিচনাৰ চাহাব চাৰ জেন্‌কিনচ্ মোহিত হৈ উচ্চ প্ৰশংসা কৰিছিল, এনেধৰণে—

"বৃটিছ সাম্ৰাজ্যৰ মহাধিৰাজে গৌৰৱ কৰিব পৰা, শাসনৰ বাঘজৰীৰ চকৰি ঘূৰাই থকা খুব কম সংখ্যক বিচক্ষণ মেধাবী শাসক কেইজনমানৰ ভিতৰত মণিৰাম দেৱান মন্ত্ৰীও অন্যতম এজন।"

অন্যত্ৰ অসমৰে মহান কবি সাহিত্যিক স্বৰ্গীয় মহেন্দ্ৰ বৰাই এইক্ষেত্ৰত কৰা মন্তব্য নিতান্তই প্ৰণিধানযোগ্য, তেখেতে কৈছিল;

"জন্মসূত্ৰেই মণিৰাম দেৱান জন্ম ঠাইৰ পৰা নিৰ্বাপিত ব্যক্তি আছিল; তেওঁ বিচৰা সঠিক স্বাধীনতাৰ পথ মুকলাবলৈ আৰু আধা শতিকা অপেক্ষা কৰিব লাগিছিল। যদিহে সমূহ জনতাই তেওঁ বিচৰা আন্দোলনত যোগ দিলেহেঁতেন তেন্তে সকলো সমস্যা দূৰতে বিদূৰ হ'লহেঁতেন। সেই বিদ্ৰোহত শ্ৰেণী নিৰ্বিশেষে বচা বচা লোকে যোগদান কৰিলেও সকলো শ্ৰেণীৰপৰা সাধাৰণ জনসাধাৰণ লোকে যোগদান কৰিব পৰা নাছিল অৰ্থাৎ সু-সংবদ্ধতা, সু-সংহতি, সমসংযোগৰ কোনো ব্যৱস্থা নাছিল।"

মণিৰাম দেৱানৰ দ্বাৰা আহুত ১৮৫৭ চনৰ (ভাৰতীয় সোঁতৰ পৰা বৈ অহা) বিদ্ৰোহৰ আন্দোলনটো কিয় ব্যৰ্থ হ'ব লগা হ'ল তাৰ অন্তৰনিহিত কাৰণ বিচাৰিবলৈ গ'লে আমি তাৰ চাৰি বছৰৰ আগতেই ১৮৫৩ চনত স্বৰ্গীয় আনন্দৰাম ঢেকিয়াল ফুকনে কৰা বিশ্লেষণলৈ চাব লাগিব। তেতিয়াৰ দিনৰ বাস্তৱিক অসমীয়াৰ আভ্যন্তৰীণ পৰিস্থিতিৰ সম্পৰ্কে অৰ্থাৎ একপ্ৰকাৰ মৃত্যুশয্যাত চট্‌ফটাই থকা অসম আত্মাৰ শোকাবহ ছবিখনলৈ মনোনিবেশ কৰি ঘূৰি চাব লাগিব; তেওঁ বৰ্ণনা কৰিছিল এনেদৰে—

"কেইবাবছৰ ধৰি ব্ৰহ্মদেশৰ সৈন্যই অসম ৰাজ্যৰ নিৰীহ প্ৰজাৰ ওপৰত কৰা বৰ্বৰ আক্ৰমণ, অমানবিক অত্যাচাৰ, জঘণ্য পাশৱিক নিষ্ঠুৰতা, সীমাহীন ভাবিব নোৱৰা উপদ্ৰৱ, লগতে ভূতৰ ওপৰত দানহ পৰাৰ দৰে বাৰম্বাৰ গৃহযুদ্ধৰ ফলস্বৰূপে অসম দেশখনৰ আধাভাগ জনবসতি শূন্য হৈ পৰিল, আধাখিনি মানুহ মৃত্যুমুখত পৰিল আৰু অনেকে আসন্ন মৃত্যুৰ ভয়ত আতঙ্কিত হৈ হাবিজংঘলত সোমাবলৈ গৈ হয় বনৰীয়া জন্তুৰ মুখত পৰিল নহয় অটব্য হাবিৰ মাজত পৰি আওমৰণে মৰিল আৰু ভালেমানে পলাই গৈ পৰদেশত আশ্ৰয় বিচাৰি চিৰ দিনৰ কাৰণে দেশান্তৰ হ'ব লগা হৈছিল।"

অসম দেশৰ ভাগ্য নিৰ্ণয় কৰিছিল এখন চিঠি সঠিকভাৱে বিলি কৰা বা নকৰাৰ ওপৰত। মণিৰাম দেৱানে কলিকতাৰ পৰা বিশেষ ছদ্মবেশী বাহকৰ যোগে পঠোৱা ঐতিহাসিক চিঠিখন যোৰহাটৰ ৰজা কন্দৰ্পসিংহৰ হাতত দিয়াৰ সলনি ভুলক্ৰমে হৰনাম দাৰোগা নামৰ লোকৰ হাতত ৰহস্যজনকভাৱে কেনেবাকৈ পৰিলগৈ। এনে সুসঙ্গত নীতিৰ অভাৱত শত্ৰু পক্ষই বিদ্ৰোহৰ বিষয়ে মুহূৰ্ততে তালুৰ পৰা তলোৱালৈকে উমান পাই গৈছিল, বিদ্ৰোহৰ গুৰিত কোন কোনে জড়িত আছিল, বিদ্ৰোহৰ গভীৰতা, ভয়াবহতা কিমান, ইয়াৰ শেষ লক্ষ্য ধৰণ কৰণ দৌৰৰ ক্ষমতা কিমান সকলো শত্ৰুৱে নিমিষতে গম পাই প্ৰতিব্যৱস্থা লৈছিল।"

বৃটিছৰ দৰে মহাশক্তিমান কৰ্তৃপক্ষৰ বিৰুদ্ধে যুজিবলৈ দীৰ্ঘ কালজুৰি প্ৰস্তুতিৰ অভাৱ এই কথাটোহে উক্ত ঘটনাৰ দ্বাৰা প্ৰতীয়মান হয়। তথাপিও অসমীয়া জনতাৰ সৰল হৃদয় ৰাজ্যত মণিৰাম দেৱানৰ অমৰ দেশ প্ৰেমৰ স্মৃতি আৰু তেওঁৰ প্ৰতি থকা চেনেহৰ বিৰহ বেদনাসিক্ত মণিৰাম দেৱানৰ প্ৰতি ৰচা গীতবোৰ চিৰকাল সেউজীয়া হৈ জীয়াই থাকিব।

# অসমৰ ইতিহাসত ১৮৫৭ চনৰ মহাবিদ্ৰোহৰ প্ৰভাৱ আৰু তাৎপৰ্য

ড° অৰুণ চন্দ্ৰ ভূঞা

অসমৰ ইতিহাসত ১৮৫৭ চনৰ মহাবিদ্ৰোহ এক বিৰল ঐতিহাসিক ঘটনা। এই বিদ্ৰোহৰ উন্মেষ ঘটিছিল কলিকতাত আৰু তাক কাৰ্যকৰী কৰাৰ, সফল কৰাৰ আঁচনি আৰু পৰিকল্পনা আহোমৰ শেষ ৰাজধানী যোৰহাটতে অথবা উজনি অসমত কেন্দ্ৰীভূত হৈছিল।

১৮২৬ চনৰ ইয়াণ্ডাবু চুক্তিৰ সূত্ৰমতেহে অসমক ইষ্ট ইণ্ডিয়া কোম্পানীয়ে নিজৰ দখললৈ আনে। এই কথাই ৰজাঘৰীয়া ডা-ডাঙৰীয়াসকল আৰু বহুকাল আহোম ৰজাৰ অধীনত অথবা বিষয়াৰূপে কাৰ্য নিৰ্বাহ কৰা ডাঙৰীয়া শ্ৰেণীটোৰ মনত দুৰ্ঘোৰ অসন্তোষে বাহ লৈছিল। কোম্পানীৰ নতুন শাসন ব্যৱস্থাটোক তেওঁলোকে মনে প্ৰাণে গ্ৰহণ কৰা নাছিল। প্ৰথমতে ৰজাঘৰীয়াই ভাবিছিল যে অসমত শান্তি প্ৰতিষ্ঠা হ'লেই কিছু প্ৰশাসনীয় সুস্থিৰতা আনিব পাৰিলেই ইংৰাজসকল পুনৰ নিজ ৰাজ্যলৈ প্ৰত্যাৱৰ্তন কৰিব। এই ভাবিয়েই প্ৰথমতে কোম্পনীৰ লগত সহযোগিতা আগবঢ়াইছিল। মোৱামৰীয়া বিদ্ৰোহৰ কালত কোম্পানীৰ সেনাই আহোম ৰজাৰ নিমন্ত্ৰণত আহি বিদ্ৰোহী দলক পৰাভূত কৰি নিজৰ ৰাজ্যলৈ উভতি গৈছিল। আহোম ৰজাৰ পৃষ্ঠপোষকতাত ডাঙৰীয়া শ্ৰেণীটোৱে ৰজাৰ ঘৰৰূপৰা বিভিন্ন সা-সুবিধা উপভোগ কৰিছিল, খেতিখালা আৰু অন্যান্য কামত খাতিবলৈ যথেষ্ট সংখ্যক পাইক, লগুৱা-লিক্‌চৌ পাইছিল। ১৮৪৩ চনত ডেভিদ স্কটে আইন কৰি বহতীয়া ৰখা প্ৰথা বিলোপ কৰে। তদুপৰি কোম্পানীয়ে পূৰ্বৰ বিনিময় প্ৰথাৰ সলনি মুদ্ৰা প্ৰচলনৰ ব্যৱস্থা কৰে। মাটিৰ ওপৰত খাজনা আৰু নানা ধৰণৰ কৰ-কাটল আৰোপ কৰে। এইবিলাক কথাৰ মেৰ-পেচ নজনা ডাঙৰীয়াসকলৰ অৱস্থা পানীত হাঁহ নচৰা বিধৰ হয়। বহতীয়া নথকাত তেওঁলোকৰ খেতি পথাৰ ছন্ পৰিছিল। ইতিমধ্যে কোম্পানীয়ে প্ৰশসনীয়া কাম-কাজ চলাবলৈ বহু সংখ্যক বঙালী আমোলা আমদানি কৰে।

অফিচ আদালতত ইংৰাজীৰ উপৰি বঙলা ভাষাই গুৰুত্ব লাভ কৰে। অসমীয়া ভাষা আৰু অসমীয়া ডা-ডাঙৰীয়া কোম্পানীৰ বাবে এলাগী হৈ পৰিল। ইতিমধ্যে উজনি-নামনি দুয়োটা অঞ্চলতে কোম্পানীয়ে ইংৰাজী শিক্ষা প্ৰবৰ্তন কৰিছিল। এই কাৰ্যত আমেৰিকান বেপ্‌টিষ্ট মিছনেৰীয়েও আগভাগ লৈছিল। ৰজাঘৰীয়া ডা-ডাঙৰীয়াসকলে বংশ গৌৰৱ, আত্ম সন্মান বজাই ৰাখিবলৈ কোম্পানীৰ এই নতুন ব্যৱস্থাবিলাকৰ প্ৰতি নিৰাসক্ত হৈ থাকিল ফলত তেওঁলোক দিনে দিনে সামাজিক আৰু অৰ্থনৈতিকভাৱে অনগ্ৰসৰ হৈ থাকি গ'ল এই দলটো উজনি অসমতে কেন্দ্ৰীভূত হৈছিল। ১৮২৬ চনৰপৰা মাত্ৰ দুবছৰৰ ভিতৰতে যোৰহাটৰ ওচৰৰ বচা পথাৰত গোমধৰ কোঁৱৰ নামৰ এজন তুংখুঙীয়া ৰাজকোঁৱৰ (১৮২৮ চনত) আহোমৰ পৰম্পৰা অনুসৰি শিঙৰি ঘৰত উঠি নিজকে অসমৰ ৰজা বুলি ঘোষণা কৰাই নহয় তেওঁ এমুঠি মানুহৰ হাতত সামান্য অস্ত্ৰ তুলি কোম্পানীৰ বিৰুদ্ধে যুঁজ দিবলৈ ওলাই আহিছিল। এই দলটোক মৰিয়নিত কোম্পানীৰ চিপাহীয়ে সহজতে পৰাজিত কৰে আৰু দলক নেতৃত্ব দিয়া গোমধৰ কোঁৱৰ আৰু তেওঁৰ লগৰ কেইজনমানক গ্ৰেপ্তাৰ কৰে। বিদ্ৰোহৰ আঁচনি কৰা মূল মানুহ আছিল ধনঞ্জয় বৰগোহাঁই। কোম্পানীৰ চিপাহীয়ে তেওঁকো গ্ৰেপ্তাৰ কৰি কাৰাগাৰত নিক্ষেপ কৰিছিল, তেওঁ শেহত পলাই গৈ নগাপাহাৰত আশ্ৰয় লয়। কোম্পানীয়ে গোমধৰ কোঁৱৰক সাত বছৰ কাললৈ কাৰাগাৰত নিক্ষেপ কৰে। ইয়াৰো ঠিক দুবছৰৰ পিছতে ১৮৩০ চনত ধনঞ্জয় বৰগোহাঁইৰ প্ৰৰোচনাত পিয়লি ফুকন আৰু জীউৰাম দিহিঙীয়া বৰুৱাই চাৰিশ মানুহ গোটাই ৰংপুৰ আক্ৰমণ কৰে। তেওঁলোকে অস্ত্ৰাগাৰত জুই লগাই দিয়ে আৰু কোষাগাৰ আক্ৰমণ কৰে। কোম্পানীৰ হাতত বিদ্ৰোহী দল পৰাস্ত হয় আৰু তেওঁলোকে পৃষ্টভঙ্গ দিয়ে। কোম্পানীয়ে পিয়লি ফুকন আৰু জীউৰাম দিহিঙীয়া বৰুৱাক গ্ৰেপ্তাৰ কৰে। বিদ্ৰোহৰ মূল মানুহ ধনঞ্জয় বৰগোহাঁই পুনৰ পলাই নগাপাহাৰ পায়গৈ। ৰংপুৰত পঞ্চায়তে বিচাৰ কৰি পিয়লি, জীউৰাম, হৰনাথ, ৰূপচান্দ আৰু ব'ম চিংফৌক দোষী সাব্যস্ত কৰে। পিয়লি ফুকন আৰু জীউৰাম দিহিঙীয়া বৰুৱাক ফাঁচীৰ হুকুম দিয়ে আৰু বাকীসকলৰ দীঘলীয়া কাৰাবাস হয়।

কোম্পানীৰ অসমত থকা কৰ্মকৰ্তাসকলৰ প্ৰথমতে এই অঞ্চলটো কোম্পানীৰ শাসনৰ অধীনত ৰাখিব নে নেৰাখে এই লৈ কিছু দোদুল্যমান অৱস্থাত আছিল। মানৰ তৃতীয় আক্ৰমণে অসমৰ অৰ্থনৈতিক বুনিয়াদ ভাঙি থানবান কৰে। বিধ্বস্ত অসম প্ৰায় জনশূন্য হৈ পৰিছিল। ঔপনিৱেশিক মানসিকতাৰে গঢ়া কোম্পানীৰ শাসকবৃন্দই বুজিছিলে অসমত পুঁজি বিনিয়োগৰ

কোনো স্থল নাই। আনহাতে ব্ৰহ্মদেশৰপৰা হ'ব পৰা সম্ভাব্য আক্ৰমণৰ আশংকাত তেওঁলোক চিন্তিত হৈ পৰিছিল আৰু হয়তো বঙ্গদেশৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰতো ই এক ভৱিষ্যতে ভাবুকি স্বৰূপ হ'ব পাৰে ; কোম্পানীৰ সৈন্য অসম এৰি গ'লেই মান সেনাই যে আৰু আক্ৰমণ নকৰিব তাৰ কোনো নিশ্চয়তা নাছিল। ইতিমধ্যে কেইজনমান অত্যুৎসাহী কোম্পানীৰ চাকৰিয়ালে অসম আৱিষ্কাৰ কৰিবলৈ এই অঞ্চলৰ পৰ্বত-পাহাৰ, হাবি-জঙ্গল ঘূৰি চলাথ কৰে। এই কেইজন লোকৰ আশাশুধীয়া প্ৰচেষ্টাতে অসমৰ হাবিত বনৰীয়া চাহ গছৰ পুলি আৱিষ্কাৰ হয়। আৰু দুজনমানে হাতীৰে দুৰ্ঘোৰ অৰণ্যত ঘূৰোঁতে হাতীৰ খোজত কয়লাৰ গুৰি আৰু খাৰুৱা তেলৰ সন্ধেদ পায়। এনেকৈয়ে তেওঁলোকে আৱিষ্কাৰ কৰিলে অসমৰ এক অনাবিষ্কৃত সোণৰ খনি। অসম সম্পৰ্কে থকা কোম্পানীৰ পূৰ্বৰ ধাৰণা সলনি হ'ল আৰু অসমেই নহয় সমগ্ৰ উত্তৰ পূব অঞ্চলকে কোম্পানীৰ অধীনলৈ আনি ঔপনিবেশিক শাসনৰ পাতনি মেলে। ইয়াৰ ফলত জন্ম হ'ল এটা দখলদাৰী সাম্ৰাজ্যবাদী, ঔপনিবেশিক মানসিকতাৰে গঢ়া শোষণকাৰী কোম্পানীৰ শাসন ব্যৱস্থা।

মাত্ৰ চাৰি বছৰৰ ভিতৰতে উজনি অসমত ডাঙৰীয়া শ্ৰেণীটোৱে দুটাকৈ বিফল সশস্ত্ৰ সংঘৰ্ষৰ জন্ম দিয়ে। কোম্পানীৰ কৰ্ম-কৰ্তাসকলে উপলব্ধি কৰিলে যে ৰজাঘৰীয়াৰ দল কোম্পানীৰ শাসনৰ প্ৰতি সম্পূৰ্ণ বিতুষ্ট। গতিকে ৰজাঘৰীয়াক কিছু পৰিমাণে সন্তুষ্ট কৰিবলৈ কোম্পানীয়ে উজনি অসম খণ্ডৰ শাসন ভাৰ পুৰন্দৰ সিংহক ১৮৩৩ চনত কৰতলীয়া ৰজা হিচাপে বছৰি ৫০,০০০ টকাৰ লালবন্দীৰ বিনিময়ত ন্যস্ত কৰে। কোম্পানীৰ মুখ্য উদ্দেশ্য আছিল ৰজাঘৰীয়াসকলৰপৰা সমৰ্থন আদায় কৰা। পুৰন্দৰ সিংহই মাত্ৰ পাঁচ বছৰ কালহে ক্ষমতা দখলৰ সুবিধা লভিলে। চুক্তি অনুসৰি কোম্পানীক সময়মতে লালবন্দীৰ টকা জমা দিব নোৱৰাত সেই অঞ্চলো পুনৰ কোম্পানীৰ দখললৈ যায়। কোম্পানীয়ে ৰজাঘৰীয়াৰ লগত এই প্ৰশাসনীয় পৰীক্ষা-নিৰীক্ষাৰদ্বাৰা দুয়ো পক্ষৰ মাজত সদ্ভাব আৰু সম্প্ৰীতিৰ সৃষ্টি হ'ব বুলি ভাবিছিল। কিন্তু কোম্পানীৰ হঠকাৰিতা আৰু দুমুখীয়া চৰিত্ৰই তাত অধিক তিক্ততা আৰু ক্ষোভহে জন্ম দিলে। ৰজাঘৰীয়া দল সম্পূৰ্ণ হতাশগ্ৰস্ত হৈ পৰিছিল আৰু দুয়ো পক্ষৰ মাজত সম্পৰ্কৰ অধিক অৱনতি ঘটিছিল।

ওপৰোক্ত দুটা পক্ষৰ বাহিৰেও আন এটা পক্ষ যাক তৃতীয় পক্ষ বুলি অভিহিত কৰিব পাৰি সেই পক্ষৰ লোকসকলক তথাকথিত ভদ্ৰলোক শ্ৰেণীৰ লোক বুলি পৰিচয় দিব পাৰি। এই দলৰ বেছি ভাগেই আছিল উচ্চ বৰ্ণৰ

হিন্দুলোক। তেওঁলোকে কোম্পানীৰপৰা পোৱা সকলো সা-সুবিধা গ্ৰহণ কৰি আনকি প্ৰয়োজন অনুসৰি ইংৰাজী আৰু বঙলা ভাষা শিকি কোম্পানীৰ বেতনভোগী আমোলা হৈ নিজৰ সামাজিক আৰু অৰ্থনৈতিক প্ৰতিপত্তি বৃদ্ধি কৰিছিল। এইসকলৰ নিজৰ পুত্ৰ-কন্যাক কলিকতালৈ পঠিয়াই ইংৰাজী শিক্ষাৰে শিক্ষিত কৰিছিল। ইংৰাজী শিক্ষাৰ প্ৰতি ধাউতি থাকিলেও তেওঁলোকৰ ধ্যান-ধাৰণা পুৰণিকলীয়া আছিল। আনকি তেওঁলোকে বাল্যবিবাহ আৰু বহুবিবাহ প্ৰথা সমৰ্থন কৰিছিল। আনহাতে কলিকতাৰপৰা প্ৰত্যাবৰ্তন কৰা যজ্ঞৰাম খাৰঘৰীয়া ফুকন, আনন্দ ৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা আদিয়ে সমাজত প্ৰচলিত কু-সংস্কাৰ, অন্ধ বিশ্বাস আদিৰ বিৰোধিতা কৰিছিল। আনকি কলিকতাত হোৱা নৱজাগৰণৰ প্ৰভাৱত তেওঁলোকে বহুবিবাহ আৰু বাল্যবিবাহ প্ৰথাৰ বিৰোধিতা কৰাৰ লগতে দেশত বিধৱা বিবাহ প্ৰচলন কৰিবলৈ চেষ্টা কৰিছিল। সমাজ সংস্কাৰৰ কথাত তেওঁলোকক পূৰ্ণ সমৰ্থন জনাইছিল খৃষ্টান ধৰ্ম প্ৰচাৰক আমেৰিকান বেপ্‌টিষ্ট মিছনেৰীসকলে যাৰ এক উল্লেখযোগ্য অৱদান হ'ল ১৮৪৬ চনৰপৰা শিৱসাগৰৰপৰা প্ৰকাশ পোৱা প্ৰথম অসমীয়া মাহেকীয়া আলোচনী 'অৰুনোদই সংবাদপত্ৰ'। এই কাকতক কেন্দ্ৰ কৰি খৃষ্টান ধৰ্ম প্ৰচাৰ কৰাৰ লগতে বঙলা ভাষাৰ পৰিৱৰ্তে অসমীয়া ভাষা প্ৰচলনৰ এক আন্দোলন গঢ়ি উঠিল। এই দলটোৱে বিশ্বাস কৰিছিল দেশৰ এই সন্ধিক্ষণত দেশৰ বাবে বেছি প্ৰয়োজন অৰ্থনৈতিক আৰু সামাজিক সুস্থিৰতা আৰু স্বাবলম্বিতা, ৰাজনৈতিক স্বাধীনতা বৰ্তমান পৰিস্থিতিত সম্পূৰ্ণ অপ্ৰয়োজনীয়। সেয়েহে এই দলটোৱে সেই সময়ত হোৱা প্ৰতিৰোধ সংঘৰ্ষসমূহৰ প্ৰতি সম্পূৰ্ণ নিৰাসক্ত হৈ ৰৈছিল। বৰঞ্চ, তেওঁলোকে কোম্পানীৰ শাসনকৰ্তাক বুজাবলৈ যত্ন কৰিছিল যে শান্তিপ্ৰিয় অসমীয়া ৰাইজে এটা ৰাজনৈতিক সুস্থিৰ পৰিৱেশহে বিচাৰিছে—দেশত শান্তি শৃঙ্খলা বৰ্তি থাকক ইত্যাদি। আমেৰিকান বেপ্‌টিষ্ট মিছনেৰী আৰু অসমীয়া ভদ্ৰলোক শ্ৰেণীটোৱে উঠি পৰি লাগিছিল দেশলৈ আধুনিক যুগৰ প্ৰভাৱ বোৱাবলৈ। মধ্য যুগৰ অসমখন এই যুগৰ বতাহৰ ছাটিত লাহে লাহে মোট সলাবলৈ বাধ্য হৈছিল।

আমাৰ আলোচ্য বিষয়ৰ আন এটা পক্ষ হ'ল—নিৰক্ষৰ সততে কৃষি কৰ্মত জড়িত থকা অসমীয়া ৰাইজ। মানৰ তৃতীয় আক্ৰমণে অসমৰ গ্ৰাম্য জীৱনৰ অৰ্থনৈতিক বুনিয়াদ ভাঙি থানবান কৰিছিল। অসমীয়া ৰাইজে প্ৰাণৰ মায়াত কৃষিকৰ্ম ত্যাগ কৰি হাবি-জঙ্ঘলত আশ্ৰয় লৈছিল—বহুতে ওচৰচুবুৰীয়া ৰাজ্যলৈ পলাই গৈছিল—ফলত খেতিপথাৰবোৰ ছন পৰিছিল, গাঁওবিলাক জনশূন্য হৈ

পৰিছিল। কোম্পানীৰ শাসনে দেশলৈ শান্তি আৰু সুস্থিৰতা ঘুৰাই আনে। দেশত চলি থকা অৰাজকতাৰ অন্ত পৰাত মানুহে পুনৰ কৃষিকৰ্মত লিপ্ত হৈছিল। তেওঁলোকেও দেশত ৰাজনৈতিক স্বাধীনতাৰ নামত এটা অস্থিৰ অৰাজকতাপূৰ্ণ পৰিস্থিতি সৃষ্টি হোৱাটো কামনা কৰা নাছিল। সামাজিক সুস্থিৰতা তথা শান্তিপূৰ্ণ পৰিৱেশহে তেওঁলোকৰ বাবে বেছি প্ৰয়োজনীয় কথা।

১৮৫৭ চনৰ বিদ্ৰোহ সূচনা কৰাৰ মূল চালিকাশক্তি আছিল মণিৰাম দত্ত দেৱান। মণিৰামৰ সামাজিক তথা ৰাজনৈতিক উত্থান ঘটিছিল কোম্পানীৰ সংস্পৰ্শলৈ আহিহে। তেওঁ একালত কোম্পানীৰ বিশ্বস্ত বিষয়া আছিল। তেওঁ সেই সময়ত কোম্পানীৰ অধীনত চাকৰি কৰা ভদ্ৰলোক শ্ৰেণীটোৰ লগতে একাত্ম হৈ কাম কৰিছিল। মণিৰাম কোম্পানীৰ আস্থাভাজন হোৱা হেতুকে তেওঁক কেইবাটাও দায়িত্বশীল পদত মকৰল কৰা হৈছিল। উল্লেখযোগ্য তেওঁ কোম্পানীৰ অধীনত প্ৰথমতে তহচিলদাৰ, তাৰ পিছত ৰেভিনিউ চিৰস্তাদাৰ পদ লাভ কৰিছিল।

চাৰিঙৰ কাকতি ঘৰৰ ৰামদত্তৰ পৰিয়ালটো মানৰ আক্ৰমণৰ সময়ত পলাই গৈ অসম বঙ্গৰ সীমাত অৱস্থিত চিলামাৰীত অৱস্থান কৰিছিল আৰু মণিৰামে তাতেই বঙলা, সংস্কৃত আৰু পাৰ্চীভাষা শিকিছিল। কাম চলাব পৰাকৈ ইংৰাজীও আয়ত্ত কৰিছিল। তেওঁৰ অসমৰ ইতিহাস, অৰ্থনৈতিক অৱস্থা আদিৰ বিষয়ে জ্ঞান অৰ্জন কৰিছিল। ইয়াৰ ফল স্বৰূপে তেওঁ "বুৰঞ্জী বিবেকৰত্ন"ৰ দৰে ইতিহাস গ্ৰন্থ ৰচনা কৰিবলৈ সমৰ্থ হৈছিল। মিছনেৰীসকলে 'অৰুনোদই' প্ৰকাশ কৰিবলৈ লোৱা সময়ত মণিৰামে ১০১ টকাৰ বৰঙণি আগবঢ়াইছিল। তেওঁ সেইকালত কলিকতাৰপৰা প্ৰকাশ হোৱা "ফ্ৰেণ্ডচ্ অফ ইণ্ডিয়া", "সমাচাৰ চন্দ্ৰিকা", "সমাচাৰ দৰ্পণ" আদি কাকত পঢ়িছিল আৰু এই বিলাকত মাজে সময়ে নিজৰ মতামতো প্ৰকাশ কৰিছিল। তেওঁৰ কলিকতীয়া ভ্ৰমণে জ্ঞান চক্ষু মুকলি কৰিছিল। বঙালী ভদ্ৰলোক শ্ৰেণীৰ আভিজাত্যই তেওঁক আকৰ্ষিত কৰিছিল—যাৰ ফলত তেওঁ আহোম ডা-ডাঙৰীয়াসকলৰ আভিজাত্যক অনুকৰণ কৰি নিজৰ সামাজিক প্ৰতিপত্তি প্ৰদৰ্শন কৰিছিল। তেওঁৰ মনত আধুনিকতাই প্ৰভাৱ পেলালেও সামাজিক আৰু ধৰ্মীয় কথাত চালচলনত সংৰক্ষণশীলতাৰহে পৰিচয় দিছিল। মণিৰামে কোম্পানীৰ শাসনকৰ্তাক অসমৰ অতীত ইতিহাস, ইয়াৰ ভৌগোলিক অৱস্থান, যাতায়াত ব্যৱস্থা, আহোম যুগৰ প্ৰচলিত ৰাজনীতি, শাসন ব্যৱস্থা আদি সকলো কথা বুজাই দিছিল। এই বিলাক কথাৰ বাবেই কোম্পানীৰ চকুত তেওঁ এজন সুদক্ষ, দায়িত্বশীল ব্যক্তিৰূপে পৰিচিত হৈছিল। কোম্পানীৰ শাসনৰ

প্ৰাৰম্ভিক কালছোৱাত তেওঁ এজন অপৰিহাৰ্য ব্যক্তি হৈ পৰিছিল। আগতে উল্লেখ কৰা হৈছে ১৮৩৩ চনত কোম্পানীয়ে ৰজাঘৰীয়া লোকক সন্তুষ্টি দিবলৈ আৰু নিজৰ ফলীয়া কৰিবলৈ পুৰন্দৰ সিংহক উজনি অসম খণ্ড শাসন কৰিবলৈ এৰি দিয়ে। ৰজাই মণিৰাম দত্তকে বিত্ত ব্যবস্থা টনকিয়াল কৰিবলৈ বৰভাণ্ডাৰ বৰুৱা পদত নিযুক্তি দিয়ে। সেই সূত্ৰেই মণিৰাম ৰজাৰ মূল মন্ত্ৰণাদাতা হৈ পৰে। কোম্পানীৰ বহুতো বিষয়াই উজনি অসম খণ্ড সাময়িকভাৱে হেৰুৱাই হামৰাও কাঢ়ি আছিল। সুযোগ-সুবিধা পোৱাত কোম্পানীৰ অন্তঃসাৰশূন্য পৰীক্ষা-নিৰীক্ষাৰো অন্ত পৰিল। মণিৰামৰ ৰজাৰ অধীনত চাকৰি কৰা কালত এটা কথা উপলব্ধি হৈছিল যে ৰজাঘৰীয়া ডা-ডাঙৰীয়াসকল কোম্পানীৰ শাসনৰ প্ৰতি সম্পূৰ্ণ বিতুষ্ট। এই শ্ৰেণীৰ মানুহৰ মনত পুঞ্জীভূত ক্ষোভৰ জ্বালা আছে। এটা কথা মণিৰামৰ হৃদয়ঙ্গম হৈছিল যে সুযোগ-সুবিধা পালে এই মানুহখিনিয়ে ইংৰাজক বিতাড়িত কৰিবলৈ হাতত অস্ত্ৰ তুলি ল'বলৈ কুণ্ঠাবোধ নকৰে। মণিৰামে নিজ অভিজ্ঞতাৰে এই কথাও বুজিছিল যে এমুঠি মানুহে সিঁচৰতিভাৱে অ'ত-ত'ত বিদ্ৰোহ সংঘটিত কৰিলেও সফল হোৱাৰ সম্ভাৱনা কম। সেই কালত অসমৰ ৰাইজৰ জন-বল, অৰ্থ-বল দুয়োটাৰে অভাৱ, নেতৃত্বৰ অভাৱ, পাৰ্বত্য অঞ্চলৰ লোকসকলকো সাম্ভাব্য বিদ্ৰোহত চামিল কৰিব নোৱাৰিলে বিদ্ৰোহ সফল হোৱাৰ সম্ভাৱনা অতি কম। মণিৰামে এই কথাও বুজিছিল যে ভদ্ৰলোক শ্ৰেণীটোৱে নিজৰ পদবীৰ মোহত আৰু সুখ স্বাচ্ছন্দ্যৰ কথা ভাবিয়েই নিৰপেক্ষৰূপে নেথাকি বিদ্ৰোহ দমনৰ ক্ষেত্ৰত কোম্পানীক সহায়হে কৰিব।

বৰভাণ্ডাৰ বৰুৱা পদ হেৰুৱাই মণিৰামে কলিকতালৈ গৈ কোম্পানীৰ বিষয়াসকলক লগ ধৰি উজনি অসম খণ্ডৰ শাসনভাৰ পুনৰ পুৰন্দৰ সিংহক ন্যস্ত কৰিবলৈ আৰ্জী পেছ কৰিছিল। কিন্তু সেই উদ্যোগত তেওঁ সফল নহ'ল। কোম্পানীৰ ফালৰপৰা তেওঁলৈ নতুনকৈ গঠিত হোৱা আসাম টি কোম্পানীৰ দেৱান পদ যাচে। আৰু মণিৰামেও নিজৰ সামাজিক আৰু অৰ্থনৈতিক প্ৰতিপত্তি বৰ্তাই ৰাখিবলৈ এই পদ গ্ৰহণ কৰে। ইয়াৰ ফলত তেওঁৰ চাহপাতৰ ব্যৱসায়ী দিশটোৰ লগত ঘনিষ্ঠভাৱে পৰিচিত হয়। উদ্যোগী পুৰুষ মণিৰামে তাকে মূলধন কৰি যোৰহাটৰ ওচৰত চেনিমৰা আৰু সাপেখেতিৰ ওচৰত চেংলুং নামৰ দুখন চাহ বাগিচা খোলে। এই ক্ষেত্ৰত তেওঁ চীনদেশীয় লোকৰো সহায় লয়। অতি সোনকালে তেওঁৰ চাহৰ গুণগত মান বৃদ্ধি পোৱাত তেওঁ চাহৰ ৰপ্তানিতো ভাগ লয়। অসমত চাহ খেতিৰ পাতনি মেলা আৰু চাহপাতৰ ব্যৱসায় কৰা প্ৰথম অসমীয়া চাহ উদ্যোগী আছিল মণিৰামেই। ইংৰাজ চাহ কোম্পানীয়ে মণিৰামক

চাহ ব্যৱসায়ৰ প্ৰতিদ্বন্দ্বী হিচাপে দেখা পোৱাত তেওঁক অৰ্থনৈতিকভাৱে সৰ্বস্বান্ত কৰিবলৈ উঠি পৰি লাগিল। ব্যৱসায়ী কোম্পানীকেইটাৰ কথাত ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনকৰ্তাই হাত উজান দিলে। মণিৰামৰ চাহ বাগিচাৰ মাটিৰ ওপৰত কৰ-কাটল লগোৱাকে ধৰি, মৌজা পৰিচালনাৰ দায়িত্বৰ পৰাও বেহাই দিয়ে। ফলত মণিৰামে নিজেই ১৮৪৪ চনত দেৱান পদৰপৰা অব্যাহতি লয়। ইংৰাজৰ দুমুখীয়া চৰিত্ৰই মণিৰামৰ অন্তৰত ইংৰাজ-বিদ্বেষী ভাব জগাই তোলে। কোম্পানীৰ শাসনকৰ্তাৰ প্ৰতি খড়্গহস্ত হৈ পৰে আৰু অন্তঃকৰণেৰে সেই মুহূৰ্তৰ পৰাই তেওঁ ৰজাঘৰীয়াৰ দলত যোগ দিয়ে। গতিকে দেখা যায় যে তেওঁৰ পূৰ্বৰ মানসিকতাৰ সম্পূৰ্ণ পৰিবৰ্তন হ'ল অৰ্থনৈতিক কাৰণতে। মণিৰামৰ পৰিবৰ্তিত দৃষ্টিভঙ্গী ভালদৰে প্ৰতিফলিত হৈছে যেতিয়া তেওঁ ১৮৫৩ চনত কলিকতাৰপৰা অহা চাৰ-জাজ এ-জে ম'ফাট মিলচ্‌ক দিয়া দুখন প্ৰতিবেদন (তেওঁ এখন নিজাববীয়াকৈ আৰু আনখন যুৱৰাজ ঘনকান্ত সিংহৰ হৈ)। দুয়োখন প্ৰতিবেদনতে কোম্পানীৰ শাসনৰ কু-ফল আৰু বিফলতাৰ কথা তথ্য সহকাৰে দাঙি ধৰিছিল। ইয়াৰ ফলত মণিৰাম আৰু কোম্পানীৰ শাসনকৰ্তাৰ মাজত থকা সম্পৰ্কৰ অধিক অৱনতি হ'ল। তেওঁলোকৰ চকুত মণিৰাম হ'ল "চতুৰ, অবিশ্বাসী, ক্ষমতালোভী ৰাজনীতিজ্ঞ।

১৮৫৭ চনত মণিৰাম কলিকতালৈ যায় আৰু কোম্পানীৰ ওপৰ খাপৰ বিষয়াসকলক লগ ধৰি পুনৰ চাৰিং ৰজা যুৱৰাজ কন্দৰ্পেশ্বৰ সিংহক উজনি অসম খণ্ডৰ শাসনভাৰ দিবলৈ আৰ্জী পেছ কৰে। কিন্তু সেই অনুৰোধ প্ৰতি কোম্পানীয়ে কৰ্ণপাত নকৰে।

কলিকতাত থকা কালতে মণিৰামে বিভিন্ন বাতৰি কাকতৰ যোগে গম পালে উত্তৰ ভাৰতৰ বিভিন্ন ঠাইত কোম্পানীৰ বেতনভোগী ভাৰতীয় চিপাহীসকলে কোম্পানীৰ বিৰুদ্ধে অস্ত্ৰ তুলি লৈছে। বহু ঠাইত সশস্ত্ৰ সংঘৰ্ষ হৈছে আৰু এইবিলাক অঞ্চলৰপৰা কোম্পানীয়ে পৰাজয়ৰ সন্মুখীন হৈ পলাবলৈ বাধ্য হৈছে। কলিকতাত ভাট আৰু ফকীৰে এনে ধৰণৰ বাতৰিসমূহ অতিৰঞ্জিতভাৱে প্ৰকাশ কৰিছিল। লাহে লাহে মণিৰামৰ মনত অসমত ঘটিব পৰা সম্ভাব্য বিদ্রোহৰ কথাই অহৰহ পীড়া কৰিবলৈ ধৰিলে। তেওঁৰ ধাৰণাত এয়া এক সুবৰ্ণ সুযোগ। অসমত সিঁচৰিত হৈ থকা কোম্পানীৰ ভাৰতীয় চিপাহীসকলক জগাই তুলিব লাগিব আৰু ভাৰ জৰিয়তে অসমত এটা বিদ্রোহ সংঘটিত কৰিব পৰা যায়। এই সম্ভাৱনীয়তাৰ প্ৰতি লক্ষ্য ৰাখি মণিৰামে যুৱৰাজ কন্দৰ্পেশ্বৰ সিংহ আৰু অন্যান্য কেইৰাজনো তেওঁৰ আস্থাভাজন লোকলৈ

সাংকেতিক ভাষাত চিঠি প্ৰেৰণ কৰিলে। ৰজাঘৰত ইংৰাজ বিদ্বেষ ভাব পূৰ্বৰেপৰা জাগ্ৰত হৈ আছিল। মণিৰামৰ চিঠিয়ে জ্বলা জুঁইত ঘিউ ঢালিলে। ৰজা ঘৰত গানৰ মজলিচ বহাৰ আচিলা লৈ আগন্তুক বিদ্ৰোহৰ বাবে পূৰ্ব প্ৰস্তুতি চলিল। অস্ত্ৰ-শস্ত্ৰ সংগ্ৰহ কৰা পুঁজি আৰু ৰচদ-পাতি সংগ্ৰহ কৰা উজনি অসমৰ বিভিন্ন অঞ্চলত থকা চিপাহীসকলৰ লগত যোগাযোগ কৰা ইত্যাদি কথাৰ আলচ হ'ল। মণিৰামৰ পৰিকল্পনা মতে ১৮৫৭ চনৰ দুৰ্গা পূজাৰ মহা অষ্টমীৰ দিনা বিদ্ৰোহ সংঘটিত হ'ল আৰু সকলো দলে ইংৰাজক পৰাভূত কৰি যোৰহাটলৈ আহিব আৰু কন্দৰ্পেশ্বৰ সিংহক অসমৰ ৰজা বুলি ঘোষণা কৰিব। দুৰ্গা পূজাৰ ঠিক আগে আগে মণিৰামো কলিকতাৰপৰা আহি অসম পাবহি।

মাজুলীৰ সত্ৰাধিকাৰলৈ মণিৰামে কলিকতাৰপৰা চিঠি দি এই আন্দোলনৰ বাবে সহায়ৰ প্ৰতিশ্ৰুতি আদায় কৰিছিল। কন্দৰ্পেশ্বৰ সিংহই দ'ল-দেৱালয়ত সোণ দান কৰি আগন্তুক বিদ্ৰোহৰ সফলতাৰ বাবে পূজা অৰ্চনা কৰিছিল। এই ক্ষেত্ৰত মন্দিৰৰ পূজাৰীয়েও সঁহাৰি দিছিল।

উজনি অসমৰ বিশেষকৈ যোৰহাটত থকা মুছলমানসকলেও আগন্তুক বিদ্ৰোহৰ বাবে সম্মত হৈছিল। মুছলমানসকলক সংঘবদ্ধ কৰাৰ ভাৰ আছিল বাহাদুৰ গাঁওবুঢ়া আৰু ফৰ্মুদ আলীৰ ওপৰত। দিল্লীৰ মছনদত পুনৰ বাহাদুৰ শ্বাহক সম্ৰাট হিচাপে সকলো দেশীয় ৰজা-প্ৰজা-চিপাহীয়ে মান্যতা প্ৰদান কৰাত তেওঁলোকৰ মনতো উদ্দীপনাৰ সৃষ্টি হৈছিল।

আসাম লাইট ইনফেন্টি বেটেলিয়নৰ ডিব্ৰুগড় আৰু গুৱাহাটীত দুটা ডাঙৰ ছাউনী আছিল। তদুপৰি গোলাঘাটৰ নগোৰা, শিৱসাগৰৰ, ডিব্ৰুগড় আৰু চৈখোৱা আদিতো চিপাহীৰ শিবিৰ আছিল। বিহাৰৰ জগদীশপুৰৰ জমিদাৰ কুঁৱৰ সিং আৰু দানাহৰ শিবিৰত থকা চিপাহীসকলৰ ইংৰাজৰ বিৰুদ্ধে অস্ত্ৰ তুলি লোৱাৰ খবৰ পাই অসমত থকা চিপাহীসকলেও ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ কথা চিন্তা কৰিছিল। ইতিমধ্যে কন্দৰ্পেশ্বৰ সিংহৰ বিশেষ কটকীৰূপে পিয়ালী বৰুৱা, বাহাদুৰ গাঁওবুঢ়া, ফৰ্মুদ আলীয়ে তেওঁলোকৰ শিবিৰত গানৰ মজলিচত ভাগ লোৱাৰ চলেৰে চিপাহীৰ মনৰ কথা জানিবলৈ চেষ্টা কৰিলে। তেওঁলোকে মনে মনে সম্মত হোৱাৰ কথা জানি কন্দৰ্পেশ্বৰ সিংহক ৰজা ৰূপে স্বীকৃতি দিবলৈ আৰু আগন্তুক বিদ্ৰোহৰ বাবে সাজু হ'বলৈ সকীয়াই দিয়ে। যুৱৰাজৰ কটকীয়ে আনকি চিপাহীৰ বেতন ৰজাৰ দিনত বৃদ্ধি কৰাৰ আশ্বাস দিয়ে। আনকি কোম্পানীৰ জংগী পল্টনৰ চিপাহীৰ দৰমহাৰ সমান কৰাৰো আশ্বাস দিয়ে। শিৱসাগৰ, ডিব্ৰুগড় আৰু চৈখোৱাৰ চিপাহীসকলৰ মাজত বিদ্ৰোহৰ বাৰ্তা বিয়পাই দিয়ে। ডিব্ৰুগড়ত

থকা চিপাহী দলৰ এজন নুৰ মহম্মদ জামাদাৰে ছুটী লৈ যোৰহাটত যুৱৰাজক সাক্ষাৎ কৰে আৰু তেওঁৰ বিদ্ৰোহ সফল হ'লে আৰু তেওঁ ৰাজপাটত বহিলে চিপাহীসকলক কি কি সুবিধা দিব সেই বিষয়ে বিৱৰি কয়। গোলাঘাটৰপৰা ৰুস্তম সিং জামাদাৰ আহি চিপাহীৰ ৰচদ পাতি কেনেকৈ যোগাৰ হ'ব সেই বিষয়ে আলোচনা কৰে যুৱৰাজৰ লগত।

ইতিমধ্যে কোম্পানীৰ শাসকবৰ্গই এইবিলাক কথাৰ ভু-ভা পাই সন্তম হৈ পৰে। সেই সমগ্ৰ উত্তৰ-পূব অঞ্চলটোও ইংৰাজ অথবা ইউৰোপীয় সৈন্য প্ৰায় নাছিলেই, সকলো বিহাৰ, উত্তৰ প্ৰদেশত বিদ্ৰোহ দমন কাৰ্যত ব্যস্ত আছিল। অসমত ·থকা ইংৰাজ প্ৰশাসক আৰু চাহ খেতিয়কসকল পৰিস্থিতিৰ সম্ভাৱনীয়তালৈ চাই আতঙ্কিত হৈ পৰিছিল। কলিকতাত থকা গৱৰ্ণৰ জেনেৰেললৈ তুৰন্তে সাহায্য পঠিয়াবলৈ অনুৰোধ কৰাত তেওঁ এটা ১০৪ জনীয়া নৌ যুদ্ধৰ সৈনিকক অসমলৈ পঠিয়াবলৈ ঠিক কৰে। ইংৰাজে ৰাভা, মণিপুৰী আৰু নেপালী চিপাহীক বিশ্বাসত লৈ তেওঁলোকক ডিব্ৰুগড়ত একত্ৰিত কৰে। নগাঁৱত থকা ইংৰাজ প্ৰশাসকে মিছা আৰু ডিমু নদীৰ দলং দুখন ভাঙি পেলাই যাতে বিদ্ৰোহীয়ে যোৰহাটৰপৰা সেই দিশে অগ্ৰসৰ হ'ব নোৱাৰে।

২৯ আগষ্টত গোলাঘাটত দুবেদাৰ ভীকন সিঙে মাজৰাতি সভা পাতি চিপাহীসকলে কেনেদৰে কি কৰিব লাগিব সেই কথা বুজাই দিছিল। সেই সভাত জামাদাৰ, হাবিলদাৰ সকলো গোট খাই কেনদৰে বিদ্ৰোহ সংঘটিত কৰিব সেই বিষয়ে আলচ কৰিছিল। তেওঁলোকে কৈছিল যদি হিন্দুৱে বিশ্বাসঘাতকতা কৰে তেওঁ গো-মাংস খাব আৰু যদি মুছলমানে কৰে তেওঁ গাহৰিৰ মাংস খাব। বিশ্বাসঘাতকৰ মৃত্যুদণ্ড দিয়া হ'ব। সেই সভাতে ঠিক হৈছিল সকলো তেতিয়াই ওলাই যাব যোৰহাটলৈ গৈ হৰনাথ দাৰোগাৰ মূৰ কাটিব, ৰজাক ৰাজপাটত বহুৱাব তাৰপৰা দলটো শিৱসাগৰলৈ গৈ হলৰয়দক ধৰিব অস্ত্ৰাগাৰ আৰু কোষাগাৰ দখল কৰিব তাৰ পিছত দলটো ডিব্ৰুগড় অভিমুখে যাব আৰু এনেদৰে নিজৰ দখললৈ আনিব। সেইদিনাৰ সভাত এটা দলে বিচাৰিছিল লগে লগে বিদ্ৰোহ সংঘটিত কৰিবলৈ আন এটা দলে সভাৰ কাৰ্যব্যৱস্থাৰ বিৰোধিতা কৰি সভাকক্ষ ত্যাগ কৰে। হলৰয়দে এই খবৰবোৰ পাই লগে লগে চিপাহীদলৰ নেতাসকলক ডিব্ৰুগড়লৈ বদলি কৰে।

নবেম্বৰ মাহৰ শেষৰ ফালে চিতাগঞ্জ আৰু ঢাকাত থকা চিপাহীদলে বিদ্ৰোহ সংঘটিত কৰি এটা দলে ব্ৰহ্মপুত্ৰ নদী পাৰ হৈ কৰাইবাৰী থানা দখল কৰে। চিতাগঞ্জত থকা দলে শ্ৰীহট্ট জিলাত প্ৰৱেশ কৰি কাছাৰৰ ফালে অভিযান চলায়।

সেই দলটোকে ইংৰাজ সৈন্যই সহজে পৰাস্ত কৰে আৰু বিদ্ৰোহীদল ছত্ৰভঙ্গ দিয়ে।

কোম্পানীৰ শাসকবৰ্গই ডিব্ৰুগড়ত সামৰিক আদালত পাতি চিপাহীদলৰ নেতাসকলক দ্বীপান্তৰিত আৰু কাৰোবাক দীঘলীয়া কাৰাবাস দিয়ে। গোলাঘাটৰ চিপাহীদলক সম্পূৰ্ণ বৰ্খাস্ত কৰে। সেই সময়ত সীমান্তত থকা খামটি, চিংফৌ আৰু মটকসকলেও বিদ্ৰোহত অংশ ল'বলৈ সষ্টম হৈছিল। ইয়াৰ পূৰ্বে খামটিয়ে শদিয়াত বিদ্ৰোহ সংঘটিত কৰি মেজৰ আদাম হোৱাইটক হত্যা কৰিছিল।

আগতে কোৱা হৈছে যে মণিৰামে কলিকতাৰপৰা সাংকেতিক ভাষাৰে চিঠি প্ৰেৰণ কৰিছিল। এনেকুৱা এখন চিঠি যোৰহাটৰ দাৰোগা হৰনাথ পৰ্বতীয়া বৰুৱাৰ হাতত পৰে আৰু তেওঁ ততালিকে এই সংবাদ শিৱসাগৰত থকা হলৰয়দক জনায়। কোম্পানীৰ শাসকবৰ্গ লগে লগে সষ্টম হৈ পৰে আৰু ৯ চেপ্তেম্বৰৰ মাজৰাতি ৰজাৰ হাউলি অৱৰোধ কৰে। কন্দৰ্পেশ্বৰ সিংহৰ লগতে বহুতকে আটক কৰে। কলিকতাত ১৮৫৭ চনৰ চেপ্তেম্বৰত মণিৰামক আটক কৰি ৩ ডিচেম্বৰত জাহাজেৰে যোৰহাটলৈ আনে আৰু তাৰ পিছত অতি ক্ষিপ্ৰতাৰে হলৰয়দে বিচাৰ কাৰ্য সমাপন কৰি নিজেই যোৰহাটৰ ওচৰৰ টোকলাইৰ পাৰত ১৮৫৮ চনৰ ২৬ ফেব্ৰুৱাৰীত মণিৰাম আৰু পিয়ালী বৰুৱাক ফাঁচী দিয়া কাৰ্য সমাপন কৰে। তদুপৰি এই বিদ্ৰোহৰ ষড়যন্ত্ৰত জড়িত থকাৰ অপৰাধত মধুমল্লিক, দুতিৰাম বৰুৱা, মৰঙীখোৱা গোহাঁই, ত্ৰিনয়ন, মায়াৰাম নাজিৰ, বাহাদুৰ গাঁওবুঢ়া আৰু ফৰ্মুদ আলীক দোষী সাব্যস্ত কৰি কাৰোবাক কলিয়াপানীলৈ দ্বীপান্তৰিত কৰি আৰু আন কেইজনমানক অন্য প্ৰদেশত দীঘলীয়া কাৰাবাসৰ হুকুম দিয়ে। কন্দৰ্পেশ্বৰ সিংহক বঙ্গদেশৰ বৰ্দ্ধমানৰ কাৰাগাৰত নিক্ষেপ কৰে। কোম্পানীৰ ৰোষত পৰি ৰজাৰ আত্মীয়সকলে পেঞ্চনৰপৰা বঞ্চিত হ'ব লগা হয়।

অসমৰ ইতিহাসত ১৮৫৭ চনৰ মহাবিদ্ৰোহ এক বিৰল ঐতিহাসিক ঘটনা। ৰজাঘৰীয়া ডা-ডাঙৰীয়াসকলৰ উপৰি সত্ৰৰ সত্ৰাধিকাৰ আৰু দ'ল-দেৱালয়ৰ পূজাৰীসকল, যোৰহাট অঞ্চলৰ মুছলমান ৰাইজ আৰু বিশেষকৈ কোম্পানীৰ বেতনভোগী ভাৰতীয় চিপাহীসকলে পূৰ্ণ সমৰ্থন আৰু সহযোগিতা আগবঢ়াইছিল। এ বিদ্ৰোহৰ এক বিশেষ তাৎপৰ্য হ'ল হিন্দু-মুছলমান চিপাহীসকলৰ আন্দোলনৰ প্ৰতি সমৰ্থন আৰু তেওঁলোকে কন্দৰ্পেশ্বৰ সিংহকে অসমৰ ৰজা ৰূপে স্বীকৃতি দান কৰিছিল।

এই বিদ্ৰোহৰ আন এক বিশেষ তাৎপৰ্য হ'ল মণিৰামেই প্ৰথম অসমীয়া যি এক সৰ্বভাৰতীয় সশস্ত্ৰ বিদ্ৰোহৰ লগত অসমত সংলগ্ন কৰাৰ প্ৰয়াস কৰিছিল।

ভাৰতীয় চিপাহীক ভৰসা কৰি এটা আন্দোলন গঢ়ি তোলাৰ বাবে প্ৰস্তুতি চলোৱাৰ কথাটোৱেই এক বিশেষ তাৎপৰ্য বহন কৰিছে। বিদ্ৰোহৰ মূল নেতাসকলৰ লগতে চিপাহীদলৰ মুখিয়ালসকলো কোম্পানীৰ শাসনকৰ্তাৰ হাতত চৰম শাস্তিৰ সন্মুখীন হ'ব লগা হ'ল। চিপাহীদলৰ ভূমিকা আৰু অৱদানৰ আমাৰ ইতিহাসত স্বীকৃতি প্ৰদান কৰা উচিত।

আন এটা তাৎপৰ্যপূৰ্ণ কথা হ'ল বিদ্ৰোহৰ প্ৰাৰম্ভিক কালছোৱাত সাধাৰণ কৃষক ৰাইজ বিদ্ৰোহৰ প্ৰতি সম্পূৰ্ণ নিস্পৃহ আৰু আওকণীয়া মনোভাব লৈছিল। অৱশেষত মণিৰাম আৰু পিয়লীৰ দেশৰ বাবে কৰা আত্ম বলিদানে মানুহখিনিক দেশপ্ৰেমৰ আৱেগে উদ্বাউল কৰি তোলে যাৰ ফলত এই চহা মানুহখিনিৰ মাজত মণিৰাম আৰু পিয়লীক লৈ না-নান মালিতাৰ সৃষ্টি হ'ল। নক'লেও হ'ব অসমৰ কৃষক ৰাইজো ক্ৰমান্বয়ে ইংৰাজৰ শাসনৰ দুৰ্ঘোৰ বিদ্বেষী হৈ পৰে—কৰ কাটলৰ গধুৰ বোজাই, অবিবেচকী ৰাজহ নীতিৰ ফলত অসমৰ বিভিন্ন ঠাইত কৃষক বিদ্ৰোহ সংঘটিত হয় যাৰ ফলত বহুতো কৃষক ইংৰাজৰ স্বেৰাচাৰী শাসনৰ ভুক্তভোগী হৈ প্ৰাণ পৰ্যন্ত বিসৰ্জন দিব লগা হয়। *

সহায় লোৱা কিতাপৰ তালিকা :

এইস কে. বৰপূজাৰী (সম্পাদিত) - পলিটিকেল হিষ্টৰি অফ আসাম, গুৱাহাটী ১৯৭৭ চন।

অজিত কুমাৰ দত্ত—মণিৰাম দেৱান এণ্ড দি কন্‌টেমপৰেৰী আসামিজ চ'চাইটি, গুৱাহাটী ১৯৯০।

উপেন্দ্ৰ নাথ বৰুৱা—এ গ্লিমপচ্ অফ আসাম, যোৰহাট, ১৯৪৬।

---

* ২০০৭ চনৰ ১৭ জুনৰ সবিতা সভাৰ আলোচনা সভাত এই বিষয়ৰ ওপৰত লেখকে দীঘলীয়া আলোচনা কৰিছিল

# সৱিতা-সভাৰ সম্পাদকৰ কাৰ্যকালৰ প্ৰতিবেদন

সৱিতা সভা, গুৱাহাটী
প্ৰতিষ্ঠিত - ১৯৫০ খ্ৰীষ্টাব্দ

১৯৫০ খ্ৰীষ্টাব্দৰ জহকালৰ এটি শুভমুহূৰ্তত প্ৰয়াত কবি কমলেশ্বৰ চলিহাৰ আহ্বান ক্ৰমে অনুষ্ঠিত সভাত কুমাৰ ভাস্কৰ মন্দিৰৰ এটি কোঠাত বিহগী কবি ৰঘুনাথ চৌধাৰীৰ সভাপতিত্বত সৰ্বসম্মতিক্ৰমে সাহিত্য-কলা-সংস্কৃতিৰ আলোচনা কৰাৰ লক্ষ্যেৰে সৱিতা সভা নামেৰে অনুষ্ঠান এটিৰ জন্ম হয় আৰু এই সভাখনেই ১৯৫৩ খ্ৰীষ্টাব্দত অসম সাহিত্য সভাৰ শাখা সভা ৰূপে স্বীকৃতি লাভ কৰে। কবি চৌধাৰীদেৱ সৱিতা সভাৰ সভাপতি নিৰ্বাচিত হয় আৰু আমৰণ কাল তেখেতৰ বাসগৃহতে সৱিতা সভাৰ যাৱতীয় কাৰ্য পৰিচালিত হয়। ১৯৬৮ খ্ৰীষ্টাব্দৰ ১৮ নৱেম্বৰত বিহগীকবিৰ দেহান্তৰৰ পিছত সাহিত্যাচাৰ্য অতুলচন্দ্ৰ হাজৰিকাদেৱে সভাপতিৰ পদত অধিষ্ঠিত হৈ তেখেতৰ বাসস্থান উগ্ৰতাৰা মন্দিৰৰ সমীপস্থ 'তপোবন'ত সৱিতা সভাৰ সকলো অনুষ্ঠান পতাৰ সুবিধা কৰি দিছিল। ১৯ খ্ৰীষ্টাব্দৰ ৭ জুনত অধ্যাপক হাজৰিকা স্বৰ্গগামী হোৱাৰ পিছত আচাৰ্য ৰজনীকান্ত দেৱশৰ্মাদেৱে আমৰণ ১৯৯১ খ্ৰীষ্টাব্দৰ ১৭ জানুৱাৰী পৰ্যন্ত সৱিতা সভাৰ সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। তেখেতৰ দেহান্তৰৰ পিছত উপসভাপতি মেজৰ সত্যব্ৰত লহকৰ ডাঙৰীয়াই সভাপতিৰ কাৰ্যভাৰ গ্ৰহণ কৰে যদিও সম্পাদক শ্ৰীসুৰেন্দ্ৰ মোহন ঠাকুৰীয়া শয্যাগত হৈ থকা বাবে সৱিতা সভাৰ কাম অচল অৱস্থাত পৰে, প্ৰায় ১৫ বছৰ কাল।

সৱিতা সভাৰ প্ৰথম সম্পাদক ৯২-বছৰীয়া শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাই 'সৱিতা সভাৰ মৰ্মন্তুদ বেদনা' শীৰ্ষক এটি আবেগময় প্ৰবন্ধেৰে গুৱাহাটীয়াসকলক সৱিতা সভা উদ্ধাৰৰ বাবে কাতৰ আহ্বান জনায়। তেখেতৰ সেই আহ্বানত ইতিপূৰ্বে সৱিতা সভাৰ চাৰিবাৰ সম্পাদকৰ কাৰ্যভাৰ পৰিচালনা কৰাৰ ১৫ বছৰ পাছত পুনৰ আমাক (১২ জুন, ২০০৫) তাৰিখে পণ্ডিত তীৰ্থনাথ শৰ্মা প্ৰেক্ষাগৃহত সভা এখন আহ্বান কৰি বহুতো বিদ্বান গুণী-জ্ঞানী উৎসাহী লোকৰ উপস্থিতিত শ্ৰীনৱদীপৰঞ্জন পাটগিৰিৰ সভাপতিত্বত সৱিতা সভাৰ পুনৰ্জন্মৰ আলোচনা-

বিলোচনা অনুষ্ঠিত কৰে। আদ্যোপান্ত আলোচনাৰ অন্তত সৰিতা সভাখনক পুনৰ সক্ৰিয় কৰাৰ প্ৰস্তাৱ সৰ্বসম্মতিক্ৰমে গৃহীত হয় আৰু তলত উল্লেখ কৰা ব্যক্তিসকলক লৈ এখন কাৰ্যকৰী সমিতি গঠন কৰা হয়—

উপদেষ্টা : শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা (প্ৰাক্তন সম্পাদক, সৰিতা সভা, চানমাৰি, গুৱাহাটী)

সভাপতি : শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তী ('দৈনিক অসম' কাকতৰ সম্পাদক)

কাৰ্যকৰী সভাপতি : অধ্যাপক ড° বাণীকান্ত শৰ্মা (অৱসৰপ্ৰাপ্ত মুৰব্বী অধ্যাপক, আধুনিক ভাৰতীয় ভাষা বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়)

উপসভাপতি : অধ্যাপক ভক্তপ্ৰসাদ চলিহা (অৱসৰপ্ৰাপ্ত অধ্যাপক, অসমীয়া বিভাগ, গুৱাহাটী বিশ্ববিদ্যালয়)

কোষাধ্যক্ষ : শ্ৰীনবদীপৰঞ্জন পাটগিৰি (অৱসৰপ্ৰাপ্ত এ.চি.এছ বিষয়া অসম চৰকাৰ)

সম্পাদক : শ্ৰীকনকচন্দ্ৰ ডেকা (অৱসৰপ্ৰাপ্ত অধ্যাপক, বাণীকান্ত শিক্ষক প্ৰশিক্ষণ মহাবিদ্যালয়, গুৱাহাটী)

সদস্যসকল : ১। অধ্যাপক কমলেশ্বৰ শৰ্মা (অৱসৰপ্ৰাপ্ত অধ্যাপক, ইংৰাজী বিভাগ, কটন মহাবিদ্যালয়, গুৱাহাটী)

২। অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা (অৱসৰপ্ৰাপ্ত অধ্যাপক, ইংৰাজী বিভাগ, কটন মহাবিদ্যালয়, গুৱাহাটী)

৩। শ্ৰীবিনন্দ কুমাৰ গগৈ (অৱসৰপ্ৰাপ্ত আই. এফ. এছ, বিষয়া ভাৰত চৰকাৰ) গুৱাহাটী।

৪। ড° ৰোহিণী কুমাৰ বৰুৱা (অৱসৰপ্ৰাপ্ত আই. এ. এছ, বিষয়া, অসম চৰকাৰ) গুৱাহাটী।

৫। শ্ৰীৰমণীকান্ত শৰ্মা (অৱসৰপ্ৰাপ্ত মুখ্য অভিযন্তা তথা সচিব, মেঘালয় চৰকাৰ) গুৱাহাটী।

৬। শ্ৰীহৰেশ্বৰ ডেকা, গুৱাহাটী।

৭। শ্ৰীমতী হিৰুপ্ৰভা বৰুৱা, চানমাৰি।

৮। ড° লিলি ৰাজবংশী, গুৱাহাটী।

৯। ড° ৰবীন দেৱ চৌধুৰী, গুৱাহাটী (ভূতপূৰ্ব ৰাষ্ট্ৰীয় সংগ্ৰহালয়ৰ সঞ্চালক আৰু উপাচাৰ্য)

সৰিতা সভাৰ নৱজন্মৰ পাছতেই ২/৭/২০০৫ ইং তাৰিখে এম. চি. এম. ই স্কুলৰ কোঠাত এখন সভা বহে। এই সভা শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীৰ সভাপতিত্ব

অনুষ্ঠিত হয়। এই সভাত 'দি চেণ্টিনেল' কাকতৰ সম্পাদক শ্ৰীধীৰেন্দ্ৰনাথ বেজবৰুৱা, ভাষাচাৰ্য ড° প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, অৱসৰপ্ৰাপ্ত অসম চৰকাৰৰ মুখ্য সচিব হৰেন্দ্ৰনাথ দাস, অৱসৰপ্ৰাপ্ত ৰাষ্ট্ৰীয় সংগ্ৰহালয়ৰ সঞ্চালক ড° ৰবীন দেব চৌধুৰী, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি ড° নগেন শইকীয়া, গুৱাহাটী বিশ্ববিদ্যালয়ৰ অৱসৰপ্ৰাপ্ত অধ্যাপক ড° বাণীকান্ত শৰ্মা, আধুনিক ভাৰতীয় ভাষা বিভাগৰ অৱসৰপ্ৰাপ্ত ৰবীন্দ্ৰ ঠাকুৰ অধ্যাপক ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, বয়োবৃদ্ধ সাংবাদিক শ্ৰীশিৱপ্ৰসাদ বৰুৱা, সুসাহিত্যিক বৃদ্ধ নাগৰিক শ্ৰীনৰেন্দ্ৰনাথ শৰ্মা, শ্ৰীনগেন্দ্ৰ দত্ত, সুসাহিত্যিক কনকচন্দ্ৰ শৰ্মা প্ৰভৃতি বহুতো গণ্যমান্য নাগৰিকে অংশ গ্ৰহণ কৰে আৰু অসমৰ বৰ্তমানৰ সমস্যা সম্পৰ্কে নানা তত্ত্বগধুৰ ভাষণ প্ৰদান কৰে আৰু অসমীয়া জাতি আৰু ভাষাৰ অস্তিত্ব সম্পৰ্কে ৰাইজক অতন্দ্ৰ প্ৰহৰীৰ দৰে কাম কৰি আহ্বান জনায়।

১০/৭/২০০৫ তাৰিখে লতাশিল প্ৰাইমাৰী স্কুলত সবিতা সভাৰ কাৰ্যনিৰ্বাহক সভা বহে। এই সভাত সবিতা সভাৰ এখন নিয়মাৱলী প্ৰস্তুত কৰি শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাই উপস্থাপন কৰে আৰু সেইখনকে কাৰ্যনিৰ্বাহকে চূড়ান্ত ৰূপ দিয়াৰ কাৰণে শ্ৰীবিমল কুমাৰ হাজৰিকাক দায়িত্ব অৰ্পণ কৰে। শ্ৰীহাজৰিকাই যথা সময়ত সেইখনৰ চূড়ান্ত ৰূপ দি কাৰ্যনিৰ্বাহক সভাৰ পৰৱৰ্তী অধিৱেশনত উত্থাপন কৰে আৰু সভাত গৃহীত হয়।

১৯/৭/২০০৫ তাৰিখে বয়োবৃদ্ধ সাংবাদিক শ্ৰীশিৱপ্ৰসাদ বৰুৱাৰ আহ্বান ক্ৰমে ৰবীন্দ্ৰ ভৱনত "অসমীয়া জাতি আৰু ভাষাৰ অস্তিত্ব" সম্পৰ্কে এখন অতি গুৰু গম্ভীৰ সভা অনুষ্ঠিত হয়। এই সভাত ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য কমলেশ্বৰ বৰা, প্ৰসিদ্ধ সম্পাদক শ্ৰীধীৰেন্দ্ৰনাথ বেজবৰুৱা, অসম সাহিত সভাৰ প্ৰাক্তন সভাপতি ড° লক্ষ্মীনন্দন বৰা, অসম সাহিত্য সভাৰ সভাপতি শ্ৰীকনকসেন ডেকা, অসম চৰকাৰৰ অৱসৰপ্ৰাপ্ত মুখ্য সচিব শ্ৰীজ্যোতিপ্ৰসাদ ৰাজখোৱা, ভাষাচাৰ্য ড° গোলোকচন্দ্ৰ গোস্বামী প্ৰভৃতি বিশিষ্ট ব্যক্তিসকলে উক্ত বিষয়ৰ আলোচনাত আলোকপাত কৰি অসমীয়া জাতিক আৰু অসমীয়া ভাষাক কোনেও ধ্বংস কৰিব নোৱাৰে যদিহে অসমীয়াসকলে মাৰবান্ধি দেশমাতৃৰ স্বাধীনতা ৰক্ষাৰ কাৰ্যত আত্মবিশ্বাস আৰু আত্মপ্ৰত্যয়েৰে আত্মোৎসৰ্গ কৰে। **"ব্ৰহ্মপুত্ৰ নদ বৈ থাকে মানে অসমীয়া ভাষা সগৌৰৱে জীয়াই থাকিব"** বুলি ভাষাচাৰ্য ড° গোস্বামীয়ে নদি ঘোষণা কৰে। ভৱিষ্যৎ বংশধৰসকলক প্ৰাথমিক স্তৰৰেপৰা মাতৃভাষাৰ শিক্ষাৰে অনুপ্ৰাণিত কৰাটো প্ৰতিজন অসমীয়াৰে পবিত্ৰ কৰ্তব্য বুলি বক্তাসকলে দোহাৰে।

৩০/৭/২০০৫ তাৰিখে শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰবৰ্তীৰ সভাপতিত্বত কাৰ্যনিৰ্বাহক সমিতিৰ সভা এখন এম. চি. আই স্কুলত বহে আৰু সবিতা সভাৰ সোণালী জয়ন্তী উৎসব পতাৰ সিদ্ধান্ত গ্ৰহণ কৰি 'সবিতা সভা : সোণালী জয়ন্তী অৰ্ঘ্য' নামেৰে এখনি গ্ৰন্থ প্ৰকাশ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰি অধ্যাপক কমলেশ্বৰ শৰ্মাক মুখ্য সম্পাদক ৰূপে লৈ এখন গ্ৰন্থ সম্পাদনা সমিতি গঠন কৰা হয়—সম্পাদনা সমিতিৰ সভাপতিৰূপে শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰবৰ্তীৰ উপৰি অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা, অধ্যাপক কমলেশ্বৰ শৰ্মা, ড° বাণীকান্ত শৰ্মা, অধ্যাপক ভবপ্ৰসাদ চলিহা, ড° ৰোহিণীকুমাৰ বৰুৱা আৰু শ্ৰীৰমণী শৰ্মাক সদস্যৰূপে নিৰ্বাচিত কৰা হয়।

১৩/৮/২০০৫ তাৰিখে শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰবৰ্তীৰ সভাপতিত্বত সম্পাদনা সমিতিৰ দ্বিতীয় বৈঠক লতাশিল এল. পি. স্কুলত বহে। ইতিপূৰ্বে পূৰ্বৰ সভাত গৃহীত সিদ্ধান্ত অনুসৰি "সোণালী জয়ন্তী অৰ্ঘ্য" গ্ৰন্থৰ প্ৰবন্ধ লেখকসমূহক অনুৰোধ কৰাৰ সিদ্ধান্ত লোৱা হয়। লগতে গ্ৰন্থখন ছপাৰ অৰ্থে অন্তত তিনিটা প্ৰেছৰপৰা নিবিদা আহ্বান কৰাৰ সিদ্ধান্ত লোৱা হয়।

২১/৮/২০০৫ তাৰিখে সবিতা সভাৰ বৰ্ষা অধিৱেশন লতাশিল প্ৰাইমাৰী বিদ্যালয়ত শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰবৰ্তীৰ সভাপতিত্বত অনুষ্ঠিত হয়। সভাখন উদ্বোধন কৰে অধ্যাপক ড° অপূৰ্বচন্দ্ৰ বৰঠাকুৰীয়া ডাঙৰীয়াই। সভাত নিৰ্দিষ্ট বক্তা অধ্যাপক ড° বাণীকান্ত শৰ্মাই মহাকবি কালিদাসৰ মেঘদূত খণ্ডকাব্যখনৰ বিষয়বস্তু আৰু কাব্যিক সৌন্দৰ্য তথা প্ৰেমৰ মহত্ব সম্পৰ্কে এটি মনোজ্ঞ বক্তৃতা প্ৰদান কৰি সকলোকে মোহিত কৰে। এই বক্তৃতাৰ বিষয়ে বিভিন্ন বাতৰি কাকতত সংবাদ পৰিবেশন কৰিছিল এনেদৰে :

**মেঘদূত : বিৰহ বেদনাৰ সুন্দৰতম কাব্যিক ৰূপ**

মহাকবি কালিদাসে ৰচনা কৰা মেঘদূত বিশ্বৰ প্ৰেমিকসকলৰ বিৰহ বেদনাৰ সুন্দৰতম আৰু সাৰ্থক কাব্যিক ৰূপ—এই অভিমত গুৱাহাটী বিশ্ববিদ্যালয়ৰ অবসৰপ্ৰাপ্ত অধ্যাপক ড° বাণীকান্ত শৰ্মাৰ। গুৱাহাটী সবিতা সভাৰ যোৱা দেওবাৰে অনুষ্ঠিত তৃতীয় বৈঠকত 'কালিদাস'ৰ মেঘদূত' শীৰ্ষক বক্তৃতা প্ৰদান কৰি ড° শৰ্মাই কয় যে—মেঘদূত কালিদাসৰ কল্পনাপ্ৰসূত খণ্ডবাক্য হ'লেও এই কাব্যৰ যোগে মহাকবিয়ে নিজ কৰ্তব্য পালনত স্খলিত হৈ যক্ষৰাজ কুবেৰৰ নিৰ্দেশত ৰামগিৰী আশ্ৰমত নিৰ্বাসন খাটি থকা সদ্যবিবাহিত এক যক্ষৰ চেনেহী পত্নীৰ পৰা বহু নিলগত থকাৰ ফলত সৃষ্টি হোৱা শোক বিহ্বলতাৰ অতুলনীয় চিত্ৰ বৰ্ণনা কৰিছে। যক্ষ আৰু যক্ষপত্নীৰ চৰিত্ৰৰ মাজেৰে লৌকিক জগতত প্ৰেমিক-প্ৰেমিকাৰ বিচ্ছেদজনিত হিয়াভগা বেদনাৰ উদ্ৰেক হোৱাৰ এখন সুন্দৰ

প্ৰতিচ্ছবি অংকন কৰাৰ লগতে দেশৰ অগণন নদ-নদী, পাহাৰ-পৰ্বত, নগৰ-উপনগৰসহ বৈচিত্ৰ্যপূৰ্ণ দেশখনৰ ভৌগোলিক সৌন্দৰ্য আৰু প্ৰাচুৰ্যৰ বৰ্ণনা কৰি মাতৃভূমিৰো বন্দনা কৰিছে। মেঘদূত কাব্যখনত কবিৰ শব্দ নিৰ্বাচনৰ মিতাচাৰিতা, ছন্দৰ প্ৰয়োগ আৰু উপমা-অলংকাৰ আদিৰ পৰিৱেশনত অপূৰ্ব কৌশলৰ বিষয়ে বৰ্ণনা কৰি ড° শৰ্মাই কয়—মহাকবিগৰাকীয়ে প্ৰথম পাঁচটা স্তৱকত কাব্যৰ নায়কগৰাকীৰ অতীত শক্তি, সম্পদ আৰু বৰ্তমানৰ শক্তিহীন অৱস্থা, মেঘৰ বিৱৰণ মেঘৰ আগমনত যক্ষৰ অন্তৰত সৃষ্টি হোৱা বেদনাৰ মৰ্মস্পৰ্শী ৰূপ, যক্ষৰ মানসিক আলোড়ন আৰু অৱশেষত মেঘকেই দূত হিচাপে নিৰ্বাচন কৰাৰ কথা মনোৰমভাৱে বৰ্ণনা কৰিছে। কাব্যগ্ৰন্থখনক হৃদয়স্পৰ্শী বুলি অভিহিত কৰি ড° শৰ্মাই বাংলা কবি বুদ্ধদেব বসুৰ সুৰতেই কয়—মেঘদূত প্ৰথমৰপৰা শেষলৈকে এক চিত্ৰশালাৰ দৰেই। ইয়াত নানা সুন্দৰ অথচ কৰুণ চিত্ৰ স্পষ্ট ৰূপত জিলিকি উঠা দেখা পোৱা যায়। যক্ষপত্নীৰ ৰূপৰ পূৰ্ণ প্ৰতিকৃতিমূলক বৰ্ণনা বিশ্ব সাহিত্যত বিৰল বুলি তেওঁ অভিহিত কৰে। বাল্মিকীৰ পদাংক অনুকৰণ কৰি কালিদাসে উপমাসমূহৰ প্ৰয়োগৰ ক্ষেত্ৰত কেনেদৰে নিজস্ব উদ্‌ভাৱনশীলতাৰ পৰিচয় দিছে সেই কথা ব্যাখ্যা কৰি ড° শৰ্মাই কয় যে মেঘদূতৰ উপমাসমূহৰ চিত্ৰধৰ্মিতা অনিৰ্বচনীয়। সুদীৰ্ঘ ভাষণত ড° শৰ্মাই ৰবীন্দ্ৰনাথ ঠাকুৰ প্ৰমুখ্যে বিভিন্ন সমালোচকৰ মেঘদূত সম্পৰ্কে অভিমতৰ কথা উল্লেখ কৰে। সভাত সৰিতা সভাৰ সভাপতি ধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীয়ে মন্দাক্ৰান্ত ছন্দত ৰচিত মেঘদূত কাব্যক কালিদাসৰ সৰ্বাধিক প্ৰচাৰিত আৰু সমাদৃত কাব্য বুলি আখ্যা দিয়ে। কালিদাসৰ অন্যান্য লেখাসমূহত পুৰাণ, ৰামায়ন আৰু মহাভাৰতৰ প্ৰভাৱ থকাৰ বিপৰীতে মেঘদূত এখন সম্পূৰ্ণ ধৰ্ম নিৰপেক্ষ কাব্য বুলিও তেওঁ উল্লেখ কৰে। বক্তৃতানুষ্ঠান উদ্বোধন কৰি দিয়া ভাষণত ড° অপূৰ্বচন্দ্ৰ বৰঠাকুৰীয়াই কালিদাসৰ ৰূপ কল্প অনন্য বুলি মত প্ৰকাশ কৰে। সভাত বিশিষ্ট সাহিত্যিক নৰেন্দ্ৰনাথ শৰ্মাৰ দ্বাৰা ৰচিত 'অকণিৰ মহাভাৰত' নামৰ গ্ৰন্থখন ড° বাণীকান্ত শৰ্মাই উন্মোচন কৰে। সভাৰ পৰৱৰ্তী বৈঠক অহা ২৫ ছেপ্তেম্বৰৰ বিয়লি ৪ বজাত লতাশিল প্ৰাথমিক বিদ্যালয়ত অনুষ্ঠিত হ'ব।

সভাত উপস্থিত থকা অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা, অধ্যাপক কমলেশ্বৰ শৰ্মা, অধ্যাপক ভৱপ্ৰসাদ চলিহা প্ৰমুখ্যে পণ্ডিতসকলে একমুখে ড° শৰ্মাৰ বক্তৃতাটোৰ শলাগ লয়।

৩১/৮/২০০৫ তাৰিখে বহা সম্পাদনা সমিতিৰ সভাত 'সোণালী জয়ন্তীৰ অৰ্ঘ্য'ৰ প্ৰবন্ধাৱলীৰ তালিকা প্ৰস্তুত কৰি পূৰ্বদেশ মুদ্ৰণ ছপাশালত ছপোৱাৰ

সিদ্ধান্ত গ্ৰহণ কৰা হয় আৰু লগতে ছপা খৰচৰ ধন সংগ্ৰহৰ বিষয়ে বিতংভাৱে আলোচনা কৰা হয়।

২৫/৯/২০০৫ তাৰিখে লতাশিল প্ৰাইমাৰী স্কুলত অত্ৰ সাহিত্য সম্পৰ্কে এটি গভীৰ আলোচনাৰ অৰ্থে শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীৰ সভাপতিত্বত এখন সভা অনুষ্ঠিত হয়। এই সভাত শ্ৰীমহেন্দ্ৰনাথ ভট্টাচাৰ্য আৰু কৃষ্ণকান্ত সন্দিকৈ সংস্কৃত মহাবিদ্যালয়ৰ অধ্যাপক উমাকান্ত শৰ্মাই অত্ৰ সম্পৰ্কে গভীৰ তত্ত্বমূলক আলোচনা উপস্থাপন কৰে।

১৬/১০/২০০৫ তাৰিখে কাৰ্যকৰী সভাপতি ড° বাণীকান্ত শৰ্মাৰ সভাপতিত্বত লতাশিল প্ৰাইমাৰী স্কুলত এখন সভা পতা হয়। সভাত সভাৰ আৱশ্যকীয় ভৱিষ্যৎ কাৰ্যাবলীৰ আলোচনা কৰা হয়।

৩০/১০/২০০৫ তাৰিখে শ্বহীদ ভৱনত সবিতা সভাৰ এখন বিশেষ অধিৱেশন অনুষ্ঠিত হয়। এই সভাত সবিতা সভাৰ সভাপতি শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীয়ে সভাপতিত্ব কৰে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূতপূৰ্ব উপাচাৰ্য দেৱপ্ৰসাদ বৰুৱাই প্ৰাক্তন ভাৰতীয় ৰাষ্ট্ৰদূত শ্ৰীবিনন্দ কুমাৰ গগৈৰ প্ৰণীত "Along the Buddhist Trail" নামৰ গ্ৰন্থখন উন্মোচন কৰি এই গ্ৰন্থখনে যে বৌদ্ধধৰ্মৰ বহুতো তাত্ত্বিক দিশত আলোকপাত কৰিছে তাক প্ৰশংসা কৰে। বিশ্ব শান্তি আৰু অহিংসাৰ বাণীৰ দ্বাৰা সম্ৰাট অশোকৰ ৰাজত্ব কালছোৱা কিদৰে বিশ্বৰ শান্তি ৰক্ষাত সহায় কৰিছে তাকো তেখেতে কয়।

২৬/১২/২০০৫ তাৰিখে অধ্যাপক কমলেশ্বৰ শৰ্মাৰ সভাপতিত্বত তেখেতৰ বাসভৱনত অনুষ্ঠিত সভাত প্ৰথমতে অসমৰ প্ৰয়াত মুখ্যমন্ত্ৰী জনসেৱক শৰৎচন্দ্ৰ সিংহৰ (২৪-১২-০৭) মৃত্যুত শোক প্ৰকাশ কৰি বিদেহী আত্মাৰ চিৰশান্তি কামনা কৰা হয় আৰু শোকসমবেদনা তেখেতৰ পৰিয়ালবৰ্গলৈ প্ৰেৰণ কৰা হয়। ইয়াৰ পিছত 'সোণালী জয়ন্তীৰ অৰ্ঘ্য' গ্ৰন্থখনিৰ প্ৰবন্ধাদি নিৰ্বাচন তথা গ্ৰন্থখনিৰ ছপা খৰচৰ এটা আপাতঃ খৰছৰ হিচাপ সম্পাদকে দাঙি ধৰে আৰু লগতে অৰ্থসংগ্ৰহৰ প্ৰয়োজন সম্পৰ্কে বিৱৰি কয়।

৫/২/২০০৬ তাৰিখে চম্পাৱতী প্ৰকাশন ভৱনত সবিতা সভাৰ সভাপতি শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীৰ পৌৰহিত্যত অনুষ্ঠিত সভাত লণ্ডন নিবাসী ডাঃ কৰুণাসাগৰ দাস সম্পাদিত 'টেমছৰপৰা ব্ৰহ্মপুত্ৰলৈ' শীৰ্ষক তথ্যসমৃদ্ধ আলোচনীখনৰ উন্মোচন কৰাৰ উপৰি ডাঃ দাসক কুমাৰী সঙ্গ মিত্ৰা ডেকাই এখন ফুলাম গামোচাৰে আদৰণি জনায়। সভাত ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী, ড° ৰোহিণী কুমাৰ বৰুৱা, শ্ৰীৰমণীকান্ত শৰ্মা, অধ্যাপক উপেন্দ্ৰনাথ শৰ্মা,

শ্ৰীনবদীপৰঞ্জন পাটগিৰি, অধ্যাপক কমলেশ্বৰ শৰ্মা, ড° বাণীকান্ত শৰ্মা, শ্ৰীবিনন্দ কুমাৰ গগৈ, শ্ৰীমতী বিজুলী গগৈ প্ৰভৃতিয়ে সম্পাদক শ্ৰীকনকচন্দ্ৰ ডেকা সহ ডাঃ দাসৰ স্বদেশ প্ৰীতিৰ ভূয়সী প্ৰশংসা কৰে আৰু আলোচনীখনৰ সুদীৰ্ঘ কাল প্ৰকাশ হৈ থকাৰ কামনা কৰে।

২০/২/২০০৬ তাৰিখে ড° ৰোহিনীকুমাৰ বৰুৱাৰ আমন্ত্ৰণক্ৰমে তেখেতৰ বাসগৃহত সৱিতা সভাৰ সভাপতি শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্তীৰ সভাপতিত্বত অনুষ্ঠিত হয়। সভাত I.M.D.T. Act মহামান্য উচ্চতম ন্যায়ালয়ে বাতিল কৰাৰ পিছতো আইনখন পাকেপ্ৰকাৰে বাহাল ৰখাৰ কাৰণে অসমৰ মুখ্যমন্ত্ৰীয়ে চলোৱা অভিসন্ধিৰ বিৰুদ্ধে প্ৰতিবাদ সাব্যস্ত কৰে। আনফালে এই সময়ত অসম সাহিত্য সভাৰ সভাপতিয়ে হঠাৎ পদত্যাগ কৰা সিদ্ধান্ত পৰিহাৰ কৰিবলৈ সভাপতিক অনুৰোধ জনোৱা হয়।

৩০/৪/২০০৬ তাৰিখে পণ্ডিত তীৰ্থনাথ শৰ্মা ভৱনত সৱিতা সভাৰ সভাপতি শ্ৰীধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তীৰ সভাপতিত্বত অনুষ্ঠিত সম্বৰ্দ্ধনা সভাত শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাদেৱক ৯১ বছৰ পূৰ্তি উপলক্ষে এখন সম্বৰ্দ্ধনা পত্ৰ প্ৰদান কৰাৰ উপৰি শ্ৰদ্ধাৰ প্ৰতীকৰূপে কেইপদমান বস্তু উপহাৰ দিয়া হয়।

## পৰিশিষ্ট-ক



# সৰিতা সভা ঃ গুৱাহাটী

## *অসমীয়া ভাষা-সাহিত্যৰ একান্ত সেৱক*

## শ্ৰীনৰেন্দ্ৰনাথ শৰ্মাদেৱলৈ

## একনৱতিতম জন্ম দিৱসত সৱিতা সভাৰ সম্বৰ্দ্ধনা পত্ৰ

*হে মহানুভৱ,*

সৱিতা সভাই আপোনাৰ একনৱতিতম জন্ম দিৱস উপলক্ষে আয়োজিত আজিৰ সভাৰ এই শুভ মুহূৰ্ত্তত আপোনাৰ গুণৰাশি সোঁৱৰণ কৰি আপোনাক শ্ৰদ্ধাৰ্ঘ্য নিবেদন কৰিবলৈ পাই গৌৰৱ অনুভৱ কৰিছে।

১৯১৬ খ্ৰীষ্টাব্দৰ ২৫ এপ্ৰিলত অবিভক্ত নগাঁও জিলাৰ পুৰণিগুদামৰ সমীপস্থ চলচলি গাঁৱত এটি সংস্কৃতিসম্পন্ন পৰিয়ালত আপোনাৰ জন্ম। আপুনি কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত প্ৰৱেশিকাৰপৰা সন্মানসহ স্নাতক পৰ্য্যন্ত শৈক্ষিক জীৱনত কৃতিত্ব প্ৰদৰ্শন কৰাৰ উপৰিও কৰ্মজীৱনৰ ব্যস্ততাৰ মাজতে গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়া বিষয়ৰ স্নাতকোত্তৰ পৰীক্ষাতো সমুত্তীৰ্ণ হৈ আপোনাৰ মেধা আৰু অক্লান্ত অধ্যৱসায়ৰ পৰিচয় দিছে।

আপুনি পুৰণিগুদাম উচ্চ ইংৰাজী বিদ্যালয়ত কৃতী শিক্ষকৰূপে প্ৰশংসাৰ পাত্ৰ হৈয়ো অসম চৰকাৰৰ সচিবালয়ত যোগদান কৰাৰ পিছত ১৯৪৮ খ্ৰীষ্টাব্দত প্ৰতিষ্ঠিত গুৱাহাটী বিশ্ববিদ্যালয়ত লব্ধপ্ৰতিষ্ঠ অধ্যাপকবৃন্দৰ সংস্পৰ্শলৈ অহাৰ আকাঙ্ক্ষাৰে প্ৰশাসনীয় বিভাগত যোগদান কৰি সন্তুষ্টি লাভ কৰিছিল। এই বিশ্ববিদ্যালয়খনৰ বিভিন্ন পাঠক্ৰম প্ৰস্তুতি আৰু গৱেষণাদি বিষয়ৰ লগত সম্পৃক্ত উপ-পঞ্জীয়কৰ দায়িত্ব সুখ্যাতিৰে সম্পাদন কৰি ১৯৭৭ খ্ৰীষ্টাব্দত অৱসৰ গ্ৰহণ কৰি সাৰস্বত সাধনাত ব্ৰতী হৈ আছে।

*হে সাৰস্বত সাধক,*

আপুনি আপোনাৰ সৃষ্টিশীল মনেৰে ৰচা 'শিল্পীৰ প্ৰতিমা' শীৰ্ষক চুটিগল্পৰ গ্ৰন্থখনে আৰু 'প্ৰেম আৰু প্ৰেমৰ অভিনয়' নামকৰণেৰে 'পৰীয়সী'ত প্ৰকাশ কৰা আপোনাৰ উপন্যাসখনে আপোনাক সৃষ্টিধৰ্মী লেখকৰূপে সুপ্ৰতিষ্ঠিত কৰিছে।

শিশুসকলৰ মনোৰঞ্জন আৰু নৈতিক চৰিত্ৰ গঠনকে মুখ্য উদ্দেশ্য কৰি আপুনি সাৱলীল সৰল ভাষাত প্ৰণয়ন কৰা 'সাতভাই কুকুৰবৰ্', 'মুনুৰ পুথি', 'কোন বেছি টেঙৰ', 'জোনবাইৰ দেশৰ জীয়ৰী আৰু যাদুকৰ', 'অকণিৰ ৰামায়ণ', 'অকণিৰ মহাভাৰত' প্ৰভৃতি গ্ৰন্থই আপোনাক যশস্বী সৃষ্টিশীল শিশুসাহিত্যিকৰ আসনত অধিষ্ঠিত কৰিছে। 'মুনুৰ পুথি' পুথিখনিয়ে আপোনাক অসম প্ৰকাশন পৰিষদৰ শিশু-সাহিত্যৰ বঁটাৰে পুৰস্কৃত কৰিছে।

আপুনি অনুবাদ কৰা বিশ্ববিশ্ৰুত পণ্ডিত 'জৱাহৰলাল নেহৰুৰ আত্মজীৱন চৰিত', শিক্ষাবিদ এ. এন. হোৱাইটহেডৰ 'শিক্ষাৰ লক্ষ্য', দাৰ্শনিক বাৰ্টাণ্ড ৰাছেলৰ 'সমাজৰ ওপৰত বিজ্ঞানৰ প্ৰভাৱ' আৰু সাহিত্যিক জনাথন ছুইফটৰ 'গালিভাৰৰ ভ্ৰমণ বৃত্তান্ত'—গ্ৰন্থসমূহে আপোনাক প্ৰসিদ্ধ অনুবাদকৰূপে বিভূষিত কৰিছে আৰু সাহিত্য অকাদেমিয়ে 'জৱাহৰলাল নেহৰুৰ আত্মজীৱন চৰিত' নামৰ অনূদিত গ্ৰন্থৰ বাবে আপোনাক পুৰস্কৃত কৰি আপোনাৰ পাণ্ডিত্যৰ স্বীকৃতি প্ৰদান কৰিছে। অসমৰ পণ্ডিত সমাজে তাৰ কাৰণে গৌৰৱবোধ কৰিছে।

ভাৰতৰ প্ৰাচীন সংস্কৃতি আৰু ঐতিহ্যৰ উপাসকৰূপে আপুনি পাঠক সমাজৰ হাতত তুলি দিছে—মহাকবি কালিদাসৰ 'অভিজ্ঞান শকুন্তলা'ৰ আধাৰত ৰচা 'আশ্ৰমৰ মৃগ', 'মালবিকাগ্নিমিত্ৰ'ৰ ৰূপান্তৰিতৰূপ 'মালৱিকা' আৰু ভৱভূতিৰ প্ৰখ্যাত নাটক 'মালতী-মাধৱ'ৰ অনূদিত ৰূপ 'মালতী-মাধৱ'ৰ নিচিনা আপুৰুগীয়া গ্ৰন্থসমূহ।

'ডি আসাম ট্ৰিবিউন', 'দৈনিক অসম', 'অসমবাণী' আদিৰ উপৰি নানাজনৰ স্মৃতিগ্ৰন্থ, অভিনন্দন গ্ৰন্থ, 'কটনিয়ান', 'আৱাহন', 'ৰামধেনু', 'সুৰভি' প্ৰভৃতি আলোচনীত প্ৰবন্ধপাতি লিখি আপুনি প্ৰসিদ্ধি লাভ কৰিছে।

সৰ্বোপৰি অসমীয়া ভাষাৰ বিশুদ্ধ প্ৰয়োগৰ অৰ্থে আপুনি 'ব্যৱহাৰিক শব্দকোষ' আৰু অসম চৰকাৰৰদ্বাৰা প্ৰকাশিত 'চলন্ত অভিধান' প্ৰণয়ন কাৰ্য্যত সক্ৰিয় ভূমিকা গ্ৰহণ কৰি অসমীয়া ভাষা জননীৰ বেদীত পাদ্যাৰ্ঘ্য নিবেদন কৰি ভাষাজ্ঞৰূপে গৌৰৱৰ অধিকাৰী হৈছে।

**হে সু-সংগঠককৰ্মী,**

সৱিতা সভা, অসম সাহিত্য সভা, অসম একাডেমী, সংগীত সত্ৰ, কন্যা মহাবিদ্যালয় প্ৰভৃতি বিভিন্ন অনুষ্ঠান-প্ৰতিষ্ঠানৰ বিভিন্ন বিষয়ৰাব দক্ষতাৰে পালন কৰি আপুনি সুযোগ্য সমাজ সংগঠকৰূপে সৰ্বজনৰ সমাদৰ লাভ কৰিছে।

***হে নীৰৱ কৰ্মব্ৰতী,***

আপোনাৰ কৰ্মৰাজিয়ে আপোনাৰ কীৰ্ত্তিৰ স্বাক্ষৰ বহন কৰিব; আপোনাৰ সাহিত্যকৃতিয়ে আপোনাক ভাষা-সাহিত্যৰ সাধকসকলৰ অন্যতম কৃতী সাহিত্যিকৰূপে সুপ্ৰতিষ্ঠিত কৰি ৰাখিব।

আজিৰ এই পবিত্ৰ দিৱসত আপোনাক দিবলৈ আমাৰ একো নাই, অন্তৰত আছে একমাত্ৰ অশেষ শ্ৰদ্ধা আৰু ভক্তি। চিৰ চেনেহী ভাষা জননীৰ সেৱা কৰিবলৈ ভগৱানে আপোনাক সু-স্বাস্থ্য আৰু সুদীৰ্ঘ জীৱন দান কৰক—এই কামনাৰে সৱিতা সভাই আপোনাক এই সম্বৰ্দ্ধনাৰ অৰ্ঘ্য নিবেদন কৰি পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছে—

*পশ্যতু শৰদঃ শতং*
*জীৱতু শৰদঃ শতং*
*শৃণোতু শৰদঃ শতম্।* ইতি—

*আপোনাৰ গুণমুগ্ধ সৱিতা সভাৰ সদস্যবৰ্গ হৈ*

| শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্ত্তী | শ্ৰীৰাধীকান্ত শৰ্মা | শ্ৰীকমলচন্দ্ৰ ডেকা |
|---|---|---|
| *সভাপতি* | *কাৰ্য্যকৰী সভাপতি* | *সম্পাদক,* |
| সৱিতা সভা, গুৱাহাটী | সৱিতা সভা, গুৱাহাটী | সৱিতা সভা, গুৱাহাটী |

গুৱাহাটী, ৩০ এপ্ৰিল, ২০০৬ খ্ৰীষ্টাব্দ



# পৰিশিষ্ট - খ

## সবিতা সভা, গুৱাহাটী

## 'বিজয়শ্ৰী' সন্মানেৰে বিভূষিত পৰম শ্ৰদ্ধাভাজন শ্ৰীমহেন্দ্ৰনাথ ভট্টাচাৰ্য্যদেৱলৈ সাদৰ অভিনন্দন

## ২ জুলাই ২০০৬

হে মান্যবৰ,

বৰ্তমানৰ নলবাৰী জিলাৰ হেলচা গাঁৱৰ এটি সম্ভ্ৰান্ত পৰিয়ালত ১৯২৮ খ্ৰীষ্টাব্দত জন্ম গ্ৰহণ কৰি ১৯৫৬ খ্ৰীষ্টাব্দৰপৰা অসমৰ সমবায় আন্দোলনৰ অন্যতম নিষ্ঠাবান বিষয়াৰূপে আপুনি আগবঢ়োৱা অৰিহণা সৰ্বজনবিদিত। আপোনাৰ অহোপুৰুষাৰ্থৰ ফলত সমবায় আন্দোলনে অসমৰ গ্ৰাম্য অৰ্থনৈতিক জীৱনত সুদূৰ প্ৰসাৰী প্ৰভাৱ পেলাইছে।

আপুনি সৰ্বভাৰতীয় বিভিন্ন অনুষ্ঠানত প্ৰশিক্ষণ তথা অভিজ্ঞতা লাভ কৰাৰ উপৰিও ভাৰতৰ বাহিৰত ইংলেণ্ড, চুইডেন, ডেনমাৰ্ক, হলেণ্ড, জাৰ্মানি আদি দেশৰ বিভিন্ন অনুষ্ঠানৰ লগত জড়িত হৈ সমবায় ব্যৱস্থাৰ বিস্তৰ অভিজ্ঞতা লাভ কৰি অসমৰ সমবায় আন্দোলনক গঢ় দিয়াত বিশিষ্ট ভূমিকা পালন কৰিছে আৰু তাৰ বাবে আপুনি গৌৰৱৰ পাত্ৰ হৈছে।

সমবায় আন্দোলনলৈ আগবঢ়োৱা একনিষ্ঠ সেৱাৰ স্বীকৃতিস্বৰূপে আপোনাক "ভাৰত আন্তৰাষ্ট্ৰীয় সুহৃদ পৰিষদে" "বিজয়শ্ৰী" সন্মানেৰে বিভূষিত কৰিছে। সবিতা সভাৰ আজীৱন সদস্য এগৰাকী এইদৰে সন্মানিত হোৱাত সবিতা সভা অতিশয় উল্লাসিত হৈ আপোনাক আজি এই অভিনন্দন পত্ৰ যাচিছে।

হে সুধীবৰ,

আপুনি আপোনাৰ কৰ্মময় জীৱনৰ ব্যস্ততাৰ মাজতে সুকৰ্ম্ম উলিয়াই সনাতন ধৰ্ম, সভ্যতা-সংস্কৃতি আৰু প্ৰাচীন ঐতিহ্যৰ চিন্তা-চৰ্চাত অৱগাহন কৰি

অসমত আবহমান কালৰেপৰা প্ৰবাহিত হৈ থকা শৈৱ-শাক্ত বৈষ্ণৱ ধৰ্মৰ পৰম্পৰাৰ আধাৰত গঢ় লৈ উঠা অসমীয়া সংস্কৃতিৰ স্বৰূপ উদঘাটন কৰাৰ অৰ্থে নানা গ্ৰন্থ প্ৰণয়ন আৰু প্ৰকাশ কৰি এক প্ৰশংসনীয় স্থানত অধিষ্ঠিত হৈছে। মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত নীলাচল পৰ্বতত সতীৰ গুপ্তাঙ্গৰ পীঠ মহামায়া কামাখ্যাৰ ইতিবৃত্ত আৰু মাহাত্ম্যৰ বিৱৰণ তথা উমানন্দ, উগ্ৰতাৰা, বশিষ্ঠাশ্ৰম, শুক্ৰেশ্বৰ, জনাৰ্দন, বাণেশ্বৰ, মঙ্গলচণ্ডী প্ৰভৃতিৰ লগত জড়িত ঐতিহাসিক তথা পৌৰাণিক কাহিনী উপস্থাপন কৰি আপুনি প্ৰণয়ন কৰা গ্ৰন্থসমূহে আপোনাৰ প্ৰতিভাৰ স্বাক্ষৰ বহন কৰিছে। অসম চৰকাৰে সাহিত্যিক পেঞ্চনেৰে (২০০২) আপোনাক সন্মানিত কৰা বাবে আমি গৌৰৱ অনুভৱ কৰিছোঁ।

হে সমাজ সংগঠক,

সমবায় আন্দোলনতে নিজৰ কৰ্মৰ সীমা শেষ নকৰি 'অসমৰ দেৱালয় সংঘ'ৰ সভাপতিৰূপে অসমৰ অনাদৃত দেৱালয় আৰু মঠমন্দিৰসমূহৰ দুৰৱস্থা দূৰীকৰণৰ অৰ্থে আপুনি যি প্ৰচেষ্টা গ্ৰহণ কৰিছে তাৰ কাৰণে সকলোৰে প্ৰশংসা লাভ কৰিবলৈ আপুনি সমৰ্থ হৈছে।

ভগৱানে আপোনাক সমাজৰ সেৱা কৰিবলৈ আৰু সাহিত্যৰ বেদীত পাদ্যাৰ্ঘ্য নিৱেদন কৰিবলৈ সুদীৰ্ঘ জীৱন আৰু সুস্বাস্থ্য প্ৰদান কৰক।

ইতি,
ভৱদীয়—

| শ্ৰীধীৰেন্দ্ৰনাথ চক্ৰৱৰ্ত্তী | ড° বাণীকান্ত শৰ্মা | শ্ৰীকনকচন্দ্ৰ ডেকা |
|---|---|---|
| সভাপতি | কাৰ্য্যকৰী সভাপতি | প্ৰধান সম্পাদক |
| সবিতা সভা | সবিতা সভা | সবিতা সভা, গুৱাহাটী |